# এহেজাৰ বছৰৰ এশগৰাকী অসমীয়া

(দ্বিতীয় খণ্ড)

হেমন্ত কুমাৰ ভৰালী



চিত্ৰলেখা পাব্লিকেশ্বনচ্
পল্টন বজাৰ, গুৱাহাটী - ১

AHEZAR BASARAR EKSHAGARAKI ASSAMIYA—(VOL - II)
a collcction of biographical article of welknown Assamese, written by Hemanta Kumar Bharali and published by Mrs. Chitralekha Kalita, Chitralekha Publications, A.T. Road, Paltan Bazar, Guwahati - 1, Phone No 633886, 522683.

---

প্ৰকাশক ঃ
শ্ৰীমতী চিত্ৰলেখা কলিতা
চিত্ৰলেখা পাব্লিকেশ্বনচ্
গুৱাহাটী - ১
ফোন ঃ ৬৩৩৮৮৬, ৫২২৬৮৩

প্ৰথম প্ৰকাশ ঃ
নৱেম্বৰ,২০০১

প্ৰচ্ছদ ঃ পদ্ম সিংহ

ডি.টি.পি.ঃ চিত্ৰা ডেকা বৰুৱা

মূল্য ঃ ১০০ টকা মাত্ৰ

মুদ্ৰক ঃ

Millennium Graphics
Ambikagiri Nagar Chariali,
R G Baruah Road,
Guwahati-24
Ph 200121.

# উৎসৰ্গ

মোৰ প্ৰায় সমস্ত গ্ৰন্থ্ৰে
জনক আৰু জননী
শ্ৰীযুত দীনেশ কলিতা আৰু
শ্ৰীমতী চিত্ৰলেখা কলিতাৰ
কৰকমলত।।

## যিসকল ব্যক্তিয়ে এই গ্ৰন্থখন সম্পূৰ্ণ কৰাত সহায়ৰ হাত আগবঢ়ালে, সেইসকললৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো

**কনকসেন ডেকা, ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞা**, কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক **ড° নিশিপদ দেৱচৌধুৰী, ইছমাইল হোছেইন**, সৌন্দৰ্য বিশেষজ্ঞা আৰু লেখিকা **ৰুণু হাজৰিকা, ড° জগদীশ পাটগিৰী, দিগন্ত কুমাৰ শইকীয়া**, গুৱাহাটী জিলা পুথিভঁৰালৰ গ্ৰন্থাগৰিক **বিপুল কুমাৰ বৰুৱা, পৰাণ কুমাৰ ফুকন, প্ৰদীপ চক্ৰৱৰ্তী, সোমনাথ ভৰালী**, কবি-সাহিত্যিক **মণিকুন্তলা ফুকন ভট্টাচাৰ্য, নীৰাদেৱী ভৰালী, পৰিমল ডেকা, প্ৰদীপ কুমাৰ ভূঞা, ভবানন্দ বৰঠাকুৰ**, দিছপুৰ পুথিভঁৰালৰ **জিতেন পাঠক, ফুকন চন্দ্ৰ দাস**, বহৰি (বৰপেটা)ৰ **ব্ৰজেন মড়ল** আৰু **অনুপম অনিৰুদ্ধ**, অগ্ৰদূত ভৱনৰ **ভবেশচন্দ্ৰ ভৰালী, ৰূপম বৰুৱা, পাৰুল ডেকা, চন্দ্ৰ বৰুৱা**, প্ৰুফ ৰিডাৰ **নৃপেন দাস** আৰু মোৰ দেউতা-মা **লম্বোদৰ শৰ্মা ভৰালী** আৰু **বসুন্ধৰা দেৱী**।

## এহেজাৰ বছৰৰ এশগৰাকী অসমীয়া

**প্ৰথম খণ্ড** ঃ **চাওলুং চুকাফাৰ পৰা ছাৰ চৈয়দ ছাদুল্লালৈ।**

**দ্বিতীয় খণ্ড** ঃ **কালিৰাম মেধিৰ পৰা হিতেশ্বৰ শইকীয়ালৈ।**

# ঃ সূচীপত্ৰ ঃ

---

**বিশেষ দ্ৰষ্টব্য ঃ** যোৱা এহেজাৰ বছৰত যিসকল শ্ৰেষ্ঠ অসমীয়াই সামাজিক-সাংস্কৃতিক-ৰাজনৈতিক-অৰ্থনৈতিক আৰু অন্যান্য বিভিন্ন ক্ষেত্ৰত বৰঙণি যোগাই অসমীয়া জাতিক তিল তিলকৈ গঢ়ি তুলিছে অথবা বিভিন্ন ধৰণে সলাই পেলাইছে জাতিৰ ইতিহাস, সেইসকলৰ জীৱন কাহিনীহে ইয়াত সন্নিবিষ্ট কৰা হৈছে। তদুপৰি দুহেজাৰ খৃষ্টাব্দৰ একত্ৰিশ ডিচেম্বৰৰ আগতে পৰলোকগত হোৱা ব্যক্তিকহে লোৱা হৈছে, যিহেতু তাৰ পাছলৈ জীয়াই থকাসকল একৈশ শতিকাৰো ব্যক্তি হিচাপে পৰিগণিত হ'ব। অৰ্থাৎ আমি এহেজাৰ চনৰ পৰা দুহেজাৰ চনলৈ, এই এহেজাৰ বছৰৰ ভিতৰত জীয়াই থকা ব্যক্তিসকলৰ কথাহে এই গ্ৰন্থত সন্নিবিষ্ট কৰিছো। সেইবাবেই শ্ৰেষ্ঠ অসমীয়া ড° ভূপেন হাজৰিকা, শৰৎ সিংহ, নৱকান্ত বৰুৱা, ড° মামণি ৰয়ছম গোস্বামীসহ বিভিন্নজনৰ জীৱনকথা আমি ইয়াত সন্নিবিষ্ট নকৰিলো।

---

# ভূমিকা

## কনকসেন ডেকা

সমাজ এখনৰ উন্নয়নৰ দিশত ভালেমান ব্যতিক্ৰমধৰ্মী চাৰিত্ৰিক দিশ থাকিব পাৰে; কিন্তু জীৱনী সাহিত্যত চহকী নোহোৱা উন্নত সমাজ এখন ক'তোৱেই থাকিব নোৱাৰে। দৰাচলতে এখন সমাজৰ সামগ্ৰিক উন্নয়নৰ চানেকী জীৱনী সাহিত্যৰ ওপৰতেই নিৰ্ভৰ কৰে; অৰ্থাৎ জীৱনী সাহিত্যৰ পয়োভৰ য'ত বেছি, সেইখন সমাজেই অন্যান্যবোৰতকৈ উন্নত। ইয়াৰ অন্তৰালত থকা মূল কাৰণটো হ'ল, অগ্ৰজসকলক সেইখন সমাজৰ অনুজসকলেহে শ্ৰদ্ধা কৰিব পাৰে, যিসকলে হৃদয়ঙ্গম কৰিব পাৰে যে তেওঁলোকে সাহিত্য-সংস্কৃতি-অৰ্থনীতি-ৰাজনীতি-সমাজনীতি ইত্যাদিৰ ক্ষেত্ৰত যি বহল পটভূমি লাভ কৰিবলৈ সক্ষম হৈছে সেয়া অগ্ৰজসকলৰেই অশেষ শ্ৰমৰ বিনিময়ত সম্ভৱ হৈছে। দৰাচলতে নাট-গল্প-উপন্যাসৰ সকলো সমলকেই প্ৰত্যক্ষ বা পৰোক্ষভাৱে জীৱনী সাহিত্যৰ অঙ্গ হিচাপেও অন্তৰ্ভুক্ত কৰিব পৰা যায়— কাৰণ সাহিত্যক যদি সমাজৰেই দাপোণ বুলি কোৱা হয়, তেন্তে সেই সাহিত্যত সমাজ জীৱনৰ ছাঁ পৰাটো নিশ্চিত। কথা সাহিত্যৰ মাজত আমাৰ বাস্তৱ জীৱনৰ চৰিত্ৰসমূহেই লুকাই নাথাকে জানো! সেইবুলি জীৱনী সাহিত্য আৰু গল্প-উপন্যাসক আমি একাকাৰ কৰিবলৈ বিচৰা নাই; কিন্তু প্ৰতিখন নাট, প্ৰতিটো গল্প আৰু প্ৰতিখন উপন্যাসতেই যে বাস্তৱ জীৱনৰ আধাৰত কেতবোৰ চৰিত্ৰ অংকিত হয় সেই বিষয়ৰ ব্যাখ্যা নিষ্প্ৰয়োজন। উল্লেখনীয় যে আমাৰ সমাজত কেতবোৰ মহান অথবা জনপ্ৰিয় লোকৰ চৰিত্ৰৰ আধাৰত নাট আৰু উপন্যাস ৰচনা কৰাও দেখা গৈছে। সেইবোৰৰ ভিতৰত চক্ৰধ্বজ সিংহ, কুশল কোঁৱৰ, ধন্য নৰ তনু ভাল, যাকেৰি নাহিকে উপাম, ৰূপতীৰ্থৰ যাত্ৰী, ফেৰেঙ্গাদাও আদিৰ নাম উল্লেখ কৰিব পাৰি। সেই দিশৰ পৰাও একোগৰাকী মহান ব্যক্তিৰ জীৱন চৰিত্ৰৰ স্বচ্ছ চৰিত্ৰ অঙ্কনৰ প্ৰয়োজন আছে।

এতিয়ালৈকে আমাৰ ভাষাৰ জীৱনী সাহিত্যক যথোচিত সমৃদ্ধ বুলি ক'ব নোৱাৰি। সেইবুলি এই ক্ষেত্ৰত কিছু সংখ্যক লোকে চেষ্টা নচলোৱাকৈ থকা নাই; কিন্তু সেয়ে হ'লেও নিৰলশভাৱে চেষ্টা চলোৱা লোকৰ সংখ্যা যে তেনেই তাকৰ তাক দোহাৰিবৰ প্ৰয়োজন নাই। তাৰ মাজতো এই ক্ষেত্ৰত যি কেইগৰাকীয়ে নিৰবচ্ছিন্নভাৱে লাগি থাকি আশাৰ সঞ্চাৰ কৰিব পাৰিছে তাৰ ভিতৰত উদীয়মান লেখক-সাংবাদিক হেমন্ত কুমাৰ ভৰালী অন্যতম। তেওঁৰ 'এহেজাৰ বছৰৰ এশগৰাকী অসমীয়া' নামৰ জীৱনী সংকলটিৰ প্ৰথম খণ্ড ইতিমধ্যে প্ৰকাশ পাইছে আৰু এই সংকলনটোৱে প্ৰভূত জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছে। সুখৰ কথা যে সংকলনটোৰ দ্বিতীয়খণ্ডটোও প্ৰকাশৰ পথত। এই এশগৰাকী ব্যক্তিৰ জীৱনী ইতিমধ্যে অগ্ৰদূতৰ দেওবৰীয়া সংখ্যাত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছে আৰু তাৰ দ্বাৰা পাঠকসকল যথেষ্ট উপকৃত হৈছে। আমাৰ বোধেৰে শ্ৰীভৰালীয়ে অসমৰ এহেজাৰ বছৰৰ এশগৰাকী ব্যক্তিৰ জীৱনী লেখাত হাত দিয়াটোৱেই এক দুঃসাহসিক কাৰ্য; কিয়নো শ-শ খ্যাতিমান লোকৰ মাজৰ পৰা এশগৰাকী

শীৰ্ষস্থানীয় লোকক নিৰ্বাচন কৰি উলিওৱাটো অতি কঠিন কাম আৰু এই ক্ষেত্ৰত বিতৰ্ক হোৱাৰ যথেষ্ট সুৰুঙা থাকি যায়; কিন্তু শ্ৰীভৰালীয়ে ৰচনা কৰা এশগৰাকী বিশিষ্ট ব্যক্তিৰ জীৱনী ইতিমধ্যে কাকতত প্ৰকাশ পোৱা সত্ত্বেও কোনো ধৰণৰ বিতৰ্কই স্থান পোৱা দেখিবলৈ পোৱা নাই। ইয়েই প্ৰমাণ কৰিছে যে শ্ৰীভৰালীৰ নিৰ্বাচনত খুঁত আছে বুলি কোনোৱেই যুক্তি দৰ্শাব পৰা নাই। যদিহে সময়ত কোনো ফালৰপৰা বিতৰ্ক আহেও, তেনেস্থলত নিজ পক্ষক শক্তিশালী ৰূপত দাঙি ধৰাৰ বাবে তেওঁৰ হাতত যথেষ্ট সমল আছে বুলি আমি ধাৰণা কৰো। ইয়াৰ কাৰণ, শ্ৰীভৰালীয়ে কোনো এগৰাকী ব্যক্তিয়েই নিজস্ব দৃষ্টিভংগীৰে নিৰ্বাচন কৰিবলৈ লোৱাৰ সলনি আতিগুৰি সামৰি সামাজিক পটভূমিৰ ওপৰতেই অধিক গুৰুত্ব দিয়া দেখা গৈছে আৰু সেই বাবেই তেওঁৰ নিৰ্বাচনক নিৰ্ভুল বুলিয়েই ধাৰণা কৰা হৈছে।

শ্ৰীভৰালীৰ এই কাৰ্যক আমি দুৰূহ বুলি এই বাবেই ক'বলৈ বিচাৰিছো যে এনে ভালে কেইগৰাকী ব্যক্তিৰ নাম এই সংকলনত অন্তৰ্ভুক্ত কৰা হৈছে, যিসকল খ্যাতিমান হৈয়ো সমাজৰ অবহেলাৰ হেতুকে ৰাইজৰ দৃষ্টিৰ পৰা আঁতৰত আছিল। সেইসকলৰ জীৱনী লিখিব পৰাকৈ তথ্যপাতিৰ যথেষ্ট অভাৱ হোৱাটো স্বাভাৱিক। তৎসত্ত্বেও অশেষ কষ্টেৰে শ্ৰীভৰালীয়ে সেইসকলৰ জীৱনৰ তথ্যপাতি সংগ্ৰহ কৰিবলৈ সক্ষম হৈছে। উদাহৰণ স্বৰূপে গুৰুপ্ৰসাদ দাস, ৰাজবালা দাস, পিলিক চৌধুৰী, মঘাই ওজা প্ৰভৃতিৰ কথাকেই আঙুলিয়াব পাৰি। এইসকলৰ নাম নুশুনা লোক অসমত নাই বুলিলেও হয় যদিও, তেওঁলোকৰ জীৱনৰ সবিশেষ ইয়াৰ আগলৈকে সহজে পোৱাটো সম্ভৱ হোৱা নাছিল। গতিকে এই ধৰণৰ লোকসকলৰ জীৱনী ৰচনাৰ বাবে তথ্যপাতি সংগ্ৰহ কৰোতে শ্ৰীভৰালীয়ে যথেষ্ট কষ্ট কৰিব লগা হৈছে। তেওঁৰ এই দুৰ্গম যাত্ৰা অবিহনে হয়তো এই সংকলনত সন্নিবিষ্ট বহুতৰেই জীৱনৰ আতিগুৰি আঁত চিৰকালৰ বাবে হেৰাই গ'লহেঁতেন।

শ্ৰীভৰালীৰ লেখাৰ আন এক বৈশিষ্ট্য হ'ল, তেওঁ এই এশগৰাকী ব্যক্তিৰ জীৱনালেখ্য কালৰ ক্ৰমাণুসৰি লিপিবদ্ধ কৰিছে। ইও এক জটিল কাম; কিয়নো আমাৰ প্ৰাতঃস্মৰণীয় বহুতো ব্যক্তিৰেই জীৱন আৰু মৃত্যুৰ সঠিক তাৰিখ সততে পোৱা নাযায় আৰু কিছু সংখ্যকৰ ক্ষেত্ৰত বিতৰ্কও নোহোৱা নহয়। গতিকে সৰ্বগ্ৰহণযোগ্য জন্ম-মৃত্যুৰ ক্ৰমাণুসৰি এইলানি জীৱনালেখ্য লিপিবদ্ধ কৰাটো যে যথেষ্ট কঠিন কাম তাক দোহাৰিব নালাগে। ইয়াৰ আগলৈকে আমাৰ ভাষাত এইদৰে থুপতে পোৱাকৈ এহেজাৰ বছৰৰ এশগৰাকী বিশিষ্ট ব্যক্তিৰ জীৱনালেখ্য পোৱাটো সম্ভৱ হোৱা নাছিল। গতিকে শ্ৰীভৰালীৰ এই সংকলন দুটিয়ে অসমৰ জীৱনী সাহিত্যৰ দিশত এক নতুন দিগন্তৰ সূচনা কৰিলে। উল্লেখনীয় যে এই এশগৰাকী বিশিষ্ট ব্যক্তিৰ প্ৰত্যেকৰে জীৱন এই ধৰণৰ বৈচিত্ৰ্যপূৰ্ণ যে প্ৰতিগৰাকীক লৈয়ে একোখন বৃহৎ জীৱনী, সফল উপন্যাস, মঞ্চসফল নাট অথবা চিনেমা নিৰ্মাণ কৰাৰ সমল আছে। শ্ৰীভৰালীৰ পথ প্ৰদৰ্শনাই তেনে উদ্যোগী লোকলৈ পথ মুকলি কৰি দিলে।

এই সংকলনত যিসকল ব্যক্তিৰ জীৱনালেখ্য সন্নিবিষ্ট হৈছে, সেইসকলক সাহিত্য-সংস্কৃতি, ৰাজনীতি, সমাজনীতি ইত্যাদি ভিন ভিন ভাগত ভাগ কৰি একোটা বেলেগ বেলেগ অধ্যায়ত সন্নিবিষ্ট কৰিব পৰা গ'লহেঁতেন; কিন্তু তাকেই কৰিবলৈ লোৱা হ'লে সময়ৰ ক্ৰমবিকাশ অটুট ৰখাটো সম্ভৱ নহ'লহেঁতেন। সেয়েহে সম্প্ৰতি সংকলনটোত কালৰ ক্ৰমাণুসৰি গ্ৰহণ কৰা ব্যৱস্থা উপাদেয় হৈছে। এই সংকলনটোত তেনেদৰে ভাগ কৰিবলৈ লোৱা হ'লে আন কেতবোৰ সমস্যাও আহি পৰিলহেঁতেন। উদাহৰণ স্বৰূপে অম্বিকাগিৰী ৰায়চৌধুৰী অথবা নীলমণি ফুকনৰ কথাকেই আঙুলিয়াব পাৰি। এই দুয়োগৰাকী ব্যক্তিয়েই এহাতে স্বাধীনতা সংগ্ৰাম তথা

সমাজসেৱাত যিদৰে আত্মনিয়োগ কৰিছিল, তেনেদৰেই অসমীয়া জাতি গঠন আৰু তাৰ লগতে সাহিত্য সেৱাতো উল্লেখনীয় বৰঙণি আগবঢ়াইছিল। গতিকে এই ধৰণৰ গুণবিশিষ্ট ব্যক্তিক ৰাজনীতি, সাহিত্য, সমাজসেৱা আদিৰ বিভাজনেৰে ভাগ ভাগ কৰাটো সম্ভৱ নহয়। অৱশ্যে আমাৰ সমাজ জীৱনলৈ এই সুদীৰ্ঘ কালছোৱাত বিভিন্ন ক্ষেত্ৰলৈ বৰঙণি যোগোৱা সকলোকে গুৰুত্ব সহকাৰে স্থান দিয়া হৈছে। স্বাধীনতা সংগ্ৰামী হিচাপে যিদৰে ভাৰতৰত্ন গোপীনাথ বৰদলৈ, লৌহমানৱ বিষ্ণুৰাম মেধি, সমাজ সেৱক অমিয় কুমাৰ দাস, ভাৰতৰ ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদ, সাহসী ৰাজনীতিজ্ঞ ভীমবৰ দেউৰী, কবি-ৰাজনীতিবিদ দেৱকান্ত বৰুৱা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, সাংসদ হেম বৰুৱা, বিচক্ষণ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ নাম অন্তৰ্ভুক্ত কৰা হৈছে, তেনেদৰেই চিনেমা জগতৰো প্ৰমথেশ বৰুৱা, ফণী শৰ্মা প্ৰভৃতিৰ নাম সন্নিবিষ্ট কৰা হৈছে। অসমৰ সমাজ জীৱনলৈ আগবঢ়োৱা অৱদানৰ বাবে বিশিষ্টা মহিলা ৰাজবালা দাস, চন্দ্ৰপ্ৰভা শইকীয়ানী, অমল প্ৰভা দাস প্ৰভৃতিক অনা হৈছে। অসমৰ সাহিত্য জগতৰ ভোটা তৰা লক্ষ্মীধৰ শৰ্মা, বাণীকান্ত কাকতি, বিৰিঞ্চিকুমাৰ বৰুৱা, চৈয়দ আব্দুল মালিক, তৰুণ চন্দ্ৰ পামেগাম, ৰাজমোহন নাথ, প্ৰেমনাৰায়ণ দত্ত, সীতানাথ ব্ৰহ্মচৌধুৰী, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য প্ৰভৃতিক লোৱা হৈছে। ইতিহাসবিদসকলৰ মাজৰ পৰা সূৰ্যকুমাৰ ভূঞা, ময়িদুল ইছলাম বৰা, বেণুধৰ শৰ্মা আদিক সামৰা হৈছে। তেনেদৰেই অসমৰ সাংবাদিকতাৰ ক্ষেত্ৰৰ পৰা লক্ষ্মীনাথ ফুকন, দীননাথ শৰ্মাক অৰ্ন্তভুক্ত কৰা হৈছে। এই সংকলনটোত পাণ্ডিত্যৰ গৰিমাৰে মহিমামণ্ডিত কালীৰাম মেধি, জ্ঞানদাভিৰাম বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, মহেশ্বৰ নেওগ প্ৰভৃতিক লোৱা হৈছে। অসমৰ সংগ্ৰামী-শিল্পীসকলৰ মাজৰ পৰা লোৱা হৈছে ব্ৰজনাথ শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা প্ৰভৃতিক। অসমৰ সংস্কৃতিলৈ বিশেষ অৱদান আগবঢ়োৱা হেমাঙ্গ বিশ্বাস আৰু মঘাই ওজাকো যথোচিত স্থান দিয়া হৈছে। এই সংকলনটোৰ অন্যতম উল্লেখনীয় দিশ এইটোৱে যে অসমৰ সংবাদ পত্ৰ প্ৰকাশনৰ সফল বাটকটীয়া ৰাধাগোবিন্দ বৰুৱা, গ্ৰন্থ প্ৰকাশনৰ অগ্ৰণী পুৰুষ হৰিনাৰায়ণ দত্তবৰুৱা আৰু খেল জগতৰ প্ৰাণপুৰুষ পিলিক চৌধুৰীকো যথাস্থান দিয়া হৈছে। ইয়াৰ উপৰিও সুকীয়া সুকীয়া ক্ষেত্ৰৰ উদ্যোগী পুৰুষ ডাঃ ভুবনেশ্বৰ বৰুৱা, গুৰুপ্ৰসাদ দাস, হলীৰাম ডেকা, হিৰণ্য চন্দ্ৰ ভূঞা প্ৰভৃতিকো যথাস্থানত ৰখা হৈছে। যথেষ্ট সাৱধানতা অৱলম্বন কৰা সত্ত্বেও এশ গৰাকী ব্যক্তি নিৰ্বাচনত ত্ৰুটি উলিওৱাৰ থল ভৱিষ্যতেও নোলাব বুলি আমি নকওঁ; কিন্তু নিৰ্বাচন নিখুঁট কৰাৰ বাবে শ্ৰীভৰালীয়ে চেষ্টাৰ কোনো ত্ৰুটি কৰা নাই।

এনে এখনি মূল্যবান জীৱনী সংকলন অসমবাসীক উপহাৰ দিয়া বাবে শ্ৰীভৰালীক অভিনন্দন জ্ঞাপন কৰিলো আৰু এই ধৰণৰ সংকলন ভৱিষ্যতেও তেওঁৰ পৰা পাম বুলি আশা ৰাখিলো।

(১)

# কালিৰাম মেধি

কালিৰাম মেধিৰ জীৱনী গ্ৰন্থত নন্দ তালুকদাৰে লিখিছে, 'উনবিংশ শতিকা অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এক অন্ধকাৰ যুগ। অসমৰ গাঁৱলীয়া জীৱন আৰু সমাজ আৰু বেছি অন্ধকাৰ। খোজ কাঢ়ি নাইবা নাৱেৰে বাহিৰ জগতৰ লগত সম্বন্ধ ৰখাৰ বাহিৰে উপায় নাই। তেনে এক প্ৰতিকূল পৰিৱেশত জন্মলাভ কৰি যি কেইগৰাকী ব্যক্তিয়ে নিজৰ অধ্যৱসায় আৰু যত্নৰ বলত অসমৰ মুখ উজ্জ্বল কৰিছিল, কালিৰাম মেধি সেইসকলৰ মাজত অন্যতম।... চৰকাৰী চাকৰিয়াল স্বৰূপে নিজৰ দক্ষতাৰ গুণত উন্নতি লাভ কৰিলেও অকল চৰকাৰী নথি-পত্ৰৰ মাজতে ডুব গৈ থকা চৰকাৰী বিষয়া কালিৰাম মেধি নহয়। চাকৰি জীৱনৰ ব্যস্ততাৰ মাজতো সাহিত্যৰ সমল, গৱেষণাৰ সমল সংগ্ৰহৰ বাবে সময়ৰ সুৰুঙা উলিয়াব পৰা কিটিপখিনি মেধিয়ে ভালদৰে জানিছিল।... কালিৰাম মেধিৰ গৱেষণা কাৰ্য অকল পুথি অধ্যয়নতে, পুথিভঁৰালতে সীমাবদ্ধ নহয়। অধ্যয়নৰ লগতে তেওঁ বিভিন্ন ঠাই ভ্ৰমণ কৰি বিভিন্ন জনসংযোগৰ মাধ্যমত ভালেমান তথ্য আৰু সমল সংগ্ৰহ কৰিছিল। বিভিন্ন জনজীৱনৰ পৰা সংগৃহীত সমলে তেওঁৰ কাৰ্য আৰু বেছি মহীয়ান কৰি তুলিছিল।... কালিৰাম মেধিৰ ব্যক্তিত্ব আৰু পাণ্ডিত্য অনন্য; অসাধাৰণ পাণ্ডিত্য আৰু ব্যক্তিত্ব নহয়। কিন্তু দহজনৰ মাজৰে এজন হৈও কালিৰাম মেধিৰ ব্যক্তিত্ব আৰু কাৰ্যৰ মাজত প্ৰকাশ পাইছিল সুকীয়া বৈশিষ্ট্য...।'

১৮৮০ চনৰ, মতভেদে ১৯৭৮ চনৰ অক্টোবৰ মাহত উত্তৰ কামৰূপৰ হাজোৰ ওচৰৰ ৰামদিয়া গাঁৱত কালিৰাম মেধিৰ জন্ম হৈছিল। তেওঁৰ পিতৃ ভুকলি মেধি আৰু মাতৃ সোণতৰা। ভুকলি আছিল গাঁৱলীয়া খেতিয়ক। ডাঙৰ ীথ পৰিয়ালত বাস কৰা ভুকলি মেধিৰ পৰিয়ালৰ ব্যৱসায়-বাণিজ্য আৰু ৫০ টা মান ম'হ খুঁটিও আছিল। ভুকলি মেধিৰ পুত্ৰ কেইজন আছিল কালিৰাম, বালিৰাম, চেনীৰাম আৰু দীননাথ। পৰিয়ালৰ জ্যেষ্ঠ পুত্ৰ কালিৰামে শৈশৱ অতিবাহিত কৰিছিল বৃহৎ এক পৰিয়ালত সম্পূৰ্ণ ধৰ্মীয় নীতি-নিয়মৰ মাজত। পঢ়া-শুনা নাজানিলেও কীৰ্তন দশমৰ পদ কণ্ঠস্থ থকা মাতৃ সোণতৰাৰ ধৰ্মপ্ৰাণ আচৰণ দেখি শৈশৱতে সেইমতে জীৱন-যাপন কৰাৰ অনুৰাগ জন্মিছিল কালিৰামৰ।

ৰামদিয়া গাঁৱৰ শিক্ষানুষ্ঠান 'ছাত্ৰঘৰ'তে কালিৰাম মেধিয়ে পঢ়া-শুনা আৰম্ভ কৰে। সৰুৰে পৰা অলপ গহীন ধৰণৰ কালিৰাম পঢ়া-শুনাত চোকা বুদ্ধিৰ ছাত্ৰ আছিল। 'ছাত্ৰঘৰ'ৰ পঢ়া-শুনা শেষ কৰাৰ পাছত ১১ বছৰ বয়সত কালিৰামক গুৱাহাটীৰ স্কুলত

নাম লগাই দিয়া হ'ল। থাকিবৰ বাবে টকোবাৰীত সৰু ঘৰ এটা সাজি দিয়া হ'ল। তাতে থাকি নিজে ৰান্ধি-বাঢ়ি খাই তেওঁ গুৱাহাটী হাইস্কুলত পঢ়িবলৈ ল'লে। ১৮৯৭ চনত কালিৰাম মেধিয়ে গুৱাহাটীৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰথমিক বিদ্যালয়ৰ বৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ 'বৃত্তি' লাভ কৰা কালিৰাম মেধিয়ে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈয়েই কুৰিটকীয়া বৃত্তি লাভ কৰিলে আৰু কলিকতাৰ চিটি কলেজলৈ গ'ল এফ এ পঢ়িবলৈ। কলিকতাত কালিৰাম মেধি থাকিবলৈ লয় ১০৭ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ এখন বাঙালী মেছত। এফ এ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কালিৰাম মেধিয়ে পুনৰ বৃত্তি লাভ কৰি চিটি কলেজৰে বি এ শ্ৰেণীত নাম লিখাইছিল। বি এ পঢ়িলেও তেওঁ বিজ্ঞান শাখাহে পঢ়িছিল। তেতিয়াৰ দিনত বি এছ চি নাছিল, বি এ গ্ৰুপ 'এ' আৰু গ্ৰুপ 'বি'হে আছিল। মেধিয়ে গ্ৰুপ 'বি'ত নাম লিখাই অংক আৰু ইংৰাজী বিষয় লৈছিল আৰু অনাৰ্ছ লৈছিল 'পদাৰ্থ আৰু ৰসায়ন' বিজ্ঞানত। ১৯০২ চনত অনাৰ্ছসহ দ্বিতীয় বিভাগত বি এ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। সেই বছৰ পদাৰ্থ আৰু ৰাসায়ন বিজ্ঞানৰ অনাৰ্ছত কোনো ছাত্ৰই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণী পোৱা নাছিল। মেধি উত্তীৰ্ণ হৈছিল দ্বিতীয় বিভাগৰ চতুৰ্থ স্থানত। মেধিয়ে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া ছাত্ৰ-ছাত্ৰীৰ ভিতৰত সেইবাৰ বি এ পৰীক্ষাত শীৰ্ষস্থান পাইছিল বাবে বিষ্ণুপ্ৰিয়া দেৱী পুৰস্কাৰ লাভ কঁৰিছিল। অকালতে হেৰুওৱা পত্নী বিষ্ণুপ্ৰিয়াৰ নামত সেই পুৰস্কাৰ আগবঢ়াইছিল গুণাভিৰাম বৰুৱাই।

বি এ পাছ কৰাৰ পাছত কালিৰাম মেধিয়ে পদাৰ্থ বিজ্ঞানত এম এ পঢ়িবৰ বাবে কলিকতাৰ প্ৰেচিডেন্সী কলেজত নাম লিখালে। অধ্যাপক জগদীশ চন্দ্ৰ বসু আছিল মেধিৰ শিক্ষক। যিয়েই নহওক বি এ শ্ৰেণীত অনাৰ্চ পালে তেতিয়া এম এ মাথো এবছৰ পঢ়িলেই হৈছিল। অৱশ্যে এবছৰ এম এ পঢ়া ছাত্ৰজনক প্ৰাইভেট বুলি গণ্য কৰা হৈছিল। মেধিয়েও এবছৰ পঢ়ি প্ৰাইভেটকৈ এম এ পৰীক্ষা দি দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থানত উত্তীৰ্ণ হয়। ১৯০৩ চনত এম এ পৰীক্ষাত উত্তীৰ্ণ হোৱাত মেধিৰ আগতে মাথো দুজন অসমীয়া ছাত্ৰইহে এম এ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তেওঁলোক দুজন ক্ৰমে পদাৰ্থ বিজ্ঞানত ৰাধানাথ ফুকন (১৮৯৭ চনত) আৰু দৰ্শনত অন্নদা চৰণ ভট্টাচাৰ্য (১৮৯৯ চনত)। সেই অৰ্থত কালিৰাম মেধি হ'ল এম এ ডিগ্ৰী লাভ কৰা তৃতীয় অসমীয়া। তেওঁৰ পাছৰ তিনিজন অসমীয়া ছাত্ৰ হ'ল ক্ৰমেঃ উদ্ভিদ বিজ্ঞানত যোগেন্দ্ৰ নাথ বৰুৱা (১৯০৪), ৰসায়ন বিজ্ঞানত মহম্মদ চৈয়দ ছাদুল্লা (১৯০৬) আৰু ইংৰাজীত আতাউৰ ৰহমান (১৯০৮)। উল্লেখ কৰা ভাল হ'ব যে, ১৯১৯ চনলৈ কোনো এজন অসমীয়া ছাত্ৰই এম এ পৰীক্ষাত প্ৰথম শ্ৰেণী পোৱা নাছিল। ১৯১৯ চনত প্ৰথমবাৰৰ বাবে এম এত প্ৰথম শ্ৰেণী পোৱা ছাত্ৰ দুজন আছিল সংস্কৃত বিষয়ত কৃষ্ণকান্ত সন্দিকৈ (গ্ৰুপ 'বি') আৰু কামদা চৰণ ভট্টাচাৰ্য (গ্ৰুপ 'চি')।

কলেজীয়া জীৱনত একনিষ্ঠ ছাত্ৰ আৰু পাঠ্যপুথিৰ পোক আছিল কালিৰাম মেধি। পঢ়া-শুনাৰ বাহিৰে তেওঁ আন একো নাজানিছিল। সেই বাবেই ছাত্ৰাৱস্থাত অন্য একো ভূমিকা নাই কালিৰাম মেধিৰ। তেওঁ কলিকতাত পঢ়াৰ সময়ত অসমীয়া ভাষা উন্নতি

সাধিনী সভাৰ সূৰ্য অস্তমিত। জোনাকী কাকতৰ প্ৰথমবাৰৰ বাবে মৃত্যু ঘটিছে আৰু গুৱাহাটীৰ পৰা সেইখন পুনৰ সত্যনাথ বৰাই সম্পাদনা কৰি উলিয়াইছে। তদুপৰি কলিকতাত সেই সময়ত পঢ়া-শুনা কৰা যিসকল ছাত্ৰ আছিল, তেওঁলোকৰ বিশেষ উৎসাহ সাহিত্য ক্ষেত্ৰত নাছিল, দুই এজনে অৱশ্যে ৰাজনীতিৰ ক, খ শিকিছিল। সেইবাবে এই কথাও ক'ব পাৰি যে সাহিত্যৰ ক্ষেত্ৰখনত দুই এজন সতীৰ্থ আৰু সুবিধা পোৱা হ'লে কালিৰাম মেধিৰ সাহিত্য চৰ্চা নিশ্চয় কলেজীয়া কালতেই আৰম্ভ হ'লহেঁতেন। এতিয়া সাহিত্য চৰ্চাৰ বিষয়টো পাছলৈ থৈ মেধিৰ চাকৰি কালৰ বিষয়ে কিছু কথা উল্লেখ কৰাটো সমীচীন হ'ব।

সেই সময়ত সাধাৰণ এম এ আনকি বি এ পাছ কৰা ব্যক্তিকো চৰকাৰে প্ৰথমেই এক্সট্ৰা এছিষ্টেন্ট কমিচনাৰৰ পদ যাচিছিল। কিন্তু অভিজাত বংশৰ নোহোৱা বাবে ভালদৰে এম এ পাছ কৰিও কালিৰাম মেধিয়ে প্ৰথমে মাটিৰ হাকিমৰূপে চৰকাৰী কামত যোগদান কৰিব লগা হ'ল। কামৰূপ জি লাৰ ছেটলমেণ্ট কেম্পত প্ৰশিক্ষণ লৈ কালিৰাম মেধিয়ে ১৯০৪ চনৰ ১৩ আগষ্টত মাটিৰ হাকিম হিচাপে নগাঁও চাৰ্কোলত যোগ দিলে। নগাঁৱৰ পাছত মেধিয়ে ধিং চাৰ্কোলতো বহু দিন কাৰ্যনিৰ্বাহ কৰিছিল। তাৰ পাছত ১৯১০ চনত ডিব্ৰুগড়লৈ বদলি হৈ মেধিয়ে এছিষ্টেণ্ট ছেটলমেণ্ট অফিচাৰ হিচাপে পদোন্নতি পাইছিল। তাৰ পাছত বিভিন্ন পদত কাৰ্যনিৰ্বাহ কৰি দুবছৰৰ ভিতৰতে মেধিয়ে এক্সট্ৰা এছিষ্টেণ্ট কমিচনাৰ হিচাপে পদোন্নতি লাভ কৰে। ডিব্ৰুগড়ৰ পৰা বদলি হৈ কালিৰাম মেধি তুৰালৈ যায় (১৯১২ চনৰ ২৩ জুলাই)। তাত প্ৰায় ডেৰ বছৰ কাল ই এ চি হিচাপে কাৰ্যনিৰ্বাহ কৰি গোলাঘাটলৈ বদলি হয়। গোলাঘাটত ১১ মাহ থাকি তেওঁ গোৱালপাৰালৈ বদলি হয়। এই গোৱালপাৰাতেই দুবাৰৰ কাৰ্যকালত কালিৰাম মেধিয়ে প্ৰায় ১৩ বছৰ কাল অতিবাহিত কৰিছিল। ১৯১৪ চনৰ ২৫ অক্টোবৰত ই এ চি হিচাপে কালিৰাম মেধিয়ে গোৱালপাৰাত যোগদান কৰিছিল। প্ৰথমাৱস্থাত তেওঁৰ দায়িত্ব পৰিল হাওৰাঘাট পৰগণা আৰু গোৱালপাৰা চহৰৰ মাটি বন্দৱস্তীৰ কাম। জমিদাৰ বা অন্যান্যলোকে কিমান মাটি ভোগ কৰি আছিল, তাৰ কোনো হিচাপ নাছিল। গতিকে খাজনা লোৱাৰ ক্ষেত্ৰত খেলি-মেলিয়ে দেখা দিছিল, আনকি বহুতে খাজনা নিদিছিলেই। এইসকল লোকৰ ওপৰত মেধি কঠোৰ হয়। মাটি ভোগ কৰিছা যেতিয়া চৰকাৰক খাজনা দিবই লাগিব, এয়াই আছিল তেওঁৰ শেষ কথা। মেধিয়ে অতি সুচাৰুৰূপে মাটিৰ বন্দৱস্তীৰ কাম সম্পন্ন কৰিছিল।

বিচাৰক হিচাপেও অতি দৃঢ়চিত্তৰ এইজনা ব্যক্তিয়ে প্ৰতিটো মোকৰ্দমাই ভালদৰে চালি-জাৰি চাইহে ৰায় দিছিল। কোনো প্ৰকৃত দোষী কেতিয়াও সাৰি যাব নোৱাৰিছিল। আনকি তৰুণ ৰাম ফুকনৰ দৰে প্ৰখ্যাত আইনজীৱীয়েও (বেৰিষ্টাৰ) হেনো কোনোবা এজন মক্কেলক মোকৰ্দমাৰ ক্ষেত্ৰত অভয়দান কৰিব নোৱাৰি কৈছিল- 'মই অইন হাকিম হ'লে পাৰিলোহেঁতেন কিন্তু মেধি হাকিমক নোৱাৰিম।' তেওঁৰ প্ৰতিটো ৰায়েই আছিল চমু অথচ সাৰমৰ্ম পূৰ্ণ।

গোৱালপাৰাতেই কালিৰাম মেধিয়ে মহকুমাধিপতি হিচাপে প্ৰমোচন পাইছিল। অৱশ্যে তাৰ মাজতে তেওঁ গোৱালপাৰা জিলাৰ অস্থায়ী উপায়ুক্ত হিচাপেও দায়িত্ব গ্ৰহণ কৰিছিল। তাৰ পাছতে মঙলদৈ আৰু পুনৰ নগাঁও জিলাত মহকুমাধিপতি আৰু অস্থায়ী উপায়ুক্ত হিচাপে কাম কৰি ১৯৩৬ চনত মঙলদৈৰ পৰাই তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল। তাৰ পাছত দুবছৰ কাল তেওঁ পুনৰ স্পেচিয়েল মেজিষ্ট্ৰেট হিচাপে আৰু আঠ বছৰ কাল War Risk Insuranceৰ বিশেষ বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰে। অৰ্থাৎ অৱসৰৰ পাছতো কালিৰাম মেধিক ১০ বছৰকাল চৰকাৰী চাকৰিত ৰাখিছিল ইংৰাজ চৰকাৰে। ইয়াৰ পৰাই প্ৰমাণ হয় মেধি ডাঙৰীয়াৰ কাৰ্যদক্ষতা কিমান আছিল।

আগতেই কৈ আহিছো, কলেজীয়া জীৱন কালত মেধিৰ সাহিত্য জগতৰ স'তে কোনো সম্পৰ্ক নাছিল। অৱশ্যে তেওঁ গোপনে যদি কিবা লিখিছিল, তেন্তে সেয়া অন্ধকাৰতেই থাকি গ'ল। তেওঁৰ প্ৰথমটো প্ৰবন্ধ 'প্ৰলয়' প্ৰকাশ পাইছিল সত্যনাথ বৰা সম্পাদিত জোনাকীত (পুহ, ১৯০৩)। সেই সময়ত মেধি ডাঙৰীয়া আছিল এম এ পৰীক্ষাৰ পৰীক্ষাৰ্থী। গতিকে কলিকতাত থকা কালতেই তেওঁ সাহিত্য চৰ্চাৰ বীজ ৰোপিত হৈছিল। তাৰ পাছত নগাঁও চহৰত থাকি চাকৰি কৰা অৱস্থাতে অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ স'তে যোগাযোগ ৰক্ষা কৰিছিল আৰু ভাষা-সাহিত্যৰ চৰ্চাৰ কামতো আগবাঢ়িছিল। নগাঁৱত থকা অৱস্থাতে তাৰানাথ চক্ৰবৰ্তীৰ সম্পাদনাত প্ৰকাশ পোৱা 'আসাম বান্ধব'তে কালিৰাম মেধিৰ বহু তত্ত্বগধুৰ প্ৰবন্ধ প্ৰকাশ পাবলৈ ধৰে। তাৰ পাছত ডিব্ৰুগড়ত থকা কালত বিভিন্ন ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত হৈ পৰে, সাহিত্য সাধনাও চলাই যায়। তেওঁৰ যত্নতে ডিব্ৰুগড় ৰঙ্গমঞ্চৰ অৱস্থা ভাল হৈ আহিছিল আৰু তাত প্ৰায়েই নতুন নাটকৰ অভিনয় চলিছিল। নগাঁৱৰ পৰা প্ৰকাশ পোৱা 'আসাম বান্ধৱ' যেতিয়া অৰ্থনৈতিকভাৱে বিধ্বস্ত হ'ল তেতিয়া ডাক্তৰ হৰিকৃষ্ণ দাস, কালিৰাম মেধি আৰু ভাৰত চন্দ্ৰ দাসে মিলি 'আসাম বান্ধব'ক পুনৰ্জীৱন দিলে আৰু তাৰ কাৰ্যালয় ডিব্ৰুগড়লৈকে উঠাই নিলে। আসাম বান্ধৱৰ লগতে ডিব্ৰুগড়ত থকা অৱস্থাত 'আলোচনী' কাকততো বহু তত্ত্বগধুৰ প্ৰবন্ধ লিখিছিল কালিৰাম মেধিয়ে। 'আসাম বান্ধৱ' আৰু 'আলোচনী'ত মেধিয়ে লিখা প্ৰবন্ধবোৰৰ ভিতৰত তপ, পৃথিৱী, সূৰ্য, হেলীৰনেজাল তৰা, অসমীয়া নাট, গৌৰৱ, লিখাৰ সজুলি, কু-সংস্কাৰ, অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, শূদ্ৰ, পৰিশ্ৰমৰ সন্মান, ভেম, মূল পদাৰ্থ, জাতিৰ উৎপত্তি, ইন্দ্ৰপাল ৰজাৰ গুৱাহাটী তামৰ ফলি, প্ৰাগজ্যোতিষেশ্বৰ ভাস্কৰ বৰ্মাদেৱ, গোৱালপাৰাৰ প্ৰাচীন কীৰ্তি আদি। এইবোৰ নিবন্ধৰ নামকৰণৰ পৰাই জানিব পৰা যায় যে বিজ্ঞান, ভাষা-সাহিত্যৰ পৰা বুৰঞ্জী-পুৰাতত্ত্বলৈকে প্ৰায় প্ৰতিটো বিষয়তে কালিৰাম মেধিৰ আছিল অবাধ দখল। বিজ্ঞান, দৰ্শন আৰু ভাষাৰ জটিল তত্ত্বও তেওঁ অতি সহজভাৱে বৰ্ণনা কৰিব পাৰিছিল। প্ৰাচীন অসমীয়া সাহিত্যৰ এগৰাকী গৱেষক এইজনা সাহিত্যিকে অসমীয়া নাট, অঙ্কীয়া নাট, শ্ৰীশংকৰদেৱৰ বৰগীত, শংকৰদেৱ আৰু চৈতন্যদেৱ, কালিয় দমন নাট, মহাপুৰুষ শংকৰদেৱৰ প্ৰচাৰিত ধৰ্ম, ওজা-ভাৱৰীয়া, প্ৰাচীন কামৰূপীয়া গীত, শ্ৰীমথুৰা দাস বুঢ়া

আতা, কবি পুৰুষোত্তম গজপতি, ৰাম ৰায়, নামৰ সময় আদি বহু গৱেষণামূলক প্ৰবন্ধৰ দ্বাৰা পুৰণি অসমীয়া সাহিত্য আৰু সংস্কৃতিক নতুন আলোকেৰে পোহৰাই তুলিছিল।

অসমলৈ খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ বাবে অহা গুৱাহাটী মিছনেৰীৰ প্ৰধান শিক্ষক মিঃ উইলিয়াম ৰবিনছনে A Grammar of the Assamese Language নামেৰে ৭৮ পৃষ্ঠাৰ প্ৰথম অসমীয়া ভাষাৰ ব্যাকৰণখন লিখিছিল। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই ৰচনা কৰা (১৮৫৯) 'অসমীয়া ব্যকৰণ'খনেই অসমীয়া ভাষাত ৰচিত প্ৰথমখন ব্যাকৰণ। তাৰ পাছতো অসমীয়া ভাষাৰ বহু ব্যাকৰণ ৰচিত হৈছে। কিন্তু কালিৰাম মেধিৰ দৰে কোনো ভাষাবিদেই শানিত যুক্তি আৰু বৃহৎ বিশ্লেষণেৰে অসমীয়া ব্যাকৰণ লিখিব পৰা নাই। তেওঁ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' নামৰ গ্ৰন্থখন ১৯৩৬ চনত লিখি সম্পূৰ্ণ কৰিছিল। ৫৩৯ পৃষ্ঠাৰ এই বৃহৎ এই ব্যাকৰণেই অসমীয়া ভাষাক সম্পূৰ্ণ আধুনিক ভাষাৰ মৰ্যাদা দিব পাৰিছিল। সুদীৰ্ঘ ১২ বছৰৰ মূৰত লিখি উলিওৱা এইখন গ্ৰন্থত বৰ্ণ প্ৰকৰণ, শব্দ, লিঙ্গ, বচন, বিভক্তি, শব্দৰূপ, কাৰক, বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, ক্ৰিয়া বিশেষণ, ক্ৰিয়াৰ ৰূপৰ কাল, বাচ্য, ধাতুৰূপ, অব্যয়, প্ৰত্যয়, সমাস আদি সকলো বিষয়তে বিস্তৃত আলোচনা আগবঢ়াইছে। এই গ্ৰন্থখনৰ বিষয়ে লক্ষ্মীনাথ বেজবৰুৱাই 'জয়ন্তী' কাকতত লিখিছিল, 'কিতাপখনৰ প্ৰত্যেক পাততে গ্ৰন্থকাৰৰ পাণ্ডিত্য ফুটি উঠিছে।... মই পঢ়ি গৈ থাকোতে মেধি ডাঙৰীয়াৰ প্ৰতি মোৰ অন্তৰৰ পৰা ওলোৱা শলাগৰ ধাৰ ছিগা নাছিল।...'

কালিৰাম মেধিৰদ্বাৰা প্ৰকাশিত গ্ৰন্থসমূহ হ'ল প্ৰহ্লাদ চৰিত্ৰ, অঙ্কাৱলী, অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, মহাপুৰুষ শংকৰদেৱৰ বাণী, বীজগণিত, অসমীয়া প্ৰাথমিক প্ৰকৃতি বিজ্ঞান, অসমীয়া ভাষা, Studies in the vaishava lietrature and culture of Assam আদি। তদুপৰি তেওঁ অসমীয়া আৰু ইংৰাজী ভাষাত অসংখ্য প্ৰবন্ধ লিখি থৈ গৈছে।

অসম সাহিত্য সভাৰ জন্মলগ্নৰ পৰাই জড়িত কালিৰাম মেধি ১৯১৯ চনৰ ২৬ ডিচেম্বৰত বৰপেটাত অনুষ্ঠিত সভাৰ তৃতীয় অধিবেশনৰ সভাপতি হৈছিল। 'বেজবৰুৱা সমিতি'ৰ সম্পাদক আৰু 'সংগ্ৰহালয় সমিতি'ৰ সভাপতিৰ দায়িত্ব বহন কৰা কালিৰাম মেধি অসম অনুসন্ধান সমিতিৰ স'তেও ওতঃপ্ৰোতভাৱে জড়িত আছিল। ১৯৪৮ চনত বৰপেটাত অনুষ্ঠিত শঙ্কৰদেৱৰ পাঁচশ বছৰীয়া জন্মোৎসৱত সভাপতিত্ব কৰিছিল। ১৯৪৬ চনত তেওঁ 'ৰায়বাহাদুৰ' খিতাপো পাইছিল।

কলেজত পঢ়ি থাকোতে কালিৰাম মেধিয়ে গাঁৱৰে ছোৱালী এজনীক বিয়া কৰাবলৈ বাধ্য হৈছিল। কাৰণ ভায়েকৰ বিয়া পাতিব লগা হোৱাত অভিভাৱকে জ্যেষ্ঠপুত্ৰ কালিৰাম মেধিৰ বিয়াহে প্ৰথমে পাতি দিছিল। অৱশ্যে এইগৰাকী পত্নীৰ স'তে তেওঁৰ মধুযামিনীও পালন কৰা নহ'ল। নগাঁৱত থাকোতে বৰপেটাৰ দক্ষিণহাটীৰ বলোৰাম দাসৰ কন্যা মোক্ষদাবালাক বিয়া কৰাইছিল। ১৯১৮ চনত পত্নী মোক্ষদাৰ মৃত্যু হোৱাত পাছৰ বছৰত তেওঁ নগাঁৱৰ স্বৰ্ণলতা ভূঞাক বিয়া কৰাইছিল। কালিৰাম আৰু মোক্ষদাবালা দেৱীৰ সন্তান পাঁচটা। দুজন ল'ৰা আৰু তিনিজনী ছোৱালী। আনফালে আকৌ মেধিৰ

[illegible] আৰু স্বৰ্ণলতাৰ গৰ্ভত ছয়টা সন্তানৰ জন্ম হয়। ইয়াৰে প্ৰথম চাৰিজনী কন্যা আৰু পাছৰ দুজন পুত্ৰ সুৰেন্দ্ৰ নাথ আৰু সুভদ্ৰ।

১৯৫৪ চনৰ ২৪ জানুৱাৰীত কালিৰাম মেধিৰ সুদীৰ্ঘ কৰ্মময় জীৱনৰ অন্ত পৰিল। সমাজৰ বিভিন্ন স্তৰৰ মানুহৰ লগত সুহৃদয়তা বজাই ৰখা এইগৰাকী ব্যক্তিয়ে জীৱনক 'প্ৰজ্ঞাৰ সাধনা ক্ষেত্ৰ' বুলিহে গণ্য কৰিছিল। অতি সাধাৰণ মানুহে জনা কথাখিনিও শিকিবলৈ তেওঁ বহি গৈছিল। জ্ঞান লাভৰ বাবে সৰু-ডাঙৰ, লাজ-মানৰ কথা নাই-এই কথাষাৰ কালিৰাম মেধিয়ে গভীৰভাৱে বিশ্বাস কৰিছিল আৰু সেইমতে অহৰহ জ্ঞানচৰ্চাতেই তেওঁ মগ্ন হৈ থাকিছিল। মানুহৰ জ্ঞান চৰ্চাইহে এটা জাতিক আৰু পৃথিৱীক ক্ৰমশঃ উন্নতিৰ পথলৈ আগুৱাই নিব। কালিৰাম মেধিৰ জীৱন আৰু সাধনাৰ বিষয়ে পঢ়িও আমি এই কথা গভীৰভাৱে উপলব্ধি কৰিব পাৰো।



(২)

# নীলমণি ফুকন

প্ৰায় এশ বছৰ সম্পূৰ্ণ কৰ্মক্ষম হৈ জীয়াই আছিল বাগ্মীবৰ নীলমণি ফুকন। অসম আৰু অসমীয়াৰ প্ৰেমিক এইগৰাকী ব্যক্তিক ৯৭ বছৰ বয়সত অসম সাহিত্য সভাৰ হীৰক জয়ন্তী উৎসৱত সম্বৰ্ধনা জনোৱা হৈছিল (২৭ ডিচেম্বৰ ১৯৭৭)। এই সম্বৰ্ধনাৰ উত্তৰত তেওঁ কৈছিল-'মোৰ মৃত্যু যদি অসমৰ বাহিৰত ক'ৰবাত হয়, তোমালোকক কৈছো ৰেলৰ তৃতীয় শ্ৰেণীৰ দবাত হ'লেও মোৰ মৰাশটো তোমালোকে যেনেতেনে আনি গোলোকগঞ্জৰ ইপাৰে অসমৰ মাটিলৈ দলিয়াই দিবাহঁক। মই যেন অসমৰ ধূলিৰ লগত মিলি থাকিব পাৰো।' মাতৃভূমিৰ প্ৰতি এনে স্নেহ সঁচাকৈয়ে বিৰল। মাতৃভূমি আৰু নিজৰ জাতিটোক ভালপোৱাৰ বাবেই নীলমণি ফুকনে এটাৰ পাছত আন এটা কাম কৰি গৈছিল, অশেষ কষ্ট স্বীকাৰ কৰি জাতিটোৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিব বিচাৰিছিল। 'মেঘনাদী বাগ্মিতা আৰু সিংহনাদী গৰ্জনৰ অধিকাৰী' নীলমণি ফুকনে ধীৰ-স্থিৰভাৱে বক্তৃতা দি গ'লে মানুহে ঘণ্টাৰ পাছত ঘণ্টা বহিও তেওঁৰ কথা শুনিবলৈ আগ্ৰহান্বিত হৈছিল। অনেক ৰাজহুৱা অনুষ্ঠানক নিজৰ হাতৰ পৰশেৰে তেওঁ গঢ় দিছিল, শক্তিশালী কৰিছিল। সদৌ অসম সাহায্যপ্ৰাপ্ত শিক্ষক সন্মিলন, চুটীয়া সন্মিলন, সদৌ অসম কৃষক সন্মিলন, মিৰি সন্মিলন, কৈবৰ্ত সন্মিলন, সূত সন্মিলন আদি বহু অনুষ্ঠানৰ সভাপতিৰ দায়িত্ব বহন কৰাৰ লগতে তেওঁ অসম সাহিত্য সভাৰ সভাপতি হিচাপে দুবাৰকৈ নিৰ্বাচিত হৈছিল। ঢাকা, গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কৰ্ট সভাৰ সদস্য আছিল। বৃন্দাবনৰ বৈষ্ণৱ বিশ্ববিদ্যালয়ৰ চিনেটৰ সদস্যও আছিল, আছিল সাহিত্য একাডেমীৰো সদস্য। সাহিত্য একাডেমীয়ে বাগ্মীবৰ ফুকনক ১৯৭২ চনত 'সদস্য মহত্তম' সন্মান যাচিছিল।

গৌড় দেশৰ পাঠান সেনাপতি তুৰ্বকে ১৫৩২ চনত দ্বিতীয়বাৰ অসম আক্ৰমণ কৰোতে তেওঁৰ স'তে কনৌজৰ এগৰাকী ক্ষত্ৰিয় সেনাপতি গৌৰধ্বজ সিংহ আহিছিল। যুদ্ধত তুৰ্বকৰ মৃত্যু হয় আৰু গৌৰধ্বজ সিংহই গৌড়ৰ নবাব আৰু স্বৰ্গদেৱ স্বৰ্গনাৰায়ণৰ মাজত সন্ধি স্থাপন কৰে। আহোম ৰজা সন্তুষ্ট হ'ল আৰু গৌৰধ্বজ সিংহক অসমতে থাকিবলৈ কৈঁ প্ৰশাসকৰ দুৱৰা-কাকতীৰ বিষয়বাবো দিলে। গৌৰধ্বজৰ পুত্ৰৰ সংখ্যা তিনি-কমলাকান্ত, হৰিচৰণ আৰু হৰিকান্ত। এই হৰিচৰণৰ ফৈদৰ হলিৰাম বৰকাকতীৰ পুত্ৰ ঘনশ্যামে (১৭৯৫-১৮৮০) আহোম স্বৰ্গদেৱৰ অধীনৰ খাৰঘৰীয়া ফুকনৰ বিষয়বাব লাভ কৰে। ঘনশ্যাম আছিল সংস্কৃতত পাৰ্গত লোক, তেওঁ সংস্কৃত কল্কিপুৰাণৰ পদ ভাঙনি কৰিছিল। ঘনশ্যামৰ তিনি পুত্ৰ-গঙ্গাধৰ,

বগাধৰ আৰু লম্বোদৰ । এই লম্বোদৰ ফুকনৰে দ্বিতীয় পুত্ৰ নীলমণি।১৮৮০ চনৰ ২২ জুনত ডিব্ৰুগড়ত জন্মগ্ৰহণ কৰা নীলমণি ফুকনৰ মাতৃ আছিল চন্দ্ৰাবলী দেৱী। লম্বোদৰ আৰু চন্দ্ৰাবলীৰ আছিল তিনি পুত্ৰ আৰু চাৰি কন্যা, অৱশ্যে কনিষ্ঠ পুত্ৰৰ সৰুতে মৃত্যু ঘটিছিল।

নীলমণি ফুকনৰ শৈশাবস্থাতে ডিব্ৰুগড়ত অসমীয়া মাধ্যমৰ কোনো বিদ্যালয় নথকাৰ বাবে বঙলা ভাষাৰ স্কুলত পঢ়িয়েই ১৮৯৩ চনত তেওঁ ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয় আৰু এবছৰ কলিকতাৰ প্ৰেচিডেন্সী কলেজত পঢ়ে। ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপিত হোৱাত তেওঁ অসমলৈ উভতি আহে যদিও এফ এ পঢ়াৰ সময়তে দুবছৰ ধৰি বিভিন্নৰোগত আক্ৰান্ত হোৱাৰ বাবে পৰীক্ষা দিয়া নহ'ল, ফলত তেওঁ ১৯০৫ চনতহে কটন কলেজৰ পৰা এফ এ পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত কোচবিহাৰৰ ভিক্টোৰিয়া কলেজত পঢ়ে আৰু তাৰ পৰাই ১৯০৭ চনত ২৭ বছৰ বয়সত বি এ পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯১১ চনৰ ১২ ডিচেম্বৰত ইংলেণ্ডৰ সম্ৰাট পঞ্চম জৰ্জৰ ভাৰত আগমন উপলক্ষে দিল্লীত বিৰাট এক উৎসৱ হৈছিল। সেই উৎসৱৰ স্মৃতি ৰক্ষাৰ বাবে আৰু বিশেষকৈ চৰকাঁৰ আৰু ইংৰাজ চাহ খেতিয়কৰ সহযোগ লাভৰ আশাৰে ১৯১২ চনৰ দুই ফেব্ৰুৱাৰীত ডিব্ৰুগড়ত দ্বিতীয়খন হাইস্কুল স্থাপন কৰা হয়। ডিব্ৰুগড়ৰ বহুকেইজন বিশিষ্ট লোকে আগভাগ লৈ প্ৰতিষ্ঠা কৰা এই বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ দায়িত্ব অৰ্পণ কৰা হয় নীলমণি ফুকনক। দিনে-ৰাতিয়ে পুঁজি সংগ্ৰহত নামি প্ৰায় ন বছৰৰ ভিতৰতে এই জৰ্জ ইনষ্টিটিউছনৰ ঘৰ-দুৱাৰ, ছাত্ৰাবাস আদি সৰ্বাঙ্গসুন্দৰভাৱে নিৰ্মাণ কৰি উলিয়ায়। লোকনায়ক অমিয় কুমাৰ দাসক এইখন স্কুললৈ কাম কৰিবলৈ মাতি নীলমণি ফুকনে কৈছিল-'জৰ্জ স্কুলখন মই ফাৰ্গুখন কলেজৰ দৰে কৰিম। ইয়াতেই দ্ৰাবিড় শিক্ষা সমিতিৰ দৰে অনুষ্ঠান গঢ়ি তুলিম। ইয়াতেই ভাৰত সেৱক সমিতিৰ দৰে অনুষ্ঠান গঢ়ি কম দৰমহা লৈ দেশ সেৱাত ব্ৰতী হোৱা এদল ডেকাক লগ লগাম।' উল্লেখ্য, কবি যতীন্দ্ৰনাথ দুৱৰা সেই সময়ত জৰ্জ স্কুলৰ শিক্ষক আছিল। জীৱনৰ সম্পূৰ্ণ ১৫ টা বছৰ খৰচ কৰি নীলমণি ফুকনে জৰ্জ ইনষ্টিটিউছনক অসমৰ অন্যতম শিক্ষা প্ৰতিষ্ঠান হিচাপে গঢ়ি তোলে। কিন্তু যিগৰাকী মানুহে হেজাৰটা কৰ্ম কৰিবলৈ এই পৃথিৱীত জন্ম লৈছে, তেওঁ জানো একেটা অনুষ্ঠানৰ গণ্ডীতে আবদ্ধ হৈ থাকিব পাৰে?

১৯২৭ চনৰ আগভাগতে ফুকনে জৰ্জ ইনষ্টিটিউচন ত্যাগ কৰে। তাৰ দুবছৰ আগতেই নিজাকৈ চাহ বাগিচা খোলাৰ কামত লাগে। এই কথাও ইয়াত উল্লেখ কৰাৰ প্ৰয়োজন হ'ব যে জৰ্জ ইনষ্টিটিউছনৰ প্ৰধান শিক্ষক হৈ থকাৰ সময়ছোৱাত ১৯২১ চনৰ পৰা কেইবছৰমান বাগ্মীবৰ ফুকন অসম কাউন্সিলৰ সদস্য আছিল। তেওঁৰ যত্নতে কাউন্সিলত এটা প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল যে কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰশাসন সম্পৰ্কত বেঙ্গল চৰকাৰে অসম চৰকাৰৰ লগত পৰামৰ্শ নকৰাকৈ কোনো আইন পাছ কৰিব নোৱাৰে। ১৯২৭ চনৰ পৰা নীলমণি ফুকনে টিংখঙৰ বাগিচাত থাকিবলৈ লয়।

কিন্তু বহু ধাৰ-ঋণ-কষ্ট কৰি বাগিচা গঢ়িলেও ফুকনে সেই বাগিচা টিকাই ৰাখিব নোৱাৰিলে। শেষত যোৰহাটৰ স্বনামধন্য চাহ খেতিয়ক শিৱপ্ৰসাদ বৰুৱাই সকলো ধাৰ-ঋণ মাৰি বাগিচাখন ফুকনৰ পৰা চমজি লয়। ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা আছিল নীলমণি ফুকনৰ ভাগিন। ইণ্ডিয়ান টি এছ'চিয়েছনৰো সদস্য এই গৰাকী ব্যক্তিয়ে টি এছ'চিয়েছনৰ সহযোগত ১৯৩০ চনত 'বাতৰি' নামেৰে সাপ্তাহিক কাকত এখন উলিয়াবলৈ লৈছিল। প্ৰথমতে সম্পাদক নহ'লেও কাকতখনৰ সকলোবোৰ কাম-কাজ বাগিচাৰ পৰাই চলাইছিল নীলমণি ফুকনে। তাৰ পাছত চাহ ব্যৱসায় যেতিয়া উছন হ'ল, নীলমণি ফুকনে যোৰহাটলৈ আহি 'বাতৰি'ৰ সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰিলে। সাদিনীয়া এই 'বাতৰি'খন যথেষ্ট জনপ্ৰিয় হ'ল। কিন্তু ইয়াতেই ক্ষান্ত থকা ব্যক্তি নীলমণি ফুকন নহয়। শিৱপ্ৰসাদ বৰুৱাক বহু অনুৰোধ কৰি ফুকনে সাদিনীয়া বাতৰিক 'দৈনিক বাতৰি'লৈ ৰূপান্তৰিত কৰে। ১৯৩৫ চনৰ ১২ আগষ্টৰ পৰা প্ৰকাশিত এইখনেই অসমৰ প্ৰথম দৈনিক কাকত। প্ৰায় দুবছৰ কাল চলি বহু লোকচান হোৱাত এই কাকতখন বন্ধ হয়। সেই সময়ছোৱাতে 'ন-জোন' নামৰ আলোচনী এখন তেওঁ কিছুদিন সম্পাদনা কৰিছিল।

অৱশ্যে সাদিনীয়া 'বাতৰি'ৰ যোগেদিয়েই নীলমণি ফুকনৰ সাংবাদিকতা আৰু সাহিত্য চৰ্চা আৰম্ভ হোৱা নাছিল। বি এ পাছ কৰাৰ পাছত তেওঁ তেতিয়া ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আলোচনী' আৰু সাদিনীয়া 'অসমীয়া'ৰ লগত জড়িত হৈ পৰিছিল । ডেকা কালত বিশেষকৈ জৰ্জ ইনষ্টিটিউছনৰ প্ৰধান শিক্ষক হিচাপে কাৰ্যনিৰ্বাহৰ সময়ছোৱাত ফুকনৰ পোছাক-পৰিচ্ছদ আছিল ইংৰাজী টুপী, পেণ্ট, বগা কামিজ আৰু ডিঙিত টাই। বাতৰিৰ সম্পাদক হোৱাৰ পাছতো তেওঁৰ পোছাক-পৰিচ্ছদ বিশেষ সলনি হোৱা নাছিল। সিমান দিনলৈ তেওঁ ভাৰতৰ স্বাধীনতাৰ বিষয়ে বৰ দকৈ চিন্তা কৰা নাছিল। যেন লাগে। বহু বছৰৰ পাছতহে গান্ধীজীৰ আদৰ্শ অনুকৰণ কৰি নীলমণি ফুকনে খদ্দৰৰ কাপোৰ আৰু টুপী পিন্ধিব ললে। '৩৭ চনত তেওঁ কংগ্ৰেছৰ সভ্য হ'ল।

দৈনিক বাতৰি বন্ধ হ'ল। এই সময়ছোৱা নীলমণি ফুকনৰ বাবে অতি দুখৰ সময়লৈ পৰ্যবসিত হ'ল। ফুকনে লিখিছে, 'দৈনিক বাতৰি বন্ধ হ'লত সেইদিনা বৰ কুঁৱলী আছিল। আমি মনত বৰ দুখ পাইছিলো। তেতিয়া মনত ভাব এটা আহিল। প্ৰকৃতিয়েও যেন আমাক সহানুভূতি দেখুৱাইছে। আমাৰ আজি বাহিৰে-ভিতৰে কুঁৱলী। এই ভাবত প্ৰণোদিত হৈ 'কুঁৱলী' বুলি চৌদ্ধপদী কবিতা এটা লিখিলো। তাৰ পাছত দিনে দুই-তিনিটা কবিতা নিলিখি শান্তি পোৱা নাছিলো।' কবিতাৰ যৌৱন পলমকৈ আহিছিল নীলমণি ফুকনৰ জীৱনলৈ। যি সময়ত মানুহে কবিতা লিখাটো প্ৰায় বাদ দিয়ে, সেই ৫৮ বছৰ বয়সৰ পৰা নীলমণি ফুকনে কবিতা লিখিব লয়। ১৯৩৮ চনত প্ৰকাশ পোৱা প্ৰথম কবিতা পুথি 'জ্যোতিকণা'ৰ পাছত মানসী (৪৩), গুটিমালি (৫১), জিঞ্জিৰি (৫১), অমিত্ৰা (৫২), সন্ধানী (৫৩), আহুতি (৬১), শতধাৰা (৬২), মৰ্মবাণী (৬৩), মৰা ডালত কুঁহিপাত (৬৫), মানস প্ৰতিমা (৭১) আদি বহু সংখ্যক কাব্যপুথি ৰচনা কৰে। নিজে সম্পাদনা কৰা কাকতত আৰু অন্যান্য কাকততো নীলমণি ফুকনে অলেখ গদ্য ৰচনা লিখিছিল। সাহিত্য কলা, জয়াতীৰ্থ, চিন্তা মণি, মহাপুৰুষীয়া ধৰ্ম আদি তেওঁৰ গদ্য পুথি।

সাহিত্য সভাৰ জন্মলগ্নৰে পৰা নীলমণি ফুকন জড়িত আছিল। ১৯১৭ চনৰ প্ৰথম কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আছিল তেওঁ আৰু '৭৭ চনত যোৰহাটত অনুষ্ঠিত সভাৰ হীৰক জয়ন্তীত বিশিষ্ট অতিথিৰূপে যোগ দিছিল। একেৰাহে ৬০ বছৰ ধৰি এই সভাৰ লগত জড়িত ফুকনেই হ'ল একমাত্ৰ ব্যক্তি। ১৯৪০ৰ পাছত চাৰি বছৰৰ বিৰতিৰ মূৰত শিৱসাগৰত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনত নীলমণি ফুকনে সভাপতিত্ব কৰিলে। সেই পৰ্যন্ত মুকলি সভাত সভাপতি হোৱাৰ বাহিৰে সভাপতিজনৰ অন্য কাম নাছিল। প্ৰধান সম্পাদকেই সকলো কাম-কাজ চলাইছিল। কিন্তু প্ৰধান সম্পাদকসকলে এই সভাক সবল কৰিব নোৱাৰা হ'ল। '৪৪ চনত শিৱসাগৰত সমবেত হোৱা সাহিত্য- প্ৰেমীসকলে সাহিত্য সভাৰ সংবিধানখনকেই সলনি কৰি ফুকনক স্থায়ী সভাপতি হিচাপে নিৰ্বাচিত কৰিলে। ফুকনে সাহিত্য সভাৰ তলি উদং হৈ থকা ভঁৰালৈ বহু পুঁজি সংগ্ৰহ কৰি আনিলে। বহু শাখা সাহিত্য সভা গঢ়ি উঠিল, বহু লোকক আজীৱন সভ্য কৰি তেওঁলোকৰ পৰা ১০১ টকাকৈ অনুদান লোৱা হ'ল। তাৰ পাছত তিনি বছৰৰ মূৰত পুনৰ সভাৰ অধিবেশন বহিল, '৪৭ চনতো সাহিত্যপ্ৰেমীসকলে নীলমণি ফুকনকেই সাহিত্য সভাৰ সভাপতিৰ আসনত বহুৱালে। এই বিষয়ববাত ফুকন থাকিল ১৯৫০ চনত অনুষ্ঠিত মাৰ্ঘেৰিটা সাহিত্য সভাৰ অধিবেশনলৈ। এইদৰে একেৰাহে ছবছৰ কাল এই ঐতিহ্যমণ্ডিত অনুষ্ঠানৰ সভাপ্ৰতি পদ অলংকৃত কৰা একমাত্ৰ ব্যক্তি হিচাপে নীলমণি ফুকনেই চিহ্নিত হ'ল।

জৰ্জ ইনষ্টিটিউছন স্থাপন কৰাৰ আগৰে পৰাই নীলমণি ফুকনৰ ৰাজহুৱা জীৱন আৰম্ভ হোৱা বুলি ক'ব পাৰি। বিভিন্ন নিচা যেনে-মদ,ভাং, কানি আদিৰ বিৰুদ্ধে তেওঁ ডিব্ৰুগড়ৰ ওচৰে-পাঁজৰে বহু ঠাইত বক্তৃতা দিছিল। অসমীয়াক এটা সুস্থ, সুন্দৰ, প্ৰগতিশীল জাতি হিচাপে গঢ় দিবলৈ কোনো ধৰণৰ কৃপণালি কৰা নাছিল নীলমণি ফুকনে। সেইবাবেই হয়তো অসমৰ প্ৰায় সকলো ব্যক্তিয়েই কংগ্ৰেছী আন্দোলনত নামি পৰাৰ সময়তো ফুকনে কংগ্ৰেছত যোগ দিয়া নাছিল, অথচ দেশৰ বাবে তেওঁৰ আছিল বিৰাট চিন্তা। বহু দিনৰ আগৰে পৰা অসমলৈ বিদেশীৰ সোঁত ববলৈ ধৰিলেও কুৰি শতিকাৰ প্ৰথমছোৱাৰ পৰা এই সোঁতৰ ঠাইত যেন ধলহে ববলৈ লৈছিল। মাটিৰ পট্টনত বাহিৰৰ পৰা অহা মানুহে খিলঞ্জীয়াতকৈ অধিক সুবিধা পাইছিল, আনকি চাকৰি-বাকৰি বা অন্যান্য সা-সুবিধাও বেছিকৈ পাইছিল বাহিৰৰ পৰা অহা প্ৰাৰ্থীসকলে। তৃতীয় দশকৰ সেই সময়ছোৱাত নীলমণি ফুকনে ৰায়ত সভা, কৃষক সভা আদিত যোগ দি খিলঞ্জীয়াৰ সংৰক্ষণৰ ওপৰত বক্তৃতা দিবলৈ ধৰিলে।

সেই সময়ছোৱাত গঠন হোৱা অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'অসম সংৰক্ষিণী সভা'ত যোগ দিলে ফুকনে। আৰু আজি নিজৰ দোষতেই অসমীয়াই ঘৰ-ভেটি এৰিবলগীয়া অবস্থা হৈছে বুলি তেওঁ প্ৰচাৰ কৰিব ধৰিলে। 'অসমলৈ বিদেশীৰ ধল আহিব পাৰিছে কিয় ? অসমীয়া এলেহুৱা, উদ্যমহীন আৰু দুৰ্নীতি পৰায়ণ হ'ব ধৰিছে। চৰিত্ৰ বল হেৰুৱাইছে। ধনৰ লোভত অসমীয়া কৰ্মচাৰীয়েই বিদেশৰ পৰা অহা লোকক মাটিৰ পট্টন দিছে। চৰিত্ৰই হ'ল এটা জাতিৰ সম্পদ।' এই সম্পদ যাতে সততা আৰু

পৰিশ্ৰমেৰে ধৰি ৰাখে, তাৰ বাবে তেওঁ অসমীয়া মানুহক বাৰে বাৰে অনুৰোধ জনাইছিল।

সত্যাগ্ৰহ আন্দোলনৰ সময়ছোৱাৰে পৰাই নীলমণি ফুকন কংগ্ৰেছৰ স'তে ভালদৰে জড়িত হৈ পৰিল। '৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত নামি পৰাৰ বাবে ইংৰাজ চৰকাৰে তেওঁক যোৰহাটৰ জেলত ভৰাই থলে।

ভাৰত স্বাধীন হোৱাৰ পাছত প্ৰথমবাৰৰ বাবে অনুষ্ঠিত সাধাৰণ নিৰ্বাচনত নীলমণি ফুকন ('৪৭ চনৰ নৱেম্বৰ) অসম বিধানসভালৈ নিৰ্বাচিত হয়। তাৰ পাছত বৃহৎ ভাৰতীয় গণতান্ত্ৰিক ৰাষ্ট্ৰ হিচাপে প্ৰতিষ্ঠিত হোৱাৰ পাছত প্ৰথমবাৰৰ বাবে অনুষ্ঠিত সাধাৰণ নিৰ্বাচনতো ('৫২ চন) কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে মুঠ দুবাৰ অসম বিধানসভালৈ নিৰ্বাচিত হয়। বিধানসভাৰ সদস্য ৰূপে তেওঁ দলৰ আনুগত্য প্ৰকাশ কৰাতকৈ নিজৰ চিন্তা-ভাবনা আৰু বিচাৰ-বুদ্ধিৰেহে কোনো কথাত মত দিছিল আৰু নিজৰ মতে কাম কৰিছিল। তাৰ পাছত ৰাজনীতিৰ জগতখন ত্যাগ কৰি তেওঁ যোৰহাট আৰু নগাৰাজ্যৰ সীমামূৰীয়া ঠাই 'নগাবাট'ত গঢ়ি তুলিলে অসমীয়া আৰু নগা ভাইসকলৰ মিলন কেন্দ্ৰ স্বৰূপ-মিতুৰ আশ্ৰম। ১৯৬০ চনত যেতিয়া তেওঁক ৰাজনৈতিক পেঞ্চন দিয়াৰ কথাটো ওলাল তেতিয়া নীলমণি ফুকনে ক'লে-'পুৰস্কাৰৰ আশাত মই দেশ সেৱা কৰা নাছিলো। তোমালোকে মোক দিব বিচৰা ধনখিনি মিতুৰ আশ্ৰমলৈকে দিয়া। পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি বাঢ়ক।'

যৌৱন কালৰে পৰা মাদক দ্ৰব্য নিবাৰণী সমিতিৰ স'তে জড়িত নীলমণি ফুকনে পাছত 'ভাৰত সদাচাৰ সমিতি'ৰ অসম শাখাৰ সভাপতি হিচাপেও দায়িত্ব পালন কৰিছিল। আচাৰ্য বিনোৱা ভাবেৰ ভূদান আন্দোলনৰ স'তেও তেওঁ ওতঃপ্ৰোতভাৱে জড়িত আছিল। জীৱনৰ প্ৰতিটো দিনতেই 'কৰ্মব্যস্ত' নীলমণি ফুকনে নিজৰ সংসাৰ গঢ়াৰ কথা ভাবিবলৈ আহৰি নাপালে। চিৰকুমাৰ এইগৰাকী ব্যক্তিয়ে অহৰহ পৰিশ্ৰম আৰু সাধনাৰে বহু সংস্থা আৰু সংগঠনক জন্ম দিলে আৰু সেইবোৰক শক্তিশালী ৰূপত গঢ়ি তুলিলে। জীৱনত তেওঁ নকৰিলে কি? শিক্ষাকেন্দ্ৰ গঢ়িলে, সাংবাদিক-সম্পাদক হ'ল, কবি-সাহিত্যিক হিচাপে অসমীয়া ভাষা সাহিত্যক নিজৰ অৱদান দিলে, ৰাজনীতি কৰিলে, ৰাজহুৱা অনুষ্ঠানবোৰক দেশৰ স্বাৰ্থৰ হেতু কামত লগালে। বজ্ৰসম কঠিন ব্যক্তিত্বৰ এই গৰাকী ব্যক্তিয়ে নীতি-আদৰ্শৰ প্ৰশ্নত কাহানিও আপোচ কৰা নাছিল যদিও তেওঁৰ ফুলসম কোমল হৃদয়ৰ সন্ধান পোৱা গৈছিল বহু সময়ত।

ভাষাৰ ভিত্তিত ৰাজ্যবোৰ গঠন কৰিবলৈ লোৱাৰ সময়ত অসমৰ গোৱালপাৰা জিলাখন পশ্চিমবঙ্গলৈ যাওঁ যাওঁ হৈছিল। বঙ্গই কৈছিল যে গোৱালপৰীয়া ভাষাৰ স'তে বঙালীৰহে মিল আছে, গতিকে গোৱালপাৰা বঙ্গক দি দিয়া উচিত। সেই সময়ত সাহিত্য সভাৰ সঁজাতী দলটোৰ নেতৃত্ব দি নীলমণি ফুকনে বাঙালী ভাষাতকৈ অসমীয়া ভাষাৰ স'তেহে গোৱালপৰীয়া ভাষাৰ অধিক মিল থকাৰ কথাটো উদাহৰণেৰে বুজাইছিল আৰু তেওঁৰ সেই ওজস্বী বক্তৃতা শুনিয়েই সীমা কমিছনৰ সদস্যসকলে গোৱালপাৰাক অসমতে ৰাখিছিল। অসমীয়াক ৰাজ্য ভাষা কৰা প্ৰসঙ্গত

ফুকন ডাঙৰীয়ই অহৰহ চৰকাৰক হেঁচা দিছিল। বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম হিচাপে অসমীয়া ভাষাক প্রতিষ্ঠিত কৰাৰ প্রসঙ্গত তেওঁ কোঠাৰী কমিছন তথা শিক্ষা আয়োগৰ অনুমোদন পাবলৈ দেহে-কেহে খাটে। মৃত্যুৰ মাথো কেইদিনমানৰ আগতে তেওঁ ডিব্রুগড় বিশ্ববিদ্যালয়লৈ গৈছিল, তাৰ কৰ্ট সভাৰ এজন সদস্যই শিক্ষাৰ মাধ্যম হিচাপে ইংৰাজী ভাষা হ'ব লাগে বুলি কোৱা কথাটোৰ বিৰোধিতা কৰিবলৈ। ৯৭ বছৰ বয়সত ৰুগ্ন শৰীৰেৰে যোৰহাটৰ পৰা ডিব্রুগড়লৈ গৈ ওজস্বী বক্তৃতা দিলে আৰু বিশ্ববিদ্যালয়ত অসমীয়া ভাষাকে বাহাল ৰাখিবলৈ আপ্রাণ চেষ্টা চলালে।

আচলতে সৎ কর্মত গোটেই জীৱন লাগি থকাৰ বাবেই হয়তো স্পষ্টবাদী এইজনা ব্যক্তিয়ে দীর্ঘ জীৱন লাভ কৰিছিল, মৃত্যু পর্যন্ত তেওঁ যেন আছিল চিৰ তৰুণ যুৱক! কৈ থোৱা ভাল হ'ব যে ১৯৬২ চনত ৮২ বছৰ বয়সত বিশ্বশান্তি কংগ্রেছৰ প্রতিনিধি হিচাপে তেওঁ মস্কোলৈ যায়। তাৰ বহু পাছত '৬৮ চনত এফ্রো-এছিয়ান সম্মিলনত যোগ দিয়া ফুকনদেৱে ৯০ বছৰ বয়সত পুনৰ বিশ্বশান্তি পৰিষদৰ সভাপতি হিচাপে জার্মানী, মস্কো, তাছখণ্ড আদি ভ্রমণ কৰিছিল।

১৯৭৮ চনৰ জানুৱাৰীত যোৰহাটৰ নিজা ঘৰত নীলমণি ফুকনৰ মৃত্যু হয়। বিচিত্র আৰু কর্মবহুল জীৱন আছিল নীলমণি ফুকনৰ। তেওঁ আছিল প্রকৃততেই কর্মৰ যোগী। কাৰো পৰা একো আশা নকৰি তেওঁ মাথো কর্মকেই কৰি গৈছিল, সেই বাবেই ভাৰত চৰকাৰৰ পদ্মশ্রী উপাধিও তেওঁ প্রত্যাখ্যান কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা সন্মানসূচক ডি লিট উপাধি লাভ কৰা, অহৰহ অসম আৰু অসমীয়াৰ উন্নতিৰ কথা চিন্তা কৰা অথচ ভাবনা আৰু কর্মৰ গণ্ডী মাথো অসমতে আবদ্ধ নৰখা এইজনা মহৎ ব্যক্তিৰ পৰা অসমীয়া জাতিয়ে যুগ যুগ ধৰি প্রেৰণা পাই থাকিব।



(৩)

# জ্ঞানদাভিৰাম বৰুৱা

'১৮৮০ চনত (১৯ আগষ্ট) জ্ঞানদাভিৰামৰ নগাঁৱত জন্ম, ১৮৯৬ চনত তেওঁ বিলাতলৈ যায়। এই ১৬ বছৰৰ ভিতৰতে তেওঁ যি অসমীয়া ভাষা শুনিবলৈ পালে বা শিকিবলৈ পালে, তাকো আকৌ অ'ত ত'ত এদিন থাকি। আগডোখৰত নগৱা মাত কথা শুনিলে, পাছডোখৰ ঘৰৰ বাহিৰে বঙলা ভাষা শিকোতেই গ'ল। যিবা মনত আছিল, সিও লণ্ডন পাই ইংৰাজী ভাষাৰ হেঁচাত লন্‌দন্ হৈ গ'ল । ইমানতো যে বৰুৱাদেৱে নিৰহ নিপানী অসমীয়া ভাষাত 'বিলাতৰ কথা', 'ভেনিছৰ সাউদ', 'দদাইৰ পঁজা' আদি কিতাপ লিখিছিল আৰু বাঁহী, মিলন, আবাহন, ৰামধেনু, তৰুণ অসম, বৰদৈচিলা, বাতৰি আদিৰ পাত প্ৰবন্ধৰে ওপচাই পেলাইছিল, তাতেহে বিশেষকৈ আচৰিত হ'বলগীয়া। তেওঁ এটি কথা মুঠেই দেখিব নোৱাৰিছিল, সেইটো হৈছে-নিন্দা কৰা জনক বন্দনা কৰা।..... লেখোতে বক্তৃতা দিওঁতে, আনকি কথা পাতোতেও 'হেমকোষ'খন আগত সাক্ষীকৈ থৈহে তেওঁ লেখিছিল নাইবা কথা বতৰা পাতিছিল। তাহানিখনৰ স্বৰ্গীয় সত্যনাথ বৰা ডাঙৰীয়াৰ দৰে জ্ঞানদাভিৰাম বৰুৱাইও কেইটামান শব্দ ব্যৱহাৰ কৰাত বৰ চিকাচন্দা আছিল। এদনীয়াৰ ঠাইত এক্‌চেটিয়া, নিমিত্তেৰ পৰিবৰ্তে কাৰণে, কাইলৈ নুবুলি কালিলৈ বুলি লিখা দেখিলে তেওঁ টিকচি-বিকচি উঠিছিল। অকল এইকেইটা শব্দতেই নহয়, নপঢ়ি নুশুনি ওজা হোৱা অলেখ লেখকৰ কিতাপ, প্ৰবন্ধত পোৱা ভুল শব্দ আৰু কিম্ভুত কিমাকাৰ ঠাঁচ দেখিও তেওঁৰ খঙে মূৰৰ চুলিৰ আগ পাইছিলগৈ।'

অসমীয়া ভাষা সাহিত্যৰ একনিষ্ঠ প্ৰেমিক জ্ঞানদাভিৰাম বৰুৱাৰ বিষয়ে এইদৰেই লিখিছে ইতিহাসবিদ বেণুধৰ শৰ্মাই। এইগৰাকী শ্ৰেষ্ঠ অসমীয়াৰ গুণাভিৰাম বৰুৱাৰ ঔৰসত আৰু বিষ্ণুপ্ৰিয়া দেৱীৰ গৰ্ভত নগাঁৱৰ ফৌজদাৰীপট্টিত জন্ম হয়। বিষ্ণুপ্ৰিয়া দেৱী সম্বন্ধত লক্ষ্মীনাথ বেজবৰুৱাৰ ভাগিনী আছিল। জ্ঞানদাভিৰামৰ শৈশৱ নগাঁৱত পাৰ হৈছিল যদিও কৈশোৰকাল অতিবাহিত হৈছিল কলিকতাত। সেই সময়ছোৱাত লক্ষ্মীনাথ বেজবৰুৱাৰ সঘন আহযাহ আছিল তেওঁলোকৰ ঘৰলৈ। জ্ঞানদাভিৰাম বৰুৱাৰ বয়স মাথো ১৪ বছৰ হওঁতেই দেউতাক গুণাভিৰামৰ মৃত্যু হয়, তাৰ আগতেই মাতৃ বিষ্ণুপ্ৰিয়াৰো মৃত্যু হৈছিল। তাৰ পাছত বহুকেইজন পিতৃবন্ধু আৰু আত্মীয়ই জ্ঞানদাভিৰামৰ শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰে। এই দায়িত্ব লোৱাসকলৰ ভিতৰত ১৮৯৮ চনত মাদ্ৰাজত বহা কংগ্ৰেছ অধিবেশনৰ সভাপতি আনন্দমোহন বসুও আছিল।

নগাঁও চৰকাৰী হাইস্কুলত সপ্তম শ্ৰেণীলৈ পঢ়া জ্ঞানদাভিৰামে কলিকতাত কেইবছৰমান পঢ়াৰ পাছত তেওঁক ১৮৯৬ চনত মাত্ৰ ১৬ বছৰ বয়সতে বিলাতলৈ

পঠিওৱা হয়। লণ্ডনতেই তেখেতে এণ্ট্রেন্স পৰীক্ষাত উত্তীর্ণ হয় আৰু তাৰ পাছত বাৰ-এট-ল' পঢ়িবলৈ লয়। বাৰ-এট-ল' পঢ়াৰ মাজতে তেওঁ তিনিবাৰকৈ ভাৰতলৈ আহে আৰু তাৰ মাজতে এবাৰ ১৯০৬ চনত কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ অৰুণেন্দ্ৰনাথ ঠাকুৰৰ কন্যা লতিকা দেৱীক বিয়া কৰায়। তাৰ পাছত পুনৰ বিলাতলৈ যোৱা জ্ঞানদাভিৰামে লণ্ডনৰ গ্ৰে কলেজৰ পৰা বেৰিষ্টাৰী পাছ কৰি ১৯১০ চনত ভাৰতলৈ উভতি আহে।

প্ৰথমতে কলিকতাত ওকালতি কৰিবলৈ লয় জ্ঞানদাভিৰাম বৰুৱাই। কিন্তু ওকালতি বৰ বেছি দিনলৈ নকৰি তেওঁ অসম চিভিল ছাৰ্ভিচৰ কামত মকৰল হৈ প্ৰথমে গুৱাহাটীত হাকিম হয়গৈ। এই কালছোৱাত তেওঁ 'জা বৰুৱা' হাকিম বুলি জনাজাত হৈছিল। তেওঁ আছিল অতি উদাৰ প্ৰকৃতিৰ লোক। কেতিয়াবা বিচাৰ কৰি দোষীক জৰিমনা কৰাৰ পাছত দোষীজনে হাতে-ভৰিয়ে ধৰি কন্দা-কটা কৰিলে তেওঁ ৰেহায়ো দিছিল।

১৯০১ চনত অসমৰ প্ৰথম উচ্চ শিক্ষানুষ্ঠান কটন কলেজ স্থাপন কৰাৰ পাছত দ্বিতীয়খন উচ্চ শিক্ষাৰ অনুষ্ঠান তথা প্ৰথমখন আইন শিক্ষাৰ কেন্দ্ৰ আৰ্ল ল' কলেজ স্থাপন কৰা হয়। জে আৰ কানিংহাম আছিল তেতিয়া অসমৰ শিক্ষাধিকাৰ। কুখ্যাত কানিংহাম চাৰ্কুলাৰ প্ৰস্তুত কৰা এই ব্যক্তিগৰাকীয়ে অৱশ্যে অসমৰ শিক্ষাৰ জগতখনত যথেষ্ট বৰঙণি যোগাই থৈ গৈছে। কটন কলেজৰ শ্ৰীবৃদ্ধি, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ স্থাপন আৰু ল' কলেজ স্থাপনত কানিংহামৰ ভূমিকা স্মৰণীয়। এই কানিংহামেই ভাবিছিল যে বেৰিষ্টাৰ জ্ঞানদাভিৰাম বৰুৱাই আৰ্ল ল' কলেজৰ অধ্যক্ষ হিচাপে কৃতিত্ব প্ৰদৰ্শন কৰিব। তাৰ পাছত জ্ঞানদাভিৰামক কলেজখনৰ প্ৰথমগৰাকী অধ্যক্ষ হিচাপে নিযুক্তি দিয়া হয়। তৰুণৰাম ফুকন, সত্যনাথ বৰা, এ ই ব্ৰাউন আদিয়ে অধ্যাপনা কৰা আৰ্ল ল' কলেজৰ মাথো ৩৪ বছৰ বয়সতে অধ্যক্ষ হ'ব পৰাটো জ্ঞানদাভিৰামৰ ক্ষেত্ৰত কম কৃতিত্বৰ কথা নাছিল।

১৯৩৭ চনলৈ ২৩ বছৰ কাল জ্ঞানদাভিৰাম বৰুৱাই অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰি অৱসৰ লয়। সেই সময়ছোৱাত অসমৰ আইন শিক্ষাক শীৰ্ষস্তৰলৈ নিয়াত তেওঁৰ অৰিহণাই আছিল সৰ্বাধিক। অধ্যক্ষ জে বৰুৱা নামেৰে প্ৰসিদ্ধি পোৱা এইগৰাকী ব্যক্তিৰ ল' কলেজৰ বাসভৱনটোত ৰবীন্দ্ৰনাথ ঠাকুৰ, আশুতোষ মুখাৰ্জী, লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আদিৰ দৰে বিখ্যাত ব্যক্তিৰ অহা-যোৱা চলিছিল। কোৱা হয় জে বৰুৱা অধ্যক্ষৰ বাসভৱনক কেন্দ্ৰ কৰি অসমীয়া ভাষা-সাহিত্যৰ নানান গতি-প্ৰগতিৰ খতিয়ান ৰচিত হৈছিল। বিলাতৰ বেৰিষ্টাৰ হ'লেও অসমীয়া সাহিত্যৰ প্ৰতি আছিল জে বৰুৱাৰ যথেষ্ট দুৰ্বলতা। মৰমৰ পত্নীগৰাকীক অধ্যক্ষ থকাৰ কালছোৱাতে হেৰুৱাই সাহিত্য, অধ্যক্ষতা আৰু অন্যান্য সামজিক কামত জে বৰুৱাই মন-প্ৰাণ সপি দিছিল। ছাত্ৰসকলৰ মাজত পিতৃৰ স্নেহ আৰু মৰম বিলাইছিল আৰু সকলোকে কৃতীমান ছাত্ৰ হিচাপে গঢ়িবলৈ প্ৰয়াস কৰিছিল।

জে বৰুৱা আছিল আৰ্ল ল' কলেজৰ ছাত্ৰসকলৰ প্ৰেৰণাৰ প্ৰতীক। তেওঁ সঁচা অৰ্থত অধ্যক্ষ আছিল। গোটেই কলেজখনকে তেওঁ নিজৰ পৰিয়ালৰ দৰে গঢ়ি তুলিছিল। সৰুৰে পৰাই জে বৰুৱা আছিল এগৰাকী সু-অভিনেতা। তেওঁ বিভিন্ন ঠাইত অভিনয় কৰাৰ উপৰি কলিকতাত থকা অৱস্থাত জোড়াসাঁকোৰ ঠাকুৰ পৰিয়ালে অনুষ্ঠিত কৰা 'বাল্মীকি প্ৰতিভা' নামৰ নাটকৰ অভিনয়তো তেখেতে অংশ লৈছিল। উক্ত নাটকত বাল্মীকিৰ চৰিত্ৰত অভিনয় কৰিছিল স্বয়ং ৰবীন্দ্ৰনাথ ঠাকুৰে আৰু দস্যু চৰ্দাৰৰ ভাৱত দুৰন্ত অভিনয় কৰিছিল জে বৰুৱাই। আৰ্ল ল' কলেজৰ অধিবেশনবোৰত জে বৰুৱাই ছাত্ৰসকলৰ স'তে একেলগে অভিনয় কৰিছিল। তেওঁ কথাছবিতো অভিনয় কৰিছিল। জ্যোতিপ্ৰসাদৰ 'ইন্দ্ৰামালতী' নামৰ কথাছবিখনত জে বৰুৱাৰ পুত্ৰ মনোভিৰাম বৰুৱাই নাম ভূমিকাত অভিনয় কৰিছিল। জে বৰুৱাকো ইন্দ্ৰমালতীৰ এক প্ৰধান ভাৱত অভিনয় কৰিবলৈ দি জ্যোতি প্ৰসাদ আগৰৱালাই কৈছিল, 'আইনজীৱী জে বৰুৱাক আনিছো। তেখেতে ক'টত কোৱা অতি সুন্দৰ ইংৰাজী ভাষণ মই ইন্দ্ৰমালতীত ডকুমেণ্টৰী ৰূপে ধৰি ৰাখিম। জে বৰুৱা অসমৰ বুৰঞ্জীত সদায় থাকিব। তেওঁৰ দৰে বেৰিষ্টাৰৰ ভাষণ বুৰঞ্জী হৈ ৰ'ব। আৰু মই তথ্যচিত্ৰত বুৰঞ্জীক বন্দী কৰিম যাতে ভৱিষ্যতৰ আসমীয়াচামে তেখেতক আৰু তেখেতৰ ইংৰাজীক মনত ৰাখে।'.... জে বৰুৱাৰ ইংৰাজী কোৱাৰ ধৰণ-কৰণ আছিল ইংৰাজ চাহাবৰ দৰে। এহাতে তেওঁ যেনেদৰে গোৰা চাহাব আছিল, আনহাতে তেওঁ আছিল এগৰাকী নৈষ্ঠিক অসমীয়া। তেওঁ কেতিয়াও অসমীয়া কওঁতে ইংৰাজী শব্দ ব্যৱহাৰ কৰা নাছিল।

জে বৰুৱা আছিল গভীৰ আত্মপ্ৰত্যয় থকা এগৰাকী নিৰ্ভীক লোক। তেওঁৰ সমসাময়িক চাকৰিয়ালসকলৰ বহুতে ব্ৰিটিছৰ আমোলত বহু ধৰণৰ ৰাজ অনুগ্ৰহ লাভ কৰিছিল। কিন্তু তেওঁৰ সেইবোৰৰ প্ৰতি কোনো ধৰণৰ আসক্তি নাছিল। স্বাধীনচিতীয়া এই ব্যক্তিগৰাকীয়ে ইংৰাজৰ আমোলত কোনো স্তাবকৰ দৰে আচৰণ নকৰি মাথো নিজৰ কামখিনি নিয়াৰিকৈ সম্পন্ন কৰিছিল। সেইবাবেই ব্ৰিটিছ বিষয়াসকলে তেওঁক পেটে পেটে বেয়া পাইছিল। কিন্তু দেশ স্বাধীন হোৱাৰ পাছতো চৰকাৰৰ পৰা কোনো ধৰণৰ সন্মান তেওঁ পোৱা নাছিল আৰু তাৰ বাবে অৱশ্যে তেওঁৰ কোনো ধৰণৰ দুখো নাছিল।

অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি জে বৰুৱাৰ আছিল অশেষ শ্ৰদ্ধা। এই ভাষাটোক কিদৰে এক শ্ৰেষ্ঠ ভাষালৈ উত্তীৰ্ণ কৰিব পাৰি, সেয়া লৈ তেখেতৰ চিন্তাৰ অন্ত নাছিল। কলিকতাত ওকালতি কৰি প্ৰচুৰ আঢ্যবন্ত ব্যক্তি হৈ জে বৰুৱাই বিলাসী জীৱন যাপন কৰিব পাৰিলেহেঁতেন। কিন্তু অসম আৰু অসমীয়াৰ চিন্তাই তেওঁক অহৰহ ব্যতিব্যস্ত কৰাৰ বাবেই তেওঁ অসমলৈ উভতি আহিছিল। জে বৰুৱা আছিল আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাই প্ৰতিষ্ঠা কৰি যোৱা ঐতিহ্যমণ্ডিত সাহিত্যিক পৰিয়ালৰ ধাৰক আৰু বাহক। চেমনীয়া কালৰে পৰা অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰিলেও জে বৰুৱাই লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী'তহে লিখিবলৈ লৈছিল। বিলাতত থকা কালৰে পৰা বাঁহীৰ বিভিন্ন সংখ্যাত জে বৰুৱাৰ 'বিলাতৰ চিঠি' প্ৰকাশ পাইছিল আৰু

পাছত সেয়া গ্ৰন্থাকাৰে প্ৰকাশ পাইছিল ১৯৩৯ চনত। বিলাতৰ চিঠিৰ বাহিৰেও বাঁহীত প্ৰকাশ পোৱা জ্ঞানদাভিৰামৰ অন্যান্য ৰচনাসমূহ হ'ল-ঘটনাক্ৰম, শ্ৰীদামোদৰ দেৱ, হৰিনাথ দে, স্বৰ্গীয় ৰামানুজম এফ আৰ এছ, আজিমুদ্দিন আহ্মদ, স্পিৰিট ৰাজ্য, সুখীয়া হ'বৰ উপায়, সাহিত্য কথা, বুকাৰ ৱাশ্বিংটন, অসমীয়া-উড়িয়া আৰু মহাৰাষ্ট্ৰীয়, স্বৰ্গীয় বিদ্যানন্দ দুৱৰা, মোৰ নিজৰ আসাম, স্বদেশ আৰু স্বজনপ্ৰীতি, বিলাতী প্ৰসঙ্গ আদি। এই ৰচনাবোৰে তেওঁৰ পুৰঠ অভিজ্ঞতা আৰু চিন্তাৰ বিচিত্ৰতা প্ৰকাশ কৰিছে। তদুপৰি বাঁহীত তেওঁ 'ভাৰতবৰ্ষ বৰুৱা' নামেৰে বহু ৰচনা লিখিছিল, এই কথা স্পষ্টভাবে বেকত কৰিছে জ্ঞানদাভিৰাম বৰুৱা ৰচনাবলী'ৰ সম্পাদক ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাই। নগাঁৱত বহা অষ্টম সাহিত্য সভাৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল জ্ঞানদাভিৰাম বৰুৱা। তেতিয়াৰে পৰা সাহিত্য সভাৰ স'তে তেওঁৰ নিবিড় সম্পৰ্ক ঘটিছিল। সাহিত্য সভাৰ পত্ৰিকাতো তেওঁ দুআষাৰমান কথা, আইনৰ কথা, ওকালতিৰ কথা, আনন্দ, বয়স সোধা আদি ৰচনাবোৰ প্ৰকাশ পাইছিল। অসম ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন'তো জে বৰুৱাৰ বহু ৰচনা প্ৰকাশ পাইছিল। সেইবোৰৰ ভিতৰত কেইআষাৰমান কথা, আসাম আইৰ সুসন্তান স্বৰ্গীয় হেমচন্দ্ৰ, ৰাধিকাৰাম ঢেকিয়াল ফুকন, মোৰ সমুদ্ৰ যাত্ৰা আদি অন্যতম। আবাহন আলোচনীত জে বৰুৱাই 'পুৰণি কথা' নামেৰে স্মৃতিকথামূলক ধাৰাবাহিক ৰচনা লিখিছিল।

বিশ্ব সাহিত্যৰ আভাস পালেহে অসমীয়া পঢ়ুৱৈ আৰু লেখকসকলে নতুন ধৰণৰ ৰচনা ৰীতিৰ সন্ধান পাব পাৰে বুলিয়েই জ্ঞানদাভিৰাম বৰুৱাই অনুবাদ কৰ্মতো হাত দিছিল। অনুবাদৰ প্ৰথম কাম হিচাপে তেওঁ টমাছ্-আ কেম্পিছৰ Imitation of christ পুথিখন 'খ্ৰীষ্টানুসৰণ' নামেৰে অসমীয়ালৈ ভাঙনি কৰি 'আবাহন'ত ধাৰাবাহিক ৰূপত প্ৰকাশ কৰিছিল। এই সম্পৰ্কত তেওঁ নিজেই কৈছিল যে আমাৰ ধৰ্মপ্ৰাণ পাঠকসকলে গীতা আৰু কীৰ্তনৰ আভাস পাব পৰাকৈ উক্ত পুথিখন অসমীয়ালৈ ভাঙনি কৰিছো। ছেক্সপীয়েৰৰ 'মাৰ্চেণ্ট অব ভেনিচ' নামৰ নাটকখনৰ কাহিনীভাগ অসমীয়ালৈ ভাঙনি কৰি তেওঁ প্ৰকাশ কৰিছিল। ছেক্সপীয়েৰৰ ৰচনাৰাজি আছিল জে বৰুৱাৰ অতি প্ৰিয়। সেই বাবেই ছেক্সপীয়েৰৰ সকলোবোৰ ৰচনাই তেওঁ অসমীয়ালৈ ভাঙনি কৰিব বিচাৰিছিল। কিন্তু সেই কাম সম্ভৱ নহ'লেও নাট্যকাৰজনৰ পাঁচখন নাটকৰ কাহিনী লিখি 'পঞ্চৰত্ন' নামেৰে পুথি এখন প্ৰকাশ কৰিছিল। আকৌ বেজবৰুৱাৰ 'বুঢ়ী আইৰ সাধু' নামৰ কিতাপখন জে বৰুৱাই 'Folk Tales of Assam' নামেৰে ইংৰাজীলৈ অনুবাদ কৰিছিল। হেৰিয়েট এলিজাবেথৰ 'Uncle Toms Cabin' ৰ 'দদাইৰ পঁজা' নাম দি অসমীয়ালৈ ভাবানুবাদ কৰিছিল। দদাইৰ পঁজা পঢ়িলে ইংৰাজৰ নহয় অসমীয়া সমাজ জীৱনৰ প্ৰতিচ্ছবিহে দৃষ্টিগোচৰ হয়। এই গ্ৰন্থখনত তেওঁ লিখিছিল বৰ সুন্দৰ কথা-'মদ খোৱা মানুহে জহকালি মদ খায় জহ খেদাবলৈ, জাৰকালি মদ খায় জাৰ খেদাবলৈ। মদ খোৱা মানুহৰ 'কাৰণ' একো নাই। মদ খাবই। মন বেয়া লাগিছে-মদ খাব। মন ভাল লাগিছে-মদ খাব। মন ভালো লগা নাই, বেয়াও লগা নাই। মদ খাব।....'

জ্ঞানদাভিৰামে 'অসম হিতৈষী' কাকততো আইন-বেআইন, আলেয়া ঝাঁপতাল, বেহাগ, প্ৰৰ্থনাৰ বল আদি ৰচনা লিখিছিল। এইবোৰৰ উপৰি চেতনা, বৰদৈচিলা, অৰুণ আদিও লিখিছিল। শেষ বয়সত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত ৰামধেনুৰ পাতত 'মোৰ কথা' নামেৰে আত্মজীৱনী ধাৰাবাহিকভাৱে লিখিছিল। অৱশ্যে তেওঁ এই আত্মজীৱনী সম্পূৰ্ণকৈ নিলিখিলে।

ড° সৰ্বেশ্বৰ ৰাজগুৰুৱে নগাঁও সাহিত্য সভাই জ্ঞানদাভিৰাম বৰুৱাৰ জন্ম শতবাৰ্ষিকীত প্ৰকাশ কৰা স্মৃতি গ্ৰন্থখনত লিখিছে-'গুণাভিৰাম বৰুৱাৰ দৰেই জ্ঞানদাভিৰাম বৰুৱাৰ লিখাসমূহৰ মূল উৎস হ'ল দেশপ্ৰেম-অসম প্ৰেম। যি লিখিবলৈ হাতত লয় তাৰো অন্তৰালত ডাঙৰীয়াৰ উদ্দেশ্য হ'ল দেশৰ উন্নতি সাধনা- অসমৰ উন্নতি সাধন। সেই কাৰণে তেওঁৰ প্ৰায়বোৰ ৰচনাতেই প্ৰথমে ভেটাভেটি হোৱা ভাবটো হ'ল দেশ-প্ৰেমৰ ভাব আৰু প্ৰগতিশীল মনোভাৱ। মুখে-পেটে এক, পোনপটীয়া, অমায়িক অমায়িক বৰুৱা ডাঙৰীয়াৰ এই ভাবটোৱে পাঠকৰ অন্তৰত খোপনি পুতি ক্ৰমে গভীৰভাবে ৰেখাপাত কৰে।..'

জ্ঞানদাভিৰাম বৰুৱাই পাশ্চাত্যৰ আদৰ্শ আৰু সংস্কৃতিৰ স'তে প্ৰাচ্যৰ সমন্বয় সাধনৰ বাবে অশেষ যত্ন কৰিছিল। ইউৰোপৰ সংস্কাৰমুক্ত সংস্কৃতিৰ প্ৰতি তেওঁ গভীৰভাৱে আকৃষ্ট হৈছিল আৰু অসমীয়া সংস্কৃতিৰো নিজস্বতা ৰাখি সেয়া উদাৰ কৰিবলৈ তেওঁ যত্ন কৰিছিল। বাস্তৱ জীৱনত তেওঁ আছিল বিলাতী চাহাব অথচ ভাৰতীয় ঋষিৰ ত্যাগৰ মন্ত্ৰেৰে তেওঁ দীক্ষিত হৈছিল। অতি উদাৰ মানুহ আছিল তেওঁ। ছাত্ৰসকলৰ মাজত অতি জনপ্ৰিয় এইগৰাকী ব্যক্তিয়ে আৰ্ল ল' কলেজৰ হোষ্টেলত বেমাৰত পৰা ছাত্ৰৰ থু-খেকাৰ আদি পৰিষ্কাৰ কৰাৰো উদাহৰণ আছে। মাজে-সময়ে হোষ্টেলৰ ছাত্ৰসকলৰ সৈতে একেলগে খোৱা-বোৱাও কৰিছিল। তেওঁৰ শিলপুখুৰীত থকা 'অভিৰাম' নামৰ ঘৰটোত ওচৰ-পাঁজৰৰ বহু দুখীয়া ল'ৰা-ছোৱালীয়ে ভিৰ কৰিছিল। প্ৰায়েই সিহঁতে লেতেৰা গাৰেই জে বৰুৱাৰ স'তে লেটিপেটি কৰিছিল, অথচ বৰুৱাই কাহানিও খং কৰা নাছিল। বৰং এক নিৰ্মল আনন্দহে লভিছিল। বহু দুখীয়া ছাত্ৰক তেওঁ আৰ্থিকভাৱে সাহায্যও কৰিছিল।

সভা শুৱনি জ্ঞানদাভিৰাম বৰুৱা গুৱাহাটীৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সভা-সমিতিবোৰত একপ্ৰকাৰ স্থায়ী সভাপতিয়েই আছিল। ১৯৩৩ চনত উত্তৰ লক্ষীমপুৰত বহা অসম সাহিত্য সভাৰ অধিবেশনৰো তেওঁ সভাপতিৰ আসন অলংকৃত কৰিছিল। তেওঁ মাথো নিজৰ কিতাপ-পত্ৰ লৈয়েই ব্যস্ত নাথাকি, আন লেখকৰো কিতাপ-পত্ৰ কিনি বিভিন্নজনক উপহাৰ দিছিল। বিহুৱে-উৎসৱে কিতাপ উপহাৰ দিয়াটো বৰুৱাৰ যেন নীতিয়েই আছিল। তেওঁৰ বিশ্বাস আছিল যে তেনে কৰিলে কিতাপ কিনি পঢ়িব নোৱৰা জনেও কিতাপৰ সুফল লাভ কৰিব, সাহিত্যিক-প্ৰকাশক সকলো আৰ্থিকভাৱে লাভান্বিত হ'ব আৰু তেতিয়াহে ভাষা সাহিত্যৰ উন্নতি হ'ব । বৰুৱাৰ লেখাৰ ভাষা আছিল অতি মনোৰম আৰু নিভাঁজ অসমীয়া। অসমীয়া ভাষাত তেওঁ নতুন গদ্যৰীতিৰ প্ৰৱৰ্তন কৰিছিল। বিশুদ্ধ অসমীয়া ভাষাৰ শুচিতা ৰক্ষা কৰি বিশ্বৰ বহু জ্ঞানৰ কথা

অসমীয়া ৰাইজক জনাইছিল। তেওঁৰ ৰচনাৰাজিৰ সংখ্যা বৰ বেছি নহ'লেও যিখিনি আছে সেয়াই কালোত্তীৰ্ণৰ মৰ্যাদা পাইছে।

জ্ঞানদাভিৰাম বৰুৱা আছিল গভীৰভাৱে ঈশ্বৰ বিশ্বাসী লোক। কিন্তু ধৰ্ম-জাত-পাতক লৈ কাহানিও কোনো ধৰণৰ চিন্তা কৰা নাছিল। সকলো ক্ষেত্ৰতে তেওঁ আছিল উদাৰ। অৱশ্যে তেওঁৰ অসমীয়া প্ৰেম আছিল তীব্ৰ। ভাৰতবৰ্ষৰ আন ঠাইত বা বিদেশলৈ যাওঁতে অসমীয়া মানুহক পালেই সাবটি ধৰি আনন্দত আত্মহাৰা হৈছিল।

১৯৫৩ চনত জ্ঞানদাভিৰাম বৰুৱাৰ টান নৰিয়া হয় আৰু সেইবাৰ তেওঁ ১০ মাহ নৰিয়া পাটীত পৰি থাকে। ১৯৫৫ চনৰ ২৭ জানুৱাৰীৰ ৰাতিপুৱা ৭৫ বছৰ বয়সত অসমত আইন শিক্ষাৰ পথদ্ৰষ্টা এইজনা পুৰুষৰ মৃত্যু হয়। অৱশ্যে সেই সময়ত তেওঁৰ কোনো বিশেষ অসুখ থকা বুলি ক'ব নোৱাৰি। আমাৰ এই ৰচনা আৰম্ভ কৰিছিলো বেণুধৰ শৰ্মাৰ বক্তব্যৰে, সমাপ্তও কৰিব বিচাৰিছো তেওঁৰেই কথাৰে-'বিদ্যাই-বৈভৱে, ধনে-সম্পদে এইজন ব্যক্তিত্বশালী পুৰুষ আমাৰ সমাজত বিৰল। 'ব্ৰহ্মকৃপাহি কেৱলম্' যিজনৰ গায়ত্ৰী মন্ত্ৰ স্বৰূপ আছিল, সেইজন পুৰুষে শেষ বয়সতো সেই মন্ত্ৰ উচ্চাৰণ কৰিয়েই চকু মুদিলে। তেওঁৰ আত্মাই বৈকুণ্ঠ পুৰীলৈ গমন কৰিলে কিন্তু শত স্মৃতিয়ে আজি মহানুভৱ জে বৰুৱাক আমাৰ মাজত জীয়াই ৰাখিছে।'



(৪)

# পীতাম্বৰ দেৱগোস্বামী

সাধক পুৰুষ পীতাম্বৰ দেৱগোস্বামী আছিল একেধাৰে সমাজ সংস্কাৰক, সাহিত্যিক, প্ৰাচ্যতত্ত্ববিধ, মুক্তিযুঁজাৰু আৰু ৰাজনীতিক। অৱশ্যে তেওঁৰ আনবোৰ ক্ষেত্ৰতকৈ ৰাজনৈতিক ক্ষেত্ৰটো লেখত ল'বলগীয়া নহয়। ইচ্ছা কৰিলে তেওঁ প্ৰাক্ স্বাধীনতা আৰু স্বাধীনতাৰ পাছৰছোৱা সময়ৰ অসমৰ এগৰাকী দিক্‌দৰ্শক ৰাজনীতিক হিচাপে চিহ্নিত হ'ব পাৰিলেহেঁতেন। কিন্তু বিষয়বাবৰ প্ৰতি কোনো ধৰণৰ আগ্ৰহ নথকা এইগৰাকী কৰ্মীপুৰুষে ক্ষমতাৰ মোহ ত্যাগ কৰি সমাজৰ উন্নয়নৰ স্বাৰ্থত মাথো পৰিশ্ৰমহে কৰিলে। অসমৰ ভৌগোলিক পৰিমণ্ডলৰ পৰা বিচ্ছিন্ন মাজুলীৰ দৰে অতি অনুন্নত ঠাইত উনবিংশ শতিকাত জন্মগ্ৰহণ কৰিও সীমিত সা-সুবিধাৰ মাজতে আজীৱন পৰিশ্ৰম কৰি সেই ঠাইখন শিক্ষা, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত উন্নত ঠাইৰূপে গঢ়ি তুলিবলৈ পীতাম্বৰ দেৱগোস্বামীয়ে আপ্ৰাণ চেষ্টা চলাইছিল আৰু বহু পৰিমাণে সফলতাও লাভ কৰিছিল।

মাজুলীত কে'বাশ বছৰ ধৰি মানুহে বসবাস কৰি আহিছে যদিও আনুমানিক ১৭ শতিকাত ব্ৰহ্মপুত্ৰই দিখৌ আৰু দিহিঙক সাবটি লৈ মাজুলীক মূল আগৰ ভৌগোলিক পৰিমণ্ডলৰ পৰা বিচ্ছিন্ন কৰি নদীদ্বীপ হিচাপে গঢ় দিলে। তেতিয়াৰে পৰা মাজুলীৰ উন্নয়নত (!) স্থবিৰতা আহিল আৰু এৰাপৰলীয়া ঠাই হিচাপেও চিহ্নিত হ'ল। অৱশ্যে আহোম ৰাজত্বৰ কালছোৱাতে হাবি-বননিৰে আগুৰা ঠাইখিনিত সত্ৰ সংস্কৃতিয়ে গঢ় লৈ উঠাত ভকত-শিষ্য বৰ্গৰে ব্ৰাহ্মণ্য-বৈষ্ণৱ ধৰ্মগুৰুসকলৰ উত্থান আৰম্ভ হ'ল। এই ধৰ্মগুৰুসকলৰ স'তে আহোম ৰজাসকলে মিলা-প্ৰীতি বজাই ৰাখিলে যদিও বিভিন্ন সা-সুবিধাৰ পৰা এই অঞ্চলত বসতি কৰিব লোৱা প্ৰজাসকল বঞ্চিত হৈয়েই থাকিল। সেইবাবেই অসমৰ আনবোৰ ঠাইৰ তুলনাত এই অঞ্চলত আধুনিকতাৰ পোহৰো পলমকৈ পৰিল।

বিভিন্ন জাতি-জনজাতিৰ সংমিশ্ৰণত গঢ় লৈ উঠা মাজুলীৰ সমাজখন আছিল চূড়ান্ত ধৰ্ম বিশ্বাসী আৰু কু-সংস্কাৰেৰে পূৰ্ণ । উনবিংশ শতিকাৰ আৰম্ভণিতে অহা ইংৰাজ চিকিৎসক জন পীটাৰ বেডে তেওঁৰ 'Account' ত উল্লেখ কৰিছে যে, সেই সময়ৰ মাজুলীৰ সমাজ ব্যৱস্থা আছিল সম্পূৰ্ণ মধ্যযুগীয়া। সকলো লোকেই আছিল চূড়ান্ত ধৰ্মান্ধ। কু-সংস্কাৰ যেন তেওঁলোকৰ তেজৰ সিৰাই সিৰাই বৈছিল। বাহিৰৰ মানুহ বা পৃথিৱীখনৰ প্ৰতি তেওঁলোকৰ কোনো ধৰণৰ কৌতূহল নাছিল। জনজাতীয় সমাজ আছিল মদ, কানি আৰু অন্যান্য নিচাত আক্ৰান্ত। অৱশ্যে এই কানি বৰবিহৰ উচ্চ

বৰ্ণৰ লোকসকলৰ মাজতো সংক্ৰমণ ঘটিছিল। বাহিৰৰ জগতৰ স'তে সংযোগ নথকা অসমৰ এই 'কলীয়া পানী' সদৃশ ঠাইডোখৰৰ মানুহে ব্ৰহ্মপুত্ৰৰ দুই পাৰ -লক্ষীমপুৰ আৰু যোৰহাটৰ স'তে সম্পৰ্ক ৰাখিছিল সৰু সৰু নাৱেৰে আহ-যাহ কৰিহে। অৱশ্যে তেতিয়াৰ শাসক পৰ্য্যায়ৰ সত্ৰাধিকাৰসকল মাজে-সময়ে যোৰহাট বা লক্ষীমপুৰলৈ গ'লেও, বাকী জনসাধাৰণৰ জীৱন প্ৰবাহ মাজুলীৰ ঠেক গণ্ডীৰ মাজতেই আবদ্ধ আছিল।

এনে এক পৰিবেশতে ১০ জুন, ১৮৮৫ চনত গড়মূৰ সত্ৰত জন্ম হৈছিল পীতাম্বৰ দেৱগোস্বামীৰ। পিতৃ চিত্ৰচন্দ্ৰ দেৱগোস্বামী আৰু মাতৃ দুৰ্গেশ্বৰী। ঘৰতে থাকি সংগীত শিক্ষা গ্ৰহণ কৰা আৰু ধৰ্মগ্ৰন্থ পঢ়িবলৈ শিকা পীতাম্বৰদেৱে বিদ্যালয়ত আধুনিক শিক্ষাৰ পোহৰ পোৱা নাছিল। অৱশ্যে সৰুৰে পৰা তেওঁ বাহিৰৰ সমাজখনৰ ধ্যান-ধাৰণাৰ স'তে পৰিচিত হৈছিল, যাৰ বাবে ১৯০৭ চনত গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ হোৱাৰ পাছৰে পৰা সমাজ সংস্কাৰ আৰু স্বাধীনতা আন্দোলনৰ কথা প্ৰচাৰ কৰিব লৈছিল। তেওঁ সমাজৰ কু-সংস্কাৰ গুচাবলৈ আধুনিক শিক্ষা ব্যৱস্থাৰ পোষকতা কৰিছিল আৰু সেইবাবেই অন্ধবিশ্বাস অথবা বৰ্ণ বিদ্বেষ নিৰ্মূলকৰণৰ স'তে স্বাধীনতা আন্দোলনটোক সম্পৃক্ত কৰি পেলাইছিল। তেওঁৰ বিশ্বাস আছিল- বাল্য বিবাহ, অস্পৃশ্যতা, বৰ্ণ-বিদ্বেষ, ধৰ্মশাস্ত্ৰীয় নিষেধাজ্ঞা আদি নিঃশেষ কৰিব নোৱাৰিলে অথবা সাধাৰণ প্ৰজাৰ মাজত শিক্ষা বিস্তাৰ, বিধৱা বিবাহ আদি প্ৰচলন কৰিব নোৱাৰিলে হিন্দু সমাজ ঐক্যবদ্ধ হ'ব নোৱাৰে আৰু কোনো ক্ষেত্ৰতেই দেশেও স্বাধীনতা লাভৰ যোগ্যতা অৰ্জন কৰিব নোৱাৰে।

গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰৰ আসনত উপবিষ্ট হৈয়েই তেওঁ জনজীৱনত সত্ৰৰ প্ৰভুত্ব হ্ৰাস কৰি, ইয়াক শৃংখলাবদ্ধ আৰু সঠিকভাৱেহে ব্যৱহাৰ কৰিব বিচাৰিছিল। তেওঁ জন্মগতভাবে লাভ কৰা প্ৰভুত্ব, মান-মৰ্যাদা, ৰক্ষণশীলতা আদি ত্যাগ কৰি সাধাৰণ ৰাইজৰ মাজৰে এজন হোৱাৰ মনোভাবেৰে পুৰুষানুক্ৰমে ব্যৱহাৰ কৰি অহা 'খাটোলা' পৰিত্যাগ কৰি ১৯২১ চনৰ পৰা মটৰ গাড়ীৰে ফুৰিব লৈছিল আৰু তেওঁৰ ওচৰত যাতে বিনাদ্বিধাই সকলো লোক আহি বহিব পাৰে তাৰ ব্যৱস্থা কৰিছিল। শিষ্যসকলৰ পৰা বাধ্যতামূলকভাৱে লোৱা কৰ-কাটলৰ ব্যৱস্থাও ঢিলাই দিয়াৰ লগতে ভকতসকলক সফল গৃহস্থী জীৱন-যাপন কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল। আভিজাত্যৰ ঠেক গণ্ডীৰ পৰা তেওঁ বহল জনজীৱনলৈ ওলাই আহিছিল আৰু সকলোৰে অভাৱ-অনাটন, দুখ-বেদনাৰ বুজ লৈছিল। তেওঁ মাজুলীৰ প্ৰতিখন ঠাই ভ্ৰমণ কৰি মানুহবোৰক ৰক্ষণশীলতা ত্যাগ কৰি বহল জনসমাজলৈ ওলাই আহিবলৈ পৰামৰ্শ দিয়াৰ লগতে, ১৯১৯ চনত 'সাদিনীয়া অসমীয়া' কাকতত এলানি প্ৰবন্ধ লিখি বিভিন্ন প্ৰান্তৰৰ সত্ৰাধিকাৰ-ধৰ্মগুৰুসকলক তেওঁলোকৰ দায়িত্ব আৰু কৰ্তব্য সম্পৰ্কে সোঁৱৰাই দিছিল। এই প্ৰবন্ধলানি তেওঁ 'অসম দেশৰ এজন ধাৰ খোৱা গোসাঁই' ছদ্মনামেৰে লিখিছিল। আচলতে তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল যে সাধাৰণ শিষ্যবৰ্গৰ পৰা কৰ-কাটল ভোগ কৰি সত্ৰাধিকাৰসকলে প্ৰকৃততে 'ধাৰ' খাই আছে

আৰু তাৰ বিনিময়ত ৰাইজৰ প্ৰতি তেওঁলোকৰো যথেষ্টখিনি কৰণীয় আছে। মাথো ইমানেই নহয়, তেওঁ কৈছিল-'শাস্ত্ৰ মতেও গুৰুৱে শিষ্যৰ পৰা নিধাৰিত ৰূপে কৰ লোৱা প্ৰথা দোষণীয় নীতি।.... মহাপুৰুসকলে পৰবৰ্তী ভক্তসকলক গুৰুৰ আসনত বহুৱাওতে শিষ্যৰ ওপৰত ৰজাই স্থিৰ কৰা নীতিৰে কৰ ধাৰ্য কৰাৰ দৰে কৰ-কাটল লগাই কৰ আদায় কৰি তাৰে সুখ-সুবিধা ভোগ কৰিবলৈ আজ্ঞা দিয়াৰ কথা ক'তো পোৱা নাযায়।' বৰ্ণ বৈষম্য প্ৰথাৰ ঘোৰ বিৰোধী এইজনা ব্যক্তিয়ে এখন বৃহৎ অসমীয়া সমাজ গঠনৰ (বৃহৎ ভাৰতীয় সমাজ!) পোষকতা কৰি শংকৰদেৱৰ উদাহৰণ দি কৈছিল-'মহাপুৰুষ শংকৰদেৱৰ ধৰ্মৰ মাজত নগাৰ নৰোত্তম আতা, গাৰোৰ গোবিন্দ আতা, মুছলমানৰ চাঁদ খাঁ আদিয়েও ঠাই পাই সমাজত একতাৰ বান্ধোন সুদৃঢ় কৰিছিল। কিন্তু পৰবৰ্তী কালত সেই সকলৰ নীতি পৰিত্যক্ত হ'ল আৰু কাৰো লগত কাৰো সম্বন্ধ নথকা ভেদমূলক সমাজ গঠন কৰি কেৱল চুৰা-চুৰা, ছেই-ছেই ভাবেই ঠাই পালে।' তেওঁৰ বিশ্বাস আছিল মানুহৰ অজ্ঞতাৰ পৰাহে এই ধৰণৰ কু-সংস্কাৰৰ জন্ম হয়। গতিকে সেই অজ্ঞতাক মষিমূৰ কৰিবলৈ মানুহ উদাৰ হোৱাৰ লগতে শিক্ষিতও হ'ব লাগিব।

মানুহৰ অজ্ঞতাক লালন কৰিব শিকাই নিচাজাতীয় দ্ৰব্যই। যি লোকে নিচা সেৱন কৰে, তেওঁ কেতিয়াও শিক্ষাৰ পোহৰ অভিমুখে আগবাঢ়িব নোৱাৰে বুলি তেতিয়াৰ অসম উপত্যকাৰ আয়ুক্ত পি আৰ গৰ্ডন চাহাবক সাক্ষাৎ কৰি কানি বৰবিহক যাতে অসমৰ পৰা উচ্ছেদ কৰিবলৈ প্ৰয়োজনীয় ব্যৱস্থা লয়, তাৰ বাবে পীতাম্বৰ দেৱগোস্বামীয়ে অনুৰোধ জনায়। কিন্তু চৰকাৰে কোনো ব্যৱস্থা নোলোৱাত তেওঁ নিজে কানি বৰবিহৰ বিৰুদ্ধে আন্দোলনত নামে আৰু বিভিন্ন ঠাই ভ্ৰমণ কৰি, সভা-সমিতি পাতি কানি বৰবিহৰ অপকাৰিতা সম্পৰ্কে মানুহক বুজাবলৈ ধৰে। তেওঁৰ যুক্তিপূৰ্ণ বক্তব্য শুনি তেতিয়া বহু লোকে কানি বৰবিহ ত্যাগ কৰে।

পীতাম্বৰ দেৱগোস্বামী চিৰকুমাৰ আছিল, কিন্তু মহিলাসকলৰ উন্নতিৰ বাবে তেওঁ যৎপৰোনাস্তি চেষ্টা চলাইছিল। ১৯২৩ চনৰ পৰা তেওঁ বাল্য বিবাহৰ বিৰুদ্ধে আৰু বিধবা বিবাহৰ সপক্ষে এক জনজাগৰণ সৃষ্টিৰ বাবে বিভিন্ন ঠাইত সভা-সমিতি অনুষ্ঠিত কৰি ফুৰিছিল। বিধবা বিবাহৰ সপক্ষে তেওঁ যুক্তি প্ৰদৰ্শন কৰি আনকি বাতৰি কাকততো বহু প্ৰবন্ধ লিখিছিল। অবিবাহিত ভক্তসকলক বিবাহিত জীৱনৰ সপক্ষে বুজাই তিৰোতাক উচিত সন্মান কৰিবলৈ শিকোৱা এইজনা ব্যক্তিয়ে ১৯৫০ চনত গড়মূৰ সত্ৰৰ বংশীগোপাল নাট্যমন্দিৰত ৰাস উৎসৱ আৰম্ভ কৰি নিজে লিখি উলিওৱা 'শ্ৰীকৃষ্ণৰ ৰাসলীলা' নাটকত ছোৱালীকো অংশগ্ৰহণ কৰিবলৈ অনুপ্ৰাণিত কৰে। আনকি কৈৱৰ্ত, মিচিং আদি বিভিন্ন সম্প্ৰদায়ৰ ছোৱালীকো আনি ৰাসলীলা, থিয়েটাৰত অংশ ল'বলৈ পৰামৰ্শ দিয়ে। তেতিয়াৰে পৰাই সকলো জনগোষ্ঠীয়ে বিভিন্ন সাংস্কৃতিক অনুষ্ঠানত অংশ লৈ এটা বৃহৎ অসমীয়া সমাজ গঠনৰ বাবে আগবাঢ়ি আছে। তেতিয়া নৰ্তকী ছোৱালীবোৰক উৎসাহ দি তেওঁ কৈছিল, 'নাচহঁক, ভালদৰে নাচ; ভালকৈ নাচিব পাৰিলে তহঁতক চিনেমাত ওলাবলৈ দিম'। মহিলাক উৎকৃষ্টভাৱে

শিক্ষিত কৰি ঘৰৰ ঠেক গণ্ডীৰ পৰা ওলাবলৈ বিভিন্ন ধৰণে অনুপ্ৰাণিত কৰা এইজনা ব্যক্তি আজিৰ আধুনিক মনস্ক ব্যক্তিতকৈও অধিক 'আধুনিক' আছিল। সকলোৰে প্ৰতি সহানুভূতিশীল এইজনা ব্যক্তিয়ে 'অসম কৈৱৰ্ত সন্মিলন'ৰ (১৯৩০) গোলাঘাট অধিবেশনত আৰু 'মিচিং সন্মিলন' (১৯২৩)ৰ সভাত সভাপতিত্ব কৰিছিল।

জনজাতিসকল অসমীয়া সমাজৰ প্ৰধান অংগ আৰু এওঁলোকক শিক্ষিত কৰিব নোৱাৰিলে অসমীয়া সমাজ সদায় অন্ধকাৰতেই থাকিব বুলি বিশ্বাস কৰা পীতাম্বৰদেৱগোস্বামীয়ে ১৯৪৬ চনত, প্ৰায় ৬০ বছৰ বয়সত কাৰ্বি আংলঙলৈ যাত্ৰা কৰিলে। প্ৰতিদিনে ১০/১১ মাইলকৈ পাহাৰীয়া পথত খোজ কঢ়ি কাৰ্বি আংলঙৰ জনজাতীয় সমাজৰ পৰা কু-সংস্কাৰ, নিচা জাতীয় দ্ৰব্য সেৱন আদি ৰোধ কৰিবৰ বাবে সভা-সমিতি পাতি জনজাগৰণ আনিবৰ বাবে চেষ্টা কৰিলে। প্ৰায় দুবছৰ ধৰি তেওঁ সেই কামত লাগি পাহাৰীয়া লোকসকলক শিক্ষিত কৰিবৰ বাবে ২০ খনতকৈও অধিক বিদ্যালয় স্থাপন কৰে। সেইদৰে নগাঁও জিলাৰ তিৱাসকলৰ মাজতো ব্যাপক জনজাগৰণ গঢ়ি তোলাৰ বাবে চেষ্টা চলাইছিল। অৱশ্যে দুয়োখন জিলাতে তেওঁ বহু কাম আধৰুৱাকৈয়ে ৰাখিবৰ বাবে বাধ্য হৈছিল, অৰ্থসংকটৰ বাবে। মাথো অসমৰ ভূমিপুত্ৰ জনজাতিসকলৰ মাজতেই নহয়, চাহ জনগোষ্ঠীৰ মাজতো শিক্ষা আৰু সংস্কৃতিৰ আলোক লৈ এইজনা ব্যক্তি সোমাই পৰিছিল।

এখন সমাজৰ প্ৰগতিৰ বাবে প্ৰয়োজনীয় বেংকিং ব্যৱস্থা আৰু পঞ্চায়তীৰাজৰ আৰম্ভণি পীতাম্বৰদেৱে কৰিছিল স্বাধীনতাৰ বহু আগতেই। দৰিদ্ৰ লোকসকলে যাতে উচিত মূল্যত ক্ৰয়-বিক্ৰয়ৰ সুবিধা পাব পাৰে, কম সুদত ঋণ লৈ উপকৃত হ'ব পাৰে, সেই উদ্দেশ্য সন্মুখত ৰাখিয়েই তেওঁ ১৯১৭ চনত 'মাজুলী কো-অপাৰেটিভ বেংক এণ্ড পাৰ্চেজ চেল ছ'চাইটি' নামে এক সমবায় কেন্দ্ৰ গঢ়ি তুলি তাৰ প্ৰধান কাৰ্যালয় গড়মূৰ সত্ৰত ৰাখি মাজুলীৰ বিভিন্ন অঞ্চলত কে'বাটাও শাখা খোলে। মাজুলীৰ মধ্যযুগীয় যাতায়াত ব্যৱস্থাৰ উন্নতিৰ বাবে ৰাস্তা-পথ, মথাউৰি আদি নিৰ্মাণৰ বাবে ৰাইজক, ছাত্ৰ-ছাত্ৰীক অনুপ্ৰাণিত কৰি নিজে দা-কোৰ লৈ কামত নামি গৈছিল। এনেদৰে মাজুলীত অলেখ ৰাস্তা-ঘাট, মথাউৰি বন্ধাই এই কাম লক্ষীমপুৰ আৰু শিৱসাগৰলৈকো বিস্তৃত কৰিছিল। লক্ষীমপুৰৰ ৰঙানদী আৰু শিৱসাগৰৰ দিখৌ নদীত দেৱগোস্বামীয়ে নেতৃত্ব লৈ মথাউৰি বন্ধোৱা কামৰ বিষয়ে ৩০ৰ দশকৰ অসমৰ বিভিন্ন বাতৰি কাকতে ভূয়সী প্ৰশংসা কৰিছিল। গাঁৱৰ মানুহে অৰ্থনৈতিকভাৱে সমৃদ্ধ হ'বলৈ যাতে মাথো পুৰাতন কৃষিকৰ্মতে লাগি নাথাকে, তাৰ বাবে পলু পোহা, পাটসূতা উৎপাদন কৰা, মাছ পোহা, শাক-পাচলিৰ খেতি কৰা আৰু এনে সামগ্ৰীৰ ব্যৱসায় আদি কৰিবলৈ ৰাইজক অনুপ্ৰেৰণা দিছিল আৰু নিজেও তেনে ধৰণৰ কামত লাগি গৈছিল।

স্বাধীনতা আন্দোলনৰ অন্যতম বিপ্লৱী পীতাম্বৰ দেৱগোস্বামীয়ে ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছৰ মহাসভাত যোগদান কৰি গান্ধীজীকো সাক্ষাৎ কৰিছিল। কংগ্ৰেছ অধিবেশনৰ সেই সভাথলিতে অনুষ্ঠিত হৈছিল সৰ্বভাৰতীয় হিন্দু মহাসভাৰ অধিবেশন, য'ত গোস্বামীদেৱে আদৰণি সমিতিৰ সভাপতি হিচাপে দায়িত্ব গ্ৰহণ

কৰিছিল। তদুপৰি অসমীয়া জাতি, ভাষা আৰু সংস্কৃতিৰ প্ৰচাৰ, প্ৰসাৰ আৰু সংৰক্ষণৰ বাবে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে গঢ় দিয়া 'অসম সংৰক্ষণী সভা'ৰো উদ্বোধন কৰা হৈছিল কংগ্ৰেছৰ সভামণ্ডপতে; য'ত সভাপতিত্ব কৰিছিল পীতাম্বৰ দেৱগোস্বামীয়ে। পাছলৈ এই সভাক বৃহৎ অনুষ্ঠানৰূপে 'অসম জাতীয় মহাসভা' (১৯৩৬ চন) নামেৰে গঢ় দিয়া হৈছিল আৰু এই মহাসভাৰ স'তে গোস্বামী ওতঃপ্ৰোতভাৱে জড়িত আছিল। অসমৰ পৰা বিচ্ছিন্ন ভূখণ্ড মাজুলীত কংগ্ৰেছৰ যি তীব্ৰ আন্দোলন গঢ়ি উঠিছিল, তাৰ অন্যতম হোতা আছিল পীতাম্বৰ দেৱগোস্বামী। খদ্দৰৰ কাপোৰ ব্যৱহাৰ, বিদেশী বস্তু বৰ্জন, স্বাৱলম্বীতা, গান্ধীজীৰ আদৰ্শ আদিৰ শিক্ষা দেৱগোস্বামীৰ পৰাই পাইছিল মাজুলীবাসীয়ে। আচলতে মাজুলীবাসীক সকলো ধৰণৰ শিক্ষা দি আধুনিক মনস্ক হিচাপে গঢ়ি তোলাটো আছিল অতি কঠিন কাম আছিল। কাৰণ যুগ যুগ ধৰি অশিক্ষা, কু-সংস্কাৰ, জাতি বৈষম্য আৰু দৰিদ্ৰতাত ভোগা সমাজ এখনক নতুন আলোকেৰে আলোকিত কৰি অসম তথা ভাৰতৰ সামগ্ৰিক সমাজখনৰ স'তে আগবাঢ়িবলৈ বাট দেখুওৱাটো বোধহয় পীতাম্বৰ দেৱগোস্বামীৰ দৰে উদাৰ আৰু পৰিশ্ৰমী লোকৰ পক্ষেহে সম্ভৱ। এই বিষয়ত জনসাধাৰণৰ পুৰণিকলীয়া মগজু ধুবলৈ তেওঁ নিজেই সকলোবোৰ কাম কৰি আদৰ্শ দেখুৱাইছিল। কথা আৰু কামৰ মাজত সম্পূৰ্ণ সামঞ্জস্য ৰক্ষা কৰা এইজনা ব্যক্তিয়ে '৪২ৰ গণ আন্দোলনত প্ৰদেশ কংগ্ৰেছ কমিটিৰ গুৰি ধৰাৰ লগতে ইংৰাজ চৰকাৰৰ ৰোষত পৰি প্ৰথমতে গৃহবন্দীৰ যাতনা ভোগ কৰাৰ লগতে দুবছৰৰ কাৰাবাস খাটিছিল। তেওঁৰ উত্তাৰাধিকাৰী কৃষ্ণচন্দ্ৰ দেৱগোস্বামীয়েও আন্দোলনত নামি কাৰাবাস খাটিছিল।

ব্ৰাহ্মণ্যবাদৰ চূড়ান্ত আধিপত্যৰ উত্তৰাধিকাৰ ভোগ কৰিবলৈ সুবিধা পোৱা সত্ত্বেও সেই ক্ষেত্ৰত গুৰুত্ব নিদিয়া এইজনা ব্যক্তিৰ চিন্তা-চৰ্চা কিমান সাহসী আৰু আধুনিক মনস্ক আছিল, ভাবিলে আচৰিত লাগে। তেতিয়াৰ সমাজ জীৱনৰ শাসক প্ৰভু স্বৰূপ এজন ধৰ্মাচাৰ্য হৈয়ো ব্যতিক্ৰমী চিন্তাধাৰাৰ পীতাম্বৰ দেৱগোস্বামীয়ে ১৯৩২ চনত নিখিল ভাৰত 'অস্পৃশ্যতা বৰ্জন সংঘ' আৰু গান্ধীজীয়ে গঢ় দিয়া 'হৰিজন সেৱক সংঘ' (১৯২৩)ৰ অসম শাখাৰ প্ৰতিষ্ঠাপক সভাপতিৰ দায়িত্ব গ্ৰহণ কৰি এই ক্ষেত্ৰত সবল আন্দোলন গঢ়ি তুলিছিল।

সাহিত্য ক্ষেত্ৰতো যথেষ্ট হাত থকা এইজনা শক্তিশালী লেখকে অসমত ব্যাপকভাৱে বিদেশীৰ প্ৰব্ৰজন ৰোধ কৰিবলৈ বিভিন্ন ধৰণে চেষ্টা কৰাৰ উপৰি 'অসমত বিনা ৰক্তপাতে আক্ৰমণ' শীৰ্ষক পুস্তিকা ছপাই, বিতৰণ কৰি সমস্যাটোৰ প্ৰতি জনসাধাৰণক সচেতন কৰিবলৈ চেষ্টা চলাইছিল। বাতৰি কাকতত তেওঁৰ বহু লেখা প্ৰকাশ হোৱাৰ লগতে শ্ৰীকৃষ্ণৰ ৰাসলীলা, হৰিদাসৰ জীৱনী, বালিচলন, সপ্ত সুৰৰ উৎপত্তি, শ্ৰীমদ্‌ভাগৱত (একাংশ) আদি পুথি আৰু নাটক ৰচনা কৰিছিল। তেতিয়াৰ অশিক্ষিত সমাজত নাটক প্ৰদৰ্শনৰ দ্বাৰাহে শিক্ষা দিব পাৰি বুলি বিবেচনা কৰি দেৱগোস্বামীয়ে ১৯২০ চনত নিজৰ সত্ৰতে 'তৰুণ ৰঙ্গমঞ্চ' নামৰ প্ৰেক্ষাগৃহ স্থাপন কৰি বিভিন্নজনক নাটক কৰিবলৈ প্ৰেৰণা দিছিল। তদুপৰি হিন্দু-বৈষ্ণৱ ধৰ্মৰ অন্যতম

পৃষ্ঠপোষক এইজনা ব্যক্তিয়ে ১৯৫৩ চনত 'সনাতন ধৰ্মৰ মুখপত্ৰ' নামৰ তিনিমহীয়া আলোচনী এখনো এবছৰকাল সম্পাদনা আৰু প্ৰকাশ কৰিছিল। পণ্ডিত আৰু বাগ্মী পুৰুষ হিচাপে গোস্বামীদেৱৰ খ্যাতি মাথো অসমতে নাছিল। ১৯৩৩ চনত মদনমোহন মালব্যৰ সভাপতিত্বত কাশীত অনুষ্ঠিত হোৱা হিন্দু মহাসভাত তেওঁ প্ৰায় আঢ়ৈ ঘণ্টা ধৰি সংস্কৃত আৰু হিন্দী ভাষাত দিয়া ভাষণে তাত উপস্থিত থকা সকলোকে মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল, যাৰ বাবে সেই সভাতে গোস্বামীদেৱক 'প্ৰাচ্যৰ অদ্বিতীয় তত্বদৰ্শী' বুলি অভিহিত কৰা হৈছিল। বৃহৎ ভাৰতীয় সমাজক, বিশেষকৈ হিন্দু সভ্যতা আৰু সংস্কৃতিৰ স'তে যুক্ত উত্তৰাধিকাৰীক একতাৰ ডোলেৰে বান্ধিবলৈ প্ৰয়াস কৰাসকলৰ অন্যতম পৃষ্ঠপোষক পীতাম্বৰ দেৱগোস্বামীয়ে উজনি অসমত সংস্কৃত আৰু হিন্দী শিক্ষা প্ৰচাৰৰ অৰ্থে বহুকেইখন টোল, বিদ্যালয় আদি স্থাপন কৰিছিল।

স্ব-মহিমাৰে আলোকিত আছিল পীতাম্বৰ দেৱগোস্বামীৰ ব্যক্তিত্ব আৰু প্ৰতিভা। কৰ্ম-সংস্কৃতিৰ এইজনা স্বনামধন্য কাণ্ডাৰী ১৯৩২ চনত অসম ছাত্ৰ সন্মিলনৰ সভাপতি হৈছিল। স্বাধীনতাৰ পাছত ১৯৫১ চনত কংগ্ৰেছৰ কাম-কাজত অসন্তুষ্ট হৈ পৰি প্ৰজা-ছোচিয়েলিষ্ট পাৰ্টিত যোগ দিয়া এইজনা ব্যক্তি জীৱনৰ শেষছোৱা সময়ত অসমলৈ পূব পাকিস্তানী (এতিয়াৰ বাংলাদেশ)ৰ অবাধ প্ৰব্ৰজন দেখি থলুৱা অসমীয়াৰ অস্তিত্বৰ প্ৰতি সন্দিহান হৈ আতঙ্কিত হৈ পৰিছিল। মৃত্যুৰ আগমুহূৰ্তত এই সম্পৰ্কত চৰকাৰে কোনো ব্যৱস্থা নোলোৱাত ক্ষোভিত হৈ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুলৈ মুকলি চিঠি লিখিছিল।... ১৯৬২ চনৰ ২০ অক্টোবৰত আধুনিক অসমৰ এইজনা শ্ৰেষ্ঠ সমাজ সংস্কাৰকে ইহলীলা সম্বৰণ কৰে।



(৫)

# হৰিনাৰায়ণ দত্তবৰুৱা

অসমৰ গ্ৰন্থ প্ৰকাশৰ জগতখনক বৰ্ণাঢ্য মৰ্যাদা দান কৰি অসমীয়া ভাষা আৰু সাহিত্যত হৰিনাৰায়ণ আৰু বিচিত্ৰ নাৰায়ণ-এই দুগৰাকী ভ্ৰাতৃয়ে যিমানখিনিয়ে অৱদান দি থৈ গৈছে, সেয়া যুগ যুগ ধৰি অসমীয়া জ্ঞানপিপাসু মানুহখিনিয়ে অন্তঃকৰণেৰে শলাগি থাকিব।.প্ৰকাশনৰ বুৰঞ্জীত নলবাৰীৰ এই দুই ভাই-ককাইৰ অৱিহণা সৰ্বাধিক বুলি উল্লেখ কৰি সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাই লিখিছে, 'হৰিনাৰায়ণ দত্তবৰুৱাই শিক্ষকতাকে জীৱনৰ অৱলম্বন কৰি লৈছিল যদিও গ্ৰন্থ ৰচনা আৰু গ্ৰন্থ প্ৰকাশেই তেওঁৰ জীৱনৰ নিত্যকৰ্ম আছিল। শিক্ষা প্ৰচাৰ আৰু শংকৰী ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰতো তেওঁ সুকুঙা উলিয়াই শ্ৰমদান কৰিছিল। এই সম্পৰ্কে তেওঁ বিবিধ প্ৰতিকূল অৱস্থাৰ লগত অহৰহ যুঁজিবলগীয়া হৈছিল, সেই কথা তেওঁ নিজেই বিৰ্বাৰি লিখি থৈ গৈছে। জয়জয়তে তেওঁ পঢ়াশলীয়া পুথিত হাত দিছিল। আমি নিজে এই বিষয়ত লগাৰ বহু পূৰ্বে দত্তবৰুৱাই অসমৰ পাঠ্যপুথিৰ বজাৰৰ পৰা মেকমিলান, অক্সফোৰ্ড আদি কলিকতীয়া কোম্পানীবোৰৰ অকণ্টকা ভোগ দখলত বাধা দিবলৈ কে'বাখনো কিতাপ উলিয়াই বহু পৰিমাণে কৃতকাৰ্য হৈছিল।.....'

নিজৰ বিষয়ে, তেওঁৰ শৈশৱ আৰু পৰিয়ালৰ বিষয়ে হৰিনাৰায়ণ দত্তবৰুৱাই 'বংশৰ গুৰিকথা' নামৰ নিবন্ধত লিখি থৈ গৈছে এনেদৰে-'অসমৰ কামৰূপ জিলাৰ বাঁহজানী মৌজাৰ পূব কালাকুচি গাঁৱত মোৰ জন্ম হয়-১৮০৭ শকৰ ভাদ মাহৰ ১৮ দিন যোৱাত।... মোৰ পিতা দেবীৰাম, মাতৃ উমাপ্ৰিয়া। অৰ্থাৎ মই উমাদেৱীৰ পুত্ৰ। মোৰ ওপৰত তিনিগৰাকী বাই-মই চতুৰ্থ সন্তান; এই কাৰণে ঘৰ-ঘৰুৱাৰ অপাৰ আনন্দ।... ঘৰৰ আৰ্থিক অৱস্থা সচ্ছল আছিল; পিতা আছিল স্কুলৰ শিক্ষক, এজনা খুৰা আছিল মণ্ডল আৰু আনজনা খুৰাই খেতি চলাইছিল।... পিতাই মাজে সময়ে আবেলি পথাৰলৈ খেতিৰ কাম চাবলৈ গৈছিল; ময়ো তেওঁৰ লগতে গৈছিলো, পিতাই বাটে বাটে যাওঁতে নানা বিষয়ে শিক্ষা দিছিল, যেনে-'খোজ কাঢ়োতে আগৰ ফালে চাইহে খোজ কাঢ়িব লাগে। মানুহে কথা সুধিলে ভাবি চিন্তিহে উত্তৰ দিবা' ইত্যাদি। ভাত খাওঁতে কোনো বস্তু নুখুজিলে মাই কৈছিল-'এ শাকে শুকুতাই ভক্ষণ, সেই পুৰুষৰ লক্ষণ।' পিতাই কৈছিল-'আহাৰ, নিদ্ৰা, মৈথুন, ভয়; যিমান বঢ়োৱা সিমান হয়।' সেই বুলি আধা পেটে উঠা উচিত নহয়, কথাতে কয় বোলে আধাপেটি ভাতে পুত্ৰ শোকে সমান। পেট নভৰাকৈ খালে মনত কষ্ট হয়, শৰীৰ দুৰ্বল হয়। সেই বুলি ডিঙিলৈ পেট ভৰায়ো খাব নালাগে।...

আমাৰ গাওঁৰ ওচৰতে চৰিয়া নামৰ নমঃশূদ্ৰ গাওঁ এখন আছে। এই গাৱঁৰ মাজতে চৰিয়া পঢ়াশালি, আমাৰ ঘৰৰ পৰা আধামাইল দূৰ। এই পঢ়াশালিতেই মোৰ আদি

শিক্ষা আৰম্ভ হয়। মোৰ পিতাই আছিল শিক্ষাগুৰু, তেওঁ নৰ্মাল স্কুলৰ পৰা পাছ কৰি আহি এই পঢ়াশালি পাতি ঘৰতে বহি যায়।...পঢ়াশালিত ছাত্ৰ আছিল ৬০/৭০ জন। ল'ৰা বিলাক ঢাৰিত বহিছিল-কেইখনমান বাঁহৰ চাঙো আছিল-ওপৰশ্ৰেণীৰ ছাত্ৰ চাঙত বহিছিল-পিতাই অকলে পঢ়াব নোৱাৰিছিল। ওপৰ শ্ৰেণীৰ ছাত্ৰই ওজা ছাত্ৰ হিচাপে সৰু সৰু ল'ৰাক পঢ়াইছিল, ধৰ্ম শিক্ষা কিন্তু পিতাইহে দিছিল। পঢ়াশালিৰ শিক্ষণীয় বিষয়ৰ ভিতৰত বৰ্তমানতকৈ ব্যাকৰণ আৰু পৰিমিতি বেছি আছিল, কিন্তু ভূগোল নাছিল।...'

১৮৮৫ চনত বাঁহজানীত জন্ম গ্ৰহণ কৰা হৰিনাৰায়ণ দত্ত বৰুৱাৰ পূৰ্বপুৰুষ হলিৰাম বৰকাকতী আহোম ৰজাৰ ওখখাপৰ বিষয়া আছিল। তেওঁক স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহই ৯৯ পুৰা মাটি দান কৰিছিল। তেতিয়া পূব কালাকুচিত বসবাস কৰা হলিৰাম বৰকাকতীয়েই স্বৰ্গদেৱৰ আজ্ঞামতে সৎসঙ্গী মঠ স্থাপন কৰি ধৰ্ম প্ৰচাৰ কাৰ্যত বিভিন্ন ধৰণে আগবাঢ়িছিল। হলিৰামৰ বংশধৰে পুৰুষানুক্ৰমে কে'বাটাও উপাধি বহন কৰিছিল। ঐতিহ্যপূৰ্ণ এই পৰিয়ালৰ হলিৰাম বৰকাকতীৰ পুত্ৰ শ্যামচৰণে 'চৌধুৰী' উপাধিৰে খ্যাতি আৰ্জিছিল। শ্যামচৰণৰ পুত্ৰ মধুনাৰায়ণক 'দলৈ আতা' বুলি অঞ্চলটোৰ ৰাইজে সন্মান কৰিছিল। মধুনাৰাযণৰ পুত্ৰ কুঁহিৰাম মহন্তই একগ্ৰতাৰে নামধৰ্ম প্ৰচাৰ কৰি যশ আৰ্জিছিল। কুঁহিৰাম মহন্তৰ মাজু ভায়েক বিষ্ণুৰামৰে সন্তান আছিল দেৱীৰাম।

হৰিনাৰায়ণৰ পিতৃ দেৱীৰামৰ দিনৰে পৰা এই পৰিয়ালটোৱে 'দত্ত বৰুৱা' উপাধি লিখিব লৈছিল। হলিৰাম বৰকাকতীৰ আগতে এই পৰিয়ালটোৱে উপাধি লাভ কৰিছিল। সেই বাবে প্ৰসিদ্ধ বৃজৰবৰুৱা বংশৰ বংশধৰ হোৱাৰ বাবে দেৱীৰামে 'বৰুৱা' উপাধি গ্ৰহণ কৰিছিল। তেতিয়াৰ দিনতে পাঁচ টকা দৰমহা পোৱা শিক্ষক দেৱীৰামে 'বৰুৱা'ৰ স'তে দত্ত উপাধি সংযোগ কৰিছিল; কাৰণ সেই সময়ত 'দত্ত' বুলি কায়স্থসকলৰ কথাকে বুজোৱা হৈছিল। এওঁ প্ৰসিদ্ধ বাৰভূঞাৰ বংশৰ ৰায়চৌধুৰী উপাধিৰ বিষ্ণুৰাম (তেওঁ আকৌ 'ডেকা' উপাধি লিখিছিল)ৰ কন্যা উমাপ্ৰিয়া দেৱীৰ পাণিগ্ৰহণ কৰিছিল। ঐতিহ্যমণ্ডিত বিত্তশালী এই পৰিয়ালৰ সন্তান হৰিনাৰায়ণে শৈশৱতে সুখৰ মাজতেই জীৱন অতিবাহিত কৰিছিল। কিন্তু ১৮৯৭ চনত হৰিনাৰায়ণৰ ১২ বছৰ বয়সত এটা অথন্তৰ ঘটিল।

এই অথন্তৰৰ বিষয়ে হৰিনাৰায়ণ দত্ত বৰুৱাই লিখিছে-'এই সময়ত মোৰ বয়স ১২ বছৰ, মই সেই বছৰে প্ৰাথমিক স্কুলৰ পৰীক্ষা দিব লাগে। আহাৰ মাহৰ ভূমিকম্পৰ দিনা আবেলি পৰত মই আগচেলাইত (বাৰান্দা) বহি বোকা চাউল খাব ধৰিছো; এনেতে মাটি হঠাৎ জোঁকাৰ খাই উঠিল, ঘৰবোৰ খুউব লৰিব ধৰিলে। আমি মাটিত পৰি গ'লো, অলপ পাছতে চোতালত পানী উঠিল কোনোবা এজনে বাৰীৰ পৰা লৰি আহি ক'লে-আমাৰ বাৰীৰ পুখুৰীটোৰ পাৰবোৰ সুলকি পৰিব ধৰিছে, এজনে ক'লে, বিলৰ পৰা নাও আহিব ধৰিছে-মই আগচোতাললৈ গ'লো-পানীবোৰ কঁকাল পালেগৈ। দেখিলো পুথিৰ পেৰাবোৰ চোতালৰ পানীত ভাহি ফুৰিব ধৰিছে। এনেতে মাতৃৰ ডাক পৰিল- পিতাৰ আহ্বান আহিল। মই লাহে লাহে তেওঁলোকক লগ ধৰিলো আৰু সকলোৱে চোতালৰ

পৰা ওলাই পদূলি পালেহি। পদূলিৰ ভেলৰ ওপৰতেই বেৰ দি শোৱাৰ ব্যৱস্থা কৰিলে আৰু যাৰ ঘৰত যি গুৱামাটি আছিল আনি তাকেই খালে, ই এটা খণ্ড প্ৰলয়। বিলবোৰ দাং খালে-বস্তিবোৰ ডুব গ'ল-গাঁৱত মানুহ থাকিব নোৱাৰা হ'ল-পানীত তল নোযোৱা যাৰে য'ত মিতিৰ-কুটুম আছিল, তাৰে ঘৰলৈ গ'ল। আমাক আনি থ'লে চাৰি মাইল দূৰৰ তেৰেচিয়াৰ পেহীৰ ঘৰত, পিতা নিজৰ ঘৰতে সম্পত্তি ৰখি থাকিল। মোক তেৰেচিয়াৰ সভাপতি মেম্বাৰ ভিনিহিৰ ঘৰত ৰাখি সেই গাঁৱৰ পঢ়াশালিতেই পঢ়িবলৈ দিলে।...আহিন-কাতি মাহত পানী শুকাল, আমি ঘৰলৈ গ'লো আৰু চৰিয়া পঢ়াশালিৰ পৰা প্ৰাইমাৰী পৰীক্ষা দিলো। সেই সময়ত পৰীক্ষা দিবলগীয়া হৈছিল গুৱাহাটীত (আমাৰ গাঁৱৰ পৰা ২৫ মাইল দূৰ, খোজকাঢ়ি যাব লাগে। সেইবাৰ পৰীক্ষা দি মই দ্বিতীয় বিভাগত পাছ হ'লো)।...আমাৰ ঘৰৰ আৰ্থিক অৱস্থা ক্ৰমে বেয়া হৈ আহিল। ভূঁই মাটিবোৰ জলাতন হৈয়েই থাকিল, বাৰীৰ শাহ-পতান একো নোহোৱা হ'ল। স্কুলত ছাত্ৰৰ সংখ্যা কমি যোৱাত পিতাক দূৰৰ স্কুললৈ বদলি কৰিলে ; তেনে কৰাত পিতাই চাকৰি ত্যাগ কৰিলে। আমি ভাই তিনিজন, ভনী ছয়জনী, পিতা-আইৰ সৈতে ১১ জন খাওঁতা, খেতি যৎসামান্য আন ব্যৱসায় একো নাই। কেৱল মাই সূতা কাটে, কাপোৰ বয়।'

তাৰ পাছতে আৰম্ভ হৈছিল হৰিনাৰায়ণৰ দুৰ্দশাগ্ৰস্ত, সংগ্ৰামী জীৱন। ইচ্ছা থকা সত্ত্বেও পিতাকে তেওঁক ইংৰাজী বিদ্যালয়ত নাম লিখাই দিব নোৱাৰিলে। তাৰ পাছত হৰিনাৰায়ণে নলবাৰীৰ পেহীৰ ঘৰত থাকি মাইনৰ স্কুলত পঢ়িব ল'লে। পাছত পেহীৰ ঘৰ এৰি আকৌ খাৰজাৰা গাঁৱৰ বোন্দা গাওঁবুঢ়াৰ ঘৰৰ এটা 'বাহাত' থাকি নিজে ৰান্ধি বাঢ়ি খাই পঢ়া-শুনা কৰিব ল'লে। এইদৰেই ১৯০৪ চনত ১৯ বছৰ বয়সত হৰিনাৰায়ণে মাইনৰ স্কুলৰ পৰীক্ষা পাছ কৰিলে। তাৰ পাছত আৰু পঢ়া-শুনা কৰাটো সম্ভৱ নহ'ল, শিক্ষাৰ প্ৰতি অসম্ভৱ ধাউতি আছিল হৰিনাৰায়ণৰ।

কিন্তু ভাগ্যই তেওঁক লগ দিলে। সেই সময়ত শিৱসাগৰ জিলাৰ স্কুলৰ উপ-পৰিদৰ্শক প্ৰতাপ চন্দ্ৰ হাজৰিকাই হৰিনাৰায়ণক টেঙামধুৰী (শিৱসাগৰ)ৰ পঢ়াশালিত পণ্ডিতৰ কামত সুমুৱাই দিলে। কিন্তু এই পঢ়াশালিত শিক্ষাকতা কৰা এবছৰ নৌহওঁতেই নৰ্মাল প্ৰশিক্ষণৰ সুবিধা লাভ কৰি তেওঁ গুৱাহাটীলৈ আহে। কিন্তু এই স্কুলখন যোৰহাটলৈ উঠি গ'ল আৰু হৰিনাৰায়ণেও যোৰহাটলৈ গুচি গৈ নৰ্মাল শিক্ষা সমাপ্ত কৰিলে। নৰ্মাল পঢ়িবৰ বাবে তেওঁ পাঁচটকীয়া বৃত্তি লাভ কৰিছিল। যোৰহাটত থাকোতে হৰিনাৰায়ণ শৰৎ চন্দ্ৰ গোস্বামীৰ সান্নিধ্যলৈ আহে আৰু সাহিত্যৰ প্ৰতি তেওঁৰ আগ্ৰহ জন্মে। লাহে লাহে তেওঁ সাহিত্য চৰ্চাত আত্মনিয়োগ কৰে।

নৰ্মালৰ প্ৰশিক্ষণ শেষ হোৱাত হৰিনাৰায়ণে অসমৰ বিভিন্ন ঠাইত, যেনে-নগাঁও, গুৱাহাটী, উত্তৰ লক্ষীমপুৰ, কাকজান আদিৰ মধ্য ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰে। এই সময়ছোৱাত অসমীয়া মাধ্যমৰ পাঠ্যপুথিৰ অভাৱ অনুভৱ কৰি শিশু সাহিত্যৰ গ্ৰন্থ ৰচনা কৰে আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ যত্নতে সেইবোৰ গ্ৰন্থই স্কুলীয়া পাঠ্যপুথিৰ মৰ্যাদা লাভ কৰে । ধৰ্মৰ প্ৰতি শৈশৱৰে পৰা মতি থকা হৰিনাৰায়ণে ধৰ্মগ্ৰন্থৰ অধ্যয়নতো সেই

সময়ছোৱাতে মনোনিবেশ কৰে। এই বিষয়ত তেওঁ লিখিছে-'মই সদায় পিতাৰ লগতে শুইছিলো। ৰাতি পুৱাৰ লগে লগে পিতাই মোক শ্লোক মতাইছিল। কেতিয়াবা ৰামায়ণ, মহাভাৰতৰ গল্পও তেওঁ কৈছিল। বাল্যকালতেই ৰামায়ণ, মহাভাৰতৰ প্ৰধান প্ৰধান গল্পবোৰ পিতাৰ পৰা শুনিছিলো। ৰামায়ণ পঢ়ো মই ১৮-১৯ বছৰ বয়সতে নৰ্মাল স্কুলত। আৰু মহাভাৰতৰ দুই-চাৰিখন বধকাব্য আৰু দুই চাৰিটা পৰ্ব পঢ়ো প্ৰায় ৩৫-৪০ বছৰ বয়সত। বঙালী ৰামায়ণ, মহাভাৰত মই পঢ়া নাই-যি পঢ়িছিলো পাছত আমাৰ অসমীয়া মহাভাৰত সম্পাদন কৰিবলগীয়া হোৱাতহে। বাল্যকালত পিতৃদেৱৰ পৰা পোৱা জ্ঞানেই মোৰ জীৱনৰ সম্বল।...' নৱবৈষ্ণৱ ধৰ্মৰ এগৰাকী ৰসজ্ঞ পাঠক হোৱাৰ লগতে তেওঁ এই আন্দোলনত একপ্ৰকাৰ জড়িত হৈ পৰিছিল। বৈষ্ণৱ ধৰ্মক অসম পুণ্যভূমিত প্ৰসাৰ ঘটোৱাৰ ক্ষেত্ৰত অন্যতম ভূমিকা লোৱা এইগৰাকী ব্যক্তিয়ে অসমৰ বিভিন্ন ঠাইত চাকৰি কৰোতে বিভিন্ন সামাজিক আৰু ৰাজহুৱা অনুষ্ঠান সত্ৰ-সভাৰ স'তে জড়িত হৈ অসমৰ স্বাৰ্থৰ বাবে কাম কৰিছিল।

স্কুলৰ পাঠ্যপুথি অৰ্থাৎ শিশু সাহিত্য ৰচনা কৰিয়েই এইগৰাকী ব্যক্তিয়ে সাহিত্য ক্ষেত্ৰত ভৰি দিছিল। নৱবৈষ্ণৱ ধৰ্মৰ সংস্পৰ্শলৈ অহাৰ পাছত তেওঁৰ মনত ভাব জাগ্ৰত হ'বলৈ ধৰিলে যে, মহাপুৰুষ শংকৰদেৱৰ সমগ্ৰ গ্ৰন্থৰাজি প্ৰকাশ কৰিব নোৱাৰিলে এই সাহিত্য আৰু ধৰ্মৰ প্ৰসাৰ সম্ভৱ নহয় আৰু এইগৰাকী মহাপুৰুষৰ সাহিত্যৰাজি অকালতে বিলুপ্ত হ'ব। সেইবাবেই এই পথৰ নিঃসঙ্গ পথিক হৰিনাৰায়ণ শংকৰদেৱৰ লগতে অন্যান্য বৈষ্ণৱ সাহিত্য প্ৰকাশ কৰাৰ বাবে অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে।

যোৰহাটৰ পুথি প্ৰকাশক আৰু বিক্ৰী কৰোতা গঙ্গাধৰ বৰকটকীৰ 'বৰকটকী কোম্পানী'ৰ যোগেদি হৰিনাৰায়ণে সাতখন পাঠ্যপুথি প্ৰকাশ কৰাইছিল। ইয়াৰ আগেয়ে কোনো অসমীয়া ব্যক্তিয়ে ইমানখিনি পুথি প্ৰকাশ কৰাৰ দৃষ্টান্ত নাই। অনা-অসমীয়া প্ৰকাশক সংস্থাইহে পুথিবোৰ প্ৰকাশ কৰি আহিছিল। সেইবাবে অসমীয়া ব্যৱসায়ীৰ প্ৰকাশন কোম্পানীক লব্ধপ্ৰতিষ্ঠ কৰাৰ কামত হৰিনাৰায়ণ দত্তবৰুৱা লাগি গ'ল। সেই সময়তে তেওঁ জানিব পাৰিলে যে কলিকতাৰ কোনোবা 'বসাক কোম্পানী' নামৰ পুথি প্ৰকাশক সংস্থাই শংকৰদেৱৰ কীৰ্তন ঘোষাখন ছপাই বিক্ৰীৰ ব্যৱস্থা কৰিছে। কিন্তু অসমৰ এই গ্ৰন্থৰ বজাৰ যাতে 'বসাক কোম্পানী'য়ে দখল কৰিব নোৱাৰে, তাৰ বাবে যত্নপৰ হৈ হৰিনাৰায়ণে লৰালৰিকৈ কীৰ্তন আৰু নামঘোষা সম্পাদনা কৰি বৰকটকী কোম্পানীক ছপাবলৈ দিলে।

যোৰহাটৰ পৰা নগাঁও আৰু তাৰ পৰা গুৱাহাটীলৈ বদলি হৈ আহি 'বৰুৱা এজেন্সি' নাম দি দত্তবৰুৱাই এইবাৰ কিতাপৰ দোকান এখন খুলিলে। এই এজেন্সীৰ পৰাই কিতাপ প্ৰকাশৰ কামত হাত দিব ধৰোতেই তেওঁ উত্তৰ লক্ষীমপুৰলৈ বদলি হ'ল আৰু সহযোগী গোপালচন্দ্ৰ বৰুৱাক 'বৰুৱা এযেন্সী'ৰ সম্পূৰ্ণ মালিকীস্বত্ব অৰ্পণ কৰিলে।

লাহে লাহে দত্তবৰুৱা বিত্তশালী হৈ আহিছিল। কিন্তু নানা ধৰণৰ সাংসাৰিক বিপদ-আপদে তেওঁক বাৰুকৈয়ে জুৰুলা কৰিছিল। পৰিয়ালৰ জ্যেষ্ঠ হিচাপে সকলোকে চম্ভালিবলগীয়া হৈছিল। তদুপৰি বিষয়-সম্পত্তিৰ বাবে আদালতত বহু মোকৰ্দমাত

যুঁজিবলগীয়া হৈ দত্তবৰুৱা জুৰুলা হৈ পৰিছিল। তথাপি অসম্ভৱ পৰিশ্ৰম আৰু বুদ্ধিমত্তাৰ বলত সকলোখিনি সমাধান কৰিছিল। অসম্ভৱ ধৰণৰ সাংসাৰিক বুদ্ধি থকা এইগৰাকী লোকে শৃংখলাবদ্ধ আৰু সৎভাৱে কৰ্ম কৰি এই কথাটোকেই প্ৰতিপন্ন কৰিছিল যে, পৰিশ্ৰম, শক্তি আৰু বুদ্ধিমত্তা থাকিলে জীৱনত কোনো ক্ষেত্ৰতেই বিফল হোৱা নাযায়। যোৰহাটৰ নৰ্মাল স্কুলৰ ছু পাৰিণ্টেণ্ডেণ্ট হিচাপে কৰ্ম জীৱনৰ পৰা ১৯৩৮ চনত অৱসৰ লোৱা এইগৰাকী ব্যক্তিয়ে আজন্ম অসমীয়া সাহিত্যৰ বাবে কৰ্ম কৰিলে, তাৰ ফল আজিও আমি উপভোগ কৰিছো। প্ৰাচীন অসমীয়া সাহিত্যক সম্পাদনা আৰু প্ৰকাশ কৰি প্ৰাচীন সাহিত্য জনপ্ৰিয় আৰু মৰ্যাদা সম্পন্ন কৰি তোলা এইগৰাকী ব্যক্তিয়ে পাছৰ জীৱনত গুৱাহাটীৰ মালিগাঁৱত বিখ্যাত 'শ্ৰীগুৰু প্ৰেছ' প্ৰতিষ্ঠা কৰি 'দত্তবৰুৱা এণ্ড কোম্পানী' নামেৰে কিতাপৰ ব্যৱসায় প্ৰতিষ্ঠান এটা গঢ়ি তুলিছিল। শ্ৰীগুৰু প্ৰেছ অসমৰ প্ৰথমটো বৃহৎ আধুনিক ছপাশাল। তদুপৰি সেই সময়ত কিতাপৰ প্ৰকাশক বুলিলে দত্তবৰুৱা এণ্ড কোম্পানীকে জনা গৈছিল।

নিজৰ প্ৰেছ প্ৰতিষ্ঠা কৰাৰ আগতে দত্তবৰুৱাই প্ৰাচীন গ্ৰন্থসমূহ প্ৰকাশ কৰাৰ ক্ষেত্ৰত কেনে পৰিস্থিতিৰ মুখামুখি হৈছিল, এই বিষয়ত 'অসমীয়া প্ৰকাশনৰ চমু পৰিচয়' নামৰ প্ৰবন্ধত ড° হৰিশচন্দ্ৰ ভট্টাচাৰ্যই লিখিছে- 'শ্ৰীমন্ত শংকৰদেৱ, অনিৰুদ্ধদেৱ, অনন্ত কন্দলী প্ৰভৃতি বৈষ্ণৱ কবিকুল বিৰচিত শ্ৰীমদ্‌ভাগৱত পুথিৰ বিভিন্ন স্কন্ধ বহুদিনলৈকে সত্ৰ, নামঘৰ, কৰ্তনঘৰ আদিত, ধৰ্মপ্ৰাণ সেৱকসকলৰ ঘৰত মাথোন আছিল। হৰিনাৰায়ণ দত্তবৰুৱাই পুথিখনৰ কেউটা খণ্ড একেলগ কৰি প্ৰকাশ কৰাৰ মানস কৰিলে। ভক্তৰ কাম্য সিদ্ধ হ'ল। ১৯২৩ চনৰ পৰা ১৯৩৫ চনৰ ভিতৰত সংকলন কাৰ্য সমাপ্ত কৰি ১৯৪২ চনত ছপা কাম শেষ কৰা হ'ল। এই পুথি প্ৰকাশত তেওঁ যে কেৱল শ্ৰমদানেই কৰিছিল এনে নহয়, অৰ্থদানৰ বাবেও ব্যক্তিবিশেষৰ কাষ চাপিব লগা হৈছিল। ইয়াৰ বাবে দক্ষিণপাট সত্ৰৰ গোসাঁয়ে এশ টকাৰ মোনা এটি আগবঢ়াইছিল। ধন ধাৰলৈ বিচাৰি নাপাই তেওঁ পাঁচ বছৰ বাকী থাকোতেই ১৯৩৮ চনত চাকৰিৰ পৰা অৱসৰ লয়; টকা বিচাৰি বিতত হয় আৰু ইয়াৰ বাবেই মানুহজন ঋণগ্ৰস্ত হৈ পৰে।'

এজন সফল 'প্ৰকাশক আৰু সাহিত্যিক' একেজন মানুহেই হ'ব, এনে উদাহৰণ অসমত নাই বুলিবই পাৰি। কিন্তু হৰিনাৰায়ণ দত্তবৰুৱাই এই দুয়োটা কৰ্ম একেলগে কৰি, দুয়োটা কৰ্মতে তেওঁৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি গৈছে। হৰিনাৰায়ণ দত্তৰ সাহিত্যিক জীৱনৰ কীৰ্তি প্ৰকাশ পাইছে এই গ্ৰন্থসমূহৰ যোগেদি (ক) মাধৱ কন্দলীৰ অসমীয়া ৰামায়ণ (খ)দ্বাদশ স্কন্ধ ভাগৱত (গ) ৰাম সৰস্বতীৰ অসমীয়া মহাভাৰত, (ঘ) শংকৰ বাক্যামৃত, (ঙ) অসমীয়া মহাভাৰত, (চ) চিত্ৰ ভাগৱত, (ছ) কথা গুৰু চৰিত, (জ) ভক্তিবিবেক, (ঝ) শংকৰদেৱৰ বাণী আৰু অন্যান্য। এই গ্ৰন্থসমূহৰ সংকলন, সম্পাদনা আৰু প্ৰকাশ কৰাৰ বাহিৰেও 'প্ৰাচীন কামৰূপীয়া কায়স্থ সমাজৰ ইতিবৃত্ত' নামৰ বিখ্যাত গ্ৰন্থও তেওঁ ৰচনা কৰি থৈ অসমীয়া বৈষ্ণৱ সাহিত্যৰ লগতে অন্যান্য বিষয়ত গৱেষণাৰ পথ সুগম কৰি থৈ গৈছে।

১৯৫৩ চনত ড° সূৰ্য্যকুমাৰ ভূঞাৰ সভাপতিত্বত শ্বিলঙত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনত হৰিনাৰায়ণ দত্তবৰুৱাক সম্বৰ্দ্ধনা জনোৱা হৈছিল এইদৰে-'ভাগৱৎ প্ৰেমিক দত্তবৰুৱা, আপোনাৰ সুযত্নৰ ফলত অসমৰ বৈষ্ণৱ সাহিত্যৰ অমূল্য গ্ৰন্থৰাজি সকলোৱে ঘৰে ঘৰে আদৰণীয় সম্পদৰূপে পাব পাৰিছে। এইখিনি কাম এজন লোকৰ পক্ষে সম্ভৱ নহ'লেও আপুনি নিজে এটা প্ৰকাশ অনুষ্ঠান যেন হৈ পৰিছে আৰু স্বনামধন্য হৰিবিলাস আগৰৱালা, শিৱনাথ ভট্টাচাৰ্য, দুৰ্গাধৰ বৰকটকী আদিৰ প্ৰশংসনীয় উদ্যমক আপুনি অধিকতৰ প্ৰাণৱন্ত কৰি তুলিছে।.... আপোনাৰ প্ৰকাশিত মাধৱদেৱৰ 'ভক্তি ৰত্নাৱলী', গোবিন্দ মিশ্ৰৰ 'গীতা', সুবৃহৎ 'কথা গুৰু চৰিত' আৰু বৈকুণ্ঠ নাথ ভট্টদেৱৰ সংস্কৃত সংকলন 'ভক্তি বিবেক' আদি পুৰণি পুথিসমূহৰ কথাও আমাৰ মনত থাকিব। আপোনাৰ টীকা ব্যাখ্যা সম্বলিত 'নামঘোষা', 'শ্ৰীশংকৰদেৱৰ বৰগীত', 'মাধৱদেৱৰ বৰগীতে' আপোনাৰ পৈণত বয়সৰ বৈষ্ণৱ সাহিত্য চৰ্চাৰ সুখকৰ ইঙ্গিত দিয়ে।.. আপোনাৰ সৎকাৰ্য আমাৰ জাতীয় স্মৃতিত চিৰন্তন হৈ থাওক, এয়ে আমাৰ সৰল বাঞ্ছা।' এইখিনিতে হৰিনাৰায়ণৰ কনিষ্ঠ ভ্ৰাতৃ বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাৰ বিষয়ে সামান্য আভাস দিয়াটো উচিত হ'ব। ১৮৯৯ চনত জন্মগ্ৰহণ কৰা বিচিত্ৰ নাৰায়ণৰ অভিভাৱক আৰু শিক্ষাগুৰু আছিল জ্যেষ্ঠ ভ্ৰাতাগৰাকী। হৰিনাৰায়ণৰ তত্ত্বাৱধানতেই কাকজান আৰু যোৰহাটত স্কুলীয়া শিক্ষা লৈ যোৰহাটৰ পৰাই প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা বি এ ডিগ্ৰী লৈ নলবাৰীৰ গৰ্ডন হাইস্কুলত শিক্ষকতা কৰিছিল। ককায়েক হৰিনাৰায়ণৰ 'দত্তবৰুৱা এণ্ড কোম্পানী'ৰ অন্যতম সহযোগী এইজনা ব্যক্তিয়ে গুৱাহাটী আইন কলেজৰ পৰা বি এল ডিগ্ৰী লৈ পাছত গুৱাহাটীত ওকালতি কৰিবলৈ লয় আৰু পৃথকে 'লয়াৰ্চ বুক ষ্টল' নামৰ গুৱাহাটীৰ বিখ্যাত পুথি প্ৰকাশ প্ৰতিষ্ঠানৰ জন্ম দিয়ে। ককায়েকৰ আদৰ্শৰে অনুপ্ৰাণিত এইগৰাকী ব্যক্তিৰ সাহিত্য চৰ্চাতো ৰাপ আছিল। ১৯৭৩ চনৰ ১২ জানুৱাৰীত বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাৰ মৃত্যু হয়।

অসমীয়া সাহিত্য আৰু প্ৰকাশনক নৱজন্ম দি আধুনিক ৰূপত গঢ়ি তুলিবলৈকে হৰিনাৰায়ণৰ যেন জন্ম হৈছিল। প্ৰাচীন সম্পদক সংৰক্ষণ কৰাৰ ক্ষেত্ৰত আগৰণুৱা এইগৰাকী ব্যক্তিয়ে সহকাৰী সম্পাদক হিচাপেও অসম সাহিত্য সভাক অনেক মৰ্যাদা দান কৰিছে! নলবাৰীত ' হাইস্কুল' (পিতৃৰ সোঁৱৰণত) প্ৰতিষ্ঠা কৰি অসমৰ শিক্ষা জগততো বিশেষ বৰঙণি আগবঢ়াই থৈ গৈছে। তদুপৰি শংকৰদেৱৰ জন্মভূমি 'বৰদোৱা সত্ৰ', নলবাৰীৰ 'হৰিসভা', গুৱাহাটীৰ 'শংকৰদেৱ কৃষ্টি বিকাশ সমিতি' আদিত বহু অৰ্থ দান কৰা এইগৰাকী ব্যক্তিয়ে তেওঁৰ চাকৰি সূত্ৰে অসমৰ বিভিন্ন ঠাইত থকা কালত বিভিন্ন ধৰণে সমাজসেৱা কৰি গৈছে। ৰোগীৰ সেৱাৰ ক্ষেত্ৰতো যথেষ্ট কৰ্ম কৰি থৈ যোৱা এইগৰাকী ব্যক্তি সমাজসেৱক, শিক্ষাবিদ, সাহিত্যিক, প্ৰকাশক আৰু ব্যৱসায়ী- এই সকলো ক্ষেত্ৰত আছিল এগৰাকী শ্ৰেষ্ঠ মনীষী।

চাকৰি জীৱনৰ প্ৰথমছোৱাতে উপাৰ্জুন শইকীয়া নামৰ এগৰাকী গণিতজ্ঞৰে লগ লাগি 'পুষ্পাৱলী' নামৰ কবিতা পুথি এখন যৌথভাবে লিখি প্ৰকাশ কৰিছিল। তদুপৰি ...ত্ৰদৰ্শন' ন...ৰ উপন্যাস আৰু 'ভাৰত দৰ্শন' নামৰ ভ্ৰমণ কাহিনীও তেওঁ লিখিছিল।

তেওঁ প্ৰতিষ্ঠা কৰি থৈ যোৱা অন্যতম আধুনিক প্ৰকাশ যন্ত্ৰ 'শ্ৰীগুৰু প্ৰেছ'ৰ পৰাই পাছত তেওঁৰ পুত্ৰ মুনীন্দ্ৰ দত্তবৰুৱাই 'নীলাচল' নামেৰে বিখ্যাত বাতৰি কাকত এখন প্ৰকাশ কৰিছিল।

প্ৰাচীন কামৰূপীয় শব্দকোষ এখনো সংকলন কৰিবলৈ প্ৰস্তুতি চলোৱা দত্তবৰুৱাই সেই কাম আধৰুৱা অৱস্থাতে এৰি ১৯৫৮ চনত (১৮৮০ শকৰ ছয় ফাগুন) ৭৩ বছৰ বয়সত পৰলোকলৈ গতি কৰে। জাতি আৰু ভাষা-সাহিত্যৰ সেৱাকে জীৱনৰ মুখ্য উদ্দেশ্য কৰি লোৱা হৰিনাৰায়ণ দত্তবৰুৱাৰ কৰ্মৰাজিক স্বীকৃতি নিদিলে আমি সঁচাকৈয়ে 'অকৃতজ্ঞ' হিচাপে চিহ্নিত হ'ম।



(৬)

# অম্বিকাগিৰী ৰায়চৌধুৰী

অসম, অসমীয়া জাতি আৰু ভাষা-সংস্কৃতিৰ বাবে নিজৰ জীৱনটো উছৰ্গা কৰা অসমৰ সিংহপুৰুষ অম্বিকাগিৰী ৰায়চৌধুৰীক তেওঁৰ জীৱনৰ মহৎ গুণখিনিৰ বাবে অসমীয়া জাতিয়ে 'অসম কেশৰী', আখ্যাৰে বিভূষিত কৰিছিল। অতি কৰ্তব্য পৰায়ণ, সত্যানিষ্ঠ এইজনা ব্যক্তিয়ে অসম আৰু অসমীয়াৰ বাবে কৰিব নোৱাৰা কাম নাছিল। অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ জনোৱাটো যেন আছিল তেওঁৰ জীৱনৰ ব্ৰত। নিজৰ জীৱন বিপন্ন কৰি হ'লেও আনৰ উপকাৰ কৰিব বিচৰা এইজনা ব্যক্তিৰ 'স্পষ্টবাদিতা আৰু সৎ সাহস' আছিল জীৱনৰ কীৰ্তিস্তম্ভ। অতি সত্যনিষ্ঠ এইজনা ব্যক্তিয়ে সেই বাবেই নিজৰ বিষয়ে দৃঢ় প্ৰত্যয়েৰে ক'ব পাৰিছিল যে, 'দিনটোৰ ২৩ ঘণ্টা, ৫৯ মিনিট ৫৯ ছেকেণ্ডেই মই দেশৰ কথা ভাবো।' দেশৰ বাবে অহৰহ চিন্তা কৰা, সৰ্বস্ব ত্যাগ কৰিও কাহানিও হাৰ নমনা এইজনা ব্যক্তিয়ে কিন্তু দেশ আৰু জাতিৰ পৰা কোনো সম্পত্তি, ক্ষমতা, কোনো বিষয়বাব বিচৰা নাছিল। কৰ্মী জীৱনকহে তেওঁ বিশ্বাস আৰু শ্ৰদ্ধা কৰিছিল আৰু সেইবাবেই নিজেও সেইদৰে কাম কৰি গৈছিল।

বৰপেটাৰ বিখ্যাত ৰায়চৌধুৰী পৰিয়ালত ১৮৮৫ চনৰ ১৮ ডিচেম্বৰ (১৮০৭ শকৰ চাৰি পুহ) শুক্ৰবাৰে জন্মগ্ৰহণ কৰা অম্বিকাগিৰীৰ পিতৃৰ নাম আছিল কৃষ্ণৰাম ৰায়চৌধুৰী আৰু মাতৃ দৈৱকী দেৱী। এই ৰায়চৌধুৰী পৰিয়ালৰ আদি পুৰুষ হ'ল শ্ৰীমন্ত শংকৰদেৱৰ বংশধৰ জগদানন্দ বা ৰাম ৰায়। আনহাতে, শংকৰদেৱৰ চৰিত পুথি ৰচনা কৰা ৰামচৰণ ঠাকুৰ আছিল তেওঁৰ মাতৃৰ পূৰ্বপুৰুষ। কৈ থোৱা উচিত হ'ব যে, কোচবিহাৰৰ কোচ ৰাজবংশ আৰু আহোম স্বৰ্গদেৱসকলৰ সময়ছোৱাত ৰাম ৰায়ৰ বংশৰ যথেষ্ট সুনাম আৰু প্ৰতিপত্তি আছিল। কোচ ৰজাই ৰাম ৰায়ৰ উত্তৰ পুৰুষক 'ৰায়বৰুৱা' উপাধি দিয়ে আৰু আনহাতে আহোম স্বৰ্গদেৱ শিৱ সিংহই দান কৰে 'চমুৱা'ৰ মৰ্যাদা। পাছত এই বংশ 'ৰায়চৌধুৰী' নামেৰে বিখ্যাত হৈ পৰে।

বিখ্যাত বংশৰ হ'লেও অম্বিকাগিৰীৰ পিতৃ কৃষ্ণৰাম অতি সৰল লোক হোৱাৰ বাবেই পৈতৃক মাটি-বাৰী আৰু অন্যান্য সম্পত্তিৰ পৰা বঞ্চিত হয়। সেই বাবেই তেওঁ হাত বেজীৰ কাম কৰি জীৱিকা অৰ্জন কৰিবলৈ বাধ্য হয়। নানা কাৰুকাৰ্য খটুৱাই তেওঁ সুন্দৰ চন্দ্ৰতাপ আৰু চৌগা-চাপকণ আদি সিব পাৰিছিল। এই বস্তুবোৰকে কীৰ্তন ঘৰ আৰু অভিজাত পৰিয়ালৰ মাজত বিক্ৰী কৰি কিছু অৰ্থ উপাৰ্জন কৰিছিল। এইদৰেই কৃষ্ণৰামে গিৰিশচন্দ্ৰ, অম্বিকাগিৰী, লক্ষ্মীপ্ৰিয়া আৰু ৰোহিণীপ্ৰভা, এই চাৰি পুত্ৰ-কন্যাৰে পৰিবেষ্টিত সংসাৰ চলাইছিল। কিন্তু ১৮৯৭ চনত অৰ্থাৎ অম্বিকাগিৰীৰ ১২

বছৰ বয়সত কৃষ্ণৰামৰ মৃত্যু হয়। তাৰ পাছতে এই চাৰিটি সন্তানৰ সম্পূৰ্ণ দায়িত্ব ল'বলৈ বাধ্য হ'ল দৈৱকী দেৱী। সুন্দৰীদিয়া সত্ৰৰ অধিকাৰৰ এই কন্যাগৰাকীয়ে অসীম কষ্টেৰে পুত্ৰ-কন্যা সন্তানকেইটাক তুলি-তালি ডাঙৰ-দীঘল কৰিবলৈ সংকল্পবদ্ধ হ'ল। সংসাৰৰ অসীম যন্ত্ৰণাৰ মাজতো এই নাৰীগৰাকীয়ে গান গাব পাৰিছিল আৰু ল'ৰা-ছোৱালীকেইটিক গানৰ শিক্ষা দিছিল। অম্বিকাগিৰী সেই বাবেই পাছৰ কালত এগৰাকী সঙ্গীতজ্ঞ পৰ্যন্ত হৈ উঠিছিল। নিজ মাতৃ সম্পৰ্কে অম্বিকাগিৰীয়ে লিখিছে- 'মোৰ আই সৰুৰে পৰা বৰগীত, নাম, পদ গোৱাৰ বংশগত ঘৰুৱা চৰ্চাত আছিল অতি পাকৈত। আইৰ কণ্ঠস্বৰ আছিল অতি মধুৰ। সেই কণ্ঠস্বৰত বৰগীতৰ শুদ্ধ ৰাগবিলাকৰ মাধুৰিমা প্ৰত্যক্ষভাৱে ফুটি ওলাইছিল।... আইৰ সেই অপূৰ্ব সম্মোহিনী সুৰ-লহৰীৰ বৰ্ণনা দিবলৈকে মোৰ ভাষা নাই। সেই বৰগীতৰ সুৰ আলোড়নৰ স্পৰ্শত চুবুৰীয়া সকলোৱে শয্যা তিয়াগি উঠি ভক্তি গদ্ গদ্ চিত্তেৰে আইৰ পুৱাৰ গীত শুনিছিল, এনেকি বৰেৰ পুৱাতে আমাৰ ঘৰৰ আগৰ আলিয়েদি প্ৰাতঃভ্ৰমণ কৰিবলৈ যোৱা লোকসকলেও মুগ্ধ নয়নেৰে আয়ে গোৱা সেই বৰগীত শুনিছিল। বৰগীতৰ এই প্ৰাণস্পৰ্শী আৰু শ্ৰীমন্ত শংকৰ-মাধৱৰ কীৰ্তনঘোষা, নামঘোষাৰ বিচিত্ৰ ৰূপৰ সুৰবিলাকক মই, মোৰ দাদা আৰু ভনীদ্বয় চাৰিওজনে মাতৃদেৱীৰ পৰা নিয়াৰিকৈ শিকিছিলো।'

দৈৱকী দেৱীৰ প্ৰথম পুত্ৰ সন্তান অৰ্থাৎ অম্বিকাগিৰীৰ ককায়েক যেতিয়া ঘৰুৱা কিছু কামত সহায় কৰিব পৰা হ'ল, তেতিয়া তেওঁলোকৰ বংশৰে এজন চহকী লোকে তেওঁক নিজৰ ঘৰত ৰাখে আৰু কাম-কাজ কৰিবলৈ দিয়াৰ উপৰি পঢ়া-শুনাও কৰিবলৈ উদগনি দিয়ে। অম্বিকাগিৰীয়ে বৰপেটাত প্ৰাথমিক শিক্ষা আৰম্ভ কৰে। অৱশ্যে তেতিয়াৰে পৰা মাকক বহু কামত সহায়ো কৰিবলৈ লয়। সেই সময়ত ধান অথবা অন্যান্য খাদ্যবস্তু উভৈনদী আছিল। গাঁৱৰ মানুহ আছিল খাদ্য-শস্যত কিছু ধনী। গতিকে তেওঁলোকে ধান বা অন্যান্য বস্তু দি দৈৱকী দেৱীৰ পৰিয়ালক সহায় কৰিছিল। অম্বিকাগিৰীয়ে বিভিন্নজনৰ ঘৰলৈ গৈ ধান বা অন্যান্য বস্তু আনিছিল আৰু সেইবোৰৰ মাজৰ পৰা খাবলৈ ৰাখিও, সেইবোৰ বিক্ৰী কৰি অন্যান্য খৰচ উলিয়াইছিল। তদুপৰি পথাৰত পৰি ৰোৱা সৰিয়হ বা ধানৰ গুটি গোটাবলৈকো অম্বিকাগিৰীয়ে পিছ হুঁহকা নাছিল।

জীৱন সম্পৰ্কে, দৰিদ্ৰতা সম্পৰ্কে কোমল বয়সৰে পৰা যথেষ্ট অভিজ্ঞতা হৈছিল অম্বিকাগিৰীৰ। তদুপৰি সম্পূৰ্ণ মাকৰ কৰ্তৃত্বত থকা শিশু অম্বিকাগিৰীয়ে পৰিশ্ৰম আৰু সত্যনিষ্ঠাৰ পৰা কাহানিও বিচ্যুত হোৱা নাছিল। অৱশ্যে মাকে তেওঁক বাৰে বাৰে বুজাইছিল যে জীয়াই থকাৰ বাবে কঠোৰ পৰিশ্ৰম কৰিবলগীয়া হ'লেও শিশু বা কিশোৰৰ আচল কৰ্তব্য হ'ল পঢ়া-শুনা কৰাহে। সেই বাবে দিনটোৰ কিছু সময় তেওঁ ৰাহি কৰিছিল মন-প্ৰাণ সপি পঢ়া-শুনা কৰাৰ বাবে। এই কঠোৰ পৰিশ্ৰমৰ বাবেই অম্বিকাগিৰীয়ে বৰপেটাৰ গণককুছি প্ৰাথমিক বিদ্যালয়ৰ পৰা শেষ পৰীক্ষাত ভালদৰে উত্তীৰ্ণ হৈ বিশেষ বৃত্তি লাভ কৰিছিল। এই বিশেষ বৃত্তি লাভ কৰাৰ বাবে মাতৃয়ে সাহস

কৰি অম্বিকাগিৰীক বহু কষ্টৰ মাজেদি হ'লেও উচ্চ শিক্ষা লাভৰ বাবে বাহিৰলৈ পঠিয়ালে।

অম্বিকাগিৰীয়ে এইবাৰ পঢ়া-শুনা আৰম্ভ কৰিলে গৌৰীপুৰ, শিৱসাগৰ আৰু শেহত গুৱাহাটীৰ সোণাৰাম হাইস্কুলত। কিন্তু স্কুলৰ তৃতীয় মহলা (বৰ্ত্তমানৰ অষ্টম শ্ৰেণী) পাওঁতেই তেওঁ পঢ়া-শুনা এৰি ভাৰতক স্বাধীন কৰাৰ মুক্তি সংগ্ৰামত উঠি-পৰি লাগিল। যি সময়ত প্ৰতিভাশালী কিশোৰ যুৱকসকলে পঢ়া-শুনাকে ধ্যান-জ্ঞান হিচাপে লোৱাটো কৰ্তব্য আৰু বেছিভাগ ল'ৰাই তেনে কৰে, সেই সময়ত অম্বিকাগিৰী নামি পৰিল দেশৰ স্বাধীনতা যুঁজত। তদুপৰি অম্বিকাগিৰীৰ দায়িত্ব আছিল এখন পৰি যোৱা সংসাৰ চম্ভলা আৰু তাৰ বাবে প্ৰয়োজন আছিল পঢ়া-শুনা ভালদৰে কৰি নিজকে কোনো চাকৰি বা ব্যৱসায়ৰ উপযুক্ত হিচাপে গঢ়ি তোলা। অথচ অম্বিকাগিৰীয়ে তেনে নকৰিলে। পৰাধীন দেশৰ ভয়ানক পৰিস্থিতি দেখি তেওঁ থিৰেবে স্বাৰ্থপৰৰ দৰে পঢ়া-শুনাৰ কথা মাথো চিন্তা কৰিব নোৱাৰা হ'ল। ফলত পাঠ্যপুথি ধোঁৱা চাঙত তুলি কলিকতাৰ খুদিৰাম বসু, কবীন্দ্ৰ ঘোষ, উল্লাস্কৰ দত্ত আদিয়ে গঠন কৰা এনাৰ্কিষ্ট (অৰাষ্ট্ৰবাদী) দলত যোগ দিয়ে। ১৯০৪ চনত মাথো ১৯ বছৰ বয়সত অম্বিকাগিৰীয়ে সম্পূৰ্ণ নিজৰ উদ্যোগত গুৱাহাটীতো গোপনে এনাৰ্কিষ্ট দলৰ শাখা গঠন কৰে। সেইদৰে তেওঁৰ অধ্যয়নৰ প্ৰতি উৎসাহ বাঢ়ে স্বাধীনতা বিষয়ত লেখা বিভিন্ন প্ৰবন্ধ-নিবন্ধৰ প্ৰতি। ১৯০৫ চনত তেওঁ নিজেই লিখি উলিয়ায় 'বন্দিনী ভাৰত' নামৰ এখন নাটক। এই বিপ্লৱী নাটকখন কটন কলেজিয়েট স্কুলৰ ছাত্ৰসকলে অভিনয় কৰাৰ লগে লগে তাৰ পাণ্ডুলিপি পুলিচে জব্দ কৰে। ফলত অম্বিকাগিৰীয়ে আত্মগোপন কৰিবলৈ বাধ্য হয়। তাৰ পাছত অৰাষ্ট্ৰবাদী (সন্ত্ৰাসবাদী) দলৰ হৈ পূৰ্ণোদ্যমে কাম-কাজ আৰম্ভ কৰে। তাৰে প্ৰথমটো কাৰ্য তেওঁ কৰে দীঘলী পুখুৰীৰ উত্তৰ পাৰে থকা চাহাব বিলাকৰ ক্লাব ঘৰটোত জুই দি।...

সেই সময়ছোৱাতে একনিষ্ঠ বিপ্লৱী হোৱাৰ লগতে তেওঁ আছিল অসাধাৰণ প্ৰেমিকো। হয়, হয় সঁচাই এজন বিৰল প্ৰেমিক। তেওঁ প্ৰেমত পৰিছিল এগৰাকী ১১ বছৰীয়া কিশোৰীৰ। প্ৰেমৰ এই একনিষ্ঠৰ চিন স্বৰূপে অম্বিকাগিৰীয়ে নিজৰ আঙুলি এটা কাটি সেইটো এটা টেমাত ভৰাই প্ৰেমিকা গৰাকীক উপহাৰ দিয়ে। এই প্ৰসঙ্গত ৰায়চৌধুৰীয়ে পাছৰ কালত নিজৰ আত্মজীৱনীত লিখিছিল— 'স্নিগ্ধোজ্বল জেউতিৰে পূৰ্ণিমাৰ পয়োভৰ উপচি পৰা সেই মুখচন্দ্ৰিমাৰ টিপ হাঁহিটোৰ বিজুলী চমকটোৱে, এপাব হানি হোৱা মোৰ বাওঁহাতৰ কনিষ্ঠ আঙুলিটোৰ ফালে চাই চাই মোক চিন্তা আৰু কৰ্মধাৰাৰে আজিলৈকে প্ৰেৰণা দি আছে। এই জ্যোতি নিষ্প্ৰভ হোৱা নাই, একেদৰেই বিকিৰণ কৰি আছে।... এহাতে এপাব নোহোৱা আঙুলিটোৱে সঘনাই সোঁৱৰাই দিয়া তেওঁৰ স্মৃতিৰ সোঁত আৰু আনফালে দেশপ্ৰেমৰ প্ৰবল ধাৰে মোৰ মনত অজ্ঞাতসাৰে কোনোবা সাগৰত নি পেলাইছিল। সেই ভাব সাগৰত উটি-বুৰি কৰা অভিজ্ঞতাই 'তুমি' আৰু 'বীণা' কাব্যৰ প্ৰেৰণা।'....

পৃথিৱী বিখ্যাত চিত্ৰকৰ ভিনচেণ্ট ভেনগঘে নিজৰ কাণ এটা কাটি টোপোলাত মেৰিয়াই নিজৰ প্ৰেমিকাক দিয়া কাহিনীটো পৃথিৱীৰ প্ৰায় সকলো আগ্ৰহী পঢ়ুৱৈয়ে জানে আৰু তেওঁৰ প্ৰেমক শ্ৰদ্ধাৰ চকুৰে চায়। আচৰিত হৈ আৰু সহানুভূতিৰ স্বৰেৰে কয়, পগলা!! অথচ আমাৰ অম্বিকাগিৰীয়েও কৰা ঠিক তেনে ধৰণৰ কাম অসমৰ বহুতেই নাজানে। এই ঘটনাটোৱে তেওঁৰ আবেগ, একাগ্ৰতা আৰু সাহসৰ পৰিস্ফুৰণ ঘটাইছে। অৰ্থাৎ আমি ক'ব পাৰো যে অম্বিকাগিৰীয়ে জীৱনত যি কৰিছিল, সেয়া সত্যনিষ্ঠ-একাগ্ৰতাৰে কৰিছিল। লাগে সেয়া অধ্যয়ন, প্ৰেম, বিপ্লৱ, সঙ্গীত চৰ্চা অথবা ব্যায়াম— যিয়েই নকৰক লাগে।

অম্বিকাগিৰীৰ অভিনয় প্ৰতিভা আছিল যেন জন্মগত। তদুপৰি তেওঁ বুজিছিল যে, তেতিয়াৰ অশিক্ষিত সমাজক কিবা এটা বস্তু বুজাবলৈ হ'লে নাটকেই হ'ল একমাত্ৰ মাধ্যম। কিন্তু সেই সময়ত সমগ্ৰ অসমতে বঙালী ভাষাৰ যথেষ্ট প্ৰতাপ আছিল। আনকি বৰপেটাৰ দৰে অসম বৈষ্ণৱ সংস্কৃতিৰ পীঠস্থানতো বঙালী গীত-মাত, নাটক, যাত্ৰাদলত বঙলা ভাষাৰেই এই সাংস্কৃতিক অনুষ্ঠানবোৰ পৰিবেশিত হৈছিল। অসমীয়া ভাষাপ্ৰেমী অম্বিকাগিৰীৰ সেয়া সহ্য হোৱা নাছিল। সেই বাবেই আত্মগোপন কৰি বিপ্লৱী কাৰ্যসূচী চলাই থকা সময়ছোৱাতো অম্বিকাগিৰীয়ে বঙলা ভাষা-সংস্কৃতিৰ প্ৰভাৱৰ বিৰুদ্ধে আন্দোলন চলালে। তেওঁ অসমীয়া যাত্ৰা দল সংগঠিত কৰিলে, নাটক ৰচনা কৰিলে আৰু বিভিন্নজনক অভিনেতা হিচাপে গঢ়ি তুলিলে। লাহে লাহে শ্ৰোতা-দৰ্শকসকল অসমীয়া নাটক-যাত্ৰাৰ প্ৰতি আকৃষ্ট হ'ল আৰু বঙলা ভাষাৰ প্ৰভাৱ ক্ৰমশঃ ক্ষীণ হৈ পৰিল। সেই সময়ত অম্বিকাগিৰীয়ে জয়দ্ৰথ বধ, ভক্তগৌৰৱ, কল্যাণময়ী আদি নাটক লিখিলে।

১৯১৪ চনত অম্বিকাগিৰীৰ বিৰুদ্ধে থকা চৰকাৰী নিষেধাজ্ঞা তুলি লোৱা হয়। তাৰ পাছতেই তেওঁ ডিব্ৰুগড়লৈ যায় আৰু তাৰানাথ চক্ৰৱৰ্তী সম্পাদিত 'আসাম বান্ধৱ' কাকতখনৰ সহকাৰী সম্পাদক হয়। কাকতৰ দায়িত্ব নিষ্ঠাৰে পালন কৰাৰ উপৰি তেওঁ সঙ্গীতৰ শিক্ষকতা কৰিব লয় আৰু মাজে-সময়ে অভিনয়-নাট পৰিচালনা আদি কাৰ্যও চলাই যায়। সাংবাদিক, গীতিকাৰ, কবি, গায়ক, লেখক, অভিনেতা, পৰিচালক আদি বিভিন্ন ক্ষেত্ৰত সিদ্ধহস্ত, সাংস্কৃতিক কৰ্মী অম্বিকাগিৰীয়ে ১৯১৭ চনত শিৱসাগৰত অনুষ্ঠিত প্ৰথমখন অসম সাহিত্য সভাত ডিব্ৰুগড়ক প্ৰতিনিধিত্ব কৰিছিল আৰু কাৰ্যনিৰ্বাহিক সদস্য হিচাপে মনোনীত হৈছিল। তেতিয়াৰে পৰা মৃত্যু পৰ্যন্ত তেওঁ সাহিত্য সভাৰ একনিষ্ঠ কৰ্মী আছিল।

দৃঢ় আত্মপ্ৰত্যয় লৈ ১৯১৮ চনত ৰায়চৌধুৰী ডাঙৰীয়া ডিব্ৰুগড়ৰ পৰা উভতি আহিল গুৱাহাটীলৈ। নানা দুৰ্যোগ, অৰ্থাভাৱ আদিৰ মাজতো তেওঁ নিজে ইটা কঢ়িওৱাৰ পৰা মাটি খন্দালৈ বিভিন্ন ধৰণে শাৰীৰিক আৰু মানসিক পৰিশ্ৰমেৰে গুৱাহাটীত গঢ়ি তোলে অৰুণা প্ৰেছ। এই প্ৰেছৰ পৰাই দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ সহযোগত অম্বিকাগিৰীয়ে প্ৰকাশ কৰিবলৈ লয় 'চেতনা' নামৰ মাহেকীয়া আলোচনীখন। অসমৰ আগশাৰীৰ জাতীয়তাবাদী আলোচনী ৰূপে খ্যাত এইখন আলোচনী ন বছৰ ধৰি চলাইছিল অম্বিকাগিৰীয়ে।

১৯২০ চনত মহাত্মা গান্ধী অসমলৈ আহোতে কৰ্মবীৰ নবীন চন্দ্ৰই অম্বিকাগিৰীক এগৰাকী বিশিষ্ট কবি বুলি পৰিচয় কৰাই দিয়ে। সেই সময়তে অসম এছ'চিয়েছন ভাঙি তাৰ সদস্যসকলে কংগ্ৰেছ স্থাপন কৰাত অম্বিকাগিৰীও কংগ্ৰেছৰ কৰ্মী হৈ পৰে। ১৯২১-২২ চনত অসমত নবীন চন্দ্ৰ, তৰুণৰাম আদিৰ স'তে তীব্ৰভাৱে আন্দোলন চলাই নিয়াৰ অপৰাধত অম্বিকাগিৰীকো পুলিচে গ্ৰেপ্তাৰ কৰে। সেই কাৰাবাসৰ সময়ছোৱাত তেওঁক ইংৰাজে এক গোপন চেলত ৰাখি শিল ভঙা, তেল পেৰা আদি কামত লগাইছিল। কাৰণ পূৰ্বতে অ-ৰাষ্ট্ৰবাদী উগ্ৰপন্থী দলৰ নেতা হিচাপে পৰিচিত অম্বিকাগিৰীক ইংৰাজে অতি 'বিপজ্জনক' বুলি ভাবিছিল। সেই সময়ছোৱাতো অম্বিকাগিৰীয়ে গীত-মাতৰ চৰ্চা এৰি নিদিলে। 'অ' অভাগা, তই ভাঙিব লাগিব শিল' আদিৰ দৰে সেই সময়ত লিখা বিখ্যাত গীতবোৰ পাছত ইংৰাজীলৈ ভাঙনি কৰি কাৰাগাৰৰ গীত [Songs of the Cell] নামেৰে পুথি আকাৰে প্ৰকাশিত হৈছিল। কাৰাবাসৰ সময়ছোৱাতে অম্বিকাগিৰীয়ে অতি কষ্টেৰে গঢ়ি তোলা অৰুণা প্ৰেছ আৰু চেতনাৰ কাৰ্যালয়টো পুৰি ছাঁই হৈ যায়। দুবছৰ কাৰাবাসৰ ম্যাদ উকলি যোৱাৰ পাছত অম্বিকাগিৰীয়ে ককায়েক গিৰিশচন্দ্ৰৰ অৰ্থ সাহায্যত অৰুণা প্ৰেছ পুনৰ কৰ্মক্ষম কৰে আৰু চেতনাৰ পুনৰ প্ৰকাশ হয়। সেই সময়তে ৰচনা কৰা 'শতধাৰ' নামৰ বিপ্লবী গ্ৰন্থ এখন চৰকাৰে বাজেয়াপ্ত কৰে আৰু অম্বিকাগিৰীক পুনৰ তিনিমাহৰ জেল আৰু জৰিমনা বিহা হয়। জেলৰ পৰা মুক্তি পাই অম্বিকাগিৰীয়ে কৌশল্যা দেৱীক বিয়া কৰায়।

১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত ভাৰতীয় কংগ্ৰেছ মহাসভাৰ উদ্বোধনী গীত ৰচনা, সুৰ সংযোজন তথা অন্যান্য সাংস্কৃতিক কাৰ্যসূচীৰ ভাৰ স্বাভাৱিকতে পৰিছিল বিখ্যাত শিল্পী অম্বিকাগিৰীৰ ওপৰত। মহাসভাৰ উদ্বোধনী গীতটো (আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ...) অম্বিকাগিৰীৰ স'তে গাইছিল জ্যোতিপ্ৰসাদ আগৰৱালা, পুষ্পলতা দাস, উমেশ চৌধুৰী, লীলা দেৱী (বৰুৱা), পদ্মধৰ চলিহা আৰু প্ৰিয়লতা কাকতীয়ে।... অম্বিকাগিৰীয়ে বুজি উঠিছিল যে, ভাৰতক স্বাধীন কৰাৰ ক্ষেত্ৰত কংগ্ৰেছৰ অনবদ্য ভূমিকা হ'লেও অসমীয়া জাতি, ভাষা আৰু সংস্কৃতিৰ বাবে কংগ্ৰেছে একো কৰিব নোৱাৰে। সেইবাবেই তেওঁ প্ৰায় একক প্ৰচেষ্টাৰে গঢ়ি তোলা এক অনুষ্ঠান (পাণ্ডু মহাসভাৰ সেই কংগ্ৰেছৰ সভা মণ্ডপতে) 'অসম সংৰক্ষণী সভা'ৰ উদ্বোধন কৰে গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ দেব গোস্বামীৰ সভাপতিত্বত। অসম, অসমীয়া জাতি আৰু ভাষা-সংস্কৃতিৰ স্বাৰ্থত নিষ্ঠাৰে কাম কৰি যোৱা এই সভাখনক বহল কৰি ১৯৩৬ চনত নাম দিয়া হয় 'অসম জাতীয় মহাসভা'। উল্লেখ কৰা ভাল হ'ব যে 'চেতনা'ৰ মৃত্যুৰ কেইবছৰমানৰ পাছত ১৯৩৫ চনত অম্বিকাগিৰীয়ে অৰুণা প্ৰেছৰ পৰা 'ডেকা অসম' নামৰ আলোচনীখন প্ৰকাশ কৰিবলৈ লয়। এইখন 'অসম জাতীয় মহাসভা'ৰ মুখপত্ৰ স্বৰূপ আছিল। এইখন কাকতৰ কম্পজিটৰ, লেখক, প্ৰুফৰিডাৰ, সম্পাদক, প্ৰকাশক, স্বত্বাধিকাৰী, মেচিনমেন আনকি পেকেট কৰা, লেবেল মৰা আৰু ১২ /১৪ মাইল অঞ্চল পদব্ৰজে ঘূৰি ডেকা অসম বিক্ৰী কৰা কামো আছিল অম্বিকাগিৰীৰেই।

'অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী'ৰ সম্পাদক ড° সত্যেন্দ্ৰ নাথ শৰ্মাই গ্ৰন্থখনৰ পাতনিৰ পৰিপূৰক হিচাপে লিখা নিবন্ধটোত লিখিছে 'অসম সংৰক্ষিণী সভা আৰু অসম জাতীয় মহাসভা'ৰ যোগেদি পূৰ্ববঙ্গৰ অবাধ পৰিব্ৰজন, অসমৰ অনাবাদী মাটি দখল, অসমীয়া গাঁৱৰ ওপৰত পমুৱাৰ অত্যাচাৰ, বঙলা ভাষাৰ ক্ৰমবৰ্ধমান প্ৰভাৱ, অসমীয়াৰ আসন্ন বিপদৰ প্ৰতি উদাসীনতা, তেওঁলোকৰ মাজত স্বদেশপ্ৰীতি আৰু ঐক্য ভাব সৃষ্টি, নিয়মানুবৰ্তিতা আৰু সংযমৰ প্ৰবৰ্তন, লীগ মন্ত্ৰীসভাৰ বিৰুদ্ধে শক্তি আহৰণ কৰা, ডমি চাইল্ড প্ৰশ্ন, শ্ৰীহট্ট বিচ্ছেদ, আত্মৰক্ষা বাহিনী গঠন, চেঞ্চাছ সমস্যা আৰু সৰ্বশেষত অসমৰ খিলঞ্জীয়া লোকৰ সকলো স্বাৰ্থ সংৰক্ষণ এই সকলোবোৰৰ বিষয়ে জনমত গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল আৰু শাখা-প্ৰশাখা স্থাপন কৰি সাধ্যানুসাৰে কাৰ্যকৰী চেষ্টা লোৱাৰো ব্যৱস্থা কৰিছিল।... অসমীয়াৰ অস্তিত্ব বিপন্ন হোৱাৰ আশংকা কৰি অসমীয়াক সাৱধান হ'বলৈ চিঞৰি চিঞৰি কৈছিল; কিন্তু দুৰ্ভাগ্যবশতঃ সেই সময়ৰ নেতৃবৰ্গই, বিশেষকৈ ৰাইজৰ আস্থাভাজন কংগ্ৰেছ নেতাসকলে ৰায়চৌধুৰীৰ বিপদ সংকেতক বৰ গুৰুত্ব নিদিলে।... ১৯৪৬ চনত কেবিনেট মিছনৰ গ্ৰুপিং প্ৰস্তাৱৰ বিৰুদ্ধে অসমৰ কংগ্ৰেছ নেতাসকলৰ লগতে ৰায়চৌধুৰীয়েও সমানে হাত উজান দিছিল আৰু স্বাধীনতা লাভৰ পাছতো বহিৰাগতৰ সোঁত বন্ধ কৰিবলৈ প্ৰচেষ্ট চলাইছিল।...'

অম্বিকাগিৰীয়ে অসমৰ স্বাৰ্থ সুৰক্ষিত কৰা বিষয়টোত অহৰহ সচেষ্ট হ'লেও, সৰ্বভাৰতীয় মনোভাব বিসৰ্জন দিয়া নাছিল। তেওঁ বিচ্ছিন্নতাবাদী নাছিল। তেওঁৰ মতে অসমীয়া জাতীয়তাবাদ আছিল বৃহৎ ভাৰতীয় জাতীয়তাবাদৰ পৰিপূৰকহে। তেওঁ ভাৰতৰ প্ৰতিটো অঞ্চলৰ ভাষা, ঐতিহ্য আৰু সংস্কৃতিৰ সংৰক্ষণ বিচাৰিছিল। মাথো অসমীয়া বা ভাৰতীয়ই নহয়, অম্বিকাগিৰী বিশ্বৰাষ্ট্ৰৰো অন্যতম হোতা আছিল। এই প্ৰসঙ্গত তেওঁ সাতটা মৌলিক নীতিৰো জন্ম দিছিল, যাৰ ভিত্তিত এই বৃহৎ ৰাষ্ট্ৰৰ সংবিধান ৰচিত হ'ব। জনবিস্ফোৰণৰ হেঁচা হ্ৰাস কৰি, ডিঙি কটা প্ৰতিযোগিতা হ্ৰাস কৰি, গ্ৰহান্তৰত উপনিবেশ স্থাপন কৰি পৃথিৱীখনক শান্তিময় কৰাৰ প্ৰচেষ্টাৰ প্ৰাথমিক চৰ্তও তেওঁ উদ্ভাৱন কৰিছিল, যিটো কথা আজিৰ ৰাষ্ট্ৰনায়কসকলৰ মুখেদি নিৰ্গত হৈছে।

জীৱন কালত কি কৰা নাছিল অম্বিকাগিৰীয়ে? মানুহৰ মনত স্বাধীনতাৰ ভাৱ জগাই তোলাৰ লগতে স্বাস্থ্য বিষয়ক বিভিন্ন বিধি পালনৰ বাবেও জনসাধাৰণক সচেতন কৰিছিল। আত্মগোপন কৰি থকা অৱস্থাত বৰপেটাৰ দৰে ঘন বসতিপূৰ্ণ অঞ্চলটোৰ চাফাই কামত তেওঁ লাগিছিল। হাতত কোৰ আৰু ঝাৰু লৈ ৰাজআলিৰ পৰা মলমূত্ৰ, আবৰ্জনা আদি আঁতৰোৱা কামত নিজেই লাগি গৈছিল আৰু 'সেৱাদল' গঠন কৰি ডেকাসকলকো এই কামত উদ্বুদ্ধ কৰিছিল। দুখীয়া ছাত্ৰৰ সহায়ৰ বাবে চান্দা তুলি ৰাজহুৱা ধনৰ ভঁৰাল স্থাপন কৰিছিল, বিভিন্ন সামাজিক কু-প্ৰথাৰ ভয়াবহ পৰিণতিৰ বিষয়ে ৰাইজক সচেতন কৰিছিল। নিজৰ ঐতিহ্য আৰু সংস্কৃতিক আগস্থান দি মানুহক স্বাৱলম্বী হ'বলৈ দীক্ষা দিছিল। ১৯২৭ চনত গুৱাহাটীত নিজৰ উদ্যোগতেই অম্বিকাগিৰীয়ে স্থাপন কৰা 'কামৰূপ

মায়াবিনী কেমিকেল্স ৱৰ্কছ' নামৰ কাৰখানাটোত চিয়াঁহী, ফিনাইল, চাবোন আদি নিত্য ব্যৱহাৰ্য সামগ্ৰী উৎপাদন কৰিছিল। অসংখ্য গীত, কবিতা, প্ৰবন্ধ, নাটক, সমাজ সচেতনতা জগাই তোলা নিবন্ধ আদি লিখা এই ব্যক্তিগৰাকী আছিল একেধাৰে সমাজ সংস্কাৰক, ৰাজনৈতিক নেতা, ব্যায়ামবিদ, যন্ত্ৰ সংগীতজ্ঞ, গায়ক, অভিনেতা, সংবাদসেৱী, মেচিনমেন আনকি চাৰ্কাচ দল আৰু যাত্ৰা দলৰ স্থাপনকৰ্তাও।

এই চুটি নিবন্ধত আমি অসম কেশৰীৰ জীৱন আৰু কৰ্মৰ বিষয়ে লিখি 'ভুৰুকাত হাতী ভৰোৱা'ৰ দৰে অপচেষ্টা কৰিছো যেনহে লাগিছে। ১৯৩৯-৪১ চনত 'অসম শিক্ষা প্ৰচাৰ সমিতি' গঠন কৰি অসমীয়া ভাষাৰ প্ৰচাৰত ঐকান্তিকভাৱে লাগি যোৱা অম্বিকাগিৰীয়ে '৪২ চনত 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠন'ৰ প্ৰাথমিক আঁচনি ৰচনা কৰি সেয়া প্ৰচাৰ কৰিছিল। ১৯৫০ চনত তেওঁ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছিল। ১৯৫৫ চনত 'ভাৰত ঐক্য সাধন সমাজ' গঠনৰ পৰিকল্পনা কৰি 'আহিছা যদি মোৰ লগত এক হৈ মিলি যোৱা' নীতিৰ জৰিয়তে সৰ্বভাৰতীয় ঐক্য আৰু সংহতি স্থাপনৰ আদৰ্শ প্ৰচাৰ কৰি ফুৰিছিল।

জীৱনত নিজৰ বাবে একো এটাই নকৰা অসম কেশৰীয়ে অহৰহ অসম, অসমীয়াৰ স্বাৰ্থ আৰু ভাৰতবৰ্ষৰ উন্নতি আৰু সংহতিৰ বিষয়ে চিন্তা কৰিছিল। সেই বাবেই স্বাধীন চৰকাৰে জনসাধাৰণৰ বাবে নিষ্ঠাৰে কাম নকৰাৰ অভিযোগ কৰি ১৯৬০ চনত চৰকাৰী 'সাহিত্যিক পেঞ্চন' ত্যাগ কৰিছিল। ১৯৬৭ চনৰ দুই জানুৱাৰীত এই বিশাল ব্যক্তিত্বৰ অধিকাৰীজনাই শেষ নিশ্বাস ত্যাগ কৰে।



(৭)

# শৰৎ চন্দ্ৰ গোস্বামী

অসম সাহিত্য সভাৰ প্ৰথমগৰাকী প্ৰধান সম্পাদক, অতি পৰিশ্ৰমী, সৎ সাহসী আৰু যাৰ চৰিত্ৰ আছিল সকলো ফালেদি নিষ্কলুষ, তেৱেঁই শৰৎ চন্দ্ৰ গোস্বামী। অতি গহীন-গম্ভীৰ, সভা শুৱনি, সৎ কৰ্মৰ পূজাৰী এইগৰাকী ব্যক্তিৰ জন্ম হৈছিল ১৮৮৭ চনৰ ১২ মে'ত নলবাৰীত। গোস্বামীৰ পূৰ্বপুৰুষ অসমলৈ আহিছিল বঙ্গৰ পৰা, মহাপুৰুষ শ্ৰীশ্ৰীচৈতন্যদেৱৰ নাম-মহাত্ম্য প্ৰচাৰ কৰিবলৈ। এওঁলোকে অসমলৈ আহি ইয়াৰ লোকসকলৰ ব্যৱহাৰত অতি মুগ্ধ হৈ নলবাৰীতে বসবাস কৰিবলৈ ল'লে আৰু পুৱা-গধূলি হৰিনাম-কীৰ্তনৰ ধ্বনিৰে চৌদিশ মুখৰিত কৰিবলৈ ধৰিলে। এওঁলোকে সত্ৰও স্থাপন কৰিছিল।

শৰৎ চন্দ্ৰৰ পিতৃৰ নাম আছিল ললিত চন্দ্ৰ গোস্বামী আৰু মাতৃৰ নাম মুকুন্দপ্ৰিয়া। ললিত চন্দ্ৰ আছিল এগৰাকী বিখ্যাত সংস্কৃত পণ্ডিত। তেওঁ 'ৰত্নমালা ব্যাকৰণ'ৰ টোকা লিখিছিল আৰু সমগ্ৰ ভাগৱত তেওঁৰ মুখস্থ আছিল। জ্ঞানৰ প্ৰতি এইগৰাকী ব্যক্তিৰ আছিল অসীম তৃষ্ণা। সেইবাবে দুই পুত্ৰ প্ৰতাপ চন্দ্ৰ আৰু শৰৎ চন্দ্ৰৰ পঢ়া-শুনা শিকাবলৈ ঘৰতে এগৰাকী পণ্ডিত ৰাখিছিল। ১০ বছৰ বয়সলৈ শৰৎ চন্দ্ৰই ঘৰতে পঢ়া-শুনা কৰিছিল। তাৰ পাছত নলবাৰী অঞ্চলৰ একমাত্ৰ মাইনৰ স্কুলত শৰৎ চন্দ্ৰক 'ছাত্ৰবৃত্তি' শাখাত নামভৰ্তি কৰি দিয়া হৈছিল। এই স্কুলত তিনি বছৰ কাল পঢ়াৰ পাছত অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ শৰৎ চন্দ্ৰ গোস্বামীয়ে 'ছাত্ৰবৃত্তি' পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯০০ চনত ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত শৰৎ চন্দ্ৰক নাম লিখাই দিয়া হ'ল গুৱাহাটীৰ কলেজিয়েট স্কুলত। স্কুলৰ ছাত্ৰাবাসতে থাকি তেওঁ পঢ়া-শুনা চলাই গৈছিল। উল্লেখ কৰি থোৱা ভাল হ'ব যে কলেজিয়েট স্কুলত ভৰ্তি হোৱা বছৰতেই শৰৎ চন্দ্ৰৰ পিতৃ ললিত চন্দ্ৰ গোস্বামীৰ মৃত্যু হৈছিল।... কলেজিয়েট স্কুলতেই শৰৎ চন্দ্ৰৰ সাহিত্য প্ৰতিভা বিকশিত হৈছিল। সেই সময়ত কলেজিয়েটৰ ছাত্ৰাবাসত 'সুনীতি সঞ্চাৰিণী' নামেৰে এখন সভা আছিল। এই সভা প্ৰতি মাহৰ শেহৰটো দেওবাৰে অনুষ্ঠিত হৈছিল। সভাত গল্প, ৰচনা, কবিতা আদিৰ পাঠ আৰু বক্তৃতা আদি হৈছিল। তদুপৰি সেই সভাৰ স'তে যুক্ত কৰিয়েই শৰৎ চন্দ্ৰই 'অংকুৰ' নামৰ এখন মাহেকীয়া হাতে লিখা আলোচনী এখন উলিয়াইছিল। তদুপৰি সেই সময়ত সত্যনাথ বৰাৰ সম্পাদনাত নতুনকৈ প্ৰকাশ পোৱা 'জোনাকী' কাকতখনতো শৰৎ চন্দ্ৰৰ গল্প-প্ৰবন্ধ আদি প্ৰকাশ পাইছিল। কলেজিয়েটত পঢ়াৰ আগৰে পৰাই শৰৎ চন্দ্ৰ গোস্বামীয়ে সম্পূৰ্ণ শৃংখলাবদ্ধ আৰু নীতিনিষ্ঠ জীৱন-যাপন কৰিছিল। 'সুনীতি-সঞ্চাৰিণী সভা'ৰ মূল

উদ্দেশ্যই আছিল সুনীতি প্ৰচাৰ কৰি সৎকৰ্মৰ উদাহৰণ দাঙি ধৰা। প্ৰতিজন ছাত্ৰই কেনে ধৰণৰ নীতি মানি চলিব লাগে, সেই বিষয়ত এই সভাই নিয়মৰ এখন তালিকা প্ৰকাশ কৰিছিল, যিটো আখৰে আখৰে পালন কৰিছিল শৰৎ চন্দ্ৰই। বিভিন্ন ধৰণৰ ব্যায়াম আৰু কুস্তীতো তেওঁ আছিল পাৰ্গত।

১৯০৩ চনত কলিকতাত এ এছ এল ক্লাবে অনুষ্ঠিত কৰা এক সাহিত্য প্ৰতিযোগিতালৈ গল্প আৰু কবিতা একেলগে পঠিয়াইছিল শৰৎ চন্দ্ৰ গোস্বামী আৰু ৰঘুনাথ চৌধাৰীয়ে। নিজৰ নিজৰ শিতানত দুয়ো পাইছিল প্ৰথম পুৰস্কাৰ। এই ক্ষেত্ৰত ৰঘুনাথ চৌধাৰীক সম্পূৰ্ণ উৎসাহ দিছিল শৰৎ চন্দ্ৰই। ১৯০৪ চনত বিভিন্ন বিষয়ত সোণৰ আৰু ৰূপৰ পদক পাই শৰৎ চন্দ্ৰ গোস্বামী প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল। উল্লেখ কৰি থোৱা ভাল হ'ব যে প্ৰবেশিকা পৰিক্ষা দি উঠি ঘৰলৈ যোৱাৰ পাছৰে পৰা শৰৎ চন্দ্ৰৰ বিয়াৰ বিষয়ে বয়োজ্যেষ্ঠসকলে চিন্তা কৰি আছিল। কাৰণ তেতিয়া সৰুতেই বিয়া কৰোৱাটো নিয়ম আছিল। হাজো দেৱালয়ৰ দলৈ, পণ্ডিত নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্যৰ কন্যা ভুবনেশ্বৰী দেৱীক প্ৰবেশিকাৰ ফলাফল বাহিৰ হোৱাৰ পাছতে বিয়া কৰালে শৰৎ চন্দ্ৰ গোস্বামীয়ে। বিয়াৰ পাছতেই তেওঁ এফ এ পঢ়িবলৈ কটন কলেজলৈ গুচি আহিল। দুবছৰকাল অতি মনোযোগেৰে পঢ়ি ১৯০৬ চনত অনুষ্ঠিত এফ এ পৰীক্ষাত বহি অসমীয়া পৰীক্ষাৰ্থীৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি সোণৰ পদক লাভ কৰে। উল্লেখ্য, এফ এ পৰীক্ষা দি উঠি শৰৎ চন্দ্ৰই 'পাণিপথ' নামৰ এখন সুন্দৰ উপন্যাসো লিখি উলিয়াইছিল। এইখনেই তেওঁৰ প্ৰথম আৰু শেষ উপন্যাস।

এফ এ পৰীক্ষাত কৃতকাৰ্যতাৰে উত্তীৰ্ণ হোৱাৰ পাছত শৰৎ চন্দ্ৰ গোস্বামীয়ে বি এ পঢ়িবৰ বাবে কলিকতাৰ মেট্ৰ'পলিটান (বৰ্তমানৰ বিদ্যাসাগৰ মহাবিদ্যালয়) কলেজত নাম লিখালে। তেওঁ তেতিয়া দৰ্শন আৰু সংস্কৃত বিষয়ত অনাৰ্চ লৈছিল। কিন্তু পৰীক্ষাৰ সময়ত অসুস্থতাৰ বাবে অনাৰ্চ এৰি সাধাৰণ পৰীক্ষাকে দিয়ে। অৱশ্যে এই সাধাৰণ বিভাগতো তেওঁ কৃতিত্ব দেখুৱাই 'ইউনিভাৰচিটি প্ৰাইজ' লাভ কৰে। ১৯০৮ চনত বি এ পৰীক্ষাত উত্তীৰ্ণ হোৱা শৰৎ চন্দ্ৰ গোস্বামীয়ে ঘৰলৈ উভতি আহি এইবাৰ পত্নীক শহুৰৰ ঘৰৰ পৰা লৈ আহে আৰু শান্তি বিয়া কৰায়।

চোকা, বুদ্ধিমান ছাত্ৰ শৰৎ চন্দ্ৰই কিন্তু সাধাৰণভাৱে বি এ পাছ কৰিয়েই সুখী হ'ব নোৱাৰিলে। কোনো বিশেষ অৰ্থ-সম্বল নথকা সত্বেও তেওঁ কলিকতালৈ গৈ এম এ পঢ়াৰ কথা ভাবিলে আৰু অভয়ৰাম চৌধুৰী নামৰ শিক্ষাপ্ৰেমী, আঢ্যৱন্ত লোক এজনে বিনা সুতত মাহে ৫০ টকাকৈ শৰৎ চন্দ্ৰলৈ পঠিয়াবলৈ মান্তি হ'ল। পাছত একেলগে সমুদায় ঋণ ওভতাই দিবলৈ শৰৎ চন্দ্ৰ চুক্তিবদ্ধ হ'ল।... কলিকতালৈ গৈ অৱশ্যে কইমাহমানৰ পাছতে 'নগেন্দ্ৰ প্ৰিণ্টিং ৱৰ্কছ'ত কাম তেওঁ কৰি নিজৰ খৰচ নিজেই উলিয়াব ধৰিলে' কিন্তু 'সংস্কৃত' বিষয়ত পঢ়িবলৈ লোৱা এম এ কৰ্ছ সম্পূৰ্ণ কৰিব নোৱাৰিলে শৰৎ চন্দ্ৰই। কাৰণ সেই সময়তে অসম চৰকাৰৰ শিক্ষা বিভাগে উপযাচি দিয়া 'ডেপুটি ইন্সপেক্টৰ'ৰ চাকৰি এটা তেওঁ পালে। আৰু নিজৰ দৰিদ্ৰ ঘৰখনকো উদ্ধাৰ কৰাৰ স্বাৰ্থত শৰৎ চন্দ্ৰই নগাঁৱত বিদ্যালয়ৰ 'ডেপুটী ইন্সপেক্টৰ' হিচাপে যোগদান কৰিলে। নগাঁৱত কেইমাহমান কাম কৰাৰ পাছতে শিক্ষা বিভাগৰ সঞ্চালক

মিষ্টাৰ ছাৰ্প চাহাবে তেওঁক মঙ্গলদৈলৈ বদলি কৰে আৰু প্ৰাথমিক শিক্ষা বিভাগৰ প্ৰায় সম্পূৰ্ণ দায়িত্ব শৰৎ চন্দ্ৰৰ হাতত অৰ্পণ কৰিলে। মঙ্গলদৈত নিজৰ যাৱতীয় সকলো কাম কৃতিত্বৰে সম্পন্ন কৰাৰ পাছতো বিভিন্ন সামাজিক কামৰ ক্ষেত্ৰতো তেওঁ আগভাগ লৈছিল। আচলতে এই মঙ্গলদৈতে শৰৎ চন্দ্ৰৰ ৰাজহুৱা বা সামাজিক জীৱন আৰম্ভ হোৱা বুলি ক'ব পাৰি। শিক্ষকসকলৰ মাজত সহযোগিতাৰ মনোভাব বৃদ্ধি কৰিবৰ নিমিত্তে শৰৎ চন্দ্ৰই শিক্ষাৰ কেন্দ্ৰ সভা প্ৰথমবাৰৰ বাবে স্থাপন কৰিছিল। এই সভা প্ৰতিমাহৰ প্ৰথম বা শেষ দিনটোত বহে আৰু শিক্ষকসকলৰ বিভিন্ন সমস্যাৰ লগতে পাঠ্যক্ৰমৰ বিষয়বস্তু, পঢ়ুওৱাৰ ধৰণ-কৰণ আদিৰ বিষয়ে আলোচনা হয়।

ঢাকাৰ বি টি কলেজত এবছৰ কাল পঢ়ি শৰৎ চন্দ্ৰই প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি ১৯১২ চনত উত্তীৰ্ণ হয়। বি টি পৰীক্ষাত এইদৰে প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ স্বৰ্ণপদক লাভ কৰোতা এৱেঁই প্ৰথম অসমীয়া। সেই সময়তে তেওঁ শাৰীৰিক ব্যায়ামৰো শৃংখলাবদ্ধ প্ৰশিক্ষণ লৈছিল আৰু বি টি কলেজত খেলা-ধূলা প্ৰতিযোগিতাত ব্যায়াম প্ৰদৰ্শন কৰি সোণৰ পদক লাভ কৰিছিল।

বি টি পৰীক্ষাত কৃতকাৰ্যতাৰে উত্তীৰ্ণ হোৱাৰ পাছত মঙ্গলদৈত তেওঁ বৰ বেছিদিন থাকিবলগীয়া নহ'ল। সহকাৰী ইন্সপেক্টৰৰ পদলৈ প্ৰমোচন দি চৰকাৰে তেওঁক যোৰহাটলৈ বদলি কৰিলে। এই যোৰহাট চহৰেই লাহে লাহে শৰৎ চন্দ্ৰ গোস্বামীৰ প্ৰধান কৰ্মক্ষেত্ৰ হৈ উঠিল। যোৰহাটলৈ গৈয়েই গোস্বামীয়ে বহু বছৰ ধৰি বন্ধ হৈ থকা স্কুলসমূহৰ টুৰ্ণামেণ্ট পুনৰ আৰম্ভ কৰিছিল। মাথো সেয়াই নহয়, ছাত্ৰসকলৰ মাজৰ খেল-ধেমালিবোৰ তেওঁ নিজেই বলিষ্ঠভাৱে পৰিচালনা কৰিছিল।

১৯১৫ চনৰ জানুৱাৰী মাহৰ পৰা যোৰহাট নৰ্মাল স্কুলখন সম্পূৰ্ণ আধুনিক ৰূপত গঢ় দি তাৰ পৰা উপযুক্ত শিক্ষকৰ জন্ম দিয়াৰ দায়িত্ব শৰৎ চন্দ্ৰ গোস্বামীৰ ওপৰত। তেওঁ স্কুলখনৰ ছুপাৰিণ্টেণ্ডেণ্টৰ দায়িত্ব ল'লে। মাথো পঢ়া-শুনাতেই নহয় ব্যায়াম, খেলা-ধূলা, হাতৰ কাম আদি বিভিন্ন বিষয়ত শিক্ষাৰ্থীসকলক পাৰদৰ্শী কৰাৰ বাবে তেওঁ ব্যৱস্থা ল'লে আৰু অতি সহজে তেওঁ সফলো হ'ল। তদুপৰি এই স্কুলৰ শিক্ষাৰ্থীসকলে যাতে মাতৃভাষাৰ মহত্ত্ব অনুভৱ কৰে আৰু অসমীয়া ভাষাৰ চৰ্চা কৰে তাৰ বাবে স্কুলৰ পৰা 'প্ৰভাত' নামৰ তিনিমহীয়া আলোচনী এখন প্ৰকাশ কৰিব ল'লে। তদুপৰি গোস্বামী ডাঙৰীয়াই সম্পূৰ্ণ একক প্ৰচেষ্টাৰে স্কুলখনত প্ৰতি শনিবাৰে আবেলি জ্ঞানদায়িনী আৰু দেওবাৰে পুৱা ধৰ্মালোচনী সভা পাতিছিল।

চৰকাৰী আৰু ব্যক্তিগত নানা ধৰণৰ কামত শৰৎ চন্দ্ৰৰ ব্যস্ততাৰ অন্ত নাছিল, কাৰণ তেওঁ জীৱনৰ প্ৰতিটো কামেই অতি নিষ্ঠাৰে কৰিছিল। সেয়া লাগে ডাঙৰ কামেই হওক বা সৰু কামেই হওক। তথাপি তেওঁ আন সকলোবোৰ কামতকৈ সদায় আগস্থান দিছিল ভাষা-সাহিত্যৰ চৰ্চা বিষয়টোক আৰু তাৰ বাবে প্ৰয়োজনীয় অনুষ্ঠানসমূহক। ১৯১২ চনত সহকাৰী ইন্সপেক্টৰ হিচাপে যোৰহাটলৈ যোৱাৰ পাছতেই ভাষা-সাহিত্যৰ প্ৰতি যেন তেওঁৰ মোহ আৰু বাঢ়িল. কাৰণ এই বিষয়ত বিভিন্ন কৰ্মপন্থা আৰু আঁচনিৰ বিষয়ে আলোচনা কৰিবলৈ দুৰ্গেশ্বৰ শৰ্মা কুলধৰ চলিহা, চন্দ্ৰধৰ বৰুৱা আদি বিশিষ্ট বন্ধুক লগ পালে এইসকল ব্যক্তিৰ উদ্যোগতে ১৯১৪ চনত যোৰহাট সাহিত্য সভা স্থাপন হয়।

যোৰহাটত সাহিত্য সভা প্ৰতিষ্ঠা কৰি গোস্বামী ডাঙৰীয়াই চিন্তা কৰিব ল'লে যে সমগ্ৰ অসমৰ ভাষা-সাহিত্য বিষয়ক চৰ্চাৰ বাবে একক অনুষ্ঠান এটা গঢ় দিব পাৰিলেহে 'অসমীয়া' ভাষাটো একক আৰু স্বয়ং সম্পূৰ্ণ ভাষা হৈ উঠিব। তদুপৰি কামৰূপীয়া, দৰঙীয়া, গোৱালপৰীয়া, শিৱসাগৰীয়া আদি অসমৰ বিভিন্ন ঠাইৰ সাহিত্যিকসকলৰ মাজত ভাষাৰ ভেদভাৱ আৰু মনৰ বহু সংকীৰ্ণতা আছে। এইসকলোবোৰ ভাষাৰ সংকীৰ্ণতাৰ পৰা উধাই গৈ সকলোৱে বহল মনোভাৱেৰে অসমীয়া হ'ব বিচাৰিলেহে ভাষা আৰু জাতিৰ উন্নতি হ'ব বুলি গোস্বামীয়ে বিশ্বাস কৰিছিল। কাৰণ ইতিমধ্যে সমগ্ৰ বঙ্গতে বঙলা ভাষাৰ বিকাশৰ বাবে গঢ়ি উঠা 'বঙ্গীয় সাহিত্য পৰিষদে' নিজৰ জাতি আৰু ভাষাৰ উন্নতিৰ বিভিন্ন কৰ্মপন্থা গ্ৰহণ কৰি কৃতকাৰ্য হৈছিল। ইয়াকে দেখি অসমতো সাহিত্য সভা গঠনৰ প্ৰস্তুতি আৰম্ভ হৈছিল। এই সম্পৰ্কত শৰৎ চন্দ্ৰ গোস্বামীয়ে নিজই লিখিছে, '১৯১৫ কি '১৬ চনত গুৱাহাটীত গৌৰীকান্ত তালুকদাৰ, অম্বিকাগিৰী ৰায়চৌধুৰী আৰু কিছুমানে লগ লাগি গোটেই অসমৰ কাৰণে সাহিত্য সভা এখন পাতিবৰ প্ৰস্তাৱ কৰিছিল। তেতিয়া সত্যনাথ বৰা ডাঙৰীয়া গুৱাহাটীৰ সাহিত্য ক্ষেত্ৰৰ নেতা। সকলোৱে তেখেতক মান-সৎকাৰ কৰে। কিন্তু সমগ্ৰ অসমৰ কাৰণে সাহিত্য সভা এখন পতা বিষয়টোত তেখেতৰ মত নাছিল।... কাৰণ উজনি-নামনি ভাষাৰ খৰিয়াল লাগিব বুলি তেখেতে বৰ আশংকা কৰিছিল।...' কিন্তু এই সকলো আশংকা পৰিত্যাগ কৰি বৃহৎ অসমীয়া জাতিৰ স্বাৰ্থৰ বাবেই অসম সাহিত্য সভাৰ দৰে বৃহৎ মঞ্চ গঢ়ি তুলিবলৈ বৰ বেছি সময় লগা নাছিল। ১৯১৭ চনৰ বৰদিনৰ বন্ধত শিৱসাগৰত অনুষ্ঠিত হ'ব লগা অসম এছ'চিয়েছনৰ সভাতেই অসম সাহিত্য সন্মিলনী (সভা) গঠন কৰাৰ সিদ্ধান্ত হ'ল। সাহিত্য সভাৰ অধিবেশন শিৱসাগৰতেই বহিল আৰু প্ৰধান সম্পাদক হিচাপে দায়িত্ব ল'বলৈ অনুৰোধ জনোৱা হ'ল ৩০ বছৰীয়া যুৱক শৰৎ চন্দ্ৰ গোস্বামীক। সাহিত্য সভা উপলক্ষে সেই ২৬ ডিচেম্বৰৰ নিশা শিৱসাগৰৰ নাট্যমন্দিৰত পদ্মনাথ গোহাঞিবৰুৱাৰ 'জয়মতী' নাটকৰ অভিনয় হৈছিল। নাটকত গদাধৰৰ ভাও লৈছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰে। জয়মতীৰ ভাৱত পদ্মধৰ চলিহা আৰু লেচাইৰ ভাৱত পাৰ্বতী প্ৰসাদ বৰুৱাই সুন্দৰ অভিনয় কৰিছিল।

যিহেতু সেই সময়ত সাহিত্য সভাৰ কোনো কাৰ্যালয় নাছিল, গতিকে প্ৰধান সম্পাদকৰ ঘৰেই আছিল কাৰ্যালয়। ফলত চৰকাৰী বিভিন্ন কামৰ লগতে গোস্বামীয়ে সাহিত্য সভাৰ দায়িত্ব লৈ নিজকে এগৰাকী অতি পৰিশ্ৰমী ব্যক্তি হিচাপে প্ৰমাণ কৰিছিল। কাৰণ ১৯৪৪ চনৰ শিৱসাগৰ অধিবেশন পৰ্যন্ত বাৰ্ষিক অধিবেশন অনুষ্ঠিত হৈ যোৱালৈ প্ৰধান সম্পাদকেই সভাৰ সকলো দায়িত্ব পালন কৰিব লাগিছিল। গতিকে সেই সময়ছোৱাত প্ৰধান সম্পাদকৰ পদটো ইমান মৰ্যাদাৰ আছিল যে মুকলি সভাত সভাপতিৰ সন্মান লাভ কৰি যোৱা ব্যক্তিসকলেও পাছত প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিছিল। প্ৰথম বছৰত সাহিত্য সভাৰ সভাপতিৰূপে সন্মান পোৱা পদ্মনাথ গোহাঞি বৰুৱাই দ্বিতীয় বছৰত এই সভাৰেই প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিল। শৰৎ চন্দ্ৰ গোস্বামীয়ে প্ৰথমটো বছৰত (১৯১৭-১৮) প্ৰধান সম্পাদকৰ

দায়িত্ব গ্ৰহণ কৰাৰ পাছত পুনৰ ১৯২০ৰ পৰা '২৭ চনলৈ সাত বছৰ কাল শৰৎ চন্দ্ৰ গোস্বামীয়ে সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল।

শৰৎ চন্দ্ৰ গোস্বামী প্ৰধান সম্পাদক হিচাপে থকা সময়খিনিতে অসম সাহিত্য সভাই এক স্বয়ং সম্পূৰ্ণ অনুষ্ঠান হিচাপে গঢ় লৈ উঠে। তেওঁৰ দিনতেই সাহিত্য সভাৰ স্থায়ী কাৰ্যালয় চন্দ্ৰকান্ত ভৱনৰ নিৰ্মাণ সম্পূৰ্ণ হয়। এই সম্পৰ্কত তেওঁ নিজেই লিখিছে- 'চন্দ্ৰকান্ত সন্দিকৈ হল (ভৱন) মোৰ নিজৰ হাতে সজা। সেই সময়ত পুৱা, গধূলি, বন্ধ, হাফ আদি যিকোনো সময় মই এই কামতে মন দিছিলো। ইয়াৰ খৰচ-পত্ৰ, লো, ইটা, চিমেণ্ট ইত্যাদি সকলো মোৰ নিজ হাতেৰে অনা-নিয়া হৈছিল।...' ১৯২৫ চনত চন্দ্ৰকান্ত ভৱনৰ নিৰ্মাণ সম্পূৰ্ণ হৈছিল। এই ভৱনৰদ্বাৰ উদ্‌ঘাটন কৰিছিল সেই সময়ৰ অসমৰ গৱৰ্ণৰ ছাৰ জন কাৰয়ে। এইদৰে গৱৰ্ণৰক নিমন্ত্ৰণ কৰাৰ অৰ্থ আছিল সাহিত্য সভাৰ বাবে চৰকাৰী সাহায্যৰ বাট মোকলোৱা।... চন্দ্ৰকান্ত ভৱনৰ পাছত চন্দ্ৰকান্ত অভিধান প্ৰণয়ন, চন্দ্ৰকান্ত ট্ৰাষ্ট ফাণ্ড, কমলা দেৱী শিশু-সাহিত্য ট্ৰাষ্ট ফাণ্ড আৰু দক্ষিণপাট সত্ৰৰ শ্ৰীশ্ৰী নৰদেৱ ট্ৰাষ্ট ফাণ্ড আদিৰ সিংহভাগেই অৰিহণা শৰৎ চন্দ্ৰ গোস্বামীৰ।

মাথো সাহিত্য সভাইনে? সাহিত্যিক, শিক্ষাবিদ, সমাজ সেৱক এইজনা ব্যক্তি সেই সময়ৰ অসমৰ প্ৰায় প্ৰতিটো বৃহৎ অনুষ্ঠানৰ লগতেই জড়িত আছিল। কামৰূপ অনুসন্ধান সমিতি, ৰাজ্যিক সংগ্ৰহালয় আৰু সূৰ্যকুমাৰ ভূঞাৰ উদ্যোগত গঢ়ি উঠা পুৰাতত্ত্ব বিষয়ক নাৰায়ণী সন্দিকৈ ভৱন নিৰ্মাণ আৰু শ্ৰীবৃদ্ধিৰ বাবে শৰৎ চন্দ্ৰই যিমান কাম কৰিছিল, সেইখিনি বৰ্ণনা কৰিলে ইয়াত অন্য কথা লিখিবলৈ এক পৃষ্ঠাও বাকী নাথাকিবগৈ। তদুপৰি সংস্কৃত সহিতে অন্যান্য ভাৰতীয় ভাষাৰ দৰ্শন আদিৰ অধ্যয়নৰ বাবে নলবাৰীত 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা' নামৰ অনুষ্ঠানটোৰ গঢ় দিছিল শৰৎ চন্দ্ৰই। ১৯৩৪ চনত এই অনুষ্ঠানৰ যোগেদিয়েই শৰৎ চন্দ্ৰই নলবাৰীত পুৰণি সংস্কৃত পুথিৰ এক বৃহৎ প্ৰদৰ্শনী পাতিছিল। নলবাৰী মহাবিদ্যালয়, নলবাৰী সংস্কৃত কলেজ আদিৰ লগতে অন্য বহু প্ৰতিষ্ঠানৰো গঢ় দিয়াত যথেষ্ট বৰঙণি যোগাইছিল শৰৎ চন্দ্ৰ গোস্বামীয়ে।

চৰকাৰী চাকৰিৰ লগতে ইমানবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানত নিমগ্ন থকাৰ পাছত বাৰু কাৰোবাৰ সাহিত্য সৃষ্টিৰ বাবে সময় থাকেনে? শৰৎ চন্দ্ৰই কিন্তু সময় উলিয়াই ৰচনা কৰিছিল বহু গল্প, কবিতা, উপন্যাস, প্ৰবন্ধ আৰু গল্পাঞ্জলি নামৰ গল্প পুথিখনেই তেওঁৰ প্ৰথম প্ৰকাশিত পুথি। তাৰ পাছত ময়না আৰু বাজীকৰ নামেৰে দুখন গল্প সংকলন প্ৰকাশ পাইছিল। শৰৎ চন্দ্ৰ গোস্বামীৰ প্ৰবন্ধৰাজিক দুই ভাগত বিভক্ত কৰিব পাৰি (১) পুৰাতত্ত্বৰ ঐতিহাসিক তত্ত্বমূলক প্ৰবন্ধ। (২) সাহিত্য, সমাজ, ভাষা, শিক্ষা আদি বিষয়ৰ ৰচনা। শৰৎ চন্দ্ৰ গোস্বামীৰ সমগ্ৰ ৰচনাৱলীয়ে একগোট কৰি এক বৃহৎ কলেবৰৰ সাহিত্য সংগ্ৰহ ইতিমধ্যে অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিছে।

'অসম শিক্ষক সন্মিলন'ৰো জন্মদাতা' হিচাপে শৰৎ চন্দ্ৰ গোস্বামীৰ নামেই ল'ব পাৰি। শৰৎ চন্দ্ৰই যোৰহাট নৰ্মাল স্কুলত প্ৰতিবছৰে ন-পুৰণি ছাত্ৰৰ সন্মিলন পাতিবলৈ লৈছিল। পাছলৈ ইয়েই অসম শিক্ষক সন্মিলনলৈ ৰূপান্তৰিত হৈছিল।

যোৰহাট নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট হিচাপে গোস্বামীয়ে সুদীৰ্ঘ ১২ বছৰ কাম-কাজ কৰি ১৯২৮ চনত তেওঁ অসম উপত্যকাৰ স্কুল ইন্সপেক্টৰ হিচাপে নিযুক্তি পায়। ইন্সপেক্টৰ হিচাপে তেওঁ তেতিয়াৰ অসম তথা আজিৰ সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলতেই শিক্ষা বিস্তাৰৰ বাবে ব্যাপক প্ৰচেষ্টা চলাইছিল। তাৰ মাজতে তেওঁ এৰাধৰাকৈ শিক্ষা বিভাগৰ বিশেষজ্ঞ বিষয়া হিচাপেও দায়িত্ব পালন কৰিছিল।

জীৱনৰ শেষ দিনকেইটাত (কোনে জানিছিল সেয়াই তেওঁৰ জীৱনৰ শেষ সময় বুলি?) তেওঁ গুৱাহাটীত বিশ্ববিদ্যালয় এখন প্ৰতিষ্ঠাৰ বাবে আপ্ৰাণ চেষ্টা চলাই গৈছিল। ১৯৪৪ চনত এই বিশ্ববিদ্যালয় স্থাপনৰ বাবে যিটো আন্দোলন প্ৰবলভাৱে চলিছিল, তাৰ অন্যতম নেতা আছিল তেওঁ। শৰৎ চন্দ্ৰ গোস্বামীক গুৱাহাটী বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক হিচাপে নিযুক্ত কৰা হৈছিল। সভাপতি আছিল গোপীনাথ বৰদলৈ। কিন্তু এই বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাটো শৰৎ চন্দ্ৰই চাই যাব নোৱাৰিলে। ১৯৪৪ চনৰ ২৭ নৱেম্বৰত ৰাজস্থানৰ উদয়পুৰত অনুষ্ঠিত 'হিষ্টৰিকেল ৰেকৰ্ডছ কমিছন'ৰ আলোচনা চক্ৰত যোগ দিবলৈ গ'ল। লগত তেওঁ পৰিবাৰ ভুৱনেশ্বৰী দেৱী আৰু সহযোগী এজনকো লৈ গৈছিল। তেওঁলোকে বিভিন্ন তীৰ্থ দৰ্শন কৰি উদয়পুৰ সম্মিলন শেষ কৰি ১৩ ডিচেম্বৰত দিল্লীত উপস্থিত হয়। দিল্লীত চাৰিদিন মান থকাৰ পাছত ১৭ তাৰিখৰ পৰা তেওঁৰ অসুঁখ আৰম্ভ হ'ল আৰু লাহে লাহে তেওঁ অচেতন হৈ পৰিল। কে'বাজনো ডাক্তৰ আহিও তেওঁৰ চেতনা ঘূৰাই আনিব নোৱাৰিলে। ১৯ ডিচেম্বৰৰ নিশা আঠ বজাত দিল্লীত মাথো ৫৭ বছৰ বয়সতে মৃত্যু ঘটিল এইগৰাকী অসমীয়া ভাষাৰ একনিষ্ঠ সেৱকৰ। জীৱনত আহি পৰা সকলোবোৰ দায়-দায়িত্ব সুকলমে সম্পাদন কৰা এইজনা ব্যক্তিক হেৰুৱাই তেতিয়াৰ অসমীয়া সমাজ সঁচাই বৰ নিঠৰুৱা হৈছিল।



(৮)

# বিষ্ণুৰাম মেধি

হয়তো অসমৰ প্ৰথমগৰাকী কংগ্ৰেছী মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়েই হ'লহেতেন, কিন্তু ১৯৩৭ চনৰ নিৰ্বাচনত তেওঁ প্ৰতিদ্বন্দ্বিতা কৰা নাছিল। সেই সময়ত তেওঁ প্ৰদেশ কংগ্ৰেছৰ সভাপতি থকা হেতু, নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা নকৰিলে। তেওঁৰ বিশ্বাস কংগ্ৰেছী আদৰ্শত আছিল, দলটোক সবল কৰাৰ বাবে সকলো বাধা অতিক্ৰম কৰিবৰ বাবে সাজু আছিল, সেই বাবেই মুখ্যমন্ত্ৰীৰ চকীখনলৈ তেওঁৰ চকু নাছিল। তথাপি গোপীনাথ বৰদলৈৰ মৃত্যুৰ পাছত তেৱেঁই স্বাধীন অসমৰ দ্বিতীয়গৰাকী মুখ্যমন্ত্ৰী হৈছিল। প্ৰথমগৰাকী অসমীয়া ৰাজ্যপাল হিচাপেও ভাৰতৰ ৰাজনৈতিক ইতিহাসত নিজৰ স্বাক্ষৰ ৰাখি থৈ যোৱা বিষ্ণুৰাম মেধি সম্পৰ্কে বিশিষ্ট নেতা দেৱেশ্বৰ শৰ্মাই মন্তব্য কৰিছিল-'মেধি ডাঙৰীয়া ১০ বছৰ কাল অসমৰ মুখ্যমন্ত্ৰী পদত থকাহেঁতেন অসমৰ চেহেৰা অন্য প্ৰকাৰৰ হ'লহেঁতেন বুলি মোৰ ধাৰণা। বহিৰাগতই অসমত টিঘিল ঘিলাই ফুৰিব নোৱাৰিলেহেঁতেন বুলি মোৰ দৃঢ় বিশ্বাস।' আইনবিদ আৰু ৰাজনীতিক গৌৰীশংকৰ ভট্টাচাৰ্যৰ মতে— 'অসমৰ সুকীয়া অস্তিত্ব আৰু বিকাশৰ কাৰণে কৰা চেষ্টাত মেধি ডাঙৰীয়া অদ্বিতীয় আছিল।'

আত্মত্যাগী নেতা আৰু সবল প্ৰশাসক বিষ্ণুৰাম মেধিৰ ককা দনাৰাম মেধি আছিল হাজোৰ এগৰাকী শাস্ত্ৰজ্ঞ পুৰুষ। শংকৰদেৱৰ একনিষ্ঠ ভক্ত দনাৰামৰ ধৰ্মব্যাখ্যা শুনিবলৈ তেতিয়া তেওঁৰ ঘৰলৈ ৰাইজৰ সোঁত বৈছিল। দনাৰামৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ সোণাৰাম মেধিয়ে পিতৃ পৰম্পৰা ৰক্ষাৰ লগতে তেওঁ গাঁৱৰ মুখীয়াল বুলি সকলোৰে স্বীকৃতি পাইছিল। সোণাৰাম মেধিৰ প্ৰথমগৰাকী পত্নী হীৰামতীৰ অকাল মৃত্যু ঘটাত মেধিয়ে পুনৰ বগামণি দাসৰ কন্যা 'আলহী'ক বিয়া কৰাইছিল। যথাসময়ত সোণাৰামৰ ঔৰসত আৰু আলহীৰ গৰ্ভত যথাক্ৰমে দেৱী, গোবিন্দ, দণ্ডি আৰু বিষ্ণুৰাম নামেৰে এগৰাকী কন্যা আৰু তিনিজন পুত্ৰই জন্ম ল'লে। সোণাৰাম মেধিৰ কণিষ্ঠ সন্তান বিষ্ণুৰামৰ জন্ম হৈছিল হাজোত, ১৮৮৮ চনৰ ২৪ এপ্ৰিলৰ দিনাখন। অলপ ডাঙৰ হোৱাৰ পাছত গাঁৱৰ পাঠশালাতেই বঙালী ভাষাৰ মাধ্যমত বিষ্ণুৰামৰ পঢ়া-শুনা আৰম্ভ হ'ল। সেই সময়তে বিষ্ণুৰামে শিক্ষকক প্ৰশ্ন কৰিছিল-'আমি অসমীয়া হৈ কিয় বঙালী ভাষাৰ মাধ্যমত শিক্ষা ল'ব লাগে?' এনে সচেতন ছাত্ৰই বৃত্তি লাভ নকৰাটোহে হ'ব আচৰিত কথা। পঢ়া-শুনাত বুদ্ধিমান বিষ্ণুৰামে যথাসময়ত ভাল ফল দেখুৱাই বৃত্তি লাভ কৰি প্ৰাথমিক শিক্ষা সম্পূৰ্ণ কৰিলে। তাৰ পাছত হাজো অঞ্চলত উচ্চ শিক্ষাৰ বিদ্যালয় নথকাৰ বাবে তেওঁক গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলত নাম ভৰ্তি কৰোৱা

হ'ল। তেওঁ বোৰ্ডিঙত থাকি নিজে ৰান্ধি বাঢ়ি খাইছিল। সেইদৰেই থাকি ১৯০৭ চনত বিষ্ণুৰাম মেধিয়ে প্ৰথম এণ্ট্ৰেন্স বিভাগত পৰীক্ষাত উত্তীৰ্ণ হৈ সেই সময়ত কটন কলেজত বিজ্ঞান শাখা নথকাৰ বাবে কলিকতাৰ ডাফ কলেজলৈ গৈ বিজ্ঞান বিষয়ত নাম লগালে। তাৰ দুবছৰৰ পাছত আই এছ চি পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত দ্বাদশ স্থান পাই উত্তীৰ্ণ হ'ল। বি এছ চি পৰীক্ষাতো তেওঁ প্ৰেচিডেন্সী কলেজৰ পৰা অনাৰ্ছ সহকাৰে সুখ্যাতিৰে উত্তীৰ্ণ হ'ল। বি এছ চিৰ পাছত এম এছ চি পৰীক্ষাত ৰসায়ন বিজ্ঞান বিষয়ত উত্তম ফলাফল দেখুৱালে (১৯১৩) ঢাকা বিশ্ববিদ্যালয়ৰ পৰা। সেই সময়ত তেওঁ আইন বিষয়তো নাম লিখাইছিল। এম এছ চি পাছ কৰি 'সূতা ৰং কৰা বিভিন্ন ৰং আৰু উপাদান'ৰ বিষয়ে এবছৰকাল গৱেষণা কৰিছিল। অৱশ্যে গৱেষণা আধৰুৱাকৈ এৰি ১৯১৪ চনত আইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ অসমলৈ উভতি আহিল। কলেজ-বিশ্ববিদ্যালয়ত পঢ়া-শুনা কৰি থাকোতে তেওঁ দেশপ্ৰেমৰ পাঠ লৈছিল যদিও সেইবোৰত বিশেষ সক্ৰিয় নাছিল। অভাৱ-অনাটনৰ মাজত পঢ়া-শুনা কৰা বাবে অন্য বিষয়ত তেওঁ ধাউতি দেখুৱাব পৰা নাছিল। কিন্তু স্বাধীনচিতীয়া মনৰ গৰাকী বিষ্ণুৰামে কোনো উচ্চ পদৰ চৰকাৰী চাকৰিৰ প্ৰতি লালায়িত নহৈ ১৯১৫ চনৰ পৰা গুৱাহাটীত ওকালতি আৰম্ভ কৰিছিল আৰু উজান বজাৰত থাকিব লৈছিল। ওকালতি কৰিবলৈ আৰম্ভ কৰোতেই দুগৰাকী প্ৰবীণ উকীল নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনৰ স'তে মেধিৰ সুহৃদয়তা বৃদ্ধি পাইছিল। অতি চালি-জাৰিহে মেধিয়ে মোকৰ্দমা গ্ৰহণ কৰিছিল, সহজতে সমাধান হ'ব পৰা বিষয়ত সাধাৰণ লোক যাতে অযথা আইনী মেৰপাকত নোসোমায়, সেই ক্ষেত্ৰত তেওঁ অহৰহ সক্ষম আছিল। লাহে লাহে ফৌজদাৰী উকীল হিচাপে বিখ্যাত হোৱা মেধিয়ে জেলৰ পৰা মুক্তি পোৱাৰ পাছত ১৯৩১ চনত কলিকতা উচ্চ ন্যায়ালয়ৰ অধিবক্তা হিচাপে কিছুদিনৰ বাবে যোগ দিলেগৈ। উল্লেখ্য, তেতিয়াও গুৱাহাটীত উচ্চ ন্যায়ালয় স্থাপিত হোৱা নাছিল। অন্যায়ৰ বিৰুদ্ধে অহৰহ অনমনীয়, দৃঢ়মনা ব্যক্তি বিষ্ণুৰাম মেধিয়ে সেই সময়ত অসমৰ বিষয়ে পুংখানুপুংখ জ্ঞান থকা প্ৰশাসনীয় বিষয়াকহে অসমৰ মুখ্য সচিবৰ পদটো দিব লাগে বুলি ইংৰাজ চৰকাৰৰ ওচৰত দাবী জনাইছিল আৰু চৰকাৰে সেই দাবী আগ্ৰহেৰে গ্ৰহণ কৰিছিল। ওকালতি কৰা কালছোৱাতে তেওঁ ৰাইজৰ স্বাৰ্থৰ বাবে গঠিত গুৱাহাটী বেংক, ভাস্কৰ ইন্সিওৰেন্স কোম্পানী, এপেক্স বেংক, বাহাদুৰ টি কোম্পানী আদিৰ প্ৰতিষ্ঠাপক অথবা সঞ্চালক আছিল। তেওঁৰ উদ্যোগতেই ১৯৩৬ চনত হাজো অঞ্চলত শিক্ষা বিস্তাৰৰ বাবে গঢ়ি উঠা 'হাজো কেন্দ্ৰীয় শিক্ষা বিস্তাৰ সমিতি'ৰ তেওঁ সভাপতি আছিল। তদুপৰি দান-বৰঙণি তুলি হাজোত হাইস্কুল প্ৰতিষ্ঠা কৰিছিল। সেই স্কুলত পঢ়া-শুনা কৰা ছাত্ৰ আৰু শিক্ষকৰ থাকিবলৈ ঠাই নোহোৱাত হাজোৰ নিজৰ ঘৰটোকে দিছিল। উল্লেখ কৰি থোৱাটো ভাল হ'ব যে গুৱাহাটীত ওকালতি কৰিবলৈ লোৱাৰ পাছতে বিষ্ণুৰাম মেধিয়ে তেজপুৰ কাৰাগাৰৰ জেইলাৰ জীৱনৰাম ডেকাৰ দ্বিতীয়া কন্যা নিৰ্মলাক বিয়া কৰাইছিল। অতি সাধাৰণ জীৱন-যাপন কৰা এইগৰাকী মহিলাই ওৰেটো জীৱন বিষ্ণুৰামৰ ছাঁৰ দৰে থাকি প্ৰতিটো পদক্ষেপতে সহায় কৰিছিল।

১৯২১ চনৰ ছেপ্টেম্বৰ মাহত অসম প্ৰদেশ কংগ্ৰেছৰ জন্ম হ'ল যদিও ইয়াৰ পূৰ্বতে বহুলোকে কংগ্ৰেছৰ সদস্য পদ গ্ৰহণ কৰিছিল। বিষ্ণুৰাম মেধিয়েও ১৯১৯ চনত কংগ্ৰেছৰ সদস্য পদ গ্ৰহণ কৰিছিল। অসম এছ'চিয়েছনৰো তেওঁ সক্ৰিয় সদস্য আছিল। এইবাৰ সক্ৰিয়ভাৱে আন্দোলনত নামি পৰিল বিষ্ণুৰাম মেধি, ৰাজহুৱাভাৱে বিলাতী কাপোৰ দাহ কৰাৰ অভিযোগত ১৯২২ চনৰ জানুৱাৰীত তেওঁক গ্ৰেপ্তাৰ কৰি ন মাহ জেইলত ৰখা হ'ল। ইয়াৰ পূৰ্বতে ১৯২১ চনত কংগ্ৰেছৰ নিৰ্দেশ অনুসৰি তেওঁ ওকালতি ত্যাগ কৰি পূৰ্ণোদ্যমে আন্দোলনত নামি পৰিছিল।

১৯২৯ চনত অসমৰ কংগ্ৰেছ দুভাগ হোৱাত তৰুণৰাম ফুকনে সভাপতিত্ব আৰু সদস্য পদ ত্যাগ কৰাৰ পাছত বিষ্ণুৰাম মেধিক সৰ্বসন্মতিক্ৰমে অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতি হিচাপে মনোনীত কৰা হ'ল। সভাপতিৰ দৰে দায়িত্বপূৰ্ণ পদত থাকি অতি নিষ্ঠাৰে চূড়ান্ত স্বাৰ্থ ত্যাগেৰে দেশৰ বাবে তেওঁ কাম কৰি গ'ল। ১৯৩৯ চনলৈ বিষ্ণুৰাম মেধিয়ে এই পদত থাকি অফুৰন্ত কৰ্মদক্ষতাৰ পৰিচয় দিছিল। উল্লেখ কৰি থোৱাটো উচিত হ'ব যে, ১৯২৬ চনত গুৱাহাটীত অনুষ্ঠিত কংগ্ৰেছৰ অধিবেশনৰ এগৰাকী কোষাধ্যক্ষ হিচাপে ঘাটি বাজেটৰ বহুখিনি দায়িত্ব ভাৰ দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ, ৰোহিণীকান্ত হাতীবৰুৱা আদিৰে স'তে তেওঁ মূৰপাতি লৈছিল। কংগ্ৰেছী আন্দোলনৰ লগতে প্ৰগতিবাদী পৰম্পৰাৰ এগৰাকী মুখ্য পৃষ্ঠপোষক বিষ্ণুৰাম মেধিয়ে কানি নিবাৰণ, শ্ৰমিকৰ মজুৰি বৃদ্ধি, স্ত্ৰীশক্তিক উচিত মৰ্যাদা দিয়া, স্বদেশী বস্তুৰ প্ৰচলন আদিৰ ক্ষেত্ৰতো যথেষ্ট গুৰুত্ব সহকাৰে কাম কৰিছিল। সমাজখনৰ পৰা কু-সংস্কাৰ আৰু ৰক্ষণশীলতাক চিৰদিনৰ বাবে আঁতৰাই এখন উন্নত সমাজ গঠনত তেওঁ অহৰহ ব্ৰতী হৈছিল। ১৯২৬ চনৰ শেহৰফালে ইংৰাজ চৰকাৰে কংগ্ৰেছক বে-আইনী বুলি ঘোষণা কৰিলে আৰু ইয়াৰ সক্ৰিয় নেতাসকলৰ লগতে ১৯২৬ চনৰ ২৭ নৱেম্বৰত বিষ্ণুৰাম মেধিকো গ্ৰেপ্তাৰ কৰিলে আৰু নমাহ জেলত ভৰাই থ'লে। ১৯৩০ চনত তেওঁক পুনৰ ছমাহৰ জেল আৰু দুশ টকা জৰিমনা বিহিলে ইংৰাজ চৰকাৰে।

বিষ্ণুৰাম মেধি আছিল অতি মিতব্যয়ী পুৰুষ। তদুপৰি ৰাইজৰ পৰা দান-বৰঙণি তুলি গঠন কৰা পুঁজিৰ ধনো তেওঁ খৰচেই কৰিব নোৱাৰিছিল। ১৯৩১ চনত ভাৰতীয় কংগ্ৰেছৰ হিচাপ পৰীক্ষক আচাৰ্য যুগল কিশোৰক প্ৰদেশ কংগ্ৰেছ কমিটীবোৰৰ খৰচৰ হিচাপ কৰিবৰ বাবে পঠিওৱা হৈছিল। তেতিয়া যুগল কিশোৰৰ সন্মুখত আন্দোলনৰ সময়ছোৱাত খৰচ হোৱাৰ যি হিচাপ দিয়া হ'ল, তাত দেখা গ'ল যে মাথো মুঠ ১১০০ টকাহে খৰচ হৈছে। আচৰিত হৈ যুগল কিশোৰে ক'লে যে, উত্তৰ প্ৰদেশৰ একোখন জিলাতেই আন্দোলনৰ কালছোৱাত এক লাখৰ পৰা তিনিলাখ পৰ্যন্ত টকা খৰচ হৈছে। তেনেস্থলত মাথো ১১০০ টকাৰে ইমান ব্যাপক আন্দোলন চলোৱাটো কেনেকৈ সম্ভৱ? তেওঁক কোৱা হ'ল যে, অসমত কংগ্ৰেছৰ নিজস্ব এটা ঘৰ নাই, অফিচ বুলিবলৈ চকী-মেজ, টাইপ ৰাইটাৰত কেৰাণী বিষয়া নাই।... তেনে অৱস্থাতো কংগ্ৰেছৰ আন্দোলনে অসমত যথেষ্ট ব্যাপকতা লাভ কৰিছিল, যাৰ গুৰিত আছিল বিষ্ণুৰাম মেধিৰ একনিষ্ঠতা আৰু নেতৃত্ব। কোনো দৰমহা খোৱা কৰ্মচাৰী নৰখাকৈ আনকি

কাৰ্যালয় এটাও নোহোৱাকৈ মেধিয়ে এই আন্দোলন সফল কৰিছিল। বিভিন্ন ঠাইলৈ সভা অনুষ্ঠিত কৰিবলৈ মেধি সহিতে অন্য নেতাসকল গৈছিল খোজকাঢ়ি অথবা গৰু গাড়ীৰে।

গুৱাহাটী লোকেল ব'ৰ্ডৰ চেয়াৰমেন হিচাপে আৰু প্ৰদেশ কংগ্ৰেছৰ সফল সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰা মেধি ডাঙৰীয়াৰ কেতিয়াও কোনো পদৰ প্ৰতি লোভ নাছিল। তেওঁ যি সময়ত কংগ্ৰেছৰ নেতৃত্ব লৈছিল, সেই সময়ছোৱাই আছিল কংগ্ৰেছৰ বিভিন্ন আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰাৰ সময়। তেনে সময়তে ন বছৰ কাল এজন লোকেই একেৰাহে সভাপতিৰ দায়িত্ব গ্ৰহণ কৰাটো সঁচাই বিস্ময়ৰ কথা। কিন্তু অপ্ৰতিদ্বন্দী নেতা বিষ্ণুৰাম মেধিৰ পৰিশ্ৰম, সততা আৰু ব্যক্তিত্বৰ বাবেই সেয়া সম্ভৱ হৈছিল। তেওঁৰ নেতৃত্বতেই সকলো স্তৰৰ লোকে কংগ্ৰেছক নিজৰ আশা-আকাংক্ষাৰ কেন্দ্ৰবিন্দু হিচাপে বিশ্বাস কৰিব লৈছিল। লোকেল ব'ৰ্ডৰ চেয়াৰমেন হিচাপে গুৱাহাটীৰ ৰাস্তা-পদূলিৰ উন্নয়ন, বিদ্যালয় স্থাপন, খোৱাপানীৰ সুন্দৰ ব্যৱস্থা গঢ়ি তোলাৰ ক্ষেত্ৰত তেওঁ দৃঢ় পদক্ষেপ লৈছিল।

বিধানসভাৰ সদস্য হৈ মন্ত্ৰী হ'ব নিবিচাৰি সবল নেতৃত্বৰে কংগ্ৰেছক শক্তিশালী সংগঠনৰ মৰ্যাদা দিব বিচৰা বিষ্ণুৰাম মেধিয়ে কিন্তু ইচ্ছাৰ বিৰুদ্ধেই গৈ এদিন বিধায়ক হ'ব লগা হৈছিল। ১৯৩৭ চনৰ নিৰ্বাচনত হাজো-কমলপুৰ সমষ্টিৰ পৰা বিধায়ক হিচাপে নিৰ্বাচিত হৈছিল যোগেন্দ্ৰৰ নাথ বৰুৱা। কিন্তু তেওঁ বেছিদিন বিধায়ক হোৱাৰ সুযোগ নাপালে, সেই বছৰৰে ২৬ ডিচেম্বৰত তেওঁৰ মৃত্যু ঘটিল। বৰুৱাৰ মৃত্যুৰ পাছত হাজো-কমলপুৰ সমষ্টিৰ বিধায়কৰ আসন শূন্য হৈ পৰিল। তাৰ পাছত গোপীনাথ বৰদলৈ প্ৰমুখ্যে কংগ্ৰেছৰ সকলো বিধায়ক নেতাই প্ৰস্তাৱ গ্ৰহণ কৰিলে যে বিষ্ণুৰাম মেধিয়ে সেই শূন্য আসন পূৰাব লাগে। উপায় নাপাই মেধিয়ে সেই সিদ্ধান্ত গ্ৰহণ কৰিবলগীয়া হ'ল আৰু ১৯৩৮ চনত তেওঁ হাজো-কমলপুৰ সমষ্টিৰ বিধায়ক হিচাপে নিৰ্বাচিত হ'ল। উল্লেখযোগ্য যে, মেধি বিধানসভাৰ সদস্য নোহোৱাৰ সময়তো তেওঁৰ পৰামৰ্শ বিচাৰি শ্বিলঙত থকা নবনিৰ্বাচিত কংগ্ৰেছ বিধায়কসকলে মেধিক তালৈ আমন্ত্ৰণ জনাই এখন সভা অনুষ্ঠিত কৰিছিল। অসমৰ কেতবোৰ জ্বলন্ত সমস্যাৰ বিষয়ে উক্ত সভাত আলোচনা হৈছিল আৰু তাতেই কেতবোৰ সুদূৰপ্ৰসাৰী সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। তাৰে কেতবোৰ আছিল দমন নীতিমূলক আইনসমূহ বাতিলকৰণ, মাটি সংক্ৰান্ত নতুন আইন প্ৰবৰ্তন, চৰকাৰী ব্যয় সংকোচন, কানি নিবাৰণ, খাজনা আৰু লোকেল কৰ হ্ৰাস কৰা, মন্ত্ৰী-বিধায়কৰ দৰমহা হ্ৰাস, অসম লেজিছলেটিভ কাউন্সিল বা উচ্চ পৰিষদ বাতিল কৰা, বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰবৰ্তন, সামাজিক উন্নয়ন (বিশেষকৈ জনজাতি আৰু পিছপৰা সম্প্ৰদায় থকা অঞ্চলবোৰৰ ৰাস্তা-পদূলি উন্নতকৰণ, চিকিৎসালয়, শিক্ষা কেন্দ্ৰ স্থাপন আদি), দুৰ্নীতি নিবাৰণ, স্থানীয় স্বায়ত্তশাসন আৰু পৌৰ নিগমৰ আইন সংশোধন আদিয়েই প্ৰধান।

বিষ্ণুৰাম মেধি বিধায়ক হিচাপে নিৰ্বাচিত হোৱাৰ পাছত গোপীনাথ বৰদলৈয়ে তেওঁক কংগ্ৰেছৰ দলপতি হ'বলৈ আমন্ত্ৰণ জনালে। কিন্তু মেধিয়ে সেয়া সবিনয়ে

প্ৰত্যাখ্যান কৰি গোপীনাথ বৰদলৈ (দলপতি)ৰ ওপৰতে সম্পূৰ্ণ আস্থা প্ৰকাশ কৰিলে। সম্পদ-ক্ষমতাৰ প্ৰতি লালায়িত আজিৰ ৰাজনীতিকসকলৰ বাবে এয়া নিশ্চয় নোহোৱা-নোপোজা কাণ্ড। ১৯৩৮ চনৰ ২১ ছেপ্টেম্বৰত যেতিয়া গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছৰ যুক্ত মন্ত্ৰীসভা গঠন কৰা হ'ল, তেতিয়াও মেধি ডাঙৰীয়াই মন্ত্ৰিত্বৰ পদ সবিনয়ে প্ৰত্যাখ্যান কৰিলে। অৱশ্যে সেই সময়ত ডিগবৈৰ তেল শোধনাগাৰত শ্ৰমিক নিৰ্যাতন আৰু ধৰ্মঘট, নামনি অসমৰ সাম্প্ৰদায়িক সংঘৰ্ষ আদিৰ ক্ষেত্ৰত সঁজাতী দলৰ অন্যতম নেতা হিচাপে বিষ্ণুৰাম মেধিয়ে সমস্যাবোৰ সমাধানৰ ক্ষেত্ৰত যথেষ্ট কৃতিত্ব প্ৰদৰ্শন কৰিছিল।

১৯৪০ চনত ব্যক্তিগত সত্যাগ্ৰহত নামি বৰদলৈ, মেধি প্ৰমুখ্যে বহু নেতাই কাৰাবাস খাটিব লগা হ'ল। জেলৰ পৰা মুক্তি পোৱাৰ পাছত ১৯৪২ চনৰ আঠ আগষ্টত মুম্বাইত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনাত অসমৰ পৰা বিষ্ণুৰাম মেধি, মহম্মদ তৈয়বুল্লা আৰু দেবেশ্বৰ শৰ্মাই অংশগ্ৰহণ কৰিলে। এইবাৰ কংগ্ৰেছে ভাৰত ত্যাগ আন্দোলন জোৰদাৰ ৰূপত চলোৱা মেধি ডাঙৰীয়া সহিতে অন্যান্যসকলক পুনৰ জেলত ভৰাই থ'লে ইংৰাজে। সেইবাৰ প্ৰায় তিনি বছৰ 'কাৰাবাস' খটাৰ পাছত '৪৫ চনৰ ২৩ মাৰ্চত মেধিয়ে মুক্তি পালে।

এনেদৰেই এদিন ভাৰত স্বাধীন হ'ল। বিষ্ণুৰাম মেধিৰ চেষ্টাতেই গোপীনাথ বৰদলৈয়ে স্বাধীন অসমৰ প্ৰথমগৰাকী মুখ্যমন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰিলে। বিষ্ণুৰাম মেধিক ৰাজহ আৰু বিত্তমন্ত্ৰীৰ দায়িত্ব দিয়া হ'ল। মন্ত্ৰী হৈয়েই তেওঁ 'অসম ভূমি আৰু ৰাজহ আইন'খনৰ সংশোধন কৰে আৰু গেজিং ৰিজাৰ্ভৰ পৰা বেদখলকাৰী অবৈধ নাগৰিকক শান্তিপূৰ্ণভাৱে উচ্ছেদ কৰিবৰ বাবে অসমত প্ৰবল জনমত গঢ়ি তোলে আৰু সুকলমে এই উচ্ছেদ কাৰ্য সম্পন্ন হয়। ইয়াৰ ফলতেই সমগ্ৰ অসমতেই অবৈধ অনুপ্ৰবেশকাৰীৰ সোঁত বহু পৰিমাণে হ্ৰাস পাইছিল। অৱশ্যে হিন্দু শৰণাৰ্থীসকলৰ বোজা অসমত বাঢ়িছিল কিন্তু মেধিৰ বিচক্ষণতাৰ বাবে সেই সমস্যাৰো বহুখিনি সমাধান হৈছিল। ইয়াৰ বাবেই মেধিক ধৰ্মান্ধ আৰু বঙালী বিদ্বেষীও আখ্যা দিয়া হৈছিল অথচ নিজৰ কাৰ্যপন্থাত তেওঁ আছিল সদায়েই অচল অটল।

১৯৫০ চনৰ পাঁচ আগষ্টত গোপীনাথ বৰদলৈৰ মৃত্যুৰ পাছত সৰ্বসন্মতিক্ৰমে বিষ্ণুৰাম মেধি অসমৰ মুখ্যমন্ত্ৰী নিৰ্বাচিত হ'ল। কাহানিও স্বজাতি আৰু স্বদেশৰ প্ৰগতিৰ বাবে কাৰো স'তে আপোচ নকৰা মেধিৰ বিভিন্ন সহায়ত প্ৰধানমন্ত্ৰী নেহৰুৰ স'তে মতানৈক্য হৈছিল। সেই সময়ছোৱাত অসমত বিভিন্ন ধৰণৰ ৰাজনৈতিক সংঘাত-আক্ৰোশৰ লগতে বহুবোৰ সমস্যাই গা কৰি উঠিছিল। ভাষাভিত্তিক ৰাজ্য পুনৰ গঠন সম্পৰ্কীয় সমস্যায়ো পূৰ্ণৰূপত মূৰ দাঙি উঠিছিল। ৰাজ্য পুনৰ গঠন আয়োগৰ সন্মুখত অসমৰ দাবীসমূহ প্ৰতিপন্ন কৰিবৰ বাবে মেধি সংকল্পবদ্ধ হৈছিল। ভাষা আৰু ধৰ্মৰ পাৰ্থক্যৰ আলম লৈ অসমৰ অঙ্গচ্ছেদ কৰিবলৈ পশ্চিমবংগৰ লগতে অসমৰ বিভিন্ন প্ৰতিক্ৰিয়াশীল নেতায়ো চেষ্টা চলাইছিল। সেই সময়তে গোৱালপাৰাক পশ্চিমবঙ্গত চামিল কৰা আৰু জনজাতীয় অধ্যুষিত অঞ্চলক লৈ নতুন পূৰ্বাচল ৰাজ্য

গঠনৰ দাবীয়ে অসমত তীব্ৰ বিষবাষ্প বিয়পাইছিল। এই বিষবাষ্প বিয়পোৱাৰ ক্ষেত্ৰত আগভাগ লৈছিল পশ্চিমবঙ্গৰ বাতৰি কাকতসমূহে। তাৰে এখন কাকতে 'এহেজাৰ বঙালী ভাষা-ভাষী লোকক আলিবাটত শাৰী পাতি বহুৱাই থোৱা হৈছে, এতিয়া তেওঁলোকৰ ডিঙিবোৰ এফালৰ পৰা কাটি যোৱা হ'ব' এই ধৰণৰ জঘন্য মিছা বাতৰিও প্ৰকাশ কৰিছিল।... এনে ধৰণৰ সকলো প্ৰতিক্ৰিয়াশীলৰ মুখত সোপা দিবলৈ আৰু অসমত শান্তি-শৃংখলা অটুট ৰাখিবলৈ বিষ্ণুৰাম মেধিয়ে অহৰহ চেষ্টা কৰিছিল আৰু তেওঁ প্ৰতিটো ক্ষেত্ৰতে কিছু পৰিমাণে সফলো হৈছিল। কিন্তু কংগ্ৰেছৰ অভ্যন্তৰত গা-কৰি উঠা বিসম্বাদক ৰোধ কৰিবলৈ সক্ষম নহ'ল বিষ্ণুৰাম মেধি। অৱশ্যে সেই ক্ষেত্ৰতো মোকাবিলা কৰিবলৈ তেওঁ সাজু হৈছিল যদিও ১৯৫৭ চনৰ নিৰ্বাচনৰ পাছতেই জৱাহৰলাল নেহৰু নেতৃত্বাধীন কেন্দ্ৰীয় চৰকাৰে বিষ্ণুৰাম মেধিক তামিলনাডুৰ ৰাজ্যপাল পাতি অসমৰ ৰাজনীতিৰ পৰা আঁতৰাই বিমলা প্ৰসাদ চলিহাক অসমৰ মুখ্যমন্ত্ৰী পদত অধিষ্ঠিত কৰাইছিল। সাত বছৰকাল অসমৰ মুখ্যমন্ত্ৰীৰ পদত থাকি কাৰ্যনিৰ্বাহ কৰা মেধিয়ে আৰু কেইবছৰমান এই পদত থকাহেঁতেন অসমৰ চেহেৰাই অন্য প্ৰকাৰৰ হ'লহেঁতেন বুলি দেৱেশ্বৰ শৰ্মাই কৰা মন্তব্য আমি এই নিবন্ধৰ আৰম্ভণিতেই তুলি দিছো।

মেধিৰ দিনতেই অসমখন ভাঙি অৰুণাচল, নগালেণ্ড আদি বিভিন্ন ৰাজ্যলৈ বিভক্ত হৈছিল। কিন্তু তেওঁলোকে অসম এৰি যাব বিচাৰিছিল চৰকাৰৰ কু-শাসনৰ বাবে নহয়-হিন্দীভাষী বিভিন্ন প্ৰতিক্ৰিয়াশীল চক্ৰৰ উচটনিতহে। এই কথা পাছত বিচ্ছেদৰ বাবে দাবী জনোৱা নেতাসকলেও আনকি স্বীকাৰ কৰিছিল। বিষ্ণুৰাম মেধিৰ জীৱনীকাৰ তথা সেই সময়ৰ মুখ্যমন্ত্ৰীৰ অন্যতম সহযোগী বিষয়া ঈশ্বৰ প্ৰসাদ চৌধুৰীয়ে লিখিছিল- 'অসমৰ খিলঞ্জীয়া লোকসকলৰ সংৰক্ষণ আৰু সংবৰ্ধনৰ উদ্দেশ্যে তেওঁ (মেধি) বিবিধ প্ৰশাসনীয় নীতি নিয়মৰ প্ৰবৰ্তন কৰিছিল। সংৰক্ষিত অঞ্চলসমূহ বেদখল মুক্ত কৰিছিল। অপেক্ষাকৃতভাৱে অনুন্নত আৰু পাছপৰা শ্ৰেণীৰ লোকসকলৰ সংৰক্ষণ আৰু সাৰ্বিক উন্নতিৰ বাবে ট্ৰাইবেল বেল্ট আৰু ব্লকৰ আঁচনিৰ পৰিবৰ্তন আৰু পৰিবৰ্ধন সাধন কৰিছিল। তেওঁৰ মন্ত্ৰিত্বৰ কালছোৱাৰ ভিতৰত ২৩ খন বিভিন্ন বিষয়ক বিধেয়ক বিধানসভাই গ্ৰহণ কৰিছিল। আইনবোৰ বিধানসভাৰ মজিয়াত উত্থাপন কৰোঁতে তেওঁ যথেষ্ট যুক্তি আৰু প্ৰগতিশীলতাৰ পৰিচয় দিছিল। অসমৰ অখণ্ডতা ৰক্ষাৰ কাৰণে তেওঁৰ ঐকান্তিক চেষ্টাক বিধানসভাই আকুণ্ঠ সমৰ্থন জনাইছিল। অসমৰ ৰাজ্যপাল ছৈয়দ ফজল আলি চাহাবে কৈছিল-'বৃহত্তৰ অসমৰ কাৰণে মেধি ডাঙৰীয়াৰ দৰে উদ্যমশীল আৰু জাতে-পাতে অসমীয়া নেতা আৰু দ্বিতীয়জন তেওঁ দেখা নাই।'

তামিলনাডুৰ ৰাজ্যপাল হৈ অসমৰ পৰা আঁতৰি যোৱাৰ ইচ্ছা মেধিৰ সমূলি নাছিল; কিন্তু অমিয় কুমাৰ দাসৰ পৰামৰ্শ মতেহে তেওঁ এই পদ গ্ৰহণ কৰিছিল আৰু এই পদত তেওঁ '৬৪ চনৰ তিনি মে' পৰ্যন্ত কাৰ্যনিৰ্বাহ কৰিছিল। ৰাজ্যখনৰ চুকে-কোণে ঘূৰি তেওঁ ৰাইজৰ অভাৱ-অনাটৰ বুজ লৈছিল আৰু ৰাইজৰ সকলো প্ৰকাৰৰ উন্নতিৰ বাবে কাম

কৰিবলৈ চৰকাৰক অহৰহ পৰামৰ্শ দিছিল। মাদ্ৰাজৰ পৰা উভতি অহাৰ পাছত ৰাজনৈতিক ক্ষেত্ৰত তেওঁৰ সক্ৰিয়তা বহু পৰিমাণে হ্ৰাস পাইছিল যদিও '৬৭ চনৰ নিৰ্বাচনত তেওঁ প্ৰতিদ্বন্দিতা কৰিছিল আৰু হাজো সমষ্টিৰ বিধায়ক হিচাপে বিনাপ্ৰতিদ্বন্দ্বিতাৰে জয়লাভ কৰিছিল। বিমলা প্ৰসাদ চলিহা আৰু মহেন্দ্ৰ মোহন চৌধুৰীৰ মুখ্যমন্ত্ৰিত্বৰ কালছোৱাত তেওঁ মাথো বিধায়ক হৈ থাকিয়েই সান্ত্বনা লভিবলগীয়া হৈছিল। আচলতে এজন সফল প্ৰশাসক আৰু ৰাজনীতিক হ'লেও দক্ষ কূটনীতিবিদ হ'ব নোৱৰাৰ বাবেই জীৱনৰ শেহছোৱা কালত কোনো বিশেষ উচ্চ পদবী বা সন্মান ল'ব নোৱাৰিলে। লেংমৰা ৰাজনীতিত সিদ্ধহস্ত নোহোৱাৰ বাবেই এসময়ৰ শৃংখলাবদ্ধ আপোচহীন দক্ষ ৰাজনীতিক বিষ্ণুৰাম মেধি যেন অসমৰ কংগ্ৰেছী ৰাজনীতিত এলাগী স্বৰূপ হৈ পৰিছিল। '৭২ চনলৈ বিধায়ক হিচাপে থাকি তেওঁ ৰাজনীতিৰ পৰা সন্যাস লৈছিল।

শেষ বয়সত ধৰ্মৰ প্ৰতি ৰাপ যথেষ্ট বৃদ্ধি পাইছিল বিষ্ণুৰাম মেধিৰ। বেছিভাগ সময় তেওঁ কীৰ্তন, দশম, ভাগৱত, গীতা আদি পাঠ কৰাতেই অতিবাহিত কৰিছিল। নিঃসন্তান মেধিযে গুৱাহাটীৰ ঘৰটো 'বিষ্ণু-নিৰ্মলা ন্যাস' নামকৰণেৰে চলাই নিবলৈ চৰকাৰৰ হাতত গতাই দিছিল আৰু হাজোৰ ঘৰটো শিশুসকলৰ উপকাৰৰ অৰ্থে দান কৰিছিল।

বাচ-বিচাৰ কৰি খোৱা-বোৱা কৰা অল্পাহাৰী ব্যক্তি তথা মহান নেতা বিষ্ণুৰাম মেধিযে ১৯৮১ চনৰ ২১ জানুৱাৰীৰ দিনাখন ৯৩ বছৰ সময়ত ইহলীলা সম্বৰণ কৰে।



(৯)

# গোপীনাথ বৰদলৈ

উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথমগৰাকী 'ভাৰতৰত্ন' গোপীনাথ বৰদলৈ আছিল এগৰাকী অতি পৰিশ্ৰমী আৰু ত্যাগী ব্যক্তি। জনপ্ৰিয়তাৰ ক্ষেত্ৰত তেওঁ যেন সকলোকে চেৰ পেলাইছিল, যাৰ বাবে তেওঁক কোৱা হৈছিল লোকপ্ৰিয়। সাংসদ হেম বৰুৱাই এই সম্পৰ্কত লিখিছে- 'অসমত বহুতো জনজাতীয় মানুহ আছে। এইসকলৰ মাজত ভৈয়ামৰ সৈতে ঐক্য স্থাপন কৰি মিলাপ্ৰীতি আনিব পৰাৰ ওপৰত দেশৰ নেতাস্বৰূপে বহুতখিনি কথা নিৰ্ভৰ কৰে। এই কাম আহোম ৰজাসকলে পাৰিছিল। ডাঙৰ ডাঙৰ কলাফুল আৰু চুটি নাকেৰে বৰদলৈ ডাঙৰীয়াক দেখিলে এজন পৰ্বতীয়া গাম যেন লাগিছিল। এই কাৰণেই মানুহজন জনজাতীয় সমাজত ইমান জনপ্ৰিয় আছিল। মানুহজনৰ মৃত্যুৰ বাতৰি শুনাৰ লগে লগে সমগ্ৰ জাতিটো জঁই পৰাৰ দৰে জনজাতীয় সমাজো জঁই পৰিছিল। সেইদিনা সকলোৱে ভাবিছিল, আজি দেশত কিবা অন্ধকাৰ যুগ। এই ভাব ১৫ আগষ্টত বৰদলৈৰ আদ্যশ্ৰাদ্ধৰ দিনা অধিক প্ৰকট হয়।'

অসমলৈ অহা এই বৰদলৈ বংশৰ প্ৰথমজনা ব্যক্তি আছিল ধৰ্মাঙ্গদ ত্ৰিবেদী। উত্তৰ ভাৰতৰ এইজনা ব্যক্তি কামাখ্যা তীৰ্থ দৰ্শনৰ বাবে ১৬১৭ চনত (১৫৩৯ শক) অসমলৈ আহিছিল। ব্যক্তিজনা অসমৰ প্ৰেমত পৰিল আৰু ইয়াতেই স্থায়ীভাৱে থকাৰ সিদ্ধান্ত লৈ এখন টোল খুলি ছাত্ৰক পঢ়ুৱাবলৈ ল'লে। ধৰ্মাঙ্গদ ত্ৰিবেদীৰ পুত্ৰ হৰি কানাই। এওঁক জ্যোতিৰ্ভূষণ উজিৰ বৰদলৈ বুলি কোৱা হয়। এইদৰেই ত্ৰিবেদীৰ বংশধৰ অসমৰ মাটি-পানী আৰু জলবায়ুৰ স'তে মিলি গৈ সম্পূৰ্ণ অসমীয়া হৈ পৰে। হৰি কানাইৰ পুত্ৰ নৰহৰি, নৰহৰিৰ পুত্ৰ তুৰাহৰি। এওঁৰ পুত্ৰ চন্দ্ৰকান্ত বৰদলৈ (উকীল)। চন্দ্ৰকান্ত বৰদলৈৰ পুত্ৰ বুদ্ধিশ্বৰ বৰদলৈ। এওঁ এল এম পি পাছ কৰা চৰকাৰী ডাক্তৰ। ডাক্তৰ বুদ্ধিশ্বৰ বৰদলৈৰ সন্তান মুঠ পাঁচগৰাকী। প্ৰথম সন্তান শশীকলা দেৱী। দ্বিতীয় সন্তান তথা প্ৰথম পুত্ৰ ইন্দ্ৰেশ্বৰ, দ্বিতীয় পুত্ৰ গোপীনাথ, তৃতীয় পুত্ৰ গনেশ আৰু চতুৰ্থ তথা কনিষ্ঠ ৰত্নেশ্বৰ।

১৮৯০ চনৰ ছয় জুন দেওবাৰে নগাঁৱৰ ৰহাত জন্ম হয় গোপীনাথ বৰদলৈৰ। দেউতাক সেই সময়ত ৰহাৰ চৰকাৰী চিকিৎসক। গোপীনাথৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় ৰহাতেই। সেই সময়ৰ পৰাই পঢ়া-শুনাৰ প্ৰতি প্ৰবল ধাউতি জন্মিছিল বৰদলৈৰ। শৈশবতে যেতিয়া গোপীনাথৰ পিতৃ ৰহাৰ পৰা বদলি হৈছিল, তেতিয়া নৌকা যাত্ৰাৰে এসপ্তাহৰ মূৰতহে ৰহাৰ পৰা খাৰুপেটীয়াত উঠিব পৰা গৈছিল। নৌকা যাত্ৰাৰ সেই এসপ্তাহতে গোপীনাথে বৃহৎ মহাভাৰতখন পঢ়ি শেষ কৰিছিল। পঢ়া-শুনাৰ প্ৰতি

তেওঁৰ এই ধাউতি মৃত্যুৰ সময়লৈ আছিল। মঙ্গলদৈত দুটা বছৰ অতিবাহিত কৰাৰ পাছত দেউতাক পুনৰ বৰপেটালৈ বদলি হয়। তাৰ পাছতে ১০ বছৰীয়া গোপীনাথৰ মাতৃৰো মৃত্যু হয়। আনফালে উত্তৰ গুৱাহাটীলৈ বিয়া দিয়া বায়েক শশীকলা বিধৱা হয়। তাৰ পাছত শশীকলাক দেউতাক বুদ্ধিনাথে লৈ আনিলে আৰু গুৱাহাটীৰ নিজা ঘৰত থাকি ভায়েকহঁতৰ পঢ়া-শুনাৰ দায়িত্ব গ্ৰহণ কৰিবলৈ অনুৰোধ জনালে। তাৰ পাছৰ পৰা আৰু দেউতাকৰ চাকৰিৰ পিছে পিছে ঠাই সলাই ফুৰিব লগা নহ'ল গোপীনাথ আৰু তেওঁৰ ভ্ৰাতৃবৃন্দই।

গুৱাহাটীৰ নিজা ঘৰত স্থায়ীভাৱে থাকিবলৈ লৈ গোপীনাথে কটন কলেজিয়েট স্কুলত নাম লিখালে আৰু ১৯০৭ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰ পাছত গুৱাহাটীৰ কটন কলেজত আই এ পঢ়ি, ১৯০৯ চনত এই পৰীক্ষাতো প্ৰথম বিভাগত উত্তীৰ্ণ হ'ল। কটনত সুবিধা নথকা হেতু প্ৰৱেশিকা আৰু আই এ এই দুই পৰীক্ষাতে বৃত্তি লাভ কৰা গোপীনাথ এইবাৰ কলিকতালৈ গ'ল আৰু বুৰঞ্জী বিষয়ত অনাৰ্ছ লৈ স্কটিচ চাৰ্ছ কলেজত নাম লিখালে। বি এ পৰীক্ষাত উচ্চ দ্বিতীয় শ্ৰেণীৰ অনাৰ্ছ সহকাৰে উত্তীৰ্ণ হৈ গোপীনাথে বুৰঞ্জী বিষয়তে কৃতিত্বৰে এম এ পাছ কৰে আৰু আইন বিষয়ো পঢ়ে। অৱশ্যে আইনৰ শিক্ষা সম্পূৰ্ণ নকৰাকৈ তেওঁ অসমলৈ উভতি আহে। অসমলৈ উভতি অহাৰ পাছত তেওঁৰ একান্ত ইচ্ছা আছিল কটন কলেজত অধ্যাপনা কৰাৰ, কিন্তু তাৰ সলনি তৰুণৰাম ফুকনৰ অনুৰোধত গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব ল'ব লগা হ'ল। ১৯১৫ চনত গোপীনাথে প্ৰাইভেটকৈ আৰ্ল ল' কলেজৰ পৰা আইন শিক্ষা সম্পূৰ্ণ কৰিলে আৰু প্ৰধান শিক্ষকতা চাকৰি এৰি ১৯১৭ চনৰ পৰা গুৱাহাটীতে ওকালতি কৰিবলৈ লয়।

স্কুলীয়া বা কলেজীয়া জীৱনত মাথো পঢ়া-শুনাতেই মেধাৱী ছাত্ৰই নাছিল গোপীনাথ বৰদলৈ, প্ৰতিটো ক্ষেত্ৰতেই তেওঁৰ মেধাৱী চৰিত্ৰ ওলাই পৰিছিল। সৰ্বগুণ সম্পন্ন এইজনা ব্যক্তি আছিল এগৰাকী গায়ক, চিত্ৰকৰ, অভিনেতা, খেলুৱৈ... সকলো। অতি সুন্দৰ চিত্ৰপট অংকন কৰা এইজনা ব্যক্তিয়ে গোৱা বৰগীত, ৰবীন্দ্ৰ সংগীত তেতিয়াৰ বিখ্যাত যিকোনো ভাল গায়কৰ স'তে তুলনা কৰিব পৰা গৈছিল। টেবুল টেনিছ খেলুৱৈ হিচাপে খ্যাতি থকা বৰদলৈয়ে কলিকতাত ক্ৰিকেট খেলিও যথেষ্ট নাম কৰিছিল। স্কটিচ চাৰ্ছ কলেজৰ তেওঁ আছিল আগশাৰীৰ ক্ৰিকেটাৰ। অভিনয়ত অতি নিপুণ এই গৰাকী ব্যক্তিয়ে কুমাৰ ভাস্কৰ নাট্যমন্দিৰ আৰু কটন কলেজত, যেনে চন্দ্ৰগুপ্ত নাটকত আলেকজেণ্ডাৰ, চন্দ্ৰাৱলী নাটকত জনাৰ্দন, পাৰ্থ পৰাজয় নাটকত পাৰ্থ, জুলিয়াচ চিজাৰ নাটকত এণ্টনিও আদি বিভিন্ন চৰিত্ৰত কৰা অভিনয় দেখাসকলে আমৃত্যু সোঁৱৰিছে বৰদলৈৰ অভিনয় প্ৰতিভাৰ বিষয়ে। কুমাৰ ভাস্কৰ নাট্য মন্দিৰ প্ৰতিষ্ঠাত তেওঁৰ অৰিহণা আছিল যথেষ্ট। আকৌ কামৰূপ নাট্য সমিতিৰ প্ৰতিষ্ঠাপক সম্পাদকো বৰদলৈয়ে আছিল।

বৰদলৈয়ে কি কামনো জনা নাছিল? সুস্বাদু বিভিন্ন খাদ্য ৰন্ধা, আনকি কাপোৰ কানি চলোৱাতো তেওঁ আছিল সিদ্ধহস্ত। এই সম্পৰ্কত তেওঁৰ পত্নী সুৰবালা

বৰদলৈয়ে আমাক এবাৰ কৈছিল-'বৰদলৈ ডাঙৰীয়াই মোক যেতিয়া বিয়া কৰাই আনিলে তেতিয়া মোৰ বয়স ১৩ আৰু তেখেতৰ ২৮। তেতিয়া সোণাৰাম হাইস্কুলত হেড মাষ্টৰৰ চাকৰিটো এৰি তেখেতে ওকালতি ব্যৱসায়ত কিছু পৰিমাণে প্ৰতিষ্ঠা লাভ কৰিছিল। মই মা-দেউতাৰ একমাত্ৰ কন্যা সন্তান আছিলো আৰু সৰুতেই বিয়া হোৱাৰ বাবে মই কোনো কামেই ভালদৰে আয়ত্ত কৰা নাছিলো। মোক বিয়া পাতি আনি তেখেতে নিজেই ৰান্ধিবলৈ শিকাইছিল, কুৰ্তা-ব্লাউজ-পাঞ্জাবী চোলা আদি চিলাইৰ কাম, আনকি গাৰুৰ গিলিপ, টেবুল ক্লথ আদিত ফুলতোলা কামো তেখেতে শিকাইছিল। শিকাইছিল ইংৰাজী-হিন্দী আদি ভাষাও, যিটো ক্ষেত্ৰত তেওঁ নিজেই গৃহশিক্ষকৰ দায়িত্ব চম্ভালিছিল। অতি সহজ-সৰল, ধৈৰ্যশীল মানুহ আছিল তেওঁ। ঘৰখনৰ প্ৰতিজনৰ প্ৰতি থকা দায়িত্বখিনি তেওঁ নিষ্ঠাৰে পালন কৰিছিল।..'

১৯১৯ চনৰ আগলৈকে অসমত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰাদেশিক শাখা গঠন হোৱা নাছিল। ১৯১৯ চনৰ এপ্ৰিল মাহত যোৰহাটত অসম এছ'চিয়েছনৰ এক বিশেষ অধিবেশন বহে, য'ত সভাপতিত্ব কৰিছিল ছবিলাল উপাধ্যায়ে। এই অধিবেশনতেই অসম এছ'চিয়েছনক কংগ্ৰেছলৈ ৰূপান্তৰিত কৰাৰ প্ৰচেষ্টা প্ৰায় সম্পূৰ্ণ হৈছিল। তাৰ পাছত অসম এছ'চিয়েছনৰ শেষ সভা বহিছিল তেজপুৰত। অসম প্ৰদেশ কংগ্ৰেছৰ প্ৰথমগৰাকী সভাপতি হিচাপে মনোনীত হৈছিল দেশনেতা কুলধৰ চলিহা আৰু সাধাৰণ সম্পাদক হৈছিল নবীন চন্দ্ৰ বৰদলৈ। ১৯২০ চনত ভাৰতীয় জাতীয় কংগ্ৰেছে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গ্ৰহণ কৰাৰ লগে লগে বিলাতী বস্ত্ৰ বৰ্জন, আদালত-ওকালতি বৰ্জন, স্কুল-কলেজ-কাউন্সিল বৰ্জন, আদি আৰম্ভ হয়। লগে লগে আন্দোলনে তীব্ৰ গতি লাভ কৰে। গোপীনাথ বৰদলৈয়েও আন্দোলনত যোগ দিয়ে। ১৯২২ চনৰ প্ৰথম ভাগত বৰদলৈৰ জেল হয় আৰু এবছৰৰ কাৰাবাস খাটিব লগীয়া হয়। তাৰ পাছত ১৯২৩ চনৰ কংগ্ৰেছৰ অধিবেশনত কংগ্ৰেছে পুনৰ কাউন্সিলত প্ৰৱেশ কৰাটো উচিত বুলি ঘোষণা কৰা হ'ল। চিত্তৰঞ্জন দাস, মতিলাল নেহৰু আদি কাউন্সিলত প্ৰৱেশৰ সমৰ্থক, চক্ৰৱৰ্তী ৰাজা গোপালাচাৰী, বল্লভভাই পেটেল আদি আছিল কাউন্সিলত প্ৰৱেশৰ বিৰোধী। অসমতো তেনে ধৰণৰ দুই শিবিৰত বিভক্ত হয় নেতাসকল; কুলধৰ চলিহা-নবীনচন্দ্ৰ আদিয়ে বিৰোধিতা কৰে আৰু তৰুণৰাম ফুকন কেন্দ্ৰীয় কাউন্সিললৈ (দিল্লীৰ সংসদ পৰ্যায়ৰ) নিৰ্বাচিত হয়। গোপীনাথে কিন্তু কোনো এটা মতকো গ্ৰহণ নকৰি পুণৰ ওকালতি ব্যৱসায়তহে সোমাল।

অৱশ্যে কংগ্ৰেছৰ লগত পূৰ্ণ যোগাযোগ চলি থাকিল গোপীনাথৰ। ১৯২৬ চনত যেতিয়া প্ৰদেশ কংগ্ৰেছৰ সম্পাদক ৰোহিণীকান্ত হাতীবৰুৱাই পাণ্ডুত জাতীয় কংগ্ৰেছ মহাসভাৰ আয়োজন চলালে, তেতিয়া আদৰণি সমিতিৰ সভাপতি আৰু সম্পাদক হ'লগৈ ক্ৰমে তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈ। সহকাৰী সম্পাদক হিচাপে দায়িত্ব পালে গোপীনাথ বৰদলৈয়ে। তাৰ পাছত গোপীনাথ বৰদলৈয়ে গুৱাহাটী মিউনিচিপেলিটী আৰু লোকেল ব'ৰ্ডত যোগ দিয়ে আৰু তেওঁ যেন কংগ্ৰেছৰ পৰা

আঁতৰি আহে। সেইবাবেই ১৯৩০- ৩১ চনৰ মহাত্মা গান্ধীয়ে নেতৃত্ব দিয়া আইন অমান্য আন্দোলনত কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকন, দেশনেতা কুলধৰ চলিহা আদিৰ লগতে গোপীনাথ বৰদলৈয়েও যোগ নিদিলে। এই আন্দোলনৰ বিৰুদ্ধে যে কাৰোবাৰ 'মত' আছিল তেনে নহয়, বৰং বিভিন্ন ঘৰুৱা জঞ্জাল বা অন্যান্য অসুবিধাৰ বাবেই হয়তো এইসকল নেতা নেতৃত্বৰ পৰা আঁতৰি আহিল আৰু কংগ্ৰেছক উজ্জীৱিত কৰাৰ দায়িত্বত থাকিল বিষ্ণুৰাম মেধি, ত্যাগবীৰ হেমচন্দ্ৰ আদি।

১৯৩৪ চনত গোপীনাথ বৰদলৈ গুৱাহাটী মিউনিচিপেলিটীৰ চেয়াৰমেন হয়। সৰ্বভাৰতীয় আন্দোলনক অসমত চলাই নিয়াৰ নেতৃত্ব দিয়াৰ সলনি তেওঁ অসমৰ কেতবোৰ গুৰুতৰ সমস্যাক লৈহে কামত নামি পৰিল। বৰদলৈয়ে পুনৰ অসম এছ'চিয়েছনকে জগাই তুলি অসমৰ বাবে মেডিকেল কলেজ, বিশ্ববিদ্যালয়, ছিলেট জিলাক অসমৰ পৰা পৃথক কৰা, উচ্চ ন্যায়ালয় স্থাপন কৰা আদিৰ বাবে দাবী জনাই আন্দোলন চলালে। পাছত কংগ্ৰেছৰ পৰা আঁতৰি গৈ তৰুণৰাম ফুকনে ৰোহিণী কুমাৰ চৌধুৰীৰে মিলি 'মিলিত জনসংঘ' নামৰ এটা দল গঠন কৰিলে। অৱশ্যে বৰদলৈ কংগ্ৰেছীও নহয়, জনসংঘৰ লোকো নহয়। বৰং নিজৰ ৰাজনৈতিক জীৱনৰ গুৰুস্বৰূপ তৰুণৰাম ফুকনৰ দলটোৰ প্ৰতিহে বৰদলৈৰ সহানুভূতি আছিল।

১৯৩৬ চনত ভাৰতীয় জাতীয় কংগ্ৰেছে সিদ্ধান্ত লয় যে, '৩৭ৰ সাধাৰণ নিৰ্বাচনত তেওঁলোকে যোগ দিব। সেই সময়ত অসমত মুঠ বিধানসভাৰ আসন আছিল ১০৮ খন। ইয়াৰে ইউৰোপীয় চাহ খেতিয়ক বণিকসকলৰ বাবে সংৰক্ষিত আসন নখন। তদুপৰি মুছলমানসকলৰ অধিকাংশই মুছলিম লীগ বা অন্যান্য দলৰ হৈ ৰাজনীতি কৰি কংগ্ৰেছৰ পৰা আঁতৰি থকা মুছলমানৰ প্ৰভাৱ থকা ৩৪ খন আসন আৰু কংগ্ৰেছৰ প্ৰভাৱমুক্ত পাহাৰীয়া জিলাসমূহৰ নখন আসন অৰ্থাৎ মুঠ ৫২খন আসনত কংগ্ৰেছে প্ৰাৰ্থিত্ব দিয়াটো সম্ভৱ নহ'ল। গতিকে বাকী ৫৬ খন আসনত প্ৰাৰ্থী দি একক সংখ্যাগৰিষ্ঠতা লাভ কৰিব বিচৰাটো কংগ্ৰেছৰ বাবে আছিল সাংঘাতিক প্ৰত্যাহ্বান। কিন্তু মিলিত জনসংঘৰ বাবেই এই ৫৬খনৰ সকলো আসনতে জয়ী হোৱাটো কংগ্ৰেছৰ পক্ষে সম্ভৱ নহ'ব। সেই বাবেই প্ৰয়োজন কিছু ৰাজনৈতিক কূট-কৌশল আৰু বছা বছা প্ৰাৰ্থী। সেইবাবেই কংগ্ৰেছী নেতাসকল বৰদলৈৰ কাষ চাপে আৰু বৰদলৈয়েও তেওঁলোকক নিৰাশ নকৰিলে। মাথো কেইদিনমানৰ ভিতৰতে দেখা গ'ল কংগ্ৰেছৰ নিৰ্বাচনী সমস্ত কৌশল ৰচনাৰ কামৰ দায়িত্ব আহি পৰিছে বৰদলৈৰ হাতত।

গুৱাহাটীত সেই সময়ত আছিল তিনিখন আসন। বৰদলৈয়ে ৰণকৌশল ৰচনা কৰিছিল এইবুলি যে, কম সংখ্যক আসনত যুঁজ দি অধিক সংখ্যক আসনত জয়লাভ কৰা। তেতিয়াহে কংগ্ৰেছৰ ভেটি সবল বুলি ৰাইজে বিশ্বাসত ল'ব। কংগ্ৰেছ ৪৮ খন আসনত প্ৰাৰ্থী দিলে। এই সিদ্ধান্তত বহু কংগ্ৰেছীৰে মত নাছিল যদিও শেষত বৰদলৈৰ কথাই সকলো মানি ল'বলৈ বাধ্য হ'ল। যাৰ বাবে গুৱাহাটীৰ তিনিখন আখনৰ এখন এৰি দিয়া হ'ল জনসংঘৰ নেতা ৰোহিণী কুমাৰ চৌধুৰীক। উল্লেখযোগ্য যে সেই সময়ৰ প্ৰদেশ কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধিয়ে নিজে প্ৰতিদ্বন্দিতা কৰা নাছিল আৰু

কংগ্ৰেছে নিৰ্বাচনত যাতে সুফল পায় তাৰ বাবে বিশেষ নিৰ্বাচনী কমিটী তৈয়াৰ কৰিছিল। এই কমিটীৰ সভাপতি আছিল ডাঃ হৰেকৃষ্ণ দাস আৰু সম্পাদক অমিয় কুমাৰ দাস। নিৰ্বাচনৰ ফলাফলত দেখা গ'ল কংগ্ৰেছে ৩৩ খন আসন লাভ কৰিছে।

নিৰ্বাচনৰ পাছত এই কথা স্পষ্ট হ'ল যে, কংগ্ৰেছৰ বিধায়নী সমিতিৰ নেতা হোৱাৰ বাবে গোপীনাথ বৰদলৈৰ বাহিৰে আন কোনো বিশেষ নেতা নাই। ইতিমধ্যে কৰ্মবীৰ বৰদলৈৰ মৃত্যু হৈছিল, দেশভক্ত ফুকনে কংগ্ৰেছ ত্যাগ কৰিছিল, কুলধৰ চলিহা নিৰ্বাচিত হৈছিল দিল্লীৰ কেন্দ্ৰীয় কাউন্সিললৈ আৰু বিষ্ণুৰাম মেধিয়ে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা নাছিল। গতিকে ১৯৩০ চনৰ পৰা কংগ্ৰেছত সক্ৰিয়তা বৰ্তাই নাথাকিলেও গোপীনাথ বৰদলৈয়েই কংগ্ৰেছৰ দলপতি হিচাপে নিৰ্বাচিত হ'ল। এই সম্পৰ্কত জননায়ক দেবেশ্বৰ শৰ্মাই লিখিছে-'সভাত মই অমিয় কুমাৰ দাসৰ নাম দলপতিৰ কাৰণে প্ৰস্তাৱ কৰিলো। ছিলেট আৰু কাছাৰৰ সভ্যৰ মাজৰ পৰা বসন্ত কুমাৰ দাসৰ নাম উত্থাপন কৰা হ'ল। অমিয় কুমাৰ দাসে দলপতিৰ কাৰণে প্ৰাৰ্থিত্ব ল'বলৈ অস্বীকাৰ কৰাত তেওঁৰ নাম প্ৰাৰ্থীৰ তালিকাৰ পৰা নাকচ কৰা হ'ল। গুৱাহাটীৰ কোনোবা এজন নিৰ্বাচিত সভ্যই গোপীনাথ বৰদলৈৰ নাম প্ৰস্তাৱ কৰিলে। মই অমিয় কুমাৰ দাসৰ নাম প্ৰস্তাৱ কৰাৰ কাৰণ আছিল এইটোৱেই যে এহাতে তেওঁ যেনেকৈ বহু গুণ সম্পন্ন অমায়িক লোক, আনহাতে তেওঁ সকলো স্বাৰ্থ বিসৰ্জন দিয়া কংগ্ৰেছৰ এজন অক্লান্ত কৰ্মী। যি কি নহওক, শেষত এইটোৱেই সিদ্ধান্ত হ'ল যে, গোপীনাথ বৰদলৈদেৱ দলপতি হ'ব, উপ- দলপতি হ'ব শ্ৰীহট্টৰ ক্ষীৰোদ চন্দ্ৰ দেৱ। বসন্ত কুমাৰ দাস স্পীকাৰ হ'ব আৰু সৰ্বসন্মতিক্ৰমে মোক 'চীফ হুইপ' পাতিব।

যিয়েই নহওক নিৰ্বাচনৰ অন্তত ছাৰ ছৈয়দ ছাদুল্লা অসমৰ প্ৰথম প্ৰধানমন্ত্ৰী হ'ল। তাৰ এবছৰৰ পাছতেই অনাস্থা প্ৰস্তাৱ অনাৰ পাছতেই ছাদুল্লা মন্ত্ৰীসভাই পদত্যাগ কৰে। তাৰ পাছত কংগ্ৰেছে চৰকাৰ গঠন কৰাৰ সুবিধা আহিলত গোপীনাথ বৰদলৈকে আদি কৰি কংগ্ৰেছৰ প্ৰায় আটাইকেইজন নেতাই তৰুণৰাম ফুকনক প্ৰস্তাৱ দিলে যে গোলাঘাটৰ বিধায়ক শংকৰ বৰুৱাই স্ব-ইচ্ছাই পদত্যাগ কৰিব আৰু দেশভক্তক তাৰ পৰা জিকাই অনা হ'ব আৰু তেওঁ হ'ব লাগিব কংগ্ৰেছী চৰকাৰৰ প্ৰধানমন্ত্ৰী। কিন্তু ফুকনে উত্তৰত বাৰে বাৰে মাথো এটা কথাই ক'লে যে, তেওঁ প্ৰধানমন্ত্ৰী হোৱা আৰু গোপীনাথ বৰদলৈ প্ৰধানমন্ত্ৰী হোৱা একে কথা। শেষত মৌলানা আবুল কালাম আজাদ, নেতাজী সুভাষ চন্দ্ৰ বসু আদি নেতাসকল অসমলৈ আহে আৰু চৰকাৰ গঠনৰ ৰণকৌশল তৈয়াৰ কৰি গোপীনাথ বৰদলৈকে অসমৰ প্ৰথমগৰাকী কংগ্ৰেছী প্ৰধানমন্ত্ৰী হিচাপে নিযুক্তি দিবলৈ ইংৰাজ গৱৰ্ণৰক হেঁচা দিয়া হ'ল আৰু গোপীনাথৰ নেতৃত্বত সংযুক্ত মন্ত্ৰীসভাই শপত গ্ৰহণ কৰিলে। শপত গ্ৰহণ কৰি বৰদলৈয়ে দেশভক্ত ফুকনৰ ভৰি চুই আশীৰ্বাদ ল'লে। সেই সন্ধিক্ষণ আমাৰ দেশে যেন স্বাধীনতা লাভ কৰাৰেই নামান্তৰ আছিল।

১৯৩৯ চনত দ্বিতীয় মহাসমৰত ভাৰতো জড়িত বুলি ঘোষণা কৰা আৰু এই সম্পৰ্কত ইংৰাজে কাৰো পৰা মতামত নোলোৱাৰ বিৰুদ্ধে প্ৰতিবাদ জনাই ভাৰতীয়

জাতীয় কংগ্ৰেছে ভাৰতৰ সকলো কংগ্ৰেছী মন্ত্ৰীসভাকেই পদত্যাগ কৰিবলৈ নির্দেশ দিলে আৰু ১৪ মহীয়া বৰদলৈ চৰকাৰে পদত্যাগ কৰিলে।

গান্ধীজীৰ সত্যাগ্ৰহ আন্দোলনৰ নেতৃত্ব লৈ '৪০ চনৰ ডিচেম্বৰত গ্ৰেপ্তাৰ বৰণ কৰাৰ পাছত প্ৰথমে যোৰহাট জেইলত ৰাখি অসুখীয়া বৰদলৈক মুক্তি দিলে আৰু গুৱাহাটীতে একপ্ৰকাৰ গৃহবন্দী কৰি ৰাখিলে। ১৯৪২ চনৰ আগষ্টত অনুষ্ঠিত ভাৰত কংগ্ৰেছ কমিটীৰ সভাত যোগ দি উভতি অহাৰ পথত গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাক ধুবুৰীত গ্ৰেপ্তাৰ কৰিলে আৰু সম্পূৰ্ণ দুবছৰ জেলত ৰাখি বৰদলৈক মুক্তি দিলে, তাকো স্বাস্থ্যজনিত কাৰণতহে। ১৯৪৫ চনত ইংৰাজ চৰকাৰে আকৌ ঘোষণা কৰিলে যে '৪৬ চনত আকৌ ভাৰতত সাধাৰণ নিৰ্বাচন হ'ব। গোপীনাথৰ ওপৰত আকৌ নিৰ্বাচনী যুঁজৰ নেতৃত্বৰ ভাৰ পৰিল। গোপীনাথৰ ৰণকৌশলত এইবাৰ মুঠ ৬১ খন আসন লৈ কংগ্ৰেছে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিলে আৰু ১৯৪৬ চনৰ ফেব্ৰুৱাৰীত বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ চৰকাৰ গঠিত হ'ল আৰু এইদৰেই এজন অখ্যাত উকীল সিদ্ধহস্ত ৰাজনীতিকলৈ ৰূপান্তৰিত হ'ল আৰু সৰ্বজনপ্ৰিয় অৰ্থাৎ লোকপ্ৰিয় নেতা হিচাপে স্বীকৃতি পালে। তাৰ পাছত ভাৰতে স্বাধীনতা লাভ কৰিলে। স্বাধীন অসমৰ প্ৰথম মুখ্যমন্ত্ৰীও হ'লগৈ গোপীনাথ বৰদলৈ।

এইজনা মহান ব্যক্তিৰ বিভিন্ন সামাজিক আৰু ৰাজনৈতিক ভূমিকাৰ বিষয়ে লিখিবলৈ হ'লে এখন ডাঙৰ গ্ৰন্থই হ'বগৈ। অসমৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান, মেডিকেল কলেজ, বিশ্ববিদ্যালয় আদিৰ গঠনত মুখ্য ভূমিকা লোৱা, চৰকাৰক ভূমিনীতি আৰু আইন প্ৰথা ৰক্ষা কৰিবলৈ হেঁচা দিয়া, গ্ৰুপিং বিৰোধী আন্দোলন চলাই নি ভাৰতৰ ভিতৰতে অসমখনক ৰাখিবলৈ আপ্ৰাণ প্ৰচেষ্টা চলোৱাৰ ক্ষেত্ৰত বৰদলৈয়ে লোৱা বলিষ্ঠ ভূমিকাৰ বিষয়ে অসমবাসীয়ে কম বেছি পৰিমাণে জানেই। আমি এই নিবন্ধত সাধাৰণ উকীলৰ পৰা এগৰাকী সৰ্বভাৰতীয় কংগ্ৰেছ নেতাৰ শাৰীলৈ তেওঁ কেনেকৈ লাহে লাহে উত্তীৰ্ণ হৈছিল সেই কাহিনীহে বিশ্লেষণ কৰিলো।

নিজৰ আদৰ্শৰ প্ৰতি অতি নিষ্ঠাবান এইজনা ব্যক্তিয়ে নিজে সূতা কাটি কাপোৰ তৈয়াৰ কৰি পিন্ধিছিল। অতি সাধাৰণ জীৱন-যাপন কৰিছিল। এগৰাকী গৃহস্থ হিচাপে কম খৰচতে ঘৰখন চলাই নি ল'ৰা-ছোৱালী কেইটাক মানুহ কৰিছিল। বিলাসিতা-জাকজমকতা আদিক অতি ঘৃণা কৰা গোপীনাথ বৰদলৈয়েই হ'ল অসমৰ ইতিহাসৰ একমাত্ৰ মুখ্যমন্ত্ৰী যিয়ে নিজৰ মন্ত্ৰীসভাৰ সদস্যসকলৰ সকলোৰে দৰমহা আগৰ দৰমহাতকৈ হ্ৰাস কৰিছিল আৰু দেশৰ স্বাৰ্থত কাম কৰিবৰ বাবে সকলো মন্ত্ৰী-বিধায়কক মিতব্যয়ী হ'বলৈ আহ্বান জনাইছিল। মুখ্যমন্ত্ৰী হৈ থাকোতে এবাৰ ক্ৰিকেট খেলিবৰ বাবে সহকাৰীয়ে অনা ১১ টকীয়া দামী জোতাযোৰ উভতাই দি পুনৰ সাতটকীয়া জোতা কিনি আনিহে খেলপথাৰত নামিছিল। নিজৰ ল'ৰা-ছোৱালী তথা পত্নীক চৰকাৰী সা-সুবিধা গ্ৰহণ কৰিবলৈ অনুমতি নিদিয়া এইজনা ব্যক্তিয়ে গান্ধীজীৰ আদৰ্শ মানি প্ৰায়েই খোজ কাঢ়িহে ফুৰিছিল। এইবোৰ বৰদলৈৰ জীৱনৰ ঘটনাবোৰৰ সামান্য উদাহৰণহে। ১৯৯৯ চনত ভাৰতৰত্ন সন্মানেৰে বিভূষিত যোৱা এহেজাৰ

শতকৰ একমাত্ৰ অসমীয়া গৰাকী যাঁচাকৈ কিমান মহান ব্যক্তি আৰু কৰ্মীপুৰুষ আছিল সেই সম্পৰ্কত পঢ়ুৱৈয়ে তেওঁৰ ওপৰত লিখা গ্ৰন্থ পঢ়িলেহে ব্যক্তিজনাক সম্পূৰ্ণকৈ বুজি পোৱাত সহায়ক হ'ব।

১৯৩৭ চনত গুৱাহাটীত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনৰ আদৰণী সমিতিৰ সভাপতি হিচাপে দায়িত্ব গ্ৰহণ কৰা বৰদলৈৰ কলেজীয়া জীৱনৰ পৰাই সাহিত্য ক্ষেত্ৰত ৰাপ আছিল। বাহিৰত থাকোতে কামৰ হেঁচাত সময় নোপোৱা বৰদলৈয়ে জেলত থাকোতে বহুতো গ্ৰন্থ সম্পূৰ্ণকৈ লিখি পেলাইছিল। তেওঁৰ গ্ৰন্থসমূহৰ ভিতৰত অনাসক্তি যোগ (অনূদিত), শ্ৰীৰামচন্দ্ৰ, বুদ্ধদেৱ, যীশুখ্ৰীষ্ট, হজৰত মহম্মদ, মহাত্মা গান্ধী, তৰুণৰাম ফুকন আদি বিশেষভাৱে উল্লেখযোগ্য। তদুপৰি তেওঁ বহুকেইটা প্ৰবন্ধও লিখিছিল।

খেলুৱৈ-অভিনেতাৰ পৰা সাহিত্যিক-ৰাজনীতিকলৈ সকলো ক্ষেত্ৰতে ভাৰতৰত্ন বৰদলৈ আছিল এগৰাকী পূৰ্ণাঙ্গ বুদ্ধিদীপ্ত মানুহ। তেওঁৰ নেতৃত্বত কংগ্ৰেছ শক্তিশালী হৈছিল আৰু অসমৰ ৰাজনীতিৰ ক্ষেত্ৰখন নিৰক্ষৰ ৰাইজৰ মাজতো সোমাই পৰিছিল। কিন্তু স্বাধীন অসমৰ মুখ্যমন্ত্ৰী হিচাপে দায়িত্ব লৈ তেওঁ আৰু কেইটামান বছৰ জীয়াই থকাৰ অত্যন্ত প্ৰয়োজন আছিল। ১৯৫০ চনৰ পাঁচ আগষ্টত এইজনা ক্ষণজন্মা পুৰুষক নিয়তিয়ে আমাৰ পৰা কাঢ়ি নিলে। বৰদলৈৰ মৃত্যুত মৰ্মান্তিক আঘাত পোৱা বুলি জনাই তেতিয়াৰ ৰাষ্ট্ৰপতি ড০ ৰাজেন্দ্ৰ প্ৰসাদে কৈছিল-'তেওঁৰ মৃত্যুৱে অসম আৰু ভাৰতৰ ৰাজহুৱা জীৱনত পূৰাব নোৱাৰা এক শূন্য স্থানৰ সৃষ্টি কৰিলে। স্বাধীনতা যুঁজৰ নিৰ্ভীক সেনানী, সৎ আৰু সুবিবেচক প্ৰশাসক হিচাপে তেওঁ মাথো অসমতে নহয়, ৰাজ্যৰ বাহিৰতো অতি চেনেহ আৰু শ্ৰদ্ধাৰ পুৰুষ আছিল।'



(১০)

# ড° সূৰ্যকুমাৰ ভূঞা

যিগৰাকী ব্যক্তিয়ে আমাক অতীতৰ পৰা শিক্ষা গ্ৰহণ কৰি ভৱিষ্যতৰ দিক্‌দৰ্শন ল'বলৈ প্ৰেৰণা দিছে, তেৱেঁই মহান বুৰঞ্জী বিশাৰদ ড° সূৰ্যকুমাৰ ভূঞা। ইংৰাজী সাহিত্যৰ ছাত্ৰ আছিল, কটন কলেজত ইংৰাজী পঢ়ুৱাইছিল অথচ বুৰঞ্জীৰ অসমৰ প্ৰতি তেখেতৰ গভীৰ ভালপোৱা আছিল। বুৰঞ্জীৰ প্ৰতি তেখেতৰ উৎসৰ্গিত জীৱন দেশপ্ৰেমৰেই নামান্তৰ আছিল। তেওঁৰ বিশ্বাস আছিল-অসমীয়াই যদি পুনৰ পূব ভাৰতৰ সাংস্কৃতিক নেতৃত্ব গ্ৰহণ কৰিব বিচাৰে আৰু বিজতৰীয়া হৈ কালৰ অন্ধকাৰ গৰ্ভত জাহ যাব নোখোজে তেন্তে তেওঁলোকে অতীতৰ ভেটিতে প্ৰায় একক প্ৰচেষ্টাৰে গঢ় দিছিল Department of Historical and Antiquarian Studies নামৰ প্ৰতিষ্ঠানটো। এই গৱেষণা প্ৰতিষ্ঠানটো তেওঁৰ উদ্যোগতেই ঠন ধৰি উঠে আৰু অসমৰ নানা ঠাইত সিঁচৰতি হৈ থকা পুৰণি পুথি-পাঁজি সংগ্ৰহ কৰি অসমৰ বুৰঞ্জীত বিভিন্ন ঘটনাৱলীৰ প্ৰকৃত ৰহস্য উন্মোচন কৰে। জীৱনৰ প্ৰথমছোৱা সময়ত সাহিত্যৰ সাধক হিচাপে বহু প্ৰশংসা বুটলিলেও পাছত তেওঁ বুৰঞ্জী চৰ্চাতহে একনিষ্ঠভাৱে লাগি থাকিছিল। আহোম যুগৰ প্ৰায় অৱহেলিত হৈ থকা ইতিহাসক উন্মোচন কৰি, সেয়া সবলভাৱে গঢ় দি অসমৰ ঐতিহ্যক শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰিব বিচৰা সূৰ্যকুমাৰ ভূঞাক অসমীয়া ঐতিহ্যৰ ৰাষ্ট্ৰদূত বুলি ক'লেও বোধহয় কমেই কোৱা হ'ব।

একেধাৰে সুদক্ষ প্ৰশাসক, কবি-সাহিত্যিক, বুৰঞ্জীবিদ আৰু শিক্ষাবিদ ড° সূৰ্যকুমাৰ ভূঞাই ১৮৯২ চনৰ ২৭ জানুৱাৰীত নগাঁৱত জন্মগ্ৰহণ কৰে। নগাঁৱৰ উপায়ুক্তৰ কাৰ্যালয়ত চাকৰি কৰা ৰবিলাল ভূঞাৰ ঔৰসত জন্মগ্ৰহণ কৰা সূৰ্যকুমাৰৰ মাতৃৰ নাম আছিল ভুবনেশ্বৰী ভূঞা। প্ৰথমতে নগাঁৱৰ মধ্য প্ৰাইমেৰী স্কুল আৰু নগাঁও গৱৰ্ণমেণ্ট স্কুলত সূৰ্যকুমাৰে শিক্ষা লয়। ১৯০৪ চনত ৰবিলাল ভূঞা চাকৰি সূত্ৰে শ্বিলঙলৈ যাব লগা হোৱাত সূৰ্যকুমাৰো পৰিয়ালৰ আনসকলৰ লগতে শ্বিলঙত থাকিবলৈ লয় আৰু শ্বিলং গৱৰ্ণমেণ্ট হাইস্কুলত নাম লগায়। এই স্কুলৰ পৰাই ১৯০৯ চনত অসম উপত্যকাৰ প্ৰথম হৈ তেওঁ এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। ফলত তেওঁ উচ্চ শিক্ষাৰ বাবে চৰকাৰী বৃত্তি আৰু ভিক্টোৰীয়া মেম'ৰিয়েল স্বৰ্ণপদক লাভ কৰে। সৰুৰে পৰা বুৰঞ্জী বিষয়ত অতি আগ্ৰহ থকা সূৰ্যকুমাৰ ভূঞাই এণ্ট্ৰেন্স পৰীক্ষা দি বহি নাথাকি আহোমৰ শাসন কালছোৱাৰ বিষয়ে বিভিন্ন আহিলাপাতি গোটাব ধৰে আৰু সেই সম্পৰ্কত লেখা-মেলাও আৰম্ভ কৰে। এই লেখা ১৯১২-১৩ চনত 'উষা' কাকতত 'আহোমৰ দিন' নামেৰে ধাৰাবাহিকভাৱে প্ৰকাশিত হৈ ১৯১৮ চনত গ্ৰন্থকাৰে প্ৰকাশ পায়।

১৯০৯ চনত কটন কলেজত নামভৰ্তি কৰা সূৰ্যকুমাৰে ১৯১১ চনত আই এ পৰীক্ষাত অতি কৃতকাৰ্যতাৰে উত্তীৰ্ণ হৈ দিপৰু মেৰী পদক আৰু উচ্চ শিক্ষাৰ বাবে বৃত্তি লাভ কৰাৰ উপৰি আনন্দৰাম বৰুৱা সোঁৱৰণী বঁটা লাভ কৰে। আই এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছতে তেওঁ কলিকতালৈ যায় আৰু ইংৰাজী বিষয়ত অনাৰ্ছ লৈ প্ৰেছিডেন্সী কলেজত বি এ পঢ়িবলৈ ধৰে। ১৯১৩ চনত বি এ পৰীক্ষাত সুখ্যাতিৰে অনাৰ্ছ লৈ বৃত্তি লাভ কৰি উত্তীৰ্ণ হোৱাৰ পাছত প্ৰেছিডেন্সীতেই এম এ পঢ়িবলৈ ধৰে আৰু আইন বিষয়তো নাম লিখায়। ১৯১৫ চনত আইনৰ প্ৰথম পৰীক্ষাত উত্তীৰ্ণ হয় যদিও সেইবাৰ তেওঁৰ এম এ পৰীক্ষা দিয়া নহ'ল। পাছৰ বছৰত ইংৰাজী সাহিত্যত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰথম শ্ৰেণীৰ পঞ্চম স্থান লৈ এম এ পৰীক্ষাত উত্তীৰ্ণ হৈ তিনি মাহমান যোৰহাটৰ বেজবৰুৱা হাইস্কুলত ইংৰাজী বিষয়ত শিক্ষকতা কৰে। তাৰ পাছত আকৌ যোৰহাটৰ খ্ৰীষ্টান হাইস্কুলত এবছৰমান শিক্ষকতা কৰে।

১৯১৮ চনৰ জুলাই মাহত সূৰ্যকুমাৰ ভূএগ্ৰাই কটন কলেজত ইংৰাজীৰ অধ্যাপক হিচাপে যোগ দিয়ে। সূৰ্যকুমাৰ ভূএগ্ৰাই হ'ল ঐতিহ্যমণ্ডিত কটন কলেজৰ প্ৰথমগৰাকী অসমীয়া অধ্যাপক। তেওঁৰ পাছত ভাষাবিদ বাণীকান্ত কাকতীয়ে কটন কলেজৰ দ্বিতীয়গৰাকী অসমীয়া অধ্যাপক হিচাপে নিযুক্তি পাইছিল।

হাইস্কুলীয়া জীৱনৰ পৰাই সাহিত্য চৰ্চা কৰা বুৰঞ্জীপ্ৰেমী সূৰ্যকুমাৰ ভূএগ্ৰাই কটন কলেজত পঢ়ি থাকোতেই কলেজৰ অসমীয়া ছাত্ৰৰ সাহিত্য সভাৰ সহকাৰী সম্পাদক হোৱাৰ লগতে সভাৰ মুখপত্ৰ 'চেতনা' (হাতে লিখা আলোচনী)ৰ সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰিছিল। বি এ পঢ়ি থাকোতেই বহু অসমীয়া কবিতা-প্ৰবন্ধ আদি লিখাৰ লগতে বঙালী ভাষাৰ কবিতা লিখিও যশস্যা আৰ্জিছিল। এম এ পাছ কৰাৰ বছৰটোতেই তেওঁ 'গোপালকৃষ্ণ গোখলে'ৰ জীৱনী গ্ৰন্থ লিখি উলিওৱাৰ লগতে Ye Sons of England নামৰ বিখ্যাত ইংৰাজী কবিতাটি লিখিছিল। যাৰ বাবে কলিকতাৰ ষ্টেটছমেন কাকতে বঙালী কবিতাৰ বেলি ৰবীন্দ্ৰনাথ লহিওৱাৰ লগে লগে ভূএগ্ৰাক অসমৰ কবিতা জগতৰ উদিত সূৰ্য বুলি বৰ্ণনা কৰিছিল। তাৰ পাছত কটন কলেজত অধ্যাপক হিচাপে যোগ দিয়া বছৰটোতে তেওঁৰ কবিতা পুথি 'নিৰ্মালি' আৰু 'আহোমৰ দিন' প্ৰকাশ পায়। ১৯২০ চনত 'শ্ৰীভানুনন্দন' ছদ্মনামেৰে 'জয়মতী উপাখ্যান' লিখে আৰু সেই বছৰতে তেওঁৰ ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু আনন্দৰাম বৰুৱাৰ ওপৰত লিখা জীৱনী গ্ৰন্থ দুখনো প্ৰকাশ পায়।

সূৰ্যকুমাৰ ভূএগ্ৰাই আইন বিষয়ৰ চূড়ান্ত পৰীক্ষাত প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হয় ১৯২৪ চনত। সেই বছৰতে তেওঁ কলেজত অধ্যাপনাৰ মাজতে গুৱাহাটী পৌৰ নিগমৰ সঞ্চালক হিচাপে যোগ দি তিনি বছৰ কাল দক্ষতাৰে কাৰ্যনিৰ্বাহ কৰে।

১৯২৫-২৬ চনত 'বাঁহী'ত 'স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ' বিষয়ক এলানি প্ৰবন্ধ প্ৰকাশ কৰাৰ লগতে 'এন আছমিজ নুৰজাহান' নামেৰে এখন ইংৰাজী গ্ৰন্থও প্ৰকাশ কৰে। সেই বছৰতে ধুবুৰীত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত অনুষ্ঠিত সাহিত্য সভাত সূৰ্যকুমাৰ ভূএগ্ৰা 'বুৰঞ্জী শাখা'ৰ সভাপতি নিৰ্বাচিত হয়।

পণ্ডিত হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা আদিয়ে অশেষ কষ্টেৰে গঢ় দিয়া কামৰূপ অনুসন্ধান সমিতিক সবল কৰি গঢ়ি তুলিছিল সূৰ্যকুমাৰ ভূঞাই। এই সমিতিৰ প্ৰথমবাৰৰ বাবে তেওঁ সম্পাদক নিৰ্বাচিত হয় ১৯২১ চনত। তাৰ পাঁচ বছৰৰ পাছত (১৯২৬) তেওঁ পুনৰ তিনিবছৰ ধৰি কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদকৰ দায়িত্ব অতি নিষ্ঠাৰে পালন কৰে। সেই সময়ছোৱাতে তেওঁৰ গল্প সংকলন 'পঞ্চমী' 'আছাম ইন দ্য এইটটিনথ চেঞ্চুৰী' শীৰ্ষক ইংৰাজী ধাৰাবাহিক প্ৰবন্ধলানি আৰু 'ৰিপৰ্ট এণ্ড কনচপেষ্টাছ অব দ্য কামৰূপ অনুসন্ধান সমিতি' শীৰ্ষক পুস্তিকা প্ৰকাশ পায়। ইয়াৰ পূৰ্বে ১৯২৪ চনৰ কালৰ সোঁতত লীন যাবলৈ ধৰা পুৰণি ৰচনা 'বদন বৰফুকনৰ গীত' সংগ্ৰহ কৰি প্ৰকাশ কৰে।

অসমৰ বুৰঞ্জীৰ একনিষ্ঠ গবেষক ড° সূৰ্যকুমাৰ ভূঞাই অনুভৱ কৰিছিল যে সম্পূৰ্ণ একক প্ৰচেষ্টাৰদ্বাৰা অসমৰ বুৰঞ্জী আৰু পুৰাতত্ব বিষয়ক সমল সংগ্ৰহ আৰু সংৰক্ষণ কৰি থোৱাটো সহজ কথা নহয়। তদুপৰি এই বিষয়ত আগভাগ লোৱা কামৰূপ অনুসন্ধান সমিতিয়েও একক প্ৰচেষ্টাৰে এই কামক সম্পূৰ্ণ বাস্তৱায়িত কৰিব নোৱাৰে, সেইবাবে এই বিষয়ত সংগ্ৰহ, সংৰক্ষণ আৰু গবেষণাৰ বাবে এটা সম্পূৰ্ণ পৃথক প্ৰতিষ্ঠানৰ প্ৰয়োজন। যিটো সম্পূৰ্ণৰূপে চৰকাৰৰদ্বাৰা নিয়ন্ত্ৰিত হব। এই কথাটো ভূঞাই তেতিয়াৰ অসম শিক্ষা বিভাগৰ সঞ্চালক কানিংহাম চাহাবৰ লগতে বহুতকে বুজাবলৈ ধৰিলে, যাৰ ফলশ্ৰুতিত ১৯২৮ চনৰ জুন মাহত গঢ় লৈ উঠিল 'ডিপাৰ্টমেণ্ট অব হিষ্টৰিকেল এণ্ড এণ্টিকোয়েৰিয়ান ষ্টাডিজ' নামৰ অসম বুৰঞ্জী আৰু পুৰাতত্ব বিষয়ক প্ৰতিষ্ঠানটো। প্ৰতিষ্ঠানৰ অবৈতনিক অধিকৰ্তা হিচাপে থাকিল তেতিয়াৰ অসম উপত্যকাৰ আয়ুক্ত এ এইছ ডব্লু বেণ্টিং আৰু সহকাৰী অধিকৰ্তা হ'লগৈ ড° সূৰ্যকুমাৰ ভূঞা। আচলতে প্ৰতিষ্ঠানটোৰ সকলো ক্ষেত্ৰতে মূল ব্যক্তি হিচাপে থাকিল ভূঞাদেৱ। ১৯৩৩ চনৰ ডিচেম্বৰ মাহত বেণ্টিং চাহাবে অৱসৰ লৈ অসম এৰি যোৱাৰ পাছত সূৰ্যকুমাৰ ভূঞা এই প্ৰতিষ্ঠানটোৰ অধিকৰ্তা হয়গৈ। তাৰ পাছত এই প্ৰতিষ্ঠানৰ বাবে ঘৰ এটা আছুতীয়াকৈ সজাবলৈ দানবীৰ ৰাধাকান্ত সন্দিকৈৰ পৰা ১০ হেজাৰ টকা লৈ প্ৰতিষ্ঠানটোৰ মূল গৃহ চৰকাৰৰ যোগেদি নিৰ্মাণ কৰায়। তাৰ পাছত উচ্চ শিক্ষাৰ বাবে ১৯৩৬ চনৰ পৰা তিনিবছৰ লণ্ডনত থকাৰ বাদে বাকী প্ৰায়খিনি সময়তে অন্যান্য চৰকাৰী দায়-দায়িত্বৰ লগতে বুৰঞ্জী আৰু পুৰাতত্ব প্ৰতিষ্ঠানৰ অধিকৰ্তা হিচাপে বিস্তৃত কৰ্মময় জীৱন তেওঁ জাতিৰ স্বাৰ্থত উছৰ্গা কৰে।

বুৰঞ্জী আৰু ইংৰাজী সাহিত্যৰ এগৰাকী দুৰ্ধৰ্ষ পণ্ডিত হৈয়ো ড° সূৰ্যকুমাৰ ভূঞাদেৱে উচ্চ গবেষণাৰ প্ৰতিষ্ঠানিক ডিগ্ৰী লাভ কৰিবলৈ সক্ষম হোৱা নাছিল। বুৰঞ্জীৰ পুৰণি পুথি আৰু তথ্যপাতিৰ বিচাৰ-খোচাৰ, সংৰক্ষণ আৰু সেই ক্ষেত্ৰৰ সাংগঠনিক কামত ব্যস্ত হৈ থকাৰ বাবেই বোধহয় সেয়া সম্ভৱ হোৱা নাছিল। ১৯৩৬ চনত কামৰ মাজতে সময় উলিয়াই তিনি বছৰৰ বাবে বিলাত অভিমুখে যাত্ৰা কৰে আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ অধীনৰ 'স্কুল অব অ'ৰিয়েণ্টেল এণ্ড আফ্ৰিকান ষ্টাডিজ'ত বিখ্যাত বুৰঞ্জী বিশাৰদ ড°এইচ ড'ডৱেলৰ অধীনত গবেষণা কৰি পি এইচ ডি লাভ কৰে। তেওঁৰ

গৱেষণাৰ বিষয় আছিল ইষ্ট ইণ্ডিয়া কোম্পানীৰ স'তে অসমৰ সম্পৰ্ক (১৭৭১-১৮২৬)। লণ্ডনত থকা সময়ছোৱাত ৰয়েল এছিয়াটিক ছ'চাইটিৰ সদস্য হোৱাৰ উপৰি অ'ৰিয়েণ্টেল ষ্টাডিজত অসমীয়া ঐতিহ্যৰ বিষয়ত পাঠদান কৰা, বিভিন্ন ঠাইত বুৰঞ্জী বিষয়ক বক্তৃতা দিয়া আদি কামতো প্ৰায় নিয়মিতভাৱে ব্যস্ত হৈ আছিল। সেই সময়ত আমাৰ বুৰঞ্জী আৰু সভ্যতাৰ বিষয়ত ৰোম মহানগৰীত যি বক্তৃতা তেখেতে দিছিল, সেয়া নিঃসন্দেহে স্মৰণীয়।

লণ্ডনৰ পৰা উভতি আহি পুনৰ কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে যোগ দিলে ভূঞাই, তদুপৰি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অধিকৰ্তা হিচাপে দায়িত্বখিনিও আছিলেই। এফালে ইংৰাজী সাহিত্যৰ অধ্যাপনা, আনফালে বুৰঞ্জীৰ ব্যাপক চৰ্চা এই দুই বিপৰীতমুখী বিষয়ৰ মাজতে দুলি থাকিল ভূঞাৰ কৰ্মব্যস্ত জীৱন।

১৯৪০ চনত ড° ভূঞাই কটন কলেজৰ চাকৰি ত্যাগ কৰি শ্বিলঙৰ সচিবালয়ত বিশ্ববিদ্যালয়ৰ বিশেষ বিষয়া হিচাপে যোগ দিয়ে, তাৰ পাছৰ বছৰত অসম উপত্যকাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক হিচাপে যোৰহাটত কিছুদিন কাম কৰে আৰু '৪২ চনৰ ফেব্ৰুৱাৰীত পুনৰ ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে কটন কলেজত যোগ দিয়ে। তাৰ পাছত 'নেছনেল ৱাৰ ফ্ৰণ্ট'ৰ সংগঠক, ভাৰত চৰকাৰৰ শ্ৰম বিভাগৰ প্ৰচাৰ বিষয়া আদিৰ দায়িত্ব পালন কৰি কটন কলেজৰ অধ্যক্ষ হিচাপেও নিষ্ঠাৰে দায়িত্ব পালন কৰে। তাৰ পাছত অসম অভিযান্ত্ৰিক শিক্ষাৰ সচিব আৰু অসমৰ শিক্ষাধিকাৰ হিচাপেও তেওঁ যথেষ্ট কৃতিত্ব দেখুৱাইছিল। আচলতে সূৰ্যকুমাৰ ভূঞাই কোনটো বিভাগত কিমানদিন, কেনে ধৰণে কাম কৰিছিল তাৰ বিস্তৃত ব্যাখ্যা দিবলৈ গ'লে অন্য এটা সুদীৰ্ঘ নিবন্ধ লিখাৰেই প্ৰয়োজন হ'ব। আমি ইয়াত মাথো তেওঁৰ কৰ্মময় জীৱনৰ কেতবোৰ কামৰ বিষয়েহে উল্লেখ কৰিলো।

ভাৰতৰ বিভিন্ন বুৰঞ্জী সন্মিলনত প্ৰতিনিধিত্ব কৰি অসমৰ সভ্যতা আৰু ইতিহাসৰ বিষয়ে সম্পূৰ্ণ বিশ্লেষণাত্মক বক্তৃতা দি সূৰ্যকুমাৰ ভূঞাই অসমৰ ঐতিহ্যপূৰ্ণ সভ্যতা-সংস্কৃতিক উচ্চ স্থানত অধিষ্ঠিত কৰাবলৈ অহৰহ প্ৰচেষ্টা চলাইছিল। ইণ্ডিয়ান হিষ্টৰীকেল ৰেকৰ্ডছ কমিছনৰ সভাপতি (১৯৫৫) হিচাপে অসমলৈ গৌৰৱ কঢ়িয়াই অনা ভূঞা ডাঙৰীয়াই ১৯৩৬ চনত ইংৰাজৰ পৰা ৰায়বাহাদুৰ সন্মান পাইছিল। বিশ্ববিদ্যালয় অনুদান আয়োগৰ সদস্য হিচাপেও কাৰ্যনিৰ্বাহ (১৯৬৩) কৰা ড° সূৰ্যকুমাৰ ভূঞাই অসমৰ ঐতিহ্যমণ্ডিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয়গৰাকী উপাচাৰ্য হিচাপে কৃষ্ণকান্ত সন্দিকৈৰ পৰা ১৯৫৭ চনত দায়িত্ব গ্ৰহণ কৰে। তিনিবছৰীয়া এটা কাৰ্যকাল উপাচাৰ্যৰ দায়িত্বত থকা ড° সূৰ্যকুমাৰ ভূঞাৰ বিষয়ে বিশ্ববিদ্যালয়ৰ প্ৰাক্তন পঞ্জীয়ক চিদানন্দ দাসে কৈছে- 'তেওঁৰ সজ আচৰণ আৰু স্বভাৱসুলভ গুণৰ বাবে সকলোৰে সহায়-সহযোগ লাভ কৰিছিল। অফিচৰ কোনো কাম-কাজ পিছুৱৈ নথৈ সময়ৰ কাম সময়তে সম্পাদন কৰাটো তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্য আছিল। কোনো অফিচিয়েল চিঠি-পত্ৰ লিখিব লগা হ'লে অতি গুৰুত্ব সহকাৰে লিখিছিল আৰু তিনিবাৰ মান কটাকুটা কৰিহে তাৰ চূড়ান্ত ৰূপ দিছিল।

সাধাৰণতে মূৰত টুপী, হাতত লাখুটি, দামী পৰিচ্ছন্ন সাজ-পোছাক পিন্ধি চাহাবৰ দৰে থকা এইজনা ব্যক্তিৰ পৰিশ্ৰম শক্তিও পশ্চিমীয়াসকলৰ স'তেহে তুলনীয়। ১৯৪৬ চনত ব্ৰিটিছ চৰকাৰে তেওঁক দিছিল এক বিৰল সন্মান 'এম বি ই' (মেম্বাৰ অব দ্য অৰ্ডাৰ অব ব্ৰিটিছ এম্পায়াৰ)। ভাৰত চৰকাৰে তেওঁক পদ্মশ্ৰী সন্মানেৰে (১৯৫৬) বিভূষিত কৰিছিল। তদুপৰি লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা '৫১ চনত লাভ কৰিছিল সন্মানীয় ডি লিট উপাধি।

মাথো অসমীয়া আৰু ইংৰাজী ভাষাই নে, সংস্কৃত ভাষাও তেওঁ অধ্যয়ন কৰিছিল সৰুৰে পৰাই। ভাৰতৰ ঐতিহ্য আৰু সংস্কৃতিৰ বিষয়ে বুজিবলৈ যে সংস্কৃত ভাষাৰ জ্ঞান লাগিবই সেই কথা ড০ ভূঞাই গভীৰভাৱে উপলব্ধি কৰিছিল। সংস্কৃত ভাষা চৰ্চাৰ বাবেই ১৯১৭ চনত তেওঁ লাভ কৰিছিল 'বিদ্যাবিনোদ' উপাধি। সেই বছৰৰেই ১৪ ফেব্ৰুৱাৰীৰ দিনাখন ২৫ বছৰ বয়সীয়া সূৰ্যকুমাৰে উত্তৰ লক্ষীমপুৰৰ মৌজাদাৰ বিনোদ চন্দ্ৰ ভূঞাৰ কন্যা লক্ষেশ্বৰী ভূঞাক বিয়া কৰাইছিল। লক্ষেশ্বৰী ভূঞাই ৪৭ বছৰ ধৰি সূৰ্যকুমাৰৰ স'তে সংসাৰ কৰি কি উপলব্ধি কৰিছিল? এই সম্পৰ্কত ১৯৬৫ চনৰ ১৫ ছেপ্টেম্বৰৰ 'অসম বাতৰি'ত নিজৰ স্বামীৰ বিষয়ে তেওঁ লিখিছিল-'..তীক্ষ্ণবুদ্ধিৰ কৰ্মব্যস্ত মানুহৰ স্বভাৱৰ উগ্ৰতা স্বাভাৱিক। খং আছিল তেখেতৰ খুব, কিন্তু কোনোদিন বেয়া শব্দ বা ভাষা ব্যৱহাৰ নকৰিছিল। অতি খঙত পৰা তেখেতৰ গালি হ'ল-'কানীয়া'। কিয়নো এলাহ তেখেতে মনে-প্ৰাণে ঘৃণা কৰিছিল। কোনো কাম পাছত কৰিম বুলি ক'লে ক'ব, 'কৰিমগঞ্জত গ'ল' নহ'লে 'গ্ৰেহেম বজাৰৰ লেহেম মানুহ'। তেওঁ নিজেই লিখি থৈ গৈছে, 'মোৰ বাবে মন্দিৰত ভগৱান নাই, য'ত কৰ্মৰ সৰ্বব্যাপি আহ্বান নাই।'..শেষলৈকে যেতিয়া ভগ্নস্বাস্থ্য লৈয়ো লেখা-পঢ়া কামত ব্যস্ত থাকে তেতিয়া আমি বাধা দিলে কয়, বহুত কাম শেষ কৰিব লাগিব, কাম নকৰিলে জীয়াই থকাৰ কৈফিয়ৎ দিবলৈ নাথাকে ইত্যাদি। হাতেৰে লিখিবলৈ টান পায়, সেইকাৰণে দিনটো টাইপ কৰে। চাৰি জুলাই (১৯৬৪ চন, মৃত্যুৰ আগদিনা) তাৰিখেও পাঁচ বজালৈকে টাইপ কৰি সকলো ঠিক কৰি থ'লে। টেবুলত কোনো আধা কৰা কামৰ, আধা লিখা কাগজৰ চিন নাপালো। পৰিপাটিকৈ সজাই থোৱা টেবুলখন, নম্বৰ লগোৱা ফাইলবোৰ, পঢ়ি পঢ়ি ৰঙা পেন্সিলেৰে দাগ দি থৈ যোৱা কিতাপবোৰ তেখেতৰ প্ৰতীক হিচাপে ৰৈ গ'ল আমাৰ মাজত...।'

এফালে চাহাবী ঢং, আনফালে অসমীয়া গীত-মাত, বৰগীত, ঘোষা আৰু সংস্কৃতিক মনে-প্ৰাণে ভালপোৱা এইগৰাকী 'সম্পূৰ্ণ' ব্যক্তিয়ে হেজাৰটা কামৰ মাজতো আনকি ৰাজনীতিও কৰিছিল। কংগ্ৰেছ দলৰ প্ৰাৰ্থী হিচাপে তেওঁ ১৯৫২ চনত ৰাজ্যসভালৈ নিৰ্বাচিত হৈছিল।

নিজ কৰ্মৰ মাজেদি মহত্ত্ব প্ৰকাশ পোৱা এইগৰাকী ব্যক্তিয়ে ৭২ বছৰীয়া জীৱন কালত অসমৰ বুৰঞ্জী আৰু সাহিত্য সংস্কৃতিৰ বাবে কিমানখিনি অৰিহণা দি থৈ গ'ল, সেয়া অনুমান কৰিব পাৰি তেখেতৰ কৰ্ম আৰু গ্ৰন্থ তালিকাখন দেখিলেহে। কৰ্মৰ তালিকাৰ চমু আভাস আমি ইতিমধ্যে দিলোৱেই, এইবাৰ তেখেতৰদ্বাৰা লিখিত আৰু সম্পাদিত গ্ৰন্থৰ

তালিকাখন নিদিলে এই নিবন্ধ অসম্পূর্ণ হ'ব। আমি এই নিবন্ধৰ অ'ত ত'ত নাম দিয়া গ্ৰন্থবোৰৰ বাহিৰেও অন্যান্যবোৰ আছিল (ইংৰাজী) Early British Relations with Assam, Tunkhungiya Buranji, Assamese Historical Literature, Assamese Literature : Ancient and Modern. An Account of Assam, Lachit Barphukan and his times, Annals of the Delhi Badshahate, The Seven Hindrances, Some Literary Reminiscences, Studies in the Literature of Assam, Atan Buragohain and his Times, London Memories, Men I have met, Studies in the History of Assam, Quintessence of Experience, Academmic verses, Two years in parliament, The Story of My Life ইত্যাদি। অসমীয়া গ্ৰন্থসমূহৰ ভিতৰত আমাৰ নিবন্ধৰ মাজত উল্লেখ কৰাসমূহৰ বাহিৰেও অসম জীয়ৰী, কোঁৱৰ বিদ্ৰোহ, বুৰঞ্জীৰ বাণী, ৰমণী গাভৰু, মীৰজুমলাৰ অসম আক্ৰমণ, ত্ৰিপদী, হৰিহৰ আতা, শৰাইঘাটৰ সুবচনী লাচিত বৰফুকন ইত্যাদি উল্লেখযোগ্য। তদুপৰি তেওঁ সংগ্ৰহ আৰু সম্পাদনা কৰা বুৰঞ্জীসমূহৰ ভিতৰত অসম বুৰঞ্জী, কামৰূপৰ বুৰঞ্জী, তুংখুঙীয়া বুৰঞ্জী, অসমৰ পদ্য বুৰঞ্জী, পাদশ্বাহ বুৰঞ্জী, জয়ন্তীয়া বুৰঞ্জী, ত্ৰিপুৰা বুৰঞ্জী, সাতসৰী অসম বুৰঞ্জী আদি বিশেষভাৱে উল্লেখযোগ্য। সূৰ্যকুমাৰ ভূঞাই নিজৰ ৭২ বছৰীয়া জীৱনকালত ইংৰাজী আৰু অসমীয়া ভাষাত লিখা আৰু সম্পাদনা কৰা গ্ৰন্থ আৰু পুস্তিকাৰ সংখ্যা মুঠ ৯৬ খন। গভীৰ অধ্যয়ন, চিন্তা-ভাবনা আৰু অনুসন্ধানৰ ফচল এই গ্ৰন্থসমূহ আমাৰ বুৰঞ্জী আৰু সাহিত্যৰ শ্ৰেষ্ঠ কৃতি হিচাপে যুগে যুগে চিহ্নিত হৈ ৰ'ব।



(১১)

# ৰাজবালা দাস

অসমত নাৰী শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত যিকেইগৰাকী মহিলাই নিজৰ জীৱন উৎসৰ্গা কৰিছিল, সেইসকলৰ ভিতৰত ৰাজবালা দাস নিঃসন্দেহে শ্ৰেষ্ঠা। অসমত ছোৱালীৰ বাবে স্কুল আৰু কলেজ প্ৰতিষ্ঠা কৰি ৰাজবালা দাসে নানা প্ৰতিকূল পৰিস্থিতিৰ বিৰুদ্ধে যুঁজ দি অসমীয়া নাৰীসকলক আত্মপ্ৰতিষ্ঠা লাভৰ যি বিৰল সুযোগ দিছিল, তাৰ বাবে অসমৰ ইতিহাসে তেওঁক সদায় শ্ৰদ্ধাৰে সুঁৱৰি থাকিব। সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাতা অধ্যক্ষা (১৯৩৯-৬৫) ৰাজবালা দাসৰ বিষয়ে সন্দিকৈ মহাবিদ্যালয়ৰে প্ৰাক্তন অধ্যক্ষা (১৯৭৪-৮৪) আহেমেদা ৰছুলে মহাবিদ্যালয়খনৰ হীৰক জয়ন্তী উৎসৱ উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থ 'হীৰক জেউতি'ত লিখিছে, 'অধ্যক্ষা দাস আছিল শিক্ষাব্ৰতী, ধৈৰ্যশীলা আৰু অসাধাৰণ মনোবলৰ অধিকাৰিণী। জাতি-ধৰ্ম নিৰ্বিশেষে মানুহৰ অন্তৰ্নিহিত গুণসমূহ আৰু কৰ্মপ্ৰেৰণাহে তেখেতে লক্ষ্য কৰিছিল আৰু যোগ্য ব্যক্তিক যোগ্য মৰ্যাদা দিব জানিছিল। কৰিছিল। মহিলাসকলৰ অন্তৰত শিক্ষাৰ পোহৰ বিলাই স্ত্ৰীশিক্ষাৰ উন্নয়নৰ পথত সকলোকে আগবঢ়াই নিয়াৰ তীব্ৰ প্ৰেৰণাই তেখেতৰ মন তোলপাৰ লগাইছিল। সন্দিকৈ ছোৱালী কলেজ তেখেতৰ সেই উদ্দীপ্ত প্ৰেৰণাৰ উজ্জ্বল প্ৰতীক। ছাত্ৰীসকলক মহিলাৰ স্বাধীনতা, অধিকাৰ, শক্তি আৰু কৰ্মক্ষমতাৰ বিষয়ে সজাগ কৰি নাৰী জাগৰণৰ পথ সুগম কৰি তুলিবলৈ তেখেতে সৰ্বভাৰতীয় মহিলা সভাৰ লগত যোগাযোগ স্থাপন কৰি খ্যাতি সম্পন্না বিশিষ্টা মহিলাসকলক সময়ে সময়ে আমন্ত্ৰণ জনাই কলেজ প্ৰাঙ্গণতে ডাঙৰ সভা পাতিছিল আৰু এই সংস্থানৰ অসম শাখাৰ উদ্যোগত ছোৱালীক ৰেল বিভাগত কৰ্মনিযুক্তিৰ দিহা কৰিছিল।'... একেধাৰে সমাজকৰ্মী, শিক্ষাব্ৰতী, ৰাজনীতিক, কাকত-আলোচনীৰ প্ৰকাশিকা আৰু লেখিকা হিচাপে সুনাম অৰ্জন কৰা ৰাজবালা দাসে অসমৰ সামাজিক ৰাজহুৱা আৰু শিক্ষাৰ জগতত যি প্ৰতিভা আৰু পৰিশ্ৰমৰ স্বাক্ষৰ এৰি থৈ গৈছে, তাৰ বাবেই তেওঁ অসমৰ মহিলাসকলৰ মাজত প্ৰেৰণাময়ী হিচাপেও যোগ্য স্থান লাভ কৰিছে।

১৮৯৩ চনৰ আঠ মাৰ্চৰ দিনাখন ডিব্ৰুগড়ত জন্মলাভ কৰা ৰাজবালা দাস ব্ৰাহ্মণ পৰিয়ালৰ ৰমাকান্ত বৰুৱা আৰু কমলা বৰুৱাৰ পঞ্চম সন্তান। এক অভিজাত পৰিয়ালত জন্মগ্ৰহণ কৰিলেও তেওঁলোকে তেতিয়াও ৰক্ষণশীলতাৰ গণ্ডী অতিক্ৰম কৰিব পৰা নাছিল। অসূৰ্যম্পৰ্শা নাৰীয়ে তেতিয়া বাটেদি খোজকাঢ়ি গৈ স্কুলত পঢ়া-শুনা কৰাটো আছিল এক ডাঙৰ অপৰাধ। অসমত ইতিমধ্যে পাশ্চাত্য শিক্ষাৰ পোহৰ পৰিছিল। সেই

অনুসৰি পুৰুষে পঢ়া-শুনাৰ সুযোগ পালেও দুই-এগৰাকী আধুনিক মনস্তত্বৰ মানুহৰ কন্যাৰ বাহিৰে আন কোনো নাৰীয়ে পঢ়া-শুনাৰ বাবে মন মেলিবলৈ সাহস কৰিব পৰা নাছিল। ১৯০১ চনত ৰাজবালা দাসৰ ডাঙৰ ককায়েক ৰজনীকান্ত বৰুৱাই এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চশিক্ষাৰ বাবে কলিকতালৈ যাবলৈ ওলাল। ইতিমধ্যে ৰাজবালাৰ বায়েক দুগৰাকীৰ বিয়া হৈছিল। ৰজনীকান্তই ভনীয়েক ৰাজবালাকো শিক্ষাগ্ৰহণৰ বাবে কলিকতালৈ নিব খুজিলে, কাৰণ সেই সময়ত তেওঁৰ পেহীয়েক দেৱীপ্ৰভা দত্তই নিজৰ দুগৰাকী কন্যাক কলিকতাৰ বেথুন স্কুলৰ হোষ্টেলত ৰাখি পঢ়ুৱাইছিল। প্ৰথম অৱস্থাত মাক-দেউতাকে আপত্তি কৰিলেও পাছত এক প্ৰকাৰ জোৰ কৰিয়েই ককায়েক ৰজনীকান্তই আঠ বছৰীয়া ভগ্নী ৰাজবালাক কলিকতালৈ নিলে আৰু বেথুন স্কুলত নাম লিখাই দিলে। কলিকতাত কিন্তু ৰাজবালাৰ মন নবহিল। সেইবাবেই কেইমাহমানৰ পাছত তেওঁ পুনৰ ডিব্ৰুগড়ৰ ঘৰলৈ উভতি আহিল। লাহে লাহে তেওঁৰ শিক্ষাৰ প্ৰতি ধাউতি বাঢ়িছিল। ভনীয়েক সুৰবালাকো এই ক্ষেত্ৰত নিজৰ সঙ্গী কৰি লৈছিল। দুয়োজনীৰে এইদৰেই কে'বাবছৰো বাগৰি গ'ল। শিক্ষাৰ প্ৰতি এনে ধাউতি দেখি অভিভাৱকে তেওঁলোকক পুনৰ কলিকতালৈ পঠিয়ালে। ইতিমধ্যে ঘৰতে পঢ়া-শুনা কৰি যথেষ্ট জ্ঞান লাভ কৰাৰ বাবেই কলিকতাত নতুনকৈ খোলা স্কুল এখনত ৰাজবালাই অষ্টম আৰু সুৰবালাই সপ্তম শ্ৰেণীত নাম ভৰ্তি কৰাৰ সুযোগ পালে। তাৰ পাছত তেওঁলোকে পুনৰ বেথুন স্কুলত নাম লিখালে আৰু ১৯১৫ চনত ৰাজবালাই প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ অসম চৰকাৰৰ পৰা কুৰি টকীয়া বৃত্তি লাভ কৰি উচ্চ শিক্ষা গ্ৰহণৰ পথ সুচল কৰিলে।

ৰাজবালা দাসৰ শিক্ষাৰ এই যাত্ৰা কিন্তু কোনোপধ্যে সুচল নাছিল। ৰাজবালাই তেওঁৰ আত্মজীৱনী 'তিনি কুৰি দহ বছৰৰ স্মৃতি'ত সেই সময়ৰ বিষয়ে লিখিছে যে, সেই কালত ১১-১২ বছৰতে কন্যাকাল হোৱা ছোৱালীৰো জীৱনৰ গতি হঠাতে সলনি হৈ গৈছিল। নিষেধৰ বেৰাজালে তেওঁলোকৰ বাবে বহিৰ্জগতখন একেবাৰে সংকুচিত কৰি পেলাইছিল। 'ভাল মানুহৰ ঘৰৰ ছোৱালী'ৰ স্কুললৈ যোৱা নিষেধ, আলিবাটেৰে খোজ কাঢ়ি যোৱা নিষেধ, ডাঙৰ মহিলাসকলেও ওচৰ-চুবুৰীয়া ঘৰলৈকো অকলশৰে যোৱা নিষেধ আছিল। বামুনৰ ছোৱালীৰ যে আৰু দুখৰ জীৱন। কন্যা কাল হোৱাৰ পাছতেই বিয়া দিব লাগিব। বামুণৰ বিধৱাৰ বয়সীয়াই হওক বা ফুলবাৰীয়েই হওক, জীৱনৰ সকলো আশা-আকাংক্ষা বিসৰ্জন দি কঠোৰ নীতি-নিয়ম, ব্ৰত-উপবাসৰ জীৱন কটাব লাগে। এনে কঠোৰ নিয়মৰ বিৰুদ্ধে মাত মতা কোনো মানুহ তেতিয়া নাছিল।

আত্মজীৱনীত তেওঁ লিখিছে-'মই জানো বেয়া কাম কৰিব খুজিছো?... শিক্ষা লাভ কৰাৰ পৰা ছোৱালীক বঞ্চিত কৰা এইখননো কেনে সমাজ? এই সমাজৰ বিৰুদ্ধে আচৰণ কৰিবলৈ মা-দেউতাৰে বা কেনেকৈ সাহ হ'ব? মোৰ পঢ়িবলৈ ইমান মন গৈছিল যে মই কোনোপধ্যেই সেই ইচ্ছা দমাব নোৱাৰিলো। মই সেই চিন্তাতে শান্তি নোপোৱা হ'লো।...'

সেই সময়ত ভালেকেইগৰাকী অসমীয়া যুৱতীয়ে কলিকতাত উচ্চ শিক্ষা লাভ কৰিছিল। তেওঁলোকৰে সহযাত্ৰী হৈ ৰাজবালাই প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ডায়োচেছন কলেজৰ আই এ শ্ৰেণীত নাম লিখালে। লক্ষ্মীনাথ বেজবৰুৱাৰ কন্যা অৰুণা (পাছত মুখাৰ্জী) আছিল ৰাজবালাৰ সহপাঠী। সাহিত্যিক ৰমাকান্ত বৰকাকতীৰ দুই কন্যা সুধালতা দুৱৰা আৰু সুখলতা দুৱৰায়ো কলিকতাত পঢ়া-শুনা কৰি দুয়োয়ে ১৯১৮ চনত বি এ আৰু ১৯২০ চনত এম এ পাছ কৰিছিল। এই দুয়োগৰাকী বি এ আৰু এম এ পাছ কৰা প্ৰথম অসমীয়া যুৱতী। সুধালতাই প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ ভাৰতীয় ভাষা বিষয়ত এম এ পাছ কৰি ১৯২৩ চনত বি টি ও পাছ কৰিছিল। তেওঁ এলাহবাদৰ ক্ৰষ্টৱেইট কলেজত সংস্কৃত, তৰ্কবিজ্ঞান আৰু ইংৰাজীৰ অধ্যাপিকা হৈ ১৯২৫ চনত অৰ্থাৎ ২৯ বছৰ বয়সতে সেই কলেজৰ অধ্যক্ষা হৈছিলগৈ। অবিবাহিতা সুধালতাৰ অৱশ্যে ৩২ বছৰ বয়সতে অকাল মৃত্যু ঘটিছিল খাদ্যৰ বিষক্ৰিয়াত। সুখলতায়ো এম এ পাছ কৰি লাহোৰত নতুনকৈ খোলা কলেজ এখনৰ দায়িত্ব লৈছিল আৰু বানাৰসী দাস নামেৰে চিকিৎসক এজনৰ স'তে বিয়াত সোমাইছিল। তেওঁৰো পাছত অকাল মৃত্যু ঘটিছিল।

ৰাজবালা দাসেও ১৯১৮ চনত (স্বাস্থ্য ভাঙি পৰাৰ বাবে এবছৰ পলমকৈ) প্ৰথম বিভাগত আই এ পাছ কৰি ১৯২০ চনত ডায়োচেছন কলেজৰ পৰা অংক আৰু অৰ্থনীতি বিষয়ত বি এ পাছ কৰিছিল। কলেজত পঢ়ি থাকোতেই এবাৰ দেশবন্ধু চিত্তৰঞ্জন দাসৰ ঘৰত অনুষ্ঠিত হোৱা মহিলাৰ সভা এখনত মহাত্মা গান্ধীক লগ পাইছিল। তেতিয়াৰে পৰা গান্ধীজীৰ আদৰ্শেৰে দীক্ষিত হোৱা ৰাজবালা দাসে বি এ ডিগ্ৰী লৈ ডিব্ৰুগড়ৰ ঘৰলৈ আহিয়েই স্বাধীনতা আন্দোলনত নামি পৰিল। ১৯২১ চনত তেওঁ ডিব্ৰুগড়ৰ কংগ্ৰেছৰ মহিলা শাখাৰ সম্পাদিকাৰ দায়িত্ব গ্ৰহণ কৰিলে। অৱশ্যে কংগ্ৰেছৰ কামত এগৰাকী মহিলা তেনেদৰে সোমাই যোৱাটো ডিব্ৰুগড়ৰ বহুতেই সমালোচনাৰ দৃষ্টিৰে চালে, কিন্তু সেইবোৰলৈ কেৰেপ নকৰি ৰাজবালা দাসে স্বাধীনতা আন্দোলনৰ লগতে মহিলাৰ মুক্তি সংগ্ৰাম চলাই থাকিল। ১৯২৩ চনত গয়াত অনুষ্ঠিত কংগ্ৰেছৰ অধিবেশনলৈ গৈছিল ৰাজবালা দাস। তেৱেঁই অসমৰ প্ৰথম মহিলা কংগ্ৰেছ কৰ্মী, যিয়ে কংগ্ৰেছৰ অধিবেশনত যোগ দিয়াৰ বিৰল সুযোগ লাভ কৰিছিল। সেই অধিবেশনলৈ কংগ্ৰেছ কৰ্মী হিচাপে যোগ দিছিল বিলাতৰ পৰা উচ্চ শিক্ষা লাভ কৰি অহা বিশিষ্ট চিকিৎসক জ্যোতিষ চন্দ্ৰ দাসেও। ৰাজবালা আৰু জ্যোতিষ দাসৰ ভাল জোৰা হ'ব বুলি কৈ দেশভক্ত তৰুণৰাম ফুকনে গয়াৰ কংগ্ৰেছ অধিবেশনতে দুয়োৰে বিয়া পাতি দিব বিচাৰিছিল।. লাহে লাহে জ্যোতিষ আৰু ৰাজবালা, দুয়ো দুয়োৰে প্ৰতি আকৃষ্ট হয় আৰু ১৯২৩ চনতে তেওঁলোকৰ বিবাহো সম্পন্ন হয়। এইখিনিতে ডাঃ জ্যোতিষ দাসৰ বিষয়ে কিছু কথা উল্লেখ কৰাটো উচিত হ'ব। ১৮৮৬ চনত গুৱাহাটীত জন্মলাভ কৰা জ্যোতিষ দাসৰ পিতৃ আছিল গুৱাহাটীৰ অতি পুৰণি শিক্ষাৰ অনুষ্ঠান 'সোণাৰাম হাইস্কুল'ৰ প্ৰতিষ্ঠাতা সোণাৰাম ৰাজমেধি। জ্যোতিষ দাসে কলিকতাত পঢ়া-শুনা কৰি তাৰ পৰা এণ্ট্ৰেন্স, /বি এছ চি আৰু শেষত চিকিৎসাবিদ্যাৰ এম বি ডিগ্ৰী

লাভ কৰাৰ পাছত বিলাতত তিনি বছৰ থাকি উচ্চ শিক্ষা গ্ৰহণ কৰি গুৱাহাটীলৈ উভতি আহিছিল। গুৱাহাটীৰ খ্যাতনামা মানৱদৰদী চিকিৎসক হিচাপে সুখ্যাতি লাভ কৰাৰ উপৰি নানা সামাজিক আৰু ৰাজহুৱা কামতো তেওঁ জড়িত আছিল।

বিয়াৰ পাছত ৰাজবালা দাসৰ কৰ্মক্ষেত্ৰ সলনি হৈছিল ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ। অহৰহ নাৰীমুক্তিৰ বাবে কাম কৰা ৰাজবালা দাসে এইবাৰ স্ত্ৰীশিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে হাতে-কামে লাগিবলৈ মনস্থ কৰিলে। অৱশ্যে এফালে ঘৰুৱা কাম আৰু আনফালে স্বাধীনতা আন্দোলনত লাগি থকাৰ বাবে এই কাম কৰাটো সহজ নহ'ল। তেওঁ মাজে সময়ে পঢ়াবলৈ ল'লে পাণবজাৰ হাইস্কুলত। পাছত তেওঁ পাণবজাৰ ছোৱালী হাইস্কুল প্ৰতিষ্ঠাৰ ক্ষেত্ৰত গুৰিয়ালৰ ভূমিকা লৈছিল। স্কুলখনৰ সম্পাদিকা হিচাপে ৰাইজৰ পৰা দান-বৰঙণি লৈ স্কুলখনক ভালদৰে গঢ়ি তুলিছিল আৰু পাছত স্কুলখনৰ প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব গ্ৰহণ কৰি স্ত্ৰী-শিক্ষাৰ উন্নতিৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। পাণবজাৰ ছোৱালী হাইস্কুলৰ ছাত্ৰীসকলক সাধাৰণ শিক্ষাৰেই শিক্ষাদান কৰা হোৱা নাছিল। ছাত্ৰীসকলৰ বাবে ৰাজবালা দাসে নিজেই উদ্যোগ লৈ তাঁত বোৱা, সূতাকটা, চিলাই কৰা আদি বহুকেইটা বিষয়ৰ শিক্ষাৰ উপৰি সঙ্গীত আৰু গাৰ্হস্থ্য বিজ্ঞানৰ শ্ৰেণী খুলি দিছিল। দূৰৈৰ ছোৱালীৰ স্কুলত পঢ়া-শুনাৰ বাবে বাছৰ ব্যৱস্থা কৰি দিয়াৰ উপৰি ছাত্ৰী নিবাস প্ৰতিষ্ঠা কৰিছিল। প্ৰথমাৱস্থাত কটন কলেজত পঢ়া-শুনা কৰা ছাত্ৰীৰ বাবে সুকীয়া ছাত্ৰী নিবাস নথকাৰ বাবে কলেজৰ ছাত্ৰীকো হাইস্কুলৰে ছাত্ৰী নিবাসত থকাৰ ব্যৱস্থা কৰি দিছিল। এইদৰে মহিলাৰ বাবে শিক্ষাৰ সুযোগ দান কৰি পাণবজাৰ ছোৱালী হাইস্কুলক অসমৰ ভিতৰতে এখন জাকত-জিলিকা শিক্ষা প্ৰতিষ্ঠানলৈ উত্তৰণ ঘটাইছিল।

ৰাজবালা দাসৰ কাম-কাজ স্কুলৰ চাৰিবেৰৰ মাজতে আবদ্ধ নাথাকিল। সামাজিক আৰু ৰাজহুৱা কাম-কাজতো নিঃস্বাৰ্থভাৱে নামি পৰা দাসে ১৯২৬ চনত অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰধান সম্পাদিকা হিচাপে দায়িত্ব গ্ৰহণ কৰিছিল। অসমীয়া মহিলাসকল যাতে স্বাৱলম্বী হ'ব পাৰে তাৰ বাবে বিভিন্ন ধৰণৰ কুটীৰ উদ্যোগ খোলাৰ বাবে মহিলাক প্ৰেৰণা দিয়াৰ লগতে বিভিন্ন উদ্যোগ সম্পৰ্কত প্ৰশিক্ষণৰো ব্যৱস্থা কৰিছিল। তদুপৰি বাল্য বিবাহ নিষিদ্ধ কৰিবলৈ সাৰদা আইন কাৰ্যকৰী কৰাৰ বাবেও উঠি-পৰি লাগিছিল। ১৯৩২ চনত কলিকতাত বহা নিখিল ভাৰত মহিলা সমিতিৰ অধিবেশনত নিজৰ ধন খৰচ কৰি যোগদান কৰিছিল আৰু তাৰ পৰা শিক্ষা, অভিজ্ঞতা আহৰণ কৰি অসমীয়া মহিলাৰ উত্তৰণৰ ক্ষেত্ৰত বাধা দিয়া কাৰকসমূহ ধ্বংস কৰিবৰ বাবে চেষ্টা চলাই গৈছিল।

বহু ছাত্ৰীয়ে তেতিয়া হাইস্কুলীয়া শিক্ষা সমাপ্ত কৰাৰ পাছতো উচ্চ শিক্ষাৰ বাবে স্থাপিত কটন কলেজত সীমিত আসন থকাৰ বাবে উচ্চশিক্ষাৰ লাভৰ পৰা বঞ্চিত হৈছিল। এই কথা উপলব্ধি কৰিয়ে ৰাজবালা দাসে ছাত্ৰীৰ বাবে আচুতীয়াকৈ কলেজ এখন স্থাপন কৰাৰ কথা চিন্তা কৰিছিল। কিন্তু সেয়া কৰিবলৈ হাতত মুঠেই পুঁজি নাছিল তথাপি বিফল মনোৰথ নহৈ তেওঁ ১৯৩৯ চনত মাথো পাঁচগৰাকী ছাত্ৰীক লৈ পাণবজাৰ স্কুলতে

ৰাতিপুৱা ভাগত মহাবিদ্যালয়ৰ শ্ৰেণী খুলি পাঠদান আৰম্ভ কৰিলে। তাৰ এবছৰৰ পাছতে এই কলেজখনে যাতে কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত কলেজৰ মৰ্যাদা লাভ কৰে, তাৰ বাবে আবেদন জনালে। বিশ্ববিদ্যালয়ে মহাবিদ্যালয়খনক উচিত মৰ্যাদা দিব পাৰিনে নোৱাৰি, সেয়া নিৰীক্ষণ কৰিবলৈ পৰিদৰ্শক পঠিয়ালে। পৰিদৰ্শকে কলেজৰ বাবে অন্ততঃ ১০ হেজাৰ টকাৰ পুঁজি এটাৰ আৱশ্যকতাৰ বিষয়ে ক'লে। সাহসী ৰাজবালা দাসে সেই পুঁজি গোটাবলৈ ১০ দিনৰ সময় ল'লে। তেনেতে তেওঁৰ মনত পৰিল যে দানবীৰ ৰাধাকান্ত সন্দিকৈৰ বিদুষী পত্নী নাৰায়ণী সন্দিকৈয়ে স্ত্ৰীশিক্ষাৰ উন্নতিৰ বাবে কলেজ এখন স্থাপন কৰাৰ কথা দাসক কৈছিল। কিন্তু নাৰায়ণী সন্দিকৈৰ ইতিমধ্যে পৰলোক প্ৰাপ্তি ঘটিছিল। তথাপি দাসে মৰসাহ কৰি স্বামী জ্যোতিষ দাস আৰু ড° সূৰ্যকুমাৰ ভূঞাক কিছু পুঁজি বিচাৰি দানবীৰ ৰাধাকান্তৰ ওচৰলৈ পঠিয়ালে। দানবীৰে অনুষ্ঠানৰ বাবে প্ৰয়োজনীয় ধন দিবলৈ মান্তি হ'ল আৰু তেনেদৰেই দানবীৰ ৰাধাকান্ত সন্দিকৈৰ ১০ হেজাৰ টকাৰ দানেৰে কলেজখনে কলিকতা বিশ্ববিদ্যালয়ৰ অনুমোদন লাভ কৰিলে। দানবীৰে কলেজখনৰ ঘৰ সাজিবলৈও টকা দিলে। প্ৰথমতে দাতাৰ নামেৰে কলেজখনৰ নাম ৰখা হ'ল 'ৰাধাকান্ত সন্দিকৈ ছোৱালী কলেজ'। দানবীৰে পত্নী নাৰায়ণী সন্দিকৈৰ স্মৃতিত এটি বৃত্তিও প্ৰদান কৰি ছোৱালীসকলক উচ্চ শিক্ষাৰ বাবে অনুপ্ৰাণিত কৰাৰ ব্যৱস্থা কৰিলে। পাছত অৱশ্যে কলেজখনৰ নাম সন্দিকৈ পৰিয়ালৰ নামেৰে 'সন্দিকৈ ছোৱালী কলেজ' ৰখা হ'ল। কলেজখনৰ প্ৰথমগৰাকী অধ্যক্ষাৰ দায়িত্ব গ্ৰহণ কৰিলে ৰাজবালা দাসে।

কিন্তু ৰাজবালা দাসৰ এই কলেজ স্থাপনৰ প্ৰচেষ্টাত বাধা দিবলৈ এটা চক্ৰই ষড়যন্ত্ৰ চলালে। সেই ষড়যন্ত্ৰ মষিমূৰ কৰিলে ৰাজবালা দাসে। বাতৰি কাকতেও বৰ বৰ হৰফেৰে লেখিলে 'Handique women's College is a white elephant'। 'বগা হাতী' নামকৰণৰ উপৰি কোৱা হ'ল যে মাথো বি এ ডিগ্ৰী থকা অধ্যক্ষাৰ কলেজত ছাত্ৰীক কোনে উচিত শিক্ষা দিব? এই ষড়যন্ত্ৰকাৰীসকলৰ মুখ বন্ধ কৰিবলৈ ৰাজবালা দাসে প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে পৰীক্ষা দি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৪১ চনত এম এ পাছ কৰিলে।

সন্দিকৈ ছোৱালী কলেজৰ প্ৰাক্তন ভাৰপ্ৰাপ্ত অধ্যক্ষা (১৯৯২-৯৩) প্ৰীতি বৰুৱাই 'হীৰক জেউতি'ত লিখিছে- 'অসমত ছোৱালীৰ কোনো আনুষ্ঠানিক শিক্ষাৰ ঐতিহ্য নথকা অৱস্থাত ১৮৩৯ চনত শদিয়াত অসমৰ প্ৰথমখন ছোৱালীৰ স্কুল পাতিছিল বেপ্টিষ্ট মিছনেৰীয়ে, তাৰ এশ বছৰৰ পাছত অসমত (পূৰ্বে অসম উপত্যকাত) ছোৱালী কলেজ এখন প্ৰতিষ্ঠা কৰা হয় ১৯৩৯ চনত এগৰাকী প্ৰকৃত শিক্ষানুৰাগী আৰু নাৰী মুক্তিৰ অনলস কৰ্মীৰ যত্নত।

অধ্যক্ষা ৰাজবালা দাস আছিল আদৰ্শ আৰু ন্যায় প্ৰতিষ্ঠাৰ ক্ষেত্ৰত অচল-অটল। সেয়েহে আজন্ম শিক্ষাব্ৰতী নাৰীৰ অধিকাৰ আৰু মৰ্যাদাৰ বিষয়ত সদাসচেতন, শ্ৰম আৰু দূৰদৃষ্টিৰ সমন্বয় সাধনত পাৰ্গত ৰাজবালা দাস চিৰ বিজয়িনী।... ছোৱালীয়ে নাৰীত্বৰ সকলো গুণেৰে বিভূষিতা হৈ শিক্ষা-দীক্ষা, উদাৰতা, সমাজমুখী মানসিকতা

আৰু দেশাত্মবোধেৰে উদ্বুদ্ধা হৈ নিজৰ স্থিতি সবল কৰি দেশৰ উন্নতি সাধনত ব্ৰতী হ'ব, এয়েই আছিল বাইদেউৰ কাম্য।'...

এনেদৰেই ৰাজবালা দাসে ১৯৩৯ চনৰ পৰা ১৯৬৫ চনলৈ একেৰাহে ২৬ বছৰ ধৰি সন্দিকৈ ছোৱালী কলেজৰ দায়িত্ব ভাৰ গ্ৰহণ কৰি কটন কলেজৰ পাছতে অসমৰ এখন জাকত জিলিকা উচ্চ শিক্ষাৰ অনুষ্ঠানলৈ উত্তৰণ ঘটাইছিল। 'হীৰক জেউতিৰ' পাততে সন্দিকৈ কলেজৰ তৃতীয়গৰাকী অধ্যক্ষা আহমেদা ৰছুলে লিখিছে-'দানবীৰ ৰাধাকান্ত সন্দিকৈয়ে আগবঢ়োৱা পুঁজিৰে দীঘলী পুখুৰীৰ (গুৱাহাটী) পাৰত কলেজৰ নিজা ভৱন তৈয়াৰ কৰা, পাহাৰ, চাহ বাগিচা আৰু গাওঁ-ভূঁইৰ পৰা আৰু আন আন প্ৰদেশৰ পৰাও ছোৱালী আহি কলেজখন ভৰি পৰিছিল।'

দিগন্তদৰ্শী ৰাজবালা দাসে যুগৰ চাহিদাৰ লগত খাপ খুৱাই বিজ্ঞান শাখা খুলিবলৈ উঠিপৰি লাগিছিল। উদ্ভিদ বিজ্ঞান প্ৰথমৰ পৰা আছিলেই। গণিত, পদাৰ্থ বিজ্ঞান, জীৱ-বিজ্ঞান আৰু ৰসায়ন বিভাগ খোলা হৈছিল, লগতে ছোৱালীয়ে শিকিবলগীয়া লাগতিয়াল গৃহ বিজ্ঞান [Home Science] খুলি দিয়া হৈছিল।... ৰাজবালা দাসৰ ব্যক্তিত্বৰ বিষয়ে এসময়ৰ সাংসদ তথা সন্দিকৈ কলেজৰ প্ৰাক্তন অধ্যাপক অজিত কুমাৰ শৰ্মাই লিখিছিল-'কলেজৰ অধ্যক্ষা হিচাপে ৰাজবালা দাসৰ দৃঢ়তাৰ কোনো হেৰফেৰ হোৱা নেদেখিলো। কিন্তু, সেই বুলি প্ৰশাসক স্বৰূপে কঠোৰতা অৱলম্বন কৰা স্বভাৱো তেখেতৰ নাছিল। কথাই কথাই নিয়ম-শৃংখলাৰ দোহাই দিয়াৰো পক্ষপাতী নাছিল। ছপা কৰা 'ৰুলছ'তকৈ আন্তৰিক বিশ্বাস আৰু সহৃদয়তাৰেহে তেখেতে শাসন কৰিবলৈ চাইছিল। তেখেতৰ ব্যক্তিগত মাতৃ হৃদয়ৰ শক্তিয়ে অধিক প্ৰকাশ পাইছিল আৰু এই ব্যক্তিত্বৰ প্ৰভাৱতেই সকলো কাম সুচাৰুৰূপে চলিছিল।...' (১৯৭৬ চনৰ ১০ ডিচেম্বৰত ৰাজবালা দাসক সম্বৰ্ধনা জনাবলৈ প্ৰকাশ কৰা অভিনন্দন গ্ৰন্থৰ পৰা)

১৯৬৫ চনত কলেজৰ অধ্যক্ষা পদৰ পৰা ৰাজবালা দাসে অৱসৰ লৈছিল। অৱশ্যে স্বাধীন ভাৰতৰ প্ৰথমটো সাধাৰণ নিৰ্বাচনতো কংগ্ৰেছৰ প্ৰাৰ্থীৰূপে গুৱাহাটী সমষ্টিৰ পৰা যুঁজ দিছিল, কলেজৰ পৰা কেইদিনমানৰ ছুটী লৈ। অৱশ্যে ১৯৫২ চনৰ সেই নিৰ্বাচনত জয়লাভ কৰি বিধায়িকা হোৱাৰ সৌভাগ্য নহ'ল তেওঁৰ। বিৰোধী দলৰ প্ৰাৰ্থী আইনজ্ঞ গৌৰীশংকৰ ভট্টাচাৰ্যৰ হাতত তেওঁ মাথো ১২০টা ভোটৰ ব্যৱধানত পৰাজয় বৰণ কৰিছিল। অসমীয়া ভাষা, সাহিত্য-সংস্কৃতিতো নিজৰ অৰিহণা যোগোৱা ৰাজবালা দাসে নিজে উদ্যোগ লৈ ১৯৬৩ চনত গুৱাহাটী প্ৰেছৰ পৰা 'অসম বাতৰি' নামেৰে তিনিদিনীয়া কাকত এখন প্ৰকাশ কৰিছিল। চন্দ্ৰ প্ৰসাদ শইকীয়া আছিল কাকতখনৰ সম্পাদক। উক্ত প্ৰকাশন প্ৰতিষ্ঠানৰ পৰাই 'মণিদীপ' নামৰ মাহেকীয়া আলোচনী এখনো প্ৰকাশ কৰিছিল।

অসমীয়া সমাজ জীৱনৰ বিভিন্ন ক্ষেত্ৰত জড়িত মহিলা ৰাজবালা দাস আছিল এগৰাকী সাহিত্যিকো। তেওঁৰ প্ৰথমখন পুথি আছিল 'স্ত্ৰীশিক্ষাৰ বাবে কেইআষাৰমান'। ১৯২৮ চনত প্ৰকাশিত এই পুথিখনিত তেওঁ স্ত্ৰীশিক্ষাৰ প্ৰকৃত স্বৰূপ আৰু প্ৰয়োজনীয়তাৰ বিষয়ে লিখিছিল অতি সহজ-সৰল ভাষাত। সেই সময়ছোৱাত অসমীয়া ভাষাত উৎকৃষ্ট

পাঠ্যপুথিৰো অভাৱ আছিল। সেই অভাৱ কিছু পৰিমাণে হ'লেও দূৰ কৰাৰ চেষ্টা কৰি ৰাজবালা দাসে 'সাহিত্য পাঠ' (চতুৰ্থ ভাগ) লিখি উলিয়ায়। 'আৱাহন' আলোচনীত বহু প্ৰবন্ধ লিখা ৰাজবালা দাসক ভাৰতৰ ঐতিহ্য আৰু সংস্কৃতিয়েও আকৰ্ষিত কৰিছিল। যুগে যুগে ভাৰতীয়সকলৰ হৃদয়ত লিপিবদ্ধ হৈ থকা ৰামায়ণ আৰু মহাভাৰতৰ বিষয়ে অসমীয়া পঢ়ুৱৈক ভালদৰে জ্ঞান দিবলৈ 'ৰামায়ণৰ কথা' আৰু 'মহাভাৰতৰ কথা' নামে দুখন গ্ৰন্থও ৰচনা কৰিছিল। ১৯৬৯ আৰু ১৯৭০ চনত দত্ত বৰুৱা এণ্ড কোম্পানীয়ে প্ৰকাশ কৰি উলিওৱা এই গ্ৰন্থ দুখনৰ বাহিৰেও 'পৌৰাণিক আদৰ্শ কাহিনী' নামৰ গ্ৰন্থও প্ৰণয়ন কৰিছিল। তদুপৰি শিশুৰ উপযোগীকৈ লিখিছিল-সাবিত্ৰী-সত্যবান, হৰিচন্দ্ৰ উপাখ্যান, নল-দময়ন্তী আৰু শ্ৰীবৎস চিন্তা নামৰ কে'বাখনো পুথি, শ্ৰীমদ্ভাগৱত গীতাই ভাৰতীয় পৰম্পৰা আৰু ঐতিহ্য ধৰি ৰাখি মানুহক কেনেকৈ আদৰ্শনিষ্ঠ আৰু কৰ্মমুখী হ'বলৈ প্ৰেৰণা দিয়ে তাক বিশ্লেষণ কৰি 'গীতাবচন' নামৰ পুথি এখনো লিখি উলিয়াইছিল। তদুপৰি ১৯৭১ চনত লিখি সম্পূৰ্ণ কৰিছিল তেওঁৰ আত্মজীৱনী 'তিনিকুৰি দহ বছৰৰ স্মৃতি'।

১৯৪৯ চনত স্বামী জ্যোতিষ দাসৰ সৈতে কে'বামাহো ইউৰোপ ভ্ৰমণ কৰি আহি সেই দেশৰ নাৰী প্ৰগতিৰ বিষয়ে অভিজ্ঞতা লাভ কৰি আহি সেইখিনি জ্ঞান অসমত খটুৱাবলৈ যত্ন কৰিছিল ৰাজবালা দাসে। গোটেই জীৱন ধৰি অসমীয়াৰ বাবে, বিশেষকৈ নাৰীসকলক শিক্ষিত আৰু স্বাৱলম্বী কৰি গঢ়ি তোলাৰ স্বাৰ্থতে একনিষ্ঠভাৱে লাগি থকা ৰাজবালা দাস জীয়াই আছিল ৯২ বছৰ। ১৯৮৫ চনৰ বহাগ বিহুৰ পাছতে ২৩ এপ্ৰিলৰ দিনাখন মহীয়সী ৰাজবালা দাসে ইহলীলা সম্বৰণ কৰে।

---

(কৃতজ্ঞতা ঃ সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপিকা শ্ৰীমতী গীতা বৰুৱা।)

(১২)

# ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা

কিতাপৰ পোক আছিল হেমচন্দ্ৰ বৰুৱা। আজৰি সময়খিনি তেওঁ শুই-বহি কটোৱা নাছিল। অহৰহ পঢ়িছিল কিতাপ-ইতিহাস, ৰাজনীতি, অৰ্থনীতি, দৰ্শন আদি কোনো বিষয়েই বাদ পৰি যোৱা নাছিল। ক'ৰবাত কিবা কিতাপ, কাকত-আলোচনী এখন পালেই বহি গৈছিল আৰু সেয়া শেষ নকৰা পৰ্যন্ত শান্তি পোৱা নাছিল। অসমৰ ৰাইজে 'ত্যাগবীৰ' সন্মানেৰে বিভূষিত কৰা এইগৰাকী অসীম ত্যাগৰ প্ৰতীক ব্যক্তিয়ে সাহিত্য-চৰ্চাও কৰিছিল। তেওঁৰ কে'বাখনো কিতাপ-পুস্তিকা প্ৰকাশ পাইছিল, সেই সময়ৰ বাতৰি কাকত-আলোচনীত লেখা-মেলা কৰিছিল, বিশেষকৈ অসমৰ খিলঞ্জীয়াসকলৰ বিপৰ্যস্ত অৰ্থনৈতিক অৱস্থাৰ বিষয়ে বিশদভাৱে অধ্যয়ন কৰি বহু প্ৰবন্ধ লিখিছিল আৰু এই বিষয়ত সকলোকে সচেতন কৰিছিল।

১৮৯৩ চনৰ ২৫ এপ্ৰিলত তেজপুৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত হেমচন্দ্ৰ বৰুৱাৰ জন্ম। শৈশৱতে পিতৃ পোৱালচন্দ্ৰ বৰুৱাৰ মৃত্যু হোৱাত ককায়েক প্ৰিয়লাল বৰুৱা হৈছিলগৈ ত্যাগবীৰৰ অভিভাৱক স্বৰূপ। যথা সময়ত প্ৰিয়লালৰ তত্বাৱধানত হেমচন্দ্ৰৰ স্কুলীয়া জীৱন আৰম্ভ হ'ল। হেমচন্দ্ৰ আছিল গণিত বিষয়ত অতি কেঁচা। সেইবাবেই এণ্ট্ৰেন্স পৰীক্ষাৰ দুবাৰ অতিক্ৰম কৰিবলৈ হেমচন্দ্ৰই যথেষ্ট পৰিমাণে কষ্ট কৰিবলগীয়া হ'ল। তিনিবাৰৰ মূৰকত ১৯১৫ চনত তেওঁ এই পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰ পাছত তেওঁ কটন কলেজত নাম ভৰ্তি কৰিলে আৰু ১৯১৯ চনত ইংৰাজীত অনাৰ্ছ লৈ সুখ্যাতিৰে বি এ পৰীক্ষাত উত্তীৰ্ণ হ'ল।

কলেজীয়া জীৱনৰ পৰাই হেমচন্দ্ৰৰ ৰাজহুৱা বিষয়বাব গ্ৰহণ কৰি নেতৃত্ব লোৱাৰ মনোভাব গঢ়ি উঠে। ১৯১৮ চনত তেওঁ কটন কলেজৰ ছাত্ৰ একতা সভাৰ সম্পাদক আৰু ১৯২০ চনৰ গোলাঘাট অধিবেশনত অসম ছাত্ৰ সন্মিলনীৰ সম্পাদক নিৰ্বাচিত হয়। তেওঁ সম্পাদক হৈ থকা সময়তে আমাৰ পটুৱৈ তথা ছাত্ৰ সমাজক চিনাকি কৰি দিয়াৰ অভিপ্ৰায়েৰে সন্মিলনে ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিক শ্ৰদ্ধা জনাই 'হেমচন্দ্ৰ সোঁৱৰণী গ্ৰন্থৱলী' নামে এটা ছিৰিজ প্ৰকাশ কৰে।

গুৱাহাটীৰ আৰ্ল ল' কলেজত ওকালতিৰ প্ৰথম বাৰ্ষিক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছতে ১৯২১ চনৰ শেহভাগত কলেজ এৰি কংগ্ৰেছৰ নেতৃত্বত পূৰ্ণোদ্যমে চলি থকা অসহযোগ আন্দোলনত তেওঁ যোগ দিয়ে। অসহযোগ আন্দোলনত নেতৃত্ব দিয়া তৰুণৰাম ফুকনক কাৰাৰুদ্ধ কৰাৰ প্ৰতিবাদত অসহযোগৰ ধ্বনি দিয়াৰ অপৰাধত আন চাৰিগৰাকী সহকৰ্মীৰে স'তে বৰুৱাৰ পাঁচ মাহৰ সশ্ৰম কাৰাদণ্ড হয়। সেই সময়তেই

হেমচন্দ্ৰ বৰুৱাৰ সুন্দৰ স্বাস্থ্য ভাঙি পৰিছিল। জেলৰ পৰা ওলাই অহাৰ পাছতেই বৰুৱা অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ অস্থায়ী সম্পাদক নিযুক্ত হয়। তাৰ পাছত তেওঁ অসীম দক্ষতাৰে মহাত্মাৰ আন্দোলনৰ কাৰ্যসূচী অসমত চলাই নিয়ে।

হেমচন্দ্ৰ বৰুৱাই প্ৰদেশ কংগ্ৰেছৰ সম্পাদকৰ দায়িত্ব লোৱাৰ পাছতেই ৰাষ্ট্ৰীয় পৰ্যায়ৰ দলনেতাসকলে দুটাকৈ কাৰ্যসূচী গ্ৰহণ কৰি অসমলৈ আহে। এইসকলৰ ভিতৰত মদনমোহন মালব্য, ৰাজেন্দ্ৰ প্ৰসাদ, মতিলাল নেহৰু, বিঠল ভাই পেটেল, চক্ৰৱৰ্তী ৰাজা গোপালাচাৰী, ড° আন্সাৰী, কস্তুৰী ৰঙ্গ আয়াৰ আদিয়েই প্ৰধান। বৰুৱাৰ নেতৃত্বত, অসমৰ ডেকা কৰ্মীসকলে উক্ত নেতাসকলৰ সন্মুখত এনেদৰে উজ্জীৱিতভাৱে কথা কৈছিল যে সেইসকল নেতা অসমৰ ডেকা কৰ্মীসকলৰ প্ৰশংসাত মুখৰ হৈ পৰিছিল। ৰাজা গোপালাচাৰীয়ে 'ইয়ং ইণ্ডিয়া' কাকতত লিখিছিল- 'ভাৰতৰ আন আন প্ৰদেশত অসমীয়া কৰ্মী দলৰ দৰে কৰ্মী থকা হ'লে আমি স্বৰাজ পোৱাটো অতি উজু কথা হ'লহেতেন।'

হেমচন্দ্ৰ বৰুৱাই নিজেই অসমত অসহযোগ আন্দোলনৰ পৰিচালনা আৰু সফলতা সম্পৰ্কে লিখিছে এনেদৰে- 'অসমীয়া ছাত্ৰসকলে দলে-বলে স্কুল-কলেজ এৰি আহি কংগ্ৰেছ চলাবৰ বাট মুকলি কৰি দিলে যদিও এই ছাত্ৰসকলৰ বেছিভাগেই কিছুদিনৰ পাছতে স্কুল-কলেজত পুনৰ যোগ দিলে। বাকী এমুঠি ছাত্ৰই আৰু তেওঁলোকৰ লগ লগা আন গাঁৱলীয়া ৰাইজে অসাধ্য সাধিলে। তেওঁলোকৰ সেই সময়ৰ কাৰ্য দেখি আন প্ৰদেশৰ মানুহে শলাগিছিল। কংগ্ৰেছে দাঙি ধৰা কাৰ্য তালিকা মতে তেওঁলোকে গাঁৱে-ভূঞে সোমাই কানিৰ ৰাগীত অচেতন হৈ পৰি থকা অসমীয়াক কানি, মদ, ভাং, চিগাৰেট এৰি স্বদেশী গ্ৰহণ কৰি, অস্পৃশ্যতা বৰ্জন কৰি মানুহ হ'বলৈ বুজনি দি ফুৰিছিল। মহাত্মা গান্ধী অসমলৈ আহি তেওঁৰ বাণী প্ৰচাৰ কৰাত কংগ্ৰেছৰ এই তৰুণ কৰ্মীসকল স্বদেশ ভক্তিৰ সাধনাত আত্মহাৰা হৈ উঠিল। তেওঁলোকৰ এই প্ৰচাৰৰ ফলত ১৯২১-২২ চনত আগৰ বছৰৰ হিচাপ মতে ১৬৯৪ মোন কানিৰ ঠাইত ১০১৩ মোন এক সেৰ কানি বিক্ৰী হৈছিল। আন্দোলনৰ ১২ মাহৰ ভিতৰত ৬০১ মোন কানিৰ, ১৮০ মোন ১০ সেৰ ভাঙৰ আৰু আগৰ বছৰতকৈ শতকৰা ৫০ ভাগ মদৰ প্ৰচলন কমিল। এই প্ৰচাৰ কাৰ্য চলাওঁতে সেৱকসকলে জোৰ-জুলুমৰ আশ্ৰয় লোৱা নাছিল। তথাপিও অসমৰ সেৱক সংঘবিলাক বে আইনী বুলি ঘোষিত হোৱাত দলে দলে সেৱক গ্ৰেপ্তাৰ হ'বলৈ ধৰিলে।... ডিচেম্বৰ মাহৰ প্ৰথম সপ্তাহৰ পৰা ভাৰতজুৰি গ্ৰেপ্তাৰৰ বান উঠিল। অসহযোগ আন্দোলনত ৩৩ কোটি ভাৰতবাসীৰ ভিতৰত ২৫ হেজাৰে জেল খাটিছিল। ১৯২১ চন শেষ হোৱাৰ আগতেই প্ৰত্যেক প্ৰদেশৰ কৰ্মীসকল জেললৈ গ'ল। গোটেই দেশ কৰ্মীশূন্য হ'ল।'

অহৰহ দেশৰ, ৰাইজৰ স্বাৰ্থৰ বাবে চিন্তা কৰা ব্যক্তি হেমচন্দ্ৰ বৰুৱা। দেশ আৰু জাতিৰ চিন্তাৰ বাহিৰে তেওঁৰ আন কোনো ধৰণৰ বৈষয়িক চিন্তা নাছিল। নাছিল যেন মানুহ হিচাপে এক ভিন্ন সত্তাও। জীৱন কালতেই এক অনুষ্ঠান হিচাপে পৰিগণিত হোৱা এইজনা ব্যক্তি কিন্তু দেশ বা ৰাইজৰ স্বাৰ্থত 'অন্ধ' নাছিল। নৈতিকতাৰ পূজাৰী

এইজনা ব্যক্তিয়ে প্ৰতিটো কথাই যুক্তি আৰু বিবেকেৰে চালিজাৰি চাইছিল। সেই বাবেই বহুতেই তেওঁক নাস্তিক আখ্যাও দিছিল। এইখিনিতে এটা কথা প্ৰকাশ কৰাটো উচিত হ'ব যে ভাৰতৰ স্বাধীনতাৰ বাবে তেওঁ যিমানখিনি চিন্তা-ভাবনা কৰিছিল, তাতকৈ অধিক চিন্তা আছিল অসমৰ পৰা কানি, ভাং, আদি মাদকদ্ৰব্য নিঃশেষ কৰা বিষয়টোতহে। কাৰণ তেওঁ এই কথা স্পষ্টকৈ বুজিছিল যে মাদকদ্ৰব্যৰ গ্ৰাসৰ পৰা জনসাধাৰণ মুক্ত হ'ব নোৱাৰিলে, ইংৰাজৰ অধীনৰ পৰা মুক্তি পোৱাৰো বিশেষ অৰ্থ নাথাকে। কানিৰ গৰাহত পৰা চীন দেশক উদ্ধাৰৰ বাবে সংস্কাৰবাদী নেতা চান ইয়েৎ ছেনে যিমান কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিছিল, তাতকৈ কোনোগুণে কম কৰা নাছিল ত্যাগবীৰ হেমচন্দ্ৰই।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ ভিতৰত '৪২ৰ ভাৰত ত্যাগ আন্দোলনেই ত্যাগবীৰক আটাইতকৈ বেছি আকৃষ্ট কৰিছিল। এই বৃহৎ গণ আন্দোলনৰ স্বতঃস্ফুৰ্ত ৰূপ দেখি তেওঁৰ বিশ্বাস জন্মিছিল, জনসাধাৰণে ইচ্ছা কৰিলে সকলো কাম কৰিব পাৰে। এই আন্দোলনৰ পৰা কংগ্ৰেছৰ কি লাভ হ'ল, সেই সম্পৰ্কত হেমচন্দ্ৰই কৈছিল, 'আন্দোলনেই আন্দোলনৰ সাফল্য। ই জাতিক স্বাধীনতাৰ চৰম যুদ্ধৰ কাৰণে শিক্ষা, শক্তি আৰু একাগ্ৰতা দিছে, তৈয়াৰ কৰিছে।' এই বক্তব্যৰ পৰাই স্পষ্ট হয় যে হেমচন্দ্ৰই অহৰহ উচ্ছ্বাস, ভাব-প্ৰবণতাতকৈ গঠনমূলক, সুদূৰপ্ৰসাৰী ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ প্ৰতিহে মনোযোগ দিছিল।

ত্যাগবীৰ আছিল চিৰকুমাৰ। তেওঁৰ বিশ্বাস আছিল যে 'যি বাট লৈছো সমাজ সেৱাৰ, দেশৰ মুক্তিৰ, এনে এটা বাটলৈ সাংসাৰিক জীৱনৰ বান্ধোনত সোমোৱাটো মহাপাপ।' সেইবুলি নিজৰ পৰিয়াল বা ঘৰখনৰ প্ৰতি তেওঁ উদাসীন নাছিল। তেওঁ অহৰহ ককায়েক প্ৰিয়লাল বৰুৱাৰ ঘৰখনৰ বিষয়ে চিন্তা-ভাবনা কৰিছিল, কেনেবাকৈ ঘৰখনক সহায় কৰিব পাৰে নেকি তাৰেই চেষ্টাত আছিল। ত্যাগবীৰ হেমচন্দ্ৰৰ অন্যতম সহযোগী অধ্যাপক বনমালী শৰ্মাই বৰুৱাদেৱৰ বিষয়ে লিখিছিল-'দেশৰ কাম চলাবলৈ হ'লে ধনৰ আৱশ্যক। চোৰাং বেপাৰ আৰু মিলিটাৰি ঠিকা কৰি কেতবোৰ মানুহে সেই সময়ত যথেষ্ট ধন ঘটিছিল আৰু পুঁজিপতি হৈছিল। যিসকল মানুহৰ কাৰ্যকলাপ স্বাধীনতা সংগ্ৰামৰ পৰিপন্থী আছিল, ধনৰ লোভত সেইসকলৰ আশ্ৰয় প্ৰাৰ্থী হোৱাটো তেখেতৰ মনঃপুত নাছিল। স্বেচ্ছাসেৱীসকলে সহৃদয় ৰাইজৰ পৰা যি দুই-চাৰি পইচা সহায় পাইছিল, তাৰে প্ৰায়খিনি খৰচ হৈছিল দেশৰ কামত। নিজৰ কাৰণে তেওঁ যি ৰাখিছিল, তাৰে ভালদৰে দুসাঁজ খোৱাটো সম্ভৱপৰ নহৈছিল। লোণ আৰু জলকীয়াৰে ভাত এমুঠি খায়ো তেওঁ বহুদিন কটাইছে। তেতিয়াও তেওঁৰ মুখত হাঁহি আৰু মনত অদম্য উৎসাহৰ অভাৱ হোৱা নাছিল। গৰিব দেশৰ নেতা হৈ নিজেও সাধাৰণ গৰিবৰ নিচিনাকৈ চলিছিল।... স্বাৰ্থান্বেষীসকলে তেওঁক ভয় কৰিছিল যিদৰে, তেওঁৰ গুণমুগ্ধ নহৈও নোৱাৰিছিল। এই বিধৰ নেতা আমাৰ জাতীয় জীৱনত বিৰল।.. তেওঁ কেতিয়াও কাল্পনিক আদৰ্শক মনত ঠাই দিয়া নাছিল। তেওঁৰ দৃষ্টিভঙ্গী আছিল বৈজ্ঞানিক। দেশ সেৱাই একমাত্ৰ ধৰ্ম-কৰ্ম আছিল আৰু দেশৰ কামতে তেওঁ আত্মাহুতি দিছিল।'

১৯২৩ চনত কংগ্রেছেও ইংৰাজৰ অধীনত নির্বাচন খেলি কাউন্সিললৈ কংগ্রেছ সদস্য পঠিয়াই স্বাধীনতাৰ দাবী তীব্ৰ কৰিবলৈ মনস্থ কৰিলে। সেই সময়ত হেমচন্দ্ৰ বৰুৱাক বহুতেই কংগ্রেছৰ প্রার্থী কৰিব খুজিছিল, কিন্তু অহৰহ ত্যাগৰ মনোভাবত বিশ্বাসী বৰুৱাই আনৰ বাবে খাটিহে তৃপ্তি পাইছিল। সেই সময়ছোৱাতে কংগ্রেছৰ পুঁজি প্ৰায় শূন্য হৈ পৰিল। কংগ্রেছৰ পুঁজি টনকিয়াল কৰাৰ বাবে চাঁদা বিচাৰি ঘূৰাতকৈ নিজেই আয়ৰ পথ মুকলি কৰাৰ কথা চিন্তা কৰিলে হেমচন্দ্ৰই। এই কামত হেমচন্দ্ৰক সহায় কৰিলে লোকনায়ক অমিয় কুমাৰ দাসে। দুয়ো মিলি গুৱাহাটীত গেলামালৰ দোকান দিলে। এই দোকান কিছুদিন চলাৰ পাছত কংগ্রেছৰ পুঁজি কিছু টনকিয়াল হ'লেও দোকান দেউলীয়া হ'ল, ধাৰৰ পৰিমাণ বাঢ়ি গ'ল। এই ধাৰৰ বিনিময়ত মহাজনে হেমচন্দ্ৰ বৰুৱাৰ পৰিয়ালৰ গুৱাহাটীত থকা মাটি এটুকুৰাকে নিজৰ নামত লিখাই ল'লে। গেলামালৰ দোকান উছন হোৱাৰ পাছত দাস আৰু বৰুৱাই বাতৰি কাকত আৰু সৰু সৰু পুস্তিকা বিক্রীৰ কাম কৰিলে, তাৰ মাজতে আকৌ হাবিত সোমাই কাঠৰ ব্যৱসায় কৰি কংগ্রেছৰ পুঁজি কিছু টনকিয়াল কৰিলে। কংগ্রেছৰ অধিবেশনবোৰলৈ যাওঁতে তেওঁলোকে লগত চাহপাত, এড়ি-মুগাৰ কাপোৰ আনকি কোমল চাউল লৈ গৈ বিক্ৰী কৰি ভ্ৰমণৰ খৰচ উলিয়াইছিল।

১৯২৪ চনত হেমচন্দ্ৰই স্বাধীনভাৱে ওকালতি কৰি কিছু ধন উপার্জন কৰাৰ মানসেৰে আইন পঢ়িবলৈ বুলি কলিকতালৈ গুচি গ'ল। বহুদিন ধৰি একাডেমীক পঢ়া-শুনাৰ পৰা আঁতৰি থাকি, আন্দোলনত সর্বস্ব ত্যাগ কৰাৰ পাছত এইদৰে পুনৰ কলিকতালৈ পঢ়িবলৈ যোৱাটো কম ধৈর্য আৰু নিষ্ঠাৰ কথা নহয়। তাৰ আগতেই অৱশ্যে তেওঁ আইনৰ প্ৰথম বার্ষিকৰ পৰীক্ষাত উত্তীর্ণ হৈছিল। ১৯২৫ চনত বৰুৱাই বি এল পৰীক্ষাত উত্তীর্ণ হৈ তাৰ পাছৰ বছৰৰ ফেব্রুৱাৰী মাহৰ পৰা গুৱাহাটীত ওকালতি ব্যৱসায় আৰম্ভ কৰে। ওকালতি কৰা কেইদিনত তেওঁ যিদৰে অকাট্য যুক্তিৰে নিজৰ মক্কেলক বিজয়ী কৰিছিল, সেই কথা তেতিয়াৰ প্ৰায় সকলো উকীলেই শলাগিছিল। কিন্তু ওকালতি ব্যৱসায়ত লাগি থাকিলে আন্দোলনত মন-প্ৰাণ সপি লাগিব নোৱাৰি বুলি বৰুৱাই ওকালতি বাদ দিলে।

১৯৩০ চনৰ আইন অমান্য আন্দোলনত অসমৰ ছাত্ৰশক্তিৰ অৰিহণা আছিল লেখত ল'বলগীয়া। এই ছাত্ৰশক্তিক নেতৃত্ব দিছিল হেমচন্দ্ৰ বৰুৱাই। সেই সময়ছোৱাত গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি হেমচন্দ্ৰৰ এমাহৰ জেল হয়। জেলৰ পৰা মুক্তি পায়েই তেওঁ কংগ্রেছ সংগঠনক শক্তিশালী কৰাৰ কামত লাগে। ১৯৩১ চনত তেওঁক যেতিয়া অসম প্ৰদেশ কংগ্ৰেছৰ সম্পাদকৰ দায়িত্ব দিয়া হ'ল, তেতিয়া সমগ্ৰ অসমেই তেওঁৰ ঘৰ হৈ পৰিল। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ভ্ৰমি ফুৰিবলৈ ধৰিলে সংগঠনক পূর্ণৰূপত শক্তিশালী কৰাৰ কামত। সেই বছৰৰে জুন মাহত শিৱসাগৰৰ বলীয়াঘাটত হোৱা বিশাল ৰায়তৰ সভাত সভাপতিত্ব কৰি উভতি দিখৌ নৈৰ পাৰে পাৰে আহি থাকোতে হঠাৎ গৰা খহি যোৱাত তেওঁ ৩০ ফুট তলত পৰিল, ফলত ৰাজহাড় আৰু কঁকালত বিষম আঘাত পালে আৰু কাললৈ ঘূণীয়া হ'ল। তাৰ

পাছত বিভিন্ন বেমাৰ উক দিবলৈ ধৰিলে আৰু তেওঁৰ স্বাস্থ্যও লাহে লাহে পৰি আহিবলৈ ধৰিলে।

তাৰ পাছতো ভগ্ন স্বাস্থ্য লৈয়েই দৃঢ়ভাৱে দেশৰ কামত লাগি থাকিল হেমচন্দ্ৰ বৰুৱা। এই সম্পৰ্কত পুষ্পলতা দাসে লিখিছে-'বৰুৱাদেৱে হেৰুওৱা স্বাস্থ্য পুনৰ ঘূৰাই পোৱাৰ আগতেই ১৯৩২ চনৰ আন্দোলনে আকৌ দেশ কঁপাই তুলিলে। বীৰ সৈনিকৰ আগত নিজৰ প্ৰাণতকৈও দেশৰ স্বাৰ্থ ডাঙৰ। তেওঁ আগপাছ, নগণি আকৌ জঁপিয়াই পৰিল। তেওঁৰ ভগ্ন স্বাস্থ্যৰ কাৰণে বহুতে তেওঁক বাধা দিলেও জাতীয় সন্মানৰ আগত সকলো তুচ্ছ হৈ ৰ'ল।.. বৰুৱাই এই কালছোৱাত ভগ্ন স্বাস্থ্য লৈয়েই কংগ্ৰেছ অনুষ্ঠানটোক ভৱিষ্যৎ সংগ্ৰামৰ কাৰণে প্ৰস্তুত কৰি তোলে। যি সময়ত তেওঁৰ শৰীৰে অলপ জিৰণি বিচাৰিছিল, অলপ আশ্ৰয় বিচাৰিছিল, সেই সময়তে ভাগ্যই তেওঁক বিৰামহীন, আশ্ৰয়হীন কৰিলে। তথাপি অজস্ৰ অসুবিধাক বাধা নুবুলি তেওঁ পূৰ্ণ উদ্যমেৰে নিজৰ কৰ্তব্য কৰি গৈছিল।'

১৯৩৩ চনৰ পাঁচ ছেপ্টেম্বৰত হেমচন্দ্ৰ বৰুৱাক কানিৰ দোকানবোৰ বন্ধ কৰিবলৈ আন্দোলন কৰা আৰু স্বাধীনতা আন্দোলন তীব্ৰ কৰাৰ বাবে কৰা তেওঁৰ আপ্ৰাণ চেষ্টা দেখি ইংৰাজে গ্ৰেপ্তাৰ কৰিলে আৰু ডেৰ বছৰৰ কাৰাদণ্ড ঘোষণা কৰিলে। জেলত দেহৰ অন্যান্য ৰোগৰ উপৰি বহুমূত্ৰ ৰোগে তেওঁক অতিকৈ দুৰ্বল কৰি তুলিলে। অৱশ্যে কাৰাবাসৰ ম্যাদ ডেৰ বছৰ নৌহওঁতেই'৩৪ৰ মে' মাহত পাটনাৰ কংগ্ৰেছ অধিবেশনৰ পাছত ইংৰাজ-কংগ্ৰেছৰ চুক্তি অনুসৰি দেশৰ অন্যান্য বহু কৰ্মীৰ লগতে জুলাই মাহত বৰুৱায়ো মুক্তি পায়।

জেলৰ পৰা ওলায়েই তেওঁ জেনেৰেল এছেম্বলিৰ নিৰ্বাচনৰ কামত দেহে-কেহে খাটি নবীনচন্দ্ৰ বৰদলৈক বিজয়ী কৰে। ১৯৩৫ চনৰ দুই জুলাইত নতুন ভাৰত চৰকাৰ আইন গ্ৰহণ কৰা হ'ল। যুক্তৰাষ্ট্ৰীয় বিভাগ আৰু প্ৰাদেশিক স্বায়ত্তশাসন বিভাগ নামেৰে আইনখনক দুটা ভাগত বিভক্ত কৰা হ'ল। এই নতুন আইন অনুসৰি ১৯৩৭ চনত প্ৰাদেশিক কাউন্সিলবোৰৰ নিৰ্বাচনৰ কাম আৰম্ভ হ'ল আৰু কংগ্ৰেছেও এই নিৰ্বাচনত যোগ দিলে। এই নিৰ্বাচনত কংগ্ৰেছে বহুকেইখন আসন পালেও অসমত ছাদুল্লা মন্ত্ৰীসভা গঠন হ'ল। এই মন্ত্ৰীসভাক ওফৰাবলৈ ত্যাগবীৰ প্ৰমুখ্যে সকলো কংগ্ৰেছ নেতাই ৰণকৌশল তৈয়াৰ কৰিলে। তাৰ ফলশ্ৰুতিতেই ১৯৩৮ চনৰ ছেপ্টেম্বৰত অসমত গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছৰ মিলিত মন্ত্ৰীসভা গঠিত হ'ল। তাৰ পাছত কংগ্ৰেছৰ সাংগঠনিক দায়িত্ব বাঢ়ি যোৱাত ত্যাগবীৰক ১৯৩৯ চনৰ ২৯ জানুৱাৰীত প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ দায়িত্ব দিয়া হয়। অসমৰ কংগ্ৰেছী মন্ত্ৰীসভাই যাতে অহৰহ ৰাইজৰ স্বাৰ্থত ত্যাগ স্বীকাৰ কৰে আৰু গঠনমূলক দৃষ্টিভঙ্গীৰে আঁচনিবোৰ ৰূপায়িত কৰি যায়, তাৰ বাবে হেমচন্দ্ৰ বৰুৱাই অহৰহ সকীয়াই থাকিল। নিজৰ বক্তৃতা আৰু লেখাত তেওঁ কৈছিল-'কংগ্ৰেছে মন্ত্ৰিত্বৰ ভাৰ লৈছে কাৰণে স্বাধীনতাৰ যুঁজ শেষ হ'ল বুলি নেভাবিব। যুদ্ধৰ ই কেৱল এটা কৌশল। কংগ্ৰেছে

আদেশ কৰিলেই মন্ত্ৰীসকলে কাম এৰিব লাগিব। সমুখত এখন ডাঙৰ যুদ্ধ দেখা গৈছে। আজি দেখাত ভাৰতৰ ৰাজনৈতিক আকাশ পৰিষ্কাৰ। কিন্তু ধুমুহা হোৱাৰ লক্ষণ আছে।'

পৰি অহা স্বাস্থ্য, আনকি লঘোণীয়া শৰীৰেৰে তেওঁ মাইলৰ পাছত মাইল খোজ কাঢ়ি, কেতিয়াবা নাৱত অথবা গৰু গাড়ীৰে গৈ সংগঠনৰ কাম কৰাৰ লগতে অনৰ্গল বক্তৃতা দিছিল। নিজৰ শৰীৰৰ প্ৰতি তেওঁৰ নাছিল অকণো ভ্ৰূক্ষেপ। অৰ্জুনে মাথো চৰাইৰ চকুটো দেখাৰ দৰে হেমচন্দ্ৰই অৰ্থনৈতিকভাৱে আৰু শিক্ষাৰে সমৃদ্ধ ভাৰতৰ স্বাধীনতা লক্ষবিন্দুহে দেখিছিল।

১৯৪২ চনৰ পৰা হেমচন্দ্ৰ বৰুৱাৰ স্বাস্থ্য সাংঘাতিকভাৱে পৰি আহিল। ইয়াৰ আগতে তেওঁ স্বাস্থ্যজনিত কাৰণতে কংগ্ৰেছৰ সভাপতি পদ ত্যাগ কৰি ধৰ্মীয় সংখ্যালঘু সম্প্ৰদায়ৰ নেতা মৌলানা মহম্মদ তৈয়বুল্লা চাহাবক অপ্ৰতিদ্বন্দ্বীভাৱে প্ৰদেশ কংগ্ৰেছৰ সভাপতি পাতিবলৈ আপ্ৰাণ চেষ্টা কৰি সফল হৈছিল।

'৪২ ৰ আন্দোলনত 'মৃত্যু নহ'লে মুক্তি' মনোভাবেৰে আন্দোলন কৰি হাড়ে-ছালে লগা হেম বৰুৱা '৪৩ চনৰ ফেব্ৰুৱাৰী মাহত চিৰিৰ পৰা বাগৰি পৰি বহুদিন ধৰি কলিকতাত থাকি চিকিৎসাধীন হৈ আছিল। তেতিয়া তেওঁৰ লগত ছাঁটোৰ দৰে লাগি আছিল ডাঃ ভুবনেশ্বৰ বৰুৱা।

কলিকতাৰ পৰা উভতি আহি আকৌ নতুন উদ্যমেৰে আন্দোলনত ত্যাগবীৰ নামি পৰিছিল। অসমৰ সকলো কংগ্ৰেছ নেতা বিশেষকৈ গোপীনাথ বৰদলৈয়ে অহৰহ হেমচন্দ্ৰৰ পৰামৰ্শ গ্ৰহণ কৰি কাম কৰিছিল। বনুৱা, কৃষক, ছাত্ৰ, নাৰীশক্তি সকলোৱে যাতে নিজে স্বাৱলম্বী হোৱাৰ এই মুক্তি আন্দোলনত নামি পৰে, তাৰ সকলোবোৰ ৰণকৌশল ৰচনা কৰিছিল হেমচন্দ্ৰ বৰুৱাই।

অহৰহ দেশৰ চিন্তা আৰু কষ্টকৰ জীৱন যাপন কৰিলে যিমানেই মানসিক শক্তি নাথাকক কিয় শৰীৰৰ বাবে শেষ সময় আহি পৰিবই। ত্যাগবীৰৰ ক্ষেত্ৰতো সেয়াই ঘটিল। ১৯৪৫ চনৰ ১১ আগষ্টৰ আবেলি পৰলৈকে বৰুৱাই উৎফুল্লিত ভাবেৰেই কংগ্ৰেছী নেতাসকলৰ স'তে দেশৰ পৰিস্থিতি সম্পৰ্কত আলোচনা কৰি আছিল। ত্যাগবীৰৰ মুখাবয়বত ক্লান্তি দেখা গৈছিল যদিও আন্দোলন সম্পৰ্কে তেওঁৰ আগ্ৰহৰ অন্ত নাছিল। এই ক্লান্তিৰ কথা বুজিব পাৰি বৰুৱাৰ স'তে কথা পাতি থকা অমিয় কুমাৰ দাস, সিদ্ধিনাথ শৰ্মা, দেবেশ্বৰ শৰ্মা আদি নেতাসকলে ত্যাগবীৰক অলপ বিশ্ৰাম ল'বলৈ কৈ তাৰ পৰা গুচি গ'ল। তাৰ পাছতে হেমচন্দ্ৰ বৰুৱাই বিছনাত পৰি ছটফটাবলৈ ধৰিলে আৰু কিছু সময়ৰ পাছতেই তেওঁ চিৰনিদ্ৰাত ঢলি পৰিল।

এইদৰে মাথো ৫২ বছৰ বয়সতে অহৰহ সংগ্ৰামী, ত্যাগী, জিতেন্দ্ৰিয় হেমচন্দ্ৰ বৰুৱাৰ মৃত্যু ঘটিল। গোটেই জীৱন ধৰি মাথো ৰাইজৰ দুখ-দুৰ্দশা নিবাৰণৰ বাবে চেষ্টা কৰা হেমচন্দ্ৰ বৰুৱাই স্বাধীনতা আন্দোলন আৰু সমাজ সংস্কাৰৰ ক্ষেত্ৰত যি কৰ্ম কৰি গৈছে, সেয়া উত্তৰ পুৰুষৰ বাবে প্ৰেৰণাদায়ক। কংগ্ৰেছৰ বুৰঞ্জী, দেশৰ আয়-ব্যয়ত ভুমুকি, ভাৰতৰ ৰাজকীয় ঋণ, বিলাতত মহাত্মা, মেজমেলত মহাত্মা আদি বহুতো পুস্তিকা আৰু মুছোলিনীৰ ওপৰত ডাণ্টেৰ প্ৰভাৱ, ৰাছিয়াৰ বিশ্বকৰ্মা, ভাৰত চৰকাৰৰ

চাকৰিয়াল, নতুন শাসন-সংস্কাৰত মন্ত্ৰী, নতুন শাসনতন্ত্ৰত অসমৰ বাজেট, চৰকাৰী ৰাজহ, ইউৰোপ আৰু ভাৰতত কানিৰ নিৰিখ, ৰুছ সাহিত্যত বলছেভিজিম, ধৰ্ম আৰু শাসনযন্ত্ৰ, বনুৱাৰ দুৰ্দশা, কমৰেড গোৰ্কিৰ উপন্যাসৰ আভাস আদি অলেখ প্ৰবন্ধৰ লেখক হেমচন্দ্ৰ বৰুৱাই বিশ্বাস কৰিছিল যে সাহিত্যই দেশৰ জনগণৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক দিশত সমৃদ্ধিৰ বাবে যি কাম কৰিব পাৰে, আন কোনোৱে সিমানখিনি কৰিব নোৱাৰে। তেওঁ স্বীকাৰ কৰিছিল যে প্ৰচুৰ অধ্যয়ন আৰু জ্ঞান-চৰ্চাইহে বহু সময়ত তেওঁক নিজৰ কৰ্তব্যৰ প্ৰতি সচেতন কৰিছিল। কৰ্তব্যৰ প্ৰতি এনে ধৰণৰ সচেতনতাইহে মানুহক মহৎ কৰে।



(১৩)

# ডাঃ ভুবনেশ্বৰ বৰুৱা

সৎ আদৰ্শবাদী, সাহসী, ত্যাগী, ক্ষমতাৰ প্ৰতি লালসাহীন অৰ্থাৎ সৰ্বগুণসম্পন্ন ব্যক্তিৰ কথা ভাবিলেই কিয় জানো প্ৰথমে ভুবনেশ্বৰ বৰুৱাৰ কথাই মনলৈ আহে। নিজৰ আদৰ্শৰ ক্ষেত্ৰত কাহানিও আপোচ নকৰা, বহু লোভনীয় পদক বাৰে বাৰে প্ৰত্যাখ্যান কৰা এইজনা ব্যক্তিৰ বাবে কংগ্ৰেছ আৰু অসমৰ উন্নতিয়েই আছিল। প্ৰথম কথা। প্ৰাক্ স্বাধীনতা আৰু স্বাধীনোত্তৰ কালছোৱাত অসমৰ ৰাজনীতিৰ পথাৰখনৰ অন্যতম শ্ৰমিক আছিল তেওঁ, পেছাত ডাক্তৰ এইজনা ৰাজনীতিকৰ মন্তব্য নোলোৱাকৈ বহু সময়ত আনকি গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধিৰ দৰে নেতায়ো একো সিদ্ধান্ত নলৈছিল আৰু বহু সময়ত ভুবনেশ্বৰ বৰুৱাৰ মন্তব্যই হৈছিলগৈ অসমত কংগ্ৰেছী ৰাজনীতিৰ শেষ কথা। অৱশ্যে তেতিয়াৰ ত্যাগী, আদৰ্শবাদী লোকেৰে গঠিত কংগ্ৰেছৰ স'তে এতিয়াৰ কংগ্ৰেছ দলৰ কোনো ক্ষেত্ৰতেই তুলনা নহয়। একাচেকা চৰিত্ৰৰ ভুবনেশ্বৰ বৰুৱাই কংগ্ৰেছ দলৰ অহৰহ গুণগান কৰিছিল আৰু বুদ্ধিমান ব্যক্তিসকলক এই দলৰ সদস্য কৰিবলৈ মনে-প্ৰাণে চেষ্টা চলাইছিল, এই কথাক লৈ সমাজবাদী হেম বৰুৱাৰ স'তে বহু সময়ত তৰ্কত লিপ্ত হৈছিল। অথচ এইজনা ব্যক্তিৰ উদাৰতা, পৰিশ্ৰম আৰু কষ্টসহিষ্ণুতাৰ বিষয়ে বহু কথা লিখিছে হেম বৰুৱাই আৰু তেওঁক মহান ব্যক্তি বুলিও অভিহিত কৰিছে।

১৮৯৩ চনৰ চাৰি ছেপ্টেম্বৰত ডিব্ৰুগড়ৰ খলিহামাৰীত, বহুতৰ মতে শদিয়াত ভুবনেশ্বৰ বৰুৱাৰ জন্ম হৈছিল। পিতৃ আছিল মজিন্দাৰ বৰুৱা বংশৰ জীৱেশ্বৰ আৰু মাতৃ ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ ভগ্নী গিৰিজা দেৱী। জীৱেশ্বৰ আৰু গিৰিজা দেৱীৰ মুঠ ১৩ টা ল'ৰা-ছোৱালীৰ ভিতৰত ভুবনেশ্বৰ বৰুৱা আছিল ষষ্ঠ সন্তান। পৰিয়ালৰ ১৫ জন সদস্যৰ ভৰণ-পোষণ আৰু পঢ়া-শুনাৰ খৰচ উলিওৱাটো নিম্নবিত্ত জীৱেশ্বৰ বৰুৱাৰ পক্ষে সঁচাই অতি কঠিন কাম ৰূপে দেখা দিছিল। সেইবাবে ১২ বছৰ বয়সলৈ ভুবনেশ্বৰ বৰুৱাই পঢ়াশালিৰ মুখ দেখা নাছিল। 'ঘৰগোনা' হৈ ইটো-সিটো কাম কৰিয়েই তেওঁ নিজৰ জীৱনৰ প্ৰথমটো দশকৰ অন্ত পেলাইছিল। মোমায়েক তথা তেতিয়াৰ স্কুলসমূহৰ পৰিদৰ্শক ফণীধৰ চলিহাই এবাৰ ভিনিহিয়েকৰ ঘৰলৈ গৈ দেখিলে যে, ভাগিন ভুবনেশ্বৰ স্কুললৈ নাযায়। তেওঁ বাৰে বাৰে ভিনিহিয়েকক ক'লে যে, ভুবনেশ্বৰ চোকা বুদ্ধিৰ ল'ৰা, গতিকে তাক স্কুললৈ পঠিয়াবই লাগে। অভাৱী ঘৰৰ ল'ৰা ভুবনেশ্বৰ এইবাৰ পঢ়া-শুনাৰ বাবে আহিল গুৱাহাটীলৈ। ভিনিহিয়েক ৰবি নাৰায়ণ বৰাৰ ঘৰত থাকি প্ৰাথমিক স্কুলত নাম লিখালে। তাৰ পাছত তেওঁ পুনৰ

ডিব্ৰুগড়লৈ গ'ল আৰু কুঞ্জলাল বৰুৱাৰ তত্বাবধানত থাকি পঢ়া-শুনা কৰিবলৈ ল'লে। সেইদৰে পঢ়া-শুনা কৰি ১৯১২ চনত ১৯ বছৰ বয়সত ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰ পাছত পঢ়া-শুনাৰ বাবে কটন কলেজলৈ আহিল আৰু বিজ্ঞান শাখাত নামভৰ্তি কৰি ১৯১৪ চনত দ্বিতীয় বিভাগত আই এছ চি পাছ কৰিছিল। তাৰ পাছতেই ঘৰুৱা অৱস্থাৰ বাবে শিক্ষা বিভাগৰ সহকাৰী উপ-পৰিদৰ্শক হিচাপে কামত সোমায়, অৱশ্যে ডাক্তৰী পঢ়াৰ ইচ্ছা তেওঁৰ বৰকৈ আছিল কিন্তু সেই সময়তে মাজু ককাইদেউ লক্ষেশ্বৰ বৰুৱাই গুৱাহাটীত আইন পঢ়ি থকাৰ বাবে টকা-পইচাৰ অসুবিধাৰ বিষয়ে বুজি সেই ইচ্ছা মনতে দবাই ৰাখিলে। উল্লেখ কৰি থোৱাটো ভাল হ'ব যে, ১৯৪৭ চনত অসম বিধানসভাৰ অধ্যক্ষ হিচাপে দায়িত্ব গ্ৰহণ কৰা লক্ষেশ্বৰ বৰুৱাই ডিব্ৰুগড়ত ওকালতি কৰিছিল। ১৯২১ চনত তেওঁ কাৰাবাস খটাৰ পাছত জেলৰ পৰা ওলাই আহি ডিব্ৰুগড় জিলা কংগ্ৰেছ কমিটী গঠন কৰে। ডিব্ৰুগড়ৰ চুকে-কোণে কংগ্ৰেছৰ সভা পাতি ফুৰা এইজনা ব্যক্তি উজনিত কংগ্ৰেছৰ ঘাই শিপা স্বৰূপ আছিল। ১৯৫৫-৫৮ চনলৈ ৰাজ্যসভাৰ সদস্য হিচাপে তেওঁ দিল্লীতো আছিল। ১৯২৬ চনতে অসম ব্যৱস্থাপক কাউন্সিললৈ ককা নীলমণি ফুকনক পৰাজিত কৰি লক্ষেশ্বৰ বৰুৱা নিৰ্বাচিত হৈছিল আৰু জনপ্ৰিয় এইজনা ব্যক্তি ডিব্ৰুগড়ৰ বহু ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানৰ মূল ব্যক্তি আছিল। ১৯৬৪ চনৰ ২৮ নৱেম্বৰৰ দিনাখন লক্ষেশ্বৰ বৰুৱাৰ মৃত্যু হয়।

ভুবনেশ্বৰ বৰুৱাই সহকাৰী উপ-পৰিদৰ্শক হিচাপে অতি কম দিনতে নিজৰ দক্ষতা প্ৰমাণ কৰিলে। তুৰাৰ (বৰ্তমান মেঘালয়ত)ত চাকৰি কৰি থাকোতে অসমৰ শিক্ষাধিকাৰ মিঃ স্মল চাহাব বৰুৱাৰ কাম দেখি অতি সন্তুষ্ট হৈছিল আৰু চাকৰিৰ এবছৰ নৌহওঁতেই উপ-পৰিদৰ্শক হিচাপে পদোন্নতি দিব বিচাৰিছিল। কিন্তু বৰুৱাই স্মল চাহাবৰ উদাৰতা দেখি অন্য এটা অনুৰোধহে কৰিলে। বৰুৱাই নিজৰ ইচ্ছা ব্যক্ত কৰি ক'লে যে, তেওঁৰ ডাক্তৰি পঢ়াৰ খুবেই ইচ্ছা, কিন্তু টকা-পইচাৰ অসুবিধা. গতিকে পদোন্নতিৰ সলনি যদি এটা বৃত্তি দি কলিকতাত ডাক্তৰি পঢ়াৰ সুযোগ দিয়ে তেন্তে বহু উপকাৰ কৰা হ'ব। মিঃ স্মল বৰুৱাৰ কথাত সন্তুষ্ট হ'ল আৰু তেওঁক ডাক্তৰি পঢ়িবলৈ বুলি বিশেষ বৃত্তি দিয়াৰ ব্যৱস্থা কৰিলে। ১৯১৫ চনত ভুবনেশ্বৰ বৰুৱাই কলিকতা মেডিকেল কলেজত নাম ভৰ্তি কৰে আৰু ছটা বছৰ অতি নিষ্ঠাৰে পঢ়া-শুনা কৰি ১৯২১ চনত এম ডি উপাধি লৈ ডিব্ৰুগড়লৈ উভতি আহিল। সেই সময়তে তেওঁ গান্ধীজীৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ অসহযোগ আন্দোলনত নামি পৰিল। অসহযোগ আন্দোলনৰ পাছত ঘৰৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবলৈ আৰু ইংৰাজ চৰকাৰৰ চৰ্ত অনুসৰি বৰুৱাই চৰকাৰী চাকৰিত যোগ দিয়ে আৰু অসমৰ বিভিন্ন ঠাইত এছিষ্টেণ্ট চাৰ্জন হিচাপে কাৰ্যনিৰ্বাহ কৰে। উজনিৰ চাবুৱা অঞ্চলত ডাক্তৰ হিচাপে কাম কৰি থকা অৱস্থাত তেওঁ 'বাল গঙ্গাধৰ তিলক' ন্যাস পুঁজিৰ বাবে চান্দা তুলি থকা বুলি জানিব পাৰিলে ইংৰাজ চৰকাৰে, সেইবাবেই লগে লগে তেওঁৰ চাকৰি বদলি কৰি বৰপেটালৈ পঠিয়ালে। তাতো গৈ ডাক্তৰ বৰুৱাই মানুহৰ মাজত স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিবলৈ

ল'লে। তেওঁ চৰকাৰী চাকৰি কৰিছিল অথচ চৰকাৰৰ বিৰুদ্ধে আৰু স্বাধীনতাৰ সপক্ষে মাত মাতিবলৈ ভয় কৰা নাছিল। ইংৰাজ চৰকাৰ তেওঁৰ বিৰুদ্ধে খড়গহস্ত হৈ পৰিছিল কিন্তু বৰুৱাৰ দুৰ্দান্ত সাহস আৰু আপোচহীন মনোভাব দেখি ভয় কৰিছিল। সেইবাবে ইংৰাজে তেওঁক চাকৰিৰ পৰা খেদিব পৰা নাছিল কিন্তু বাৰে বাৰে চাকৰি বদলিকৰণ কৰিছিল।

এইবাৰ চৰকাৰি ডাক্তৰ হৈ ভুবনেশ্বৰ বৰুৱা মঙলদৈলৈ আহিল। ডাক্তৰিৰ কামত ফাঁক উলিয়াই স্বাধীনতাৰ কামত লাগিল। ইংৰাজ চৰকাৰে বৰুৱাৰ বিৰুদ্ধে গুৰুতৰ অভিযোগ আনিলে যে, তেওঁ ৰাজনৈতিক বন্দীসকলৰ প্ৰতি প্ৰয়োজনতকৈ বেছি সহৃদয়তা দেখুৱাইছে। সেইবাবে ইংৰাজে চাকৰিৰ পৰা খেদাৰ আগতেই আপোচহীন বৰুৱাই নিজে চাকৰিৰ পৰা ইস্তফা দিলে আৰু ১৯২৪ চনত গুৱাহাটীলৈ আহি 'শংকৰদেৱ ফাৰ্মাচী' খুলি প্ৰাইভেট প্ৰেক্টিচ আৰম্ভ কৰিলে। উল্লেখযোগ্য যে অতি দক্ষ চিকিৎসক হিচাপে প্ৰথমৰে পৰা সুনাম থকা ভুবনেশ্বৰ বৰুৱা মাথো, দেশৰ সেৱকেই নাছিল, তেওঁ আছিল শংকৰ গুৰুৰ ধৰ্ম আৰু সংস্কৃতিৰ একনিষ্ঠ সেৱক। তেওঁ মহাপুৰুষীয়া নীতি-ধৰ্ম পালন কৰিছিল আৰু পুৱা-গধূলি বৰগীত গাইছিল একনিষ্ঠভাৱে আৰু সকলোকে তেনে কৰিবলৈ পৰামৰ্শ দিছিল। সেইবাবে বৰপেটা বা অসমৰ অন্যান্য ঠাইত তেওঁৰ চিনাকি লোকে ডাঃ বৰুৱাক 'শংকৰদেৱ' বুলিও মাতিছিল। সেই প্ৰেৰণাতেই হয়তো ফাৰ্মাচী খুলি তাৰ নাম 'শংকৰদেৱ' ৰাখিলে।

মানৱসেৱী এইজনা ডাক্তৰ যেন নাৰায়ণৰ অন্য ৰূপহে আছিল। কোনো ধৰণৰ মাচুল নোলোৱাকৈ তেওঁ দৰিদ্ৰসকলৰ সেৱা কৰিছিল। তেওঁ স্পৰ্শ কৰিলেই ৰোগী ভাল হয় বুলি নানা ধৰণৰ কিম্বদন্তীও প্ৰচাৰিত হৈছিল। বহু কঠিন ৰোগো তেওঁ অনায়াসে ভাল কৰিছিল। কলিকতা মেডিকেলত পঢ়ি থাকোতেই তেওঁৰ চিকিৎসা ক্ষেত্ৰত থকা দক্ষতাৰ কাহিনী চাৰিওফালে প্ৰচাৰ হৈছিল। সেই সময়ত কলিকতা মেডিকেল কলেজৰ অধ্যাপক আছিল ডাঃ বিধান চন্দ্ৰ ৰায়। (পশ্চিমবঙ্গৰ প্ৰথম মুখ্যমন্ত্ৰী) ৰায়ৰ প্ৰিয় ছাত্ৰ ভুবনেশ্বৰৰ প্ৰতি অসম্ভৱ বিশ্বাস আছিল। অসমৰ পৰা কোনো ৰোগী ৰায়ৰ ওচৰলৈ গ'লেই তেওঁ কৈছিল-'তোমালোকে ভুবনেশ্বৰ বৰুৱাক দেখুৱাইছা নে নাই? তেওঁ পঠিয়ালেহে মোৰ ওচৰলৈ আহিবা।' নাৰায়ণ ৰূপী ডাঃ বৰুৱাৰ ওচৰলৈ যোৱা ৰোগীৰ ইমান ভিৰ হৈছিল যে সাধাৰণ বেমাৰীক শাৰী পাতি থিয় কৰাই এফালৰ পৰা পৰীক্ষা কৰিছিল আৰু প্ৰয়োজন হ'লেহে দৰব দিছিল। এবাৰ থিয় দিয়া ৰোগীৰ মাজত তেতিয়াৰ কটন কলেজৰ ছাত্ৰ ড০ মহেশ্বৰ নেওগো আছিল। ড০ মহেশ্বৰ নেওগক টানি আনি মূৰটো খন্তেকপৰ টিপি কৈছিল-'চব ঠিক হৈ যাব, ভালকৈ খাবা, ভালকৈ খেল ধেমালি কৰিবা, ভালকৈ পঢ়িবা।' দৰবৰ আশা কৰি থকা মহেশ্বৰক দুটা বাঘঢকা দি কৈছিল-'তোমাৰ একো হোৱা নাই। যোৱা, নৈৰ পাৰে পাৰে ফুৰি হোষ্টেললৈ যোৱাগে।' সেই বাঘঢকা দুটা খাই ছাত্ৰ মহেশ্বৰৰ অসুখো ভাল হৈ গৈছিল।

ড° মহেশ্বৰ নেওগে স্মৃতিচাৰণ কৰি লিখিছে-'ডাক্তৰ ভুবনেশ্বৰ বৰুৱাদেৱলৈ মনত পৰিলে এখনি হাস্যময় মুখ আৰু এক সবল-সুঠাম শৰীৰৰ এজন মানুহৰ ছবি যেন চকুৰ আগত ভাহি উঠে। তেওঁৰ নিজৰ দেহৰ আৰু মনৰ সু-স্বাস্থ্য আনকো বিলাই দিব পাৰিছিল বাবেই তেওঁ সাধাৰণ সৰু-বৰ তৰপৰ ডাক্তৰৰ লগৰ ডাক্তৰ নাছিল।...অনেক সময়ত তেওঁৰ দুআষাৰ কথাই চিকিৎসাৰ কাম কৰিছিল। তেওঁৰ মুকলি হাকলি মনৰ ভিতৰত যেই কোনো লোকেই সহজে প্ৰবেশ কৰিছিল, যেন মুক্ত তোৰণ এখনহে। লগ পোৱাৰ লগে লগেই যেনেকি, দূৰৰ মানুহ হওক ওচৰ হৈ পৰিছিল। এই দূৰকে নিকট আৰু পৰকে ভাই কৰিব পৰা মানুহজনেই আছিল ভুবনেশ্বৰ বৰুৱা।'

১৯২৭ চনত ভৰ বয়সত ভুবনেশ্বৰ বৰুৱাই বিয়া কৰাইছিল গোলাঘাটৰ কেশবানন্দ বৰুৱাৰ কন্যা ইন্দুপ্ৰভা বৰুৱাক, সেই বিয়াৰ দিনটোতো তেওঁ ৰোগীৰ পিছে পিছে ঘূৰি ফুৰিছিল। ৰোগী চাই ফুৰা বৰুৱাক জোৰকৈ ধৰি আনি অমিয় কুমাৰ দাসে নিজৰ ধুতি-পাঞ্জাবী পিন্ধাইছিল, পিছদিনা ন-কইনাক ঘৰলৈ নিয়েই তেওঁ টান ৰোগী এজনক চাবলৈ লৰি গৈছিল।

আকৌ খোবা-খুবুনীৰ দিনা ডাঃ বৰুৱাই জানিব পাৰিলে যে, উত্তৰ গুৱাহাটীৰ কুৰুৱাত হাইজ্যা ৰোগে মহামাৰী ৰূপ ধৰাত মানুহ মৰিল। লগে লগে সকলো কাম এৰি তেওঁ অমিয় কুমাৰ দাসৰ সৈতে কুৰুৱালৈ গ'ল আৰু ৰোগীসকলক সেৱা-শুশ্ৰূষাৰ বাবে লাগি গ'ল। এইদৰে পুৱাৰ পৰা মাজ ৰাতিলৈ ৰোগীৰ শুশ্ৰূষাৰ কামত ব্যস্ত থাকি সৰু নাও এখনেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ শেহ নিশা ঘৰ ওলালহি আৰু কাৰো টোপনিত ব্যাঘাত জন্মোৱাটো উচিত নহয় বুলি দুই বন্ধু ৰোগী শোৱা কাঠৰ বেঞ্চখনতে শুই পৰিল। ...অমিয় কুমাৰ দাসৰ লগতে আন এক ঘটনা। মঙ্গলদৈত থাকোতে কিশোৰ এজনক গোনাম'হ এটাই খুচি পেটৰ নাড়ী-ভুৰু উলিয়াই পেলালে আৰু মৃতপ্ৰায় অৱস্থাত কিশোৰজনক ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ ওচৰলৈ অনা হ'ল। তেতিয়াৰ যুগত কোনো ধৰণৰ আধুনিক চিকিৎসা সঁজুলি নাছিল। তথাপি বৰুৱাই হাৰ নামানিলে। অমিয় কুমাৰ দাসে চাকি দেখুৱালে আৰু ওৰে ৰাতি ডাঃ বৰুৱাই ল'ৰাটোৰ পেটৰ নাড়ী-ভুৰুবোৰ ঠিক-ঠাক কৰি অস্ত্ৰোপচাৰ কৰিলে। তাৰ পাছত ল'ৰাটোক নিজৰ লগতে ৰাখিলে। তেতিয়া ডাঃ বৰুৱাই বিয়া কৰোৱাই নাছিল, ডাং বৰলা ডাক্তৰজনৰ সহযোগী হিচাপে কম্পাউণ্ডাৰ আৰু নাৰ্ছো নাছিল। সেইবাবেই অস্ত্ৰোপচাৰ কৰা ল'ৰাটোৰ ধোৱা-পখলাৰ কামত বৰুৱা নিজেই লাগি যায়, আনকি প্ৰায়েই ৰোগীক ৰান্ধিও খুৱায়। এনেদৰে দুই মাহৰ অক্লান্ত পৰিশ্ৰমৰ মূৰত ল'ৰাটো সম্পূৰ্ণ সুস্থ হৈছিল।

ডাঃ বৰুৱাৰ জীৱনত এনে অসংখ্য ঘটনা ঘটিছে, যাৰ বাবে প্ৰবীণ চিকিৎসক ডাঃ আনন্দেশ্বৰ বৰঠাকুৰ আদি বহুতেই মন্তব্য কৰা শুনো যে তেনে সুদক্ষ, উদাৰ মানবপ্ৰেমী ডাক্তৰৰ আৰু হয়তো অসমত কেতিয়াও জন্মই নহ'ব। ডাঃ আনন্দেশ্বৰ বৰঠাকুৰে আমাক কৈছিল যে ধনী-দুখীয়াৰ কথা নাই, যিসকল বিপদত পৰে তেওঁলোকক সহায় কৰিবলৈ উপস্থিত হয়গৈ নাৰায়ণৰূপী ডাঃ ভুবনেশ্বৰ বৰুৱা। ধনীসকলৰ পৰা তেওঁ ফিজ লৈছিল আৰু সেয়া দুখীয়াসকলৰ ঔষধৰ বাবেহে খৰচ

কৰিছিল। ৰাতি, মধ্যৰাত্রি, শেষ ৰাত্রিৰ কথা নাই, যেতিয়াই কোনোবাই মাতিছে, তেতিয়াই তেওঁ গৈছিল। আনকি নিজে অসুখত ভুগি থকা অৱস্থাতো দোলা বা ডাংকোলাৰে গৈ ৰোগীৰ ঘৰ ওলাইছিল...। ডাঃ বৰঠাকুৰে আৰু কৈছিল-'মোৰ আদৰ্শ পুৰুষ ডাঃ বৰুৱা। তেওঁৰ সান্নিধ্যৰ কথা ভাবিলেই আবেগিক হওঁ, জীয়াই থকাৰ অৰ্থ বিচাৰি পাওঁ। তেওঁৰ বাবেহে ডাক্তৰসকলক বিশ্বাস কৰিব লৈছিল অসমৰ ৰোগীসকলে।... তেওঁৰ পৰাই মই শিকিছিলো- ডাক্তৰ মাত্ৰেই ভাল মানুহ হ'বই লাগিব। মানৱিক ধৰ্মৰ অক্ষয় ভাণ্ডাৰ লৈ ৰোগীৰ সেৱা কৰাই ডাক্তৰৰ ধৰ্ম।'

শংকৰদেৱ আৰু মহাত্মা গান্ধী আছিল ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ জীৱনৰ আদৰ্শ। তেওঁৰ পুত্ৰ ডাঃ বিশ্বজিৎ বৰুৱাৰ মতে, বিশেষ একো কাম নাথাকিলে গোসাঁই ঘৰতে সোমাই নাম-প্ৰসঙ্গাদি কৰিছিল। পুৱা গা-পা ধুই গোসাঁই সেৱা নকৰালৈ একো এটাই মুখত নিদিছিল। শংকৰদেৱৰ ধৰ্ম আৰু সংস্কৃতিৰ দ্বাৰা পৰিচালিত হ'লেহে জীৱনটো সফল হ'ব বুলি তেওঁ অন্তঃকৰণেৰে বিশ্বাস কৰিছিল। সেইদৰে মহাত্মা গান্ধীৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ পুৱা-গধূলি যঁতৰত সূতা কাটিব লৈছিল। ঘৰৰ সকলোকে তেনে কাম কৰিবলৈ প্ৰেৰণা যোগাইছিল। ইন্দুপ্ৰভা বৰুৱাই সূতা কাটি বৈ উলিওৱা খদ্দৰৰ কাপোৰহে তেওঁ পিন্ধিছিল। শিশুসকলেই ভৱিষ্যতৰ নাগৰিক হিচাপে দেশখন চলাব লাগিব আৰু তেওঁলোক সুস্থ-সবল নহ'লে দেশৰ উন্নতি নহয় বুলি বিশ্বাস কৰা ডাঃ বৰুৱাই শিশুসকলৰ শৰীৰিক আৰু মানসিক বিকাশৰ সাধনৰ বাবে 'গজালি সমিতি' নামে এক অনুষ্ঠানৰ গঢ় দিছিল। এই অনুষ্ঠানৰ যোগেদি তেতিয়াৰ বহু শিশু উপকৃত হৈছিল। ডাঃ বৰুৱাৰ পত্নী ইন্দুপ্ৰভা বৰুৱাই এই গজালি সমিতিৰ উন্নতিৰ বাবে যথেষ্ট কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিছিল।

আদৰ্শ ডাক্তৰ, আদৰ্শ স্বামী আৰু পিতৃ তথা সমাজ সেৱক ডাক্তৰ বৰুৱাই চিনেমা, থিয়েটাৰ, নাটক আদিৰ লগতে খেল-ধেমালিৰ উৎকৰ্ষৰ বাবেও বহু কাম কৰিছিল। কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ স'তে তেওঁৰ আত্মিক সম্পৰ্ক আছিল। নাটক-থিয়েটাৰ আদি অনুষ্ঠিত হ'লে ডাক্তৰ বৰুৱাৰ তত নাইকিয়া হৈছিল। ভ্ৰাম্যমান থিয়েটাৰত ব্ৰজনাথ শৰ্মাই ত্ৰিছৰ দশকত সহ অভিনয়ৰ সূচনা কৰিলেও, ব্ৰজনাথ শৰ্মাৰ কহিনুৰ অপেৰা ভাঙি যোৱাৰ পাছত সহ অভিনয়ৰো অন্ত পৰিছিল। কিন্তু নাৰী স্বাধীনতাৰ পোষকতা কৰা এইজনা ব্যক্তিয়ে ৰক্ষণশীলতাৰ মিছা ভেমক বুঢ়া আঙুলি দেখুৱাই ১৯৫০ চনত কুমাৰ ভাস্কৰ নাট্য মন্দিৰত সহ অভিনয়ৰ পাতনি মেলিছিল। গুৱাহাটীত 'গোপীনাথ বৰদলৈ ট্ৰফী' নামৰ ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতামূলক ফুটবল খেলৰ অন্যতম কৰ্ণধাৰো তেৱেঁই আছিল। গুৱাহাটী বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয়, ডিব্ৰুগড় চিকিৎসা মহাবিদ্যালয়, গোপীনাথ বৰদলৈ যক্ষ্মা চিকিৎসালয় আদি স্থাপনৰ ক্ষেত্ৰতো ডাক্তৰ বৰুৱাই দেহেকেহে খাটিছিল।

এইবাৰ আহো অসমৰ স্বাধীনতা আন্দোলন আৰু ৰাজনৈতিক দিশত ডাঃ বৰুৱাৰ অৰিহণাৰ কথালৈ। আগতেই কৈ অহা হৈছে মিঃ স্মল চাহাবৰ অনুগ্ৰহত ব্ৰিটিছ চৰকাৰৰ বৃত্তি লৈ তেওঁ চিকিৎসা বিজ্ঞান পঢ়িছিল। সেইবাবেই ব্ৰিটিছৰ অধীনত চাকৰি

কৰি সেই ঋণ শুজিব বিচাৰিছিল। (পাছত অৱশ্যে ইংৰাজে দিয়া জলপানিৰ টকা সুতে-মূলে ওভতাই দিয়াৰ কথাও শুনা যায়) কিন্তু স্বাধীনতাৰ বাবে কাম কৰাৰ দোষত চৰকাৰৰ ৰোষত তেওঁ পৰিছিল আৰু চাকৰিও ত্যাগ কৰিছিল। অসহযোগ আন্দোলনৰ পৰা আৰম্ভ কৰি স্বাধীনতা লাভৰ কালছোৱালৈ ভুবনেশ্বৰ বৰুৱাই অসমৰ সকলোবোৰ আন্দোলনতেই বৃহৎ ভূমিকা গ্ৰহণ কৰিছিল। ১৯৩০ চনৰ আন্দোলনৰ বিষয়ে মতিলাল নেহৰুৰ স'তে বিভিন্ন ৰণকৌশলৰ বিষয়ে আলোচনা কৰিবলৈ ত্যাগবীৰ হেম বৰুৱা আৰু যাদব প্ৰসাদ চলিহাৰ লগতে ভুবনেশ্বৰ বৰুৱাও কলিকতালৈ গৈছিল। বিষয়বাব লাভৰ ক্ষেত্ৰত অহৰহ আগ্ৰহহীন হ'লেও অসমৰ প্ৰাণকেন্দ্ৰ গুৱাহাটীৰ নেতৃত্ব ল'বলৈ এগৰাকী সবল নেতাৰ প্ৰয়োজন হোৱাত ১৯৩৯ চনত তেওঁ গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিছিল। মৃত্যু পৰ্যন্ত এই পদত থাকি কংগ্ৰেছক শক্তিশালী কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। তদুপৰি যিসকল কংগ্ৰেছী নেতা ৰোগাক্ৰান্ত হৈছিল, তেওঁলোকৰ চিকিৎসাৰ সম্পূৰ্ণ দায়িত্ব একচেটিয়াভাবে ডাঃ বৰুৱাই গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল।

১৯৪৫ চনত ত্যাগবীৰ হেম বৰুৱা আৰু ১৯৫০ চনত গোপীনাথ বৰদলৈৰ মৃত্যুৰ পাছত ডাঃ বৰুৱাও যেন ভাগি পৰিছিল। এই দুয়োজন ত্যাগী পুৰুষৰ ওপৰত তেওঁৰ আছিল অনবদ্য বিশ্বাস। বৰদলৈৰ মৃত্যুৰ পাছত দেখা গৈছিল ডাঃ বৰুৱাই আত্মবিশ্বাস আৰু উৎসাহ যেন বহুখিনি হেৰুৱাই পেলাইছিল।

ভাৰত স্বাধীন হোৱাৰ পাছত বা তাৰ আগতেও ডাঃ ভুবনেশ্বৰ বৰুৱাক বহুবাৰ মন্ত্ৰিত্ব যচা হৈছিল। কিন্তু মন্ত্ৰী নালাগে বিধায়ক হ'বলৈকো তেওঁৰ সমূলি ইচ্ছা নাছিল। মন্ত্ৰিত্বৰ বিষয়বাব ল'বলৈ বাৰে বাৰে অনুৰোধ কৰাৰ পাছত তেওঁ কৈছিল-'মন্ত্ৰী-বিধায়কতকৈ ওপৰত থাকি কামবোৰ কৰিবলৈহে মই আছো। কেবিনেটৰ ভিতৰ সোমালে সাহসেৰে কাকো একো কোৱাৰ থল নাথাকে, সেইবাবেই বাহিৰত থাকি তেওঁলোকৰ ভুলবোৰ আঙুলিয়াই দি তাক সংশোধন কৰাতহে মোৰ শক্তি খৰচ কৰিম।'

মানৱ প্ৰেমৰ প্ৰতীক ডাক্তৰ বৰুৱা; সকলো ধৰ্ম-জাতি-গোষ্ঠীৰ মাজৰ সেতু স্বৰূপ ডাঃ বৰুৱা; মানুহৰ সাহস, আত্মবিশ্বাস আৰু ত্যাগৰ অন্য নাম ডাঃ ভুবনেশ্বৰ বৰুৱা। ১৯৫৬ চনৰ ২৫ ছেপ্টেম্বৰত যেতিয়া এইজনা 'লোকবন্ধু'ৰ মৃত্যু ঘটিছিল মাত্ৰ ৬৩ বছৰ বয়সত, তেতিয়া সকলো যেন বোবা হৈ পৰিছিল। তেওঁৰ মৃত্যুৰ ঘটনাটো কোনেও সহজভাবে লব পৰা নাছিল। পথৰ ভিক্ষাৰীৰ পৰা প্ৰবল প্ৰতাপী নেতালৈ সকলো তেওঁৰ শ্মশান যাত্ৰাৰ সঙ্গী হৈছিল। কোনেও যেন বৰুৱাক বিদায় দিব বিচৰা নাছিল....। এৰা, যিজন মানুহ সকলোৰে প্ৰাণৰ ভিতৰত সোমাই থাকে, তেওঁক বিদায় দিয়া যায় কেনেকৈ?.... ভুবনেশ্বৰ বৰুৱাৰ নামত থকা গুৱাহাটীৰ কেন্সাৰ চিকিৎসালয়খন এতিয়াও আমাৰ মাজত বীৰদৰ্পে থিয় দি আছে।



(১৪)

# লক্ষ্মীনাথ ফুকন

চাৰিগৰাকী 'লক্ষ্মী'য়ে অসমীয়া ভাষা আৰু সাহিত্য-সংস্কৃতিৰ জগতক পূৰামাত্ৰাই সমৃদ্ধ কৰিছিল। তেওঁলোক ক্ৰমে লক্ষ্মীনাথ বেজবৰুৱা, লক্ষ্মীৰাম বৰুৱা, লক্ষ্মীধৰ শৰ্মা আৰু লক্ষ্মীনাথ ফুকন। চতুৰ্থগৰাকীয়ে মাথো সাহিত্যকে নহয়, অসমৰ সাংবাদিকতাৰ জগতকো মহীয়ান কৰি তুলিছিল। অসমৰ এগৰাকী শ্ৰেষ্ঠ সাংবাদিক হিচাপে অভিহিত কৰি মুনীন বৰকটকীয়ে লক্ষ্মীনাথ ফুকনৰ বিষয়ে লিখিছে-'সুদীৰ্ঘ কৰ্ম জীৱনৰ শেষছোৱাত সুদীৰ্ঘ ২৫ বছৰকাল একেৰাহে ৰাজ্যৰ প্ৰধান ইংৰাজী বাতৰি 'অসাম ট্ৰিবিউন'ৰ বহু সন্মানিত বিশিষ্ট সম্পাদক হৈ থকাৰ উপৰি প্ৰায় ১৯১৮-১৯ চন মানৰ পৰাই ১৯৩৯ চনলৈকে একুৰি বছৰ ফুকনে কলিকতা আৰু আমাৰ এই ফালৰ প্ৰায় প্ৰত্যেকখন প্ৰখ্যাত ইংৰাজী আৰু অসমীয়া কাকতত হয় সহকাৰী সম্পাদক, নহয় মেনেজাৰ নাইবা সাংবাদদাতা প্ৰতিনিধি হিচাপে কাম কৰি যিটো ৰেকৰ্ড কৰি গৈছে, তাক আমাৰ আৰু কোনোবাই চেৰাই পেলাব পাৰিব বুলি জনা নাযায়।'..

অমৃতবাজাৰ পত্ৰিকা, ফৰৱাৰ্ড, লিবাৰ্টি, হিন্দুস্তান ষ্টেণ্ডাৰ্ড আদি ৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন কাকতৰ লগতে অসমৰ টাইমছ অব আসাম, সাদিনীযা অসমীয়া, সাদিনীয়া বাতৰি, দৈনিক বাতৰি, আসাম ট্ৰিবিউন আদি কাকতৰ সাংবাদিক, উপ-সম্পাদক, সহকাৰী সম্পাদক আৰু সম্পাদকৰ পদত কাৰ্যনিৰ্বাহ কৰি আপোচহীনভাৱে সাংবাদিক জীৱিকাটোক মৰ্যাদাসম্পন্ন কৰি তোলা লক্ষ্মীনাথ ফুকনৰ জন্ম দেৰগাঁৱৰ চকিয়ালচুকত। ১৮৯৪ চনৰ জানুৱাৰী মাহৰ ২৯ তাৰিখে জন্মগ্ৰহণ কৰা লক্ষ্মীনাথৰ পিতৃৰ নাম কাৰ্তিক চন্দ্ৰ ফুকন আৰু মাতৃ দশমী। পিতামহ নাৰায়ণ চন্দ্ৰ ফুকন আছিল গোলাঘাটৰ লোক আৰু তেওঁ ১৮৫৭ চনত মণিৰাম দেৱানৰ দ্বাৰা পৰিচালিত আন্দোলনত যোগ দিয়াৰ অপৰাধত তিনি বছৰৰ ফাটেক খাটিবলৈ হুকুম হৈছিল। মাথো ফাটেকেই নহয়, তেওঁলোকৰ পৰিয়ালৰ সকলোখিনি স্থাবৰ আৰু অস্থা ৱৰ সম্পত্তি চৰকাৰে বাজেয়াপ্ত কৰিছিল। অৱশ্যে তিনি বছৰৰ জেইল হ'লেও কেইমাহমানৰ পাছতে নাৰায়ণ চন্দ্ৰ ফুকনে খালাচ পাইছিল। খালাচ হোৱাৰ পাছত এবাৰ ঘৰলৈ আহি পুনৰ ওলাই যায় আৰু সন্ন্যাসী হৈ পঞ্জাৱৰ পিনে থাকেগৈ। অৱশ্যে নাৰায়ণ চন্দ্ৰই পুত্ৰ কাৰ্তিকৰ স'তে চিঠি-পত্ৰেৰে যোগাযোগ ৰাখিছিল। ছবছৰীয়া কাৰ্তিক চন্দ্ৰক লৈ তেওঁৰ মাকে গোলাঘাট এৰি দেৰগাঁৱলৈ গুচি আহিছিল। শিৱসাগৰৰ ইংৰাজী স্কুলত দুই-তিনি বছৰ পঢ়া-শুনা কৰা কাৰ্তিক চন্দ্ৰৰ অসমীয়া ভাষা আৰু সংস্কৃতৰ জ্ঞান আছিল যথেষ্ট। কাৰ্তিক চন্দ্ৰই পোষ্টমাষ্টৰৰ কাম কৰিছিল।

পঢ়া-শুনা ক্ষেত্ৰত লক্ষ্মীনাথ যথেষ্ট উৎসাহ দিছিল দেউতাকে। দেৰগাঁৱৰ বেজবৰুৱা ব্ৰাঞ্চ হাইস্কুল, গোলাঘাট আৰু যোৰহাটত পঢ়া-শুনা কৰি ১৯১৪ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল যদিও ধনৰ অভাৱত ঘৰ এৰি দূৰৈৰ কলেজত পঢ়াটো তেওঁৰ পক্ষে সম্ভৱ নহ'ল। কাৰণ সেই সময়ত অসমত কলেজ বুলিবলৈ মাথো গুৱাহাটীৰ কটন কলেজহে আছিল। অৱশ্যে দুবছৰৰ পাছত তেওঁ ১৯১৭ চনত কৃষ্ণকান্ত সন্দিকৈৰ উৎসাহত কলিকতালৈ গ'ল আৰু তাৰ ৰিপন কলেজত নাম লিখালে। নাম লিখোৱাহে হ'ল, পঢ়া হ'লে নহ'ল। বিভিন্ন সভা-সমিতিত ভাষণ শুনা আৰু থিয়েটাৰ চোৱাতহে পাৰ হৈ গ'ল সময়খিনি। তদুপৰি বন্ধু কৃষ্ণকান্ত সন্দিকৈয়ে তেওঁক ইম্পিৰিয়েল (বৰ্তমানৰ নেছনেল) লাইব্ৰেৰীলৈ নি পঢ়া-শুনা কৰিবলৈ লগাই দিলে। সেই সময়ত কৃষ্ণকান্ত সন্দিকৈ এম এ পৰীক্ষাৰ বাবে সাজু হৈছিল।.. সন্দিকৈয়ে পাছত ফুকনৰ বিষয়ে লিখিছিল, '১৯১৩ চনত মই মেট্ৰিকুলেচন পৰীক্ষা দিয়াৰ কেইমাহমান আগৰে পৰা শ্ৰীলক্ষ্মীনাথ ফুকনৰ লগত মোৰ যুগমীয়া বন্ধুত্বৰ সূত্ৰপাত হয়। তেওঁৰ অকৃত্ৰিম সাহিত্যানুৰাগ আৰু কল্পনা প্ৰৱণ ৰোমাণ্টিক মনোবৃত্তিয়ে মোক বিশেষকৈ আকৰ্ষণ কৰিছিল। মই কলিকতাত এম এ পঢ়োতে ফুকনৰ প্ৰথম গল্পৰ কিতাপ 'মালা' ছপাই উলিয়াইছিলো। কিতাপখন তেওঁ মোৰ নামত উছৰ্গা কৰিছিল আৰু ইয়াৰ ছপা খৰচ মই বি এ পাছ কৰোতে পোৱা প'ষ্ট গ্ৰেজুৱেট বৃত্তিৰ পৰা বহন কৰিছিলো।'

মেট্ৰিক পাছ কৰাৰ বছৰতেই তেখেতে দেৰগাঁও বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰিবলৈ লয়। কেইমাহমান শিক্ষকতা কৰাৰ পাছত তেওঁ ডিব্ৰুগড়লৈ গুচি যায় আৰু তাতে জৰ্জ ইনষ্টিটিউছনত শিক্ষকৰ চাকৰি এটা যোগাৰ কৰে। ডিব্ৰুগড়লৈ যোৱাৰ ক্ষেত্ৰত তেওঁক সহায় কৰিছিল 'আলোচনী' কাকতৰ সম্পাদক দুৰ্গানাথ চাংকাকতীয়ে। যিহেতু মাথো 'আলোচনী'ত কাম কৰিয়েই জীৱন নিৰ্বাহ সম্ভৱ নহয়, সেইবাবে কাকতখনৰ সম্পাদনা সমিতিত কাম কৰিব বিচৰা লক্ষ্মীনাথক দুৰ্গানাথে জৰ্জ ইনষ্টিটিউছনত মাষ্টৰৰ চাকৰি দিয়াইছিল। প্ৰায় দুবছৰ কাল লক্ষ্মীনাথ ফুকনে ইনষ্টিটিউছনত শিক্ষকতা কৰাৰ লগতে 'আলোচনী'ত কাম কৰিলে। কিন্তু শেষত এই সকলো কাম এৰি কৃষ্ণকান্ত সন্দিকৈৰ উৎসাহত উচ্চ শিক্ষা লাভৰ বাবে কলিকতা পালেগৈ। চন্দ্ৰকুমাৰ আগৰৱালাই ইতিমধ্যে ডিব্ৰুগড়ৰ পৰা সাদিনীয়া অসমীয়াখন উলিওৱাৰ যো-জা চলাইছিল। সেই বাবে এই প্ৰেছৰ মেনেজাৰ হ'বলৈ লক্ষ্মীনাথ ফুকনক কলিকতাৰ পৰা মাতি পঠিওৱা হ'ল। প্ৰায় এবছৰকাল 'অসমীয়া'ৰ মেনেজাৰ হ'ল, কিন্তু ডিব্ৰুগড়ত তেওঁৰ মন নবহিল। বাৰে বাৰে তেওঁৰ মন ধাবিত হ'ল কলিকতাৰ বহল বুকুলৈ, য'ত আধুনিক সাংবাদিকতাৰ সকলোখিনি সা-সুবিধা আছে।.. ইতিমধ্যে কলিকতাৰ বিখ্যাত কাকত অমৃত বাজাৰ পত্ৰিকাত লক্ষ্মীনাথ ফুকনৰ কে'বাখনো চিঠি প্ৰকাশিত হৈছিল। তেওঁৰ চিঠিৰ ভাব আৰু ইংৰাজী ভাষা ইমান পৰিপক্ক আছিল যে, সেয়া অতি গুৰুত্বসহকাৰে কাকতখনত ঠাই দিয়া হৈছিল। মনত জাগি উঠা ইচ্ছানুসৰিয়েই লক্ষ্মীনাথ আকৌ কলিকতালৈ গ'ল আৰু বলমা কোম্পানীৰ সামান্য চাকৰি এটাত সোমাল। ইম্পিৰিয়েল লাইব্ৰেৰীত নিয়মীয়াকৈ পঢ়া-শুনা কৰা আৰু দেশ-বিদেশৰ সাময়িক ঘটনাবোৰৰ বিষয়ে চিন্তা-

ভাৱনা কৰাটো আছিল ফুকনৰ অভ্যাস স্বৰূপ। তদুপৰি হাইস্কুলীয়া জীৱনৰে পৰা কবিতা আৰু গল্প লিখাত সিদ্ধহস্ত ফুকনে কলিকতাত লাহে লাহে সাংবাদিকতাৰ জগতত ভৰি দিলে। ইম্পিৰিয়েল লাইব্ৰেৰীত পঢ়া-শুনা কৰিয়েই লক্ষ্মীনাথ ফুকনে 'ৰাইটছ্ অব্ মেন' নামৰ উচ্চ পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ লিখিছিল আৰু সেয়া লাহোৰৰ পৰা প্ৰকাশিত 'ইষ্ট এণ্ড ৱেষ্ট' নামৰ বিখ্যাত আলোচনীখনত ছপা হৈছিল, যিটো তুলি দিয়া হৈছিল অমৃতবাজাৰ পত্ৰিকাত। এই প্ৰবন্ধটোত সম্পৃক্ত উচ্চ চিন্তাৰ ফচল দেখিয়েই ফুকনক সেই পত্ৰিকাত চাকৰি দিছিল পত্ৰিকা কৰ্তৃপক্ষই। ১৯১৯-'২১ অৰ্থাৎ প্ৰায় দুবছৰকাল অমৃতবাজাৰ পত্ৰিকাৰ সাংবাদিক আৰু সহকাৰী সম্পাদক ৰূপে কাৰ্যনিৰ্বাহ কৰি যথেষ্ট যশস্যা আৰ্জিছিল তেওঁ।

অমৃত বাজাৰত কাৰ্যনিৰ্বাহ কৰি থাকোতে নগাঁৱৰ ফ্লোৰেন্স মজুমদাৰক ঘৰতে চৰকাৰে নজৰবন্দী কৰি ৰখাৰ বাতৰিটো ফুকনে নিজৰ নামত কাকতত প্ৰকাশ কৰিছিল, যাৰ বাবে তেওঁৰ নামোল্লেখ কৰি অসম চৰকাৰে প্ৰেছ নোট উলিয়াব লগীয়া হৈছিল। তেতিয়াৰ প্ৰিন্স অৱ ৱেলচ ভাৰতলৈ আহোতে, সেই ভ্ৰমণ 'বয়কট' কৰা হৈছিল আৰু তেতিয়া কলিকতাৰ ঘটনাৱলীৰ 'স্পট ৰিপ'ৰ্টিঙ'ৰ দায়িত্ব ফুকনে নিজেই লৈছিল...। এইবোৰ কথা এইবাবেই উল্লেখ কৰিছো যে, আৰম্ভণিৰে পৰা ওৰেটো জীৱন সম্পাদকীয় ডেস্কৰ স'তে জড়িত হৈয়ো ফুকনে ফিল্ড ৰিপ'ৰ্টিং কৰি চাঞ্চল্যকৰ বাতৰিও লিখিছিল। বাতৰি সংগ্ৰহৰ পৰা সম্পাদনালৈ, বাতৰি সজোৱাৰ পৰা সম্পাদকীয় লেখালৈ, কোনো এটা ঘটনা বা নীতিৰ বিষয়ে ভালদৰে বিশ্লেষণ কৰি সেই সম্পৰ্কত জনমত গঠন কৰালৈ- সকলো ক্ষেত্ৰত সফলতা লাভ কৰিছিল লক্ষ্মীনাথ ফুকনে।

পৰম বিস্ময়ৰ কথা এয়াই যে অমৃত বাজাৰ পত্ৰিকাৰ চাকৰি এৰাৰ পাছত কলিকতাতে অসংখ্য কাকত-আলোচনীত কাম কৰাৰ সুযোগ থকা সত্ত্বেও লক্ষ্মীনাথ ফুকনে ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'টাইমছ অৱ আসাম'ত উপ-সম্পাদক হিচাপে যোগদান কৰিছিল ১৯২২ চনত আৰু তাৰ পাছতেই তেওঁ কাকতখনৰ সম্পাদকো হৈছিল। মাথো ২৯ বছৰ বয়সতে সেই সময়ৰ পটভূমিত উল্লেখযোগ্য ভূমিকা লোৱা অসমৰ একমাত্ৰ ইংৰাজী সাপ্তাহিক 'টাইমছ অৱ আসাম'ৰ সম্পাদক হিচাপে ফুকনে যথেষ্ট কৃতিত্ব দেখুৱাইছিল। দশম শ্ৰেণীৰ যিজন ছাত্ৰই দেৰগাঁৱৰ পৰা নিজৰ জীৱনৰ প্ৰথমটো বাতৰি 'টাইমছ অৱ আসাম'লৈ পঠিয়াইছিল, তেৱেঁই মাথো ২৯ বছৰতে কাকতখনৰ সম্পাদক হ'ল আৰু তিনিবছৰ ধৰি এই দায়িত্ব নিষ্ঠাৰে পালন কৰিলে।

দশম শ্ৰেণীৰ পৰাই 'টাইমছ অৱ আসাম'লৈ বাতৰি পঠিওৱা লক্ষ্মীনাথ ফুকনে সঁচাই জীৱনত সাংবাদিক হিচাপেই জীয়াই থকাৰ কথা ভাবিছিলনে? মেট্ৰিক পাছ কৰি এনেয়েই ঘুৰি ফুৰোতে এদিন হঠাৎ যোৰহাটৰ দেৱেশ্বৰ চলিহা (উকীল)ক ঘপহকৈ কৈছিল 'সাংবাদিক' হ'ব বুলি! তাৰ পাছত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আলোচনী' নামৰ মাহেকীয়া কাকতখনৰ সম্পাদনা বিভাগত দুবছৰ কাম কৰিছিল আৰু কলিকতালৈ ৰাওনা হৈছিল কলেজত পঢ়িবলৈ। তাৰ পাছৰ কথাখিনি আমি ইতিমধ্যে উল্লেখ কৰিলোৱেই।

'আলোচনী'ত আৰম্ভ হোৱা এই যাত্ৰা শেষ হৈছিল 'দি আসাম ট্ৰিবিউন'ত। তাৰ মাজতে চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমীয়া'ত কাম কৰে। এবছৰ কাল এই কাকতত কাম কৰে। এবছৰ কাল এই কাকতত কাম কৰি সেয়া এৰি কলিকতালৈ গৈ দেশবন্ধু চিত্তৰঞ্জন দাসৰ সম্পাদনাত প্ৰকাশ পোৱা 'ফৰৱাৰ্ড' কাকতত কাম কৰিবলৈ লয়। এবছৰকাল 'ফৰৱাৰ্ডত কাম কৰি আহি পুনৰ 'অসমীয়া'ৰ সম্পাদনা কৰিবলৈ লয়। পুনৰ এই কাম এৰে আৰু ষ্টেগুৰ্ড আৰু 'দৈনিক বাতৰি' কাকততো কাম কৰে। শেষত অৱশ্যে ১৯৩৯ চনত সাপ্তাহিক ট্ৰিবিউনৰ সম্পাদক হিচাপে যোগ দিয়ে আৰু একেৰাহে ২৫ বছৰ ধৰি কাম কৰে।

এইদৰে বিভিন্ন কাকতত কাম কৰি ফুকনে কি নতুন নতুন কাকতত কাম কৰাৰ সোৱাদ ল'ব বিচাৰিছিল ? এই সম্পৰ্কত তেওঁ নিজেই কৈছিল যে, ঘনাই কাম সলোৱাৰ কাৰণ আছিল মালিকসকলৰ স'তে হোৱা তেওঁৰ মতৰ অমিল। মালিকসকলৰ যুক্তিহীন কথাবোৰ তেওঁ হজম কৰিব নোৱাৰিছিল। নিষ্কৰ্মা কৰ্মীক কামৰ পৰা মালিকে আঁতৰাব পাৰে; কিন্তু কামৰ বাহিৰে অন্য ব্যক্তিগত আৰু মতামতৰ বিষয়টোৰ ওপৰত কৰ্মচাৰীক জোৰ-জুলুম কৰাৰ অধিকাৰ মালিকৰ নাই-এয়াই আছিল ফুকনৰ মতামত। তেওঁ স্পষ্টভাৱে এটা কৃথাও কৈছিল যে, ঘনাই কাম সলাই ফুৰাৰ অন্য এক প্ৰধান কাৰণ আছিল উপযুক্ত পাৰিতোষিকৰ অভাৱ। আনকি বহু ঠাইত তেওঁ বহু সময়ত সামান্য টকা বা বিনা পাৰিশ্ৰমিকেৰেই কাম কৰি দিবলগীয়াত পৰিছিল। সেইবাবে সাংবাদিকতাৰ জগতৰ প্ৰতি বিৰক্ত হৈ দুই-তিনিবাৰমান অন্য চাকৰিও লৈছিল, এবাৰ চাহ কোম্পানী এটাত কেৰাণীৰ চাকৰিও লৈছিল।... তথাপি আকৌ সাংবাদিকতাৰ জগতলৈ আহিছিল। নিচা আৰু দেশ তথা জাতিৰ প্ৰতি থকা দায়িত্ববোধে তেওঁক এই জগতৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন কৰিব পৰা নাছিল। সেইবাবেই নানা ঘাত-প্ৰতিঘাত, দুৰ্ব্যৱহাৰ, বিৰূপ সমালোচনা, পেটৰ ভোক, পৰিয়ালৰ চিন্তাকো হাঁহিমুখে হজম কৰিব শিকিছিল।

'টাইমছ অৱ আসাম'ৰ সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰা বছৰটোতে অসমৰ প্ৰখ্যাত মজিন্দাৰ বৰুৱা বংশৰ শ্ৰীনাথ বৰুৱাৰ একমাত্ৰ কন্যা নলিনীপ্ৰভাক বিয়া কৰাইছিল আৰু তাৰ পাছৰে পৰা অন্ততঃ বেছিকৈ কাম সলাই নুফুৰে বুলি তেওঁ এঠাইতে থিতাপি লাগিব বিচাৰিছিল কিন্তু পৰিস্থিতিয়ে আপোচহীন ফুকনক তেনে হ'বলৈ নিদিলে।

ষ্টেটছমেন কাকতৰ সাংবাদিক হৈ থাকোতে মহাত্মা গান্ধীৰ সুদীৰ্ঘ সাক্ষাৎকাৰ তেওঁ কাকতখনত প্ৰকাশ কৰিছিল। যোৰহাটৰ সাহিত্য সভা ভৱনত লক্ষ্মীনাথে গান্ধীৰ মুখৰ পৰা শুনি টুকি থোৱা কথাবোৰ গান্ধীজীয়ে কাঠ পেঞ্চিলেৰে শুধৰাই দিছিল। গান্ধীজীৰ এনে সাক্ষাৎকাৰ লাভৰ সুযোগ পোৱা ফুকনেই আছিল একমাত্ৰ অসমীয়া সাংবাদিক। গান্ধীজীৰ লগতে তেতিয়াৰ বিখ্যাত লোকসকলৰ স'তেও ফুকনৰ ঘনিষ্ঠতা আছিল।

কলিকতাৰ 'হিন্দুস্তান ষ্টেণ্ডাৰ্ড'ত কাম কৰি থাকোতেই সোমেশ্বৰ বৰুৱা আৰু ৰাধাগোবিন্দ বৰুৱাই লক্ষ্মীনাথ ফুকনক জনালে যে তেওঁলোকে ডিব্ৰুগড়ৰ বৰুৱা প্ৰেছৰ পৰা এখন ইংৰাজী সাপ্তাহিক কাকত উলিয়াব বিচাৰে। টাইমছ অৱ আসামৰ আৰ্হিত

উলিওৱা এই কাকতখনৰ নাম হ'ব আসাম ট্ৰিবিউন আৰু এই ট্ৰিবিউনৰ সম্পাদনাৰ দায়িত্ব ফুকনে ল'ব লাগিব। হিন্দুস্তান ষ্টেগুৰ্ডৰ কাম এৰি ট্ৰিবিউনৰ দৰে এখন নতুন কাকতৰ দায়িত্ব ল'বলৈ ফুকন ডিব্ৰুগড়লৈ উভতি আহিল আৰু ১৯৩৯ চনৰ এক আগষ্টত সম্পাদক হিচাপে দায়িত্ব ল'লে। চাৰি আগষ্ট (৩৯)ৰ পৰা সাপ্তাহিক ট্ৰিবিউন নিয়মীয়াকৈ প্ৰকাশ পাবলৈ ধৰে। পূৰ্বৰে পৰা লক্ষ্মীনাথ ফুকন কংগ্ৰেছী আন্দোলনৰ একনিষ্ঠ সমৰ্থক আছিল, কিন্তু সাংবাদিকতাৰ ক্ষেত্ৰত তেওঁ অহৰহ নিৰপেক্ষ নীতিহে মানি চলিছিল। ট্ৰিবিউনে পৰোক্ষভাৱে কংগ্ৰেছী আন্দোলনক সমৰ্থন দিলেও, কাকতখনে অহৰহ নিৰপেক্ষ আৰু স্বাধীন পন্থাহে অৱলম্বন কৰিছিল।

সাপ্তাহিক ট্ৰিবিউনক ৰাইজে আদৰিলে অতি কম দিনৰ ভিতৰতেই। লক্ষ্মীনাথ ফুকন সম্পাদিত কাকতখনে অসমীয়াৰ সামাজিক জীৱনত বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিব ধৰিলে আৰু অৰ্থনৈতিকভাৱেও কাকতখন কিছু পৰিমাণে সমৃদ্ধ হ'ল। সেই বাবেই সাপ্তাহিক কাকতখনক দৈনিক হিচাপে প্ৰকাশ কৰিবলৈ ৰাধাগোবিন্দ বৰুৱাই মনস্থ কৰিলে যদিও অন্যগৰাকী অংশীদাৰ সোমেশ্বৰ বৰুৱা এই ক্ষেত্ৰত নীৰৱ হৈয়েই থাকিল। অৱশ্যে এই ক্ষেত্ৰত ৰাধাগোবিন্দ বৰুৱাক নিৰৎসাহ নকৰি সোমেশ্বৰ বৰুৱাই নিজৰ স্বত্ব এৰি দি কাকতখনৰ মালিকীস্বত্ব সম্পূৰ্ণৰূপে অৰ্পণ কৰিলে ৰাধাগোবিন্দ বৰুৱাক। কাকতখন এইবাৰ ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহিল আৰু ১৯৪৬ চনৰ দুৰ্গাপূজাৰ ঠিক আগৰে পৰা প্ৰকাশ হ'বলৈ ধৰিলে অসমৰ প্ৰথমখন ইংৰাজী দৈনিক 'দি আসাম ট্ৰিবিউন'।

ট্ৰিবিউনৰ সম্পাদক হিচাপে তেওঁৰ অৰিহণাৰ বিষয়ে ফুকনে নিজেই কৈছে,- 'ভাৰতে স্বাধীনতা পোৱাৰ পাছত যেতিয়া গ্ৰুপিংৰ প্ৰস্তাৱ উঠে আৰু তাৰ ভিতৰত আসাম ট্ৰিবিউনে তাৰ ঘোৰ প্ৰতিবাদ কৰে-মহাত্মা গান্ধীয়ে অসম আৰু অসমবাসীলৈ পঠোৱা বাণীৰ লগে লগেই আৰু যিমান দূৰ মনত পৰিছে গোপীনাথ বৰদলৈয়ে মহাত্মাৰ বাণী শিৰত লৈ গ্ৰুপিং প্ৰস্তাৱৰ বিৰুদ্ধে অভিযান চলোৱাৰ আগতে, নহ'লেও একে সময়তে।... গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য যে কোনো অনা অসমীয়া নহৈ কৃষ্ণকান্ত সন্দিকৈ হ'ল, তাৰ মূলত আসাম ট্ৰিবিউন বুলি ক'লেও ভুল নহ'ব।'

স্বাধীনতাৰ আগত আৰু পাছত অসমৰ ৰাজনীতি আৰু আৰ্থ-সামাজিক উন্নয়নৰ বাবে ট্ৰিবিউনে অহৰহ মাত মাতিছিল। স্বাধীন ভাৰতত অসমৰ মুখপত্ৰ স্বৰূপে আসাম ট্ৰিবিউনে অতি নিষ্ঠা আৰু আন্তৰিকতাৰে নিজৰ কৰ্তব্য সম্পন্ন কৰিছিল। আজিও সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ শ্ৰেষ্ঠ ইংৰাজী দৈনিক দি আসাম ট্ৰিবিউনক প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত বিশেষ ভূমিকা লোৱা বুলি লক্ষ্মীনাথ ফুকনেই একমাত্ৰ দাবী কৰিব পাৰে। এই কাকতৰ সম্পাদনাৰ দায়িত্ব ত্যাগ কৰি ফুকনে ১৯৬৪ চনৰ ৩১ জুলাইৰ দিনাখন অৱসৰ লয়। সেই সময়ত তেওঁৰ বয়স হৈছিল ৭০ বছৰ।

সাংবাদিক জীৱনৰ পৰা অৱসৰ লোৱাৰ পাছতো তেওঁ আমৃত্যু সাহিত্য চৰ্চা কৰি গৈছিল। ১৫-১৬ বছৰৰ পৰাই সাহিত্য চৰ্চা আৰম্ভ কৰা ফুকনৰ প্ৰথম প্ৰকাশিত কবিতা 'উষা' কাকতত্ প্ৰকাশ পাইছিল। ২৪ বছৰ বয়সত ছটা গল্পৰ সংকলন 'মালা' প্ৰকাশ

পাইছিল। তেওঁৰ দ্বিতীয় গল্প সংকলন 'ওফাইদাং' প্ৰকাশ পাইছিল ১৯৫২ চনত। ড° বাণীকান্ত কাকতিয়ে এইখন কিতাপক বেজবৰুৱাৰ ৰচনাৰ পাছতেই স্থান পোৱা 'সময়ৰ দাপোণ' বুলি অভিহিত কৰিছিল। তাৰ পাছত তেওঁৰ কবিতাৰ সংকলন 'সোণালী সপোন' প্ৰকাশিত হৈছিল। ফুকনৰ 'মৰমৰ মাধুৰী' (১৯৬৩) নামৰ গল্প সংকলনখন গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি হিচাপে অন্তৰ্ভুক্ত হৈছিল। এই সংকলনসমূহৰ বাহিৰেও তেওঁৰ আন দুখন কিতাপ প্ৰকাশ পাইছিল। 'আশাত প্ৰফুল্ল প্ৰাণ' (১৯৬৫) আৰু 'আনন্দে নধৰে হিয়া' (১৯৬৭)। শাৰীৰিকভাৱে ক্ৰমশঃ কোঙা হৈ পৰিলেও সাহিত্য চৰ্চাত নিমগ্ন হৈ থকা লক্ষ্মীনাথ ফুকনৰ শ্ৰেষ্ঠ গ্ৰন্থ 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' প্ৰকাশ পায় ১৯৭০ চনত। ১৯৭১ চনত সাহিত্য একাডেমী বঁটা লাভ কৰা এইখন গ্ৰন্থত ফুকনৰ বৈচিত্ৰ্যময় জীৱনৰ অধিকাংশ কালৰে এটি খতিয়ান দাঙি ধৰা হৈছে আৰু মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, বাণীকান্ত কাকতি, সূৰ্যকুমাৰ ভূঞা, ভোলানাথ বৰুৱা, গোবিন্দ বেজবৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা আদি বহু ব্যক্তিৰ কথাৰে গ্ৰন্থখন ঠাহ খাই আছে। এইখন গ্ৰন্থই অসম তথা ভাৰতৰ এনে এক যুগৰ বিষয়ে আমাক আভাস দিয়ে, যিটো যুগ ইতিহাসৰ আটাইতকৈ ঘটনাবহুল। লক্ষ্মীনাথ ফুকনৰ একমাত্ৰ উপন্যাস 'পুৱতি নিশাৰ সুৰ' (১৯৭৩)।

এগৰাকী সাৰ্থক গদ্য শিল্পী, কবি, বিচক্ষণ ৰাজনৈতিক সমীক্ষক আৰু সাংবাদিক লক্ষ্মীনাথ ফুকনে দেহত্যাগ কৰে ৮১ বছৰ বয়সত, ১৯৭৫ চনৰ তিনি এপ্ৰিলৰ দিনাখন।

অসম আৰু অসমীয়াৰ স্বাৰ্থৰ বিষয়ে অহৰহ মাত মতা আপোচহীন ব্যক্তিত্ব লক্ষ্মীনাথ ফুকনৰ বিষয়ে মুনীন বৰকটকীয়ে লিখিছে-'.... ব্যক্তিগতভাৱে লক্ষ্মীনাথ ফুকনক মই অসমৰ স্বতন্ত্ৰতা আৰু অসমীয়াৰ আত্মপ্ৰতিষ্ঠাৰ আন্দোলনৰ এগৰাকী শক্তিশালী আৰু নিষ্ঠাবান মুখপাত্ৰ প্ৰবক্তা বুলিয়ে ভাবো। মোৰ বিশ্বাস কুৰি শতিকাৰ মাজভাগত অসমীয়াৰ আত্মচেতনা জাগ্ৰত কৰা আৰু মহাদেশীয় পৰিপ্ৰেক্ষিতত অসমৰ ন্যায্য স্থান অৰ্জন কৰা আন্দোলনত যিকেইজন সাহিত্যিক, ৰাজনীতিক, দাৰ্শনিক আৰু সমাজনেতাই স্মৰণীয় বৰঙণি দিছে, সেইসকলৰ মাজত লক্ষ্মীনাথ ফুকনো এজন। সাংবাদিকতাক গণস্বাধীনতা আৰু জনস্বাৰ্থৰ watch-dog নাইবা চোকাটেকেলা বুলি ভবা হয়। ফুকনে সংবাদ সেৱাৰ মাধ্যমেৰে কেৱল যে অসমৰ বৃহৎ স্বাৰ্থৰ হকেই কাম কৰি গৈছে সেয়া নহয়, তেওঁ নিজে আধা শতিকা কাল অসম আৰু অসমীয়াৰ স্বাৰ্থ সংৰক্ষণ আৰু প্ৰসাৰণৰ প্ৰহৰীৰ ভূমিকা সগৌৰৱে, সাৰ্থকৰূপে বহন কৰিব পাৰিছে।'



(১৫)

# ডাঃ দীননাথ শৰ্মা

আৱাহানৰ জন্ম হৈছিল সাহিত্য-সংস্কৃতিৰ পূজা নিবেদন কৰি অসমীয়া ভাষা আৰু জাতিক সমৃদ্ধ কৰিবলৈ। সুদীৰ্ঘ চাৰিটা দশকতকৈও অধিক কাল ধৰি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক শক্তিশালী কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল আৱাহন আৰু ডাঃ দীননাথ শৰ্মাই। অসমীয়া সাহিত্যক মহত্ত্ব প্ৰদানৰ ক্ষেত্ৰখনত আৱাহনে যিমানখিনি কৰিছে, সিমানখিনি কাম বোধহয় আন কোনো কাকত-আলোচনীয়ে আজি পৰ্যন্ত কৰিব পৰা নাই। এই ক্ষেত্ৰত সকলো ধৰণৰ প্ৰশংসাৰ অধিকাৰী আৱাহনৰ মূল কাণ্ডাৰী দীননাথ শৰ্মা। 'আৱাহন'ৰ প্ৰথমটো সংখ্যা (ইংৰাজী ১৯২৯ চন, কাতি ঃ ১৯৫১ শক)ৰ সম্পাদকীয়ত ডাঃ দীননাথ শৰ্মাই লিখিছিল-'জাতীয় উত্থান বা দেশৰ উন্নতিৰ মূলতে সাহিত্য।... ইয়াৰ ভিতৰেদিয়েই জাতিৰ প্ৰকৃত আশা-আকাংক্ষা আৰু তাৰ আচল সভ্যতাৰ ৰূপ দেখা দিয়ে।... জাতীয় আদৰ্শপূৰ্ণ তেজীয়ান সাহিত্য জাতি গঠনৰ অপৰিহাৰ্য উপাদান। এই সাহিত্যই অৱসন্ন সুপ্ত প্ৰাণত নিৰাবিল কৰ্মপ্ৰবাহ বোৱায়। ইয়াৰ মোহন পৰশত সংকীৰ্ণতা, স্বাৰ্থপৰতা আঁতৰি এক উদাৰ ত্যাগী জীৱন গঢ়ি উঠে। সাহিত্যৰ দুৱাৰেদি নতুন চিন্তাৰ সোঁত আহি মনোৰাজ্যত প্ৰৱেশ কৰে নতুন ভা ৱত। নতুন সাজত জীৱনক ৰূপ দি গঢ়ি তোলে। এইখিনিতে কি ব্যক্তিৰ, কি জাতিৰ জীৱনত সাহিত্যৰ প্ৰভাৱ। চীন দেশৰ নৱজাগৰণৰ মূলতে আছে তাৰ চিন্তাশীল লেখকসকলৰ সতেজ সবল সাহিত্য। ৰুছিয়াৰ জাগৰণতো টলষ্টয়ৰ সেই চিন্তাৰ দান। বাৰ্টাণ্ড ৰাছেল, ৰোঁমা-ৰোঁলা, মেক্সি গৰ্কি, টলষ্টয়ৰ লেখাই যুদ্ধক নৰহত্যাৰ দৰে নিন্দনীয় কৰি তুলিছে। এনেকৈ যিমানবিলাক ডাঙৰ পৰিবৰ্তন আৰু যতবিলাক মহৎ কাৰ্য সাধিত হৈছে, তাৰ গুৰিতে আছিল মনীষীসকলৰ লেখা প্ৰসূত জ্ঞানধাৰা।...' এই জ্ঞানধাৰাকে বোৱাবলৈ আপ্ৰাণ চেষ্টা কৰিছিল দীননাথ শৰ্মাই।

চিকিৎসা বিজ্ঞানৰ ডিগ্ৰী লৈছিল দীননাথ শৰ্মাই। এজন সফল ডাক্তৰ হিচাপে তেওঁ আনন্দ-বিলাসৰ মাজেৰে জীৱনটো পাৰ কৰিব পাৰিলেহেঁতেন। কিন্তু ভাষা আৰু সাহিত্যৰ স্বাৰ্থত জীৱনৰ সকলো সুখ-সম্পদ বিসৰ্জন দি এক তিক্ত আৰু সংঘাতপূৰ্ণ জীৱন গ্ৰহণ কৰিবলৈ তেওঁ আগবাঢ়ি আহিছিল। ডেকা বয়সত তেওঁ যি সংকল্প লৈছিল, সেই সংকল্পকেই ওৰে জীৱন বুকুত বান্ধি ফুৰিছিল। জীৱনৰ সকলো সুখ-আনন্দ ত্যাগ কৰি জাতিৰ স্বাৰ্থত তেওঁ বাছি লৈছিল কণ্টকাকীৰ্ণ পথ আৰু জীৱন যুদ্ধত চূড়ান্ত বিফল (!) হৈয়ো অসমীয়া ভাষা-সাহিত্যক সফলতাৰ গগনলৈ তুলি নিছিল।

অসমীয়া ভাষা-সাহিত্যত 'আৱাহান যুগ'ৰ দৰে সৰ্বশ্ৰেষ্ঠ যুগ নিৰ্মাতা পুৰুষ দীননাথ শৰ্মাৰ জন্ম হৈছিল বজালী অঞ্চলৰ বামুণকুছি (ধৰমতলা) নামে গাঁৱত, ১৮৯৪ চনত।

সংস্কৃতৰ পণ্ডিত, কবিৰাজ চণ্ডীচৰণ শৰ্মা আৰু ৰামেশ্বৰী দেৱীৰ তিনি পুত্ৰৰ মাজৰজন দীননাথ আছিল সৰুৰে পৰা মেধাৱী। নিম্নবিত্ত পৰিয়ালত জন্মগ্ৰহণ কৰা দীননাথে সংগ্ৰামৰ মাজেৰে জীয়াই থাকিবলৈ শিকিছিল। পঢ়া-শুনাৰ ইচ্ছা থাকিলেও সেই ক্ষেত্ৰত তেওঁৰ পলম হৈছিল আৰু নানা ঘাত-প্ৰতিঘাতৰ মাজেদি পাটাছাৰকুছি বিদ্যালয়ৰ পৰা এম ই আৰু গৌৰীপুৰ হাইস্কুলৰ পৰা ২৩ বছৰ বয়সত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। স্কুলত পঢ়া কালছোৱাতে তেওঁ গৌৰীপুৰ, ৰূপচী আৰু গোৱালপাৰাৰ জমিদাৰসকলৰ সান্নিধ্যলৈ আহে নিজৰ যোগ্যতাৰ বলত। প্ৰৱেশিকাত উত্তীৰ্ণ হোৱাৰ পাছত কোচবিহাৰত কলেজীয়া শিক্ষা আৰু কলিকতাত ডাক্তৰি শিক্ষা গ্ৰহণ কৰোতে গোৱালপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে দীননাথক সহায় কৰিছিল।

সৰুৰে পৰা প্ৰগতিশীল চিন্তা-চৰ্চা কৰা মানুহ দীননাথ শৰ্মা। অসমীয়া সমাজ জীৱনক আধুনিকভাৱে গঢ় দিয়াৰ কামটো তেওঁ নিজা গাঁৱৰ পৰাই তেওঁ আৰম্ভ কৰিছিল স্কুলীয়া কালতে। গাঁৱত পুথিভঁৰাল স্থাপন কৰিছিল আৰু সম্পূৰ্ণ ব্যক্তিগত প্ৰচেষ্টাতে জন্ম দিছিল 'আজলী মিলন সংঘ'ৰ। এই সংঘৰ কাম-কাজ আছিল গাঁৱলীয়া বাট-পথৰ অৱস্থা উন্নত কৰা দুখীয়া ল'ৰা-ছোৱালী আনকি প্ৰাপ্তবয়স্ক সকলকো স্বাক্ষৰ কৰাৰ লগতে পঢ়া-শুনা কৰিবলৈ উদ্‌গনি দিয়া, বেমাৰ-আজাৰ হ'লে সকলো সম্প্ৰদায়ৰ ৰোগীকে সমানে চিকিৎসা কৰা আৰু বিভিন্ন কু-সংস্কাৰৰ পৰা সমাজক মুক্ত কৰা। তদুপৰি পুৰুষৰ বহু বিবাহ বন্ধ কৰা আৰু বিধৱা বিবাহ প্ৰচলন কৰাৰ ক্ষেত্ৰতো আজলী মিলন সংঘই গুৰুত্ব দিছিল আৰু বহুখিনি সফলো হৈছিল। পাটাছাৰকুছি বিদ্যালয়ত পঢ়ি থাকোতেই দীননাথ শৰ্মাই 'বীণা' নামৰ হাতে লিখা আলোচনী এখন সম্পাদনা কৰিছিল আৰু সেই সময়তে 'বাঁহী' আৰু 'আসাম বান্ধৱ' কাকতত উজনি আৰু নামনি অঞ্চলৰ ভাষাক লৈ চলা অপ্ৰীতিকৰ তৰ্ক-বিতৰ্কবোৰৰ এটা যুক্তিসংগত পৰিসমাপ্তি ঘটাবলৈ তেওঁ বিভিন্ন ধৰণে চেষ্টা চলাইছিল। গৌৰীপুৰৰ প্ৰতাপ চন্দ্ৰ বৰুৱা ইনষ্টিটিউটত পঢ়ি থাকোতে এবাৰ 'প্ৰবাসী'ৰ সম্পাদক ৰামানন্দ চট্টোপাধ্যায়ে অসমীয়া ভাষা যে বঙালীৰ অপভ্ৰংশ আৰু এটা স্বকীয় ভাষা নহয়, সেই সম্পৰ্কত তুচ্ছ-তাচ্ছিল্য কৰি সম্পাদকীয় লিখিছিল, সেইখিনি পঢ়ি শৰ্মা জাঙুৰ খাই উঠিল আৰু এদিন নহয় এদিন ৰামানন্দলৈ 'বাণ' মাৰিব বুলি আলচি থাকিল। পাছত কলিকতালৈ চিকিৎসা বিজ্ঞান পঢ়িবলৈ গৈয়েই প্ৰথমে ৰামানন্দক লগ ধৰি তেওঁৰ সকলো যুক্তি খণ্ডন কৰিলে আৰু ড° সূৰ্য কুমাৰ ভূঞাৰ অসমীয়া ভাষা সম্পৰ্কীয় বুৰঞ্জীমূলক প্ৰবন্ধ এটি 'প্ৰবাসী'ত প্ৰকাশ কৰিহে শৰ্মা ক্ষান্ত হ'ল।

কলিকতাত পঢ়া-শুনা কৰি থাকোতে সমগ্ৰ ভাৰতবৰ্ষৰ লগতে অসমতো অসহযোগ আন্দোলনৰ ৰণশিঙা বাজি উঠিল, তেতিয়া শৰ্মাই কলেজ এৰি আহি খদ্দৰৰ কাপোৰ পিন্ধি আন্দোলনৰ প্ৰচাৰত নামি পৰিল। কলিকতাৰ নেছনেল মেডিকেল কলেজত পঢ়ি থাকোতেই তেওঁ অসমীয়া ভাষা-সাহিত্যৰ দৈন্যতা পূৰণ কৰিবলৈ কলিকতীয়া আলোচনীৰ দৰে শক্তিশালী আলোচনী প্ৰকাশ কৰাৰ কথা চিন্তা কৰিছিল। নিজৰ মনৰ কথা লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, তৰুণৰাম ফুকন আদিৰ আগত ব্যক্ত কৰিছিল। ১৯২৫ চনত ডাক্তৰি পাছ কৰাৰ পাছত দীননাথৰ বহু প্ৰচেষ্টাৰ মূৰকত আৰু নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ

পৃষ্ঠপোষকতাত ১৯২৯ চনত কলিকতাৰ পৰা 'আৱাহন' আলোচনী প্ৰকাশ হৈ ওলাল। প্ৰথম বছৰটোত চৌধুৰীয়ে অৰ্থ-সাহায্য আগবঢ়ালেও পাছৰ বছৰৰ পৰা দীননাথ শৰ্মাই আৱাহনৰ সম্পূৰ্ণ দায়িত্ব নিজেই কান্ধ পাতি লৈছিল। উল্লেখ্য যে বিদুষী যুৱতী ৰেণু দেৱীক তেওঁ ১৯২৩ চনত বিয়া কৰাইছিল আৰু বহু ক্ষেত্ৰত নিজৰ কৰ্মৰ সতীৰ্থ কৰিছিল।

শৰ্মাই ডাক্তৰি ডিগ্ৰী লৈছিল। এগৰাকী সফল চিকিৎসক হোৱাৰ ইচ্ছাও তেওঁৰ আছিল, কিন্তু এজন ডাক্তৰতকৈয়ো ভাষা-সাহিত্যৰ চিন্তাত সকলো ত্যাগ কৰিব পৰা এজন সম্পাদকৰ প্ৰয়োজন তেতিয়া বেছি আছিল। কলিকতাৰ পৰাই আলোচনীখন উলিয়াই বাঙালীসকলৰ ওচৰত অসমীয়া ভাষা-সাহিত্যৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবলৈ তেওঁ বিচাৰিছিল আৰু এই ক্ষেত্ৰত এশ শতাংশই সফল হৈছিল তেওঁ। ডাক্তৰি কাম এৰি মাথো 'আৱাহন'কেই জীৱনৰ ধ্যান-জ্ঞান হিচাপে গ্ৰহণ কৰা দীননাথ শৰ্মাই মৃত্যুৰ সময়লৈ 'আৱাহন'ৰ মাজতেই নিজৰ প্ৰাণৰ স্পন্দন অনুভৱ কৰিছিল।

আৱাহান আছিল এখন সম্পূৰ্ণ আলোচনী। ভাৰতবৰ্ষৰ সকলো শ্ৰেষ্ঠ আলোচনীৰ স'তে ফেৰ মাৰিব পৰা 'আৱাহন'ক অসমীয়া ভাষাৰ সৰ্বশ্ৰেষ্ঠ আলোচনী বুলি বহু সমালোচকে স্পষ্ট মতামত আজিও ব্যক্ত কৰে। তেতিয়াৰ দিনতেই ৰঙীণকৈ ওলোৱা এই আলোচনী আছিল শত আলোকেৰে উজ্জ্বল। লক্ষ্মীনাথ বেজবৰুৱা, লক্ষ্মীধৰ শৰ্মা, মহীচন্দ্ৰ বৰা, বীণা বৰুৱা, কৃষ্ণ ভূঞা, হলীৰাম ডেকা, মুনীন বৰকটকী হৰিপ্ৰসাদ গোৰ্খাৰায়, নকুল চন্দ্ৰ ভূঞা, ৰমা দাস, চৈয়দ আব্দুল মালিক, ভবেন্দ্ৰনাথ শইকীয়া আদি শ্ৰেষ্ঠ অসমীয়া গল্পকাৰৰ গল্প; বেণুধৰ শৰ্মা, ডা° মফিদুল ইচলাম বৰা, ড° সূৰ্য কুমাৰ ভূঞা, সৰ্বেশ্বৰ শৰ্মা কটকী, হিতেশ্বৰ বৰবৰুৱা আদি শ্ৰেষ্ঠ বুৰঞ্জীবিদৰ শ্ৰেষ্ঠতম ঐতিহাসিক নিবন্ধ; বিষ্ণু ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালা, আনন্দ চন্দ্ৰ আগৰৱালা, পাৰ্বতী প্ৰসাদ বৰুৱা, প্ৰসন্নলাল চৌধুৰী, চন্দ্ৰকুমাৰ আগৰৱালা, বিনন্দ চন্দ্ৰ বৰুৱা আদিৰ গীত-কবিতা আৱাহনৰ পাততেই ছপা হৈছিল। তদুপৰি তৰুণৰাম ফুকন, ৰজনীকান্ত বৰদলৈ, জ্ঞাননাথ বৰা, ড° পদ্মেশ্বৰ গগৈ, কমলাপ্ৰসাদ আগৰৱালা, বিৰিঞ্চি কুমাৰ বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, অতুল চন্দ্ৰ হাজৰিকা, ডিম্বেশ্বৰ নেওগ, অম্বিকাগিৰী ৰায়চৌধুৰী, তীৰ্থনাথ শৰ্মা, ড° অমলেন্দু গুহ, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আদিয়ে সাহিত্য আৰু বিভিন্ন বিষয়ক প্ৰবন্ধ আৱাহনত লিখিছিল। ওপৰত উল্লেখ কৰা বহু লেখকক আৱাহনেই প্ৰতিষ্ঠা কৰিছিল। গতিকে অসমীয়া সাহিত্যৰ এই সিংহপুৰুষসকলক প্ৰতিষ্ঠা কৰা আৱাহনৰ গুৰুত্ব কিমান আৰু এই আলোচনীখন নাথাকিলে অসমীয়া ভাষা-সাহিত্যৰ কি যে দুৰৱস্থা হ'লহেঁতেন, সেই কথা উল্লেখৰ প্ৰয়োজন নিশ্চয় নাই।

আৱাহনখন সম্পূৰ্ণ নহ'লেও বহু সময়ত ৰঙীণকৈ ছপোৱা হৈছিল। আজিৰ দিনতো ৰঙীণ আলোচনী ছপোৱাটো খৰচী কাম। তেতিয়াই আৱাহনত ৰঙীণ বেটুপাত প্ৰকাশ কৰি ভাষা-সাহিত্যৰ লগতে চিত্ৰশিল্পৰ চৰ্চাতো আৱাহনে গুৰুত্ব দিছিল। লিওনাৰ্ডো দ্য ভিঞ্চিৰ পৰা বিষ্ণুপ্ৰসাদ ৰাভা, মোক্ষদা প্ৰসাদ বৰুৱা, শশীধৰ শইকীয়া, প্ৰতাপ বৰুৱা, চিত্ৰসেন বৰুৱা, হেমন্ত কুমাৰ মিশ্ৰ আদি শিল্পীৰ বেটুপাতেৰে আৱাহন সমৃদ্ধ হৈছিল আৰু বহু চিত্ৰশিল্পীক আৱাহনেই প্ৰতিষ্ঠা কৰিছিল।

আৱাহন মাথো সাহিত্য বিষয়ক আলোচনী নাছিল। সেই সময়ত দৈনিক আৰু সাপ্তাহিক বাতৰি কাকতৰ বৰকৈ অভাৱ আছিল। বাতৰি কাকত ওলালেও পৃষ্ঠা সংখ্যা কম আছিল আৰু জীৱনকালো আছিল নিতান্তই কম। তেনে ক্ষেত্ৰত বহু সময়ত বাতৰি কাকতৰ কামো আৱাহনে কৰিবলৈ বাধ্য হৈছিল। সেই বাবেই আৱাহনে দেশ-বিদেশৰ গুৰুত্বপূৰ্ণ বাতৰি চমুকৈ প্ৰকাশ কৰা; অসম সাহিত্য সভা আৰু কংগ্ৰেছৰ অধিবেশন ক'ত, কেনেকৈ অনুষ্ঠিত হ'ল, অসমৰ বাহিৰত ক'ত কেনেকৈ বিহু উৎসৱ পতা হ'ল, কোন ছাত্ৰ-ছাত্ৰীয়ে পৰীক্ষাত ভাল ফলাফল দেখুৱালে, কোন মহিলা ডাক্তৰণী হ'ল, কোনে ভৰ বাৰিষাত ব্ৰহ্মপুত্ৰ নৈ সাঁতুৰি পাৰ হ'ল আদি ছবি সংবাদসহ আৱাহনত প্ৰকাশ পাইছিল। তদুপৰি স্বাধীনতা আন্দোলনত কোনে কি ভূমিকা ল'লে, ক'ত কেনেকৈ পুলিচ আৰু আন্দোলনকাৰীৰ সংঘৰ্ষ হ'ল, সেইবোৰ বাতৰিও ছবিসহ প্ৰকাশ পাইছিল আৰু এইদৰেই সাহিত্য জগতক সমৃদ্ধ কৰাৰ লগতে অসমৰ সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰতো আৱাহনে বিশেষ ভূমিকা লৈছিল।

সম্পাদনাৰ ক্ষেত্ৰত দীননাথ শৰ্মাই নিখুঁত শব্দৰ প্ৰচলন আৰু ব্যাকৰণসন্মত ৰীতিৰ প্ৰতি গুৰুত্ব দিছিল। অসমীয়া ভাষাৰ প্ৰকাশ যাতে সকলো ধৰণে নিখুঁত হয়, তাৰ বাবে সম্পাদকে তিনি-চাৰিবাৰকৈ প্ৰুফ চাইছিল। সেই সময়ত প্ৰচলিত দুখন অভিধান হেমকোষ আৰু চন্দ্ৰকান্তত যিবোৰ শব্দ পোৱা নগৈছিল, সেইবোৰ শব্দ অভিধানৰ পৃষ্ঠাতে অৰ্থসহ টুকি ৰাখিছিল।

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উন্নতিৰ হকে আৰু ইউৰোপৰ সাম্ৰাজ্যবাদী আগ্ৰাসনৰ বিৰুদ্ধে অহৰহ মাত মতা আৱাহন ১৯২৯ চনৰ পৰা দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হোৱা সময়লৈকে প্ৰায় ১৩ বছৰ কাল নিয়মিতভাৱে চলাৰ পাছত যেতিয়া সমগ্ৰ বিশ্বৰ লগতে কলিকতাত (বোমা পৰি) ত্ৰাসৰ সৃষ্টি হোৱাৰ ফলত আলোচনীখনত কাম কৰা কে'বাজনো অসমীয়া কৰ্মী ঘৰলৈ উভতি আহে। তদুপৰি বঙ্গৰ মুছলিম লীগৰ ছুৰাবৰ্দী চৰকাৰে জাতীয়তাবাদী 'আৱাহন'ৰ নিৰ্ধাৰিত কাগজৰ কোটা কৰ্তন কৰিলে আৰু এজেণ্টসকলৰ পৰাও বহু টকা পাবলৈ বাকী থাকিল। এনেবোৰ বিভিন্ন কাৰণতে আৱাহনৰ নিয়মিত প্ৰকাশ বন্ধ হ'ল আৰু প্ৰায় ন বছৰ ধৰি ১৯৫০ চনলৈ আৱাহন বছৰি মাথো চাৰি-পাচঁটাকৈ সংখ্যাহে বাহিৰ হৈ থাকিল। ইচ্ছা কৰা হ'লে দীননাথ শৰ্মাই তেতিয়াই আৱাহানৰ প্ৰকাশ বন্ধ কৰি ডাক্তৰি প্ৰেকটিছত নতুন উদ্যমেৰে লাগিব পাৰিলেহেঁতেন; কিন্তু প্ৰাণৰ স্পন্দন লুকাই থকা 'আৱাহন'ক তেওঁ বন্ধ কৰিব নোৱাৰিলে। যাৰ বাবে আৰ্থিকভাৱে বিধ্বস্ত হৈ, নানা ধৰণৰ বাধা-বিপত্তি অহা সত্ত্বেও নিজৰ সম্পূৰ্ণ প্ৰাণ আৰু তেজ ঢালি আৱাহানৰ শিখা নিষ্প্ৰভভাৱে হ'লেও জ্বলাই ৰাখিলে। তদুপৰি গোটেই জীৱন ধৰি সকলো ক্ষেত্ৰতে সহায় কৰা পত্নী ৰেণু দেৱীৰ ১৯৫১চনত গুৱাহাটীত মৃত্যু হোৱাৰ পাছত দীননাথ শৰ্মা সম্পূৰ্ণৰূপে ভাঙি পৰিছিল যদিও সি 'আৱাহন'ৰ ক্ষেত্ৰত সামান্য ধৰণৰ প্ৰতিবন্ধকতো সৃষ্টি হোৱা নাছিল। কিন্তু আৱাহনক যেন ধ্বংস কৰিলে তেতিয়াৰ স্বাধীন ভাৰতৰ কংগ্ৰেছী চৰকাৰখনে।

গোপীনাথ বৰদলৈৰ স'তে দীননাথ শৰ্মাৰ সহৃদয়তা আছিল। আবাহনৰ পাতত বৰদলৈৰ নীতি আৰু আদৰ্শ সম্পৰ্কত বহু কথাই প্ৰচাৰ হৈছিল। মুখ্যমন্ত্ৰী হোৱাৰ পাছত কলিকতা হৈ দিল্লীলৈ যাওঁতে বৰদলৈয়ে কলিকতাৰ এ. এছ. এল. ক্লাবত বহুবাৰ লগ পাইছিল ডাঃ দীননাথ শৰ্মাক। ১৯৪৮ চনত ডাঃ শৰ্মাই আবাহনৰ দুৰৱস্থাৰ বিষয়ে বৰদলৈক ভণ্ডি পাতি ক'লে। তেতিয়া গোপীনাথ বৰদলৈয়ে দীননাথ শৰ্মাক আশ্বাস দিলে যে, গুৱাহাটীলৈ প্ৰেছ উঠাই নিলে বিভিন্ন ধৰণেৰে সহায় কৰি 'আবাহন'ৰ দৰে জাতীয় সম্পদ এটাক পুনৰ শক্তিশালী কৰিবলৈ কংগ্ৰেছ চৰকাৰ বদ্ধপৰিকৰ। বৰদলৈৰ কথা মতে ডাঃ শৰ্মাই আবাহন প্ৰেছটো কলিকতাৰ পৰা অসমৰ সংস্কৃতি জগতৰে ৰাজধানী গুৱহাটীলৈ উঠাই অনাটোকে ঠিক কৰিলে আৰু এই সম্পৰ্কত চূড়ান্ত সিদ্ধান্ত ল'বলৈ নিজেই শ্বিলঙলৈ আহি মুখ্যমন্ত্ৰী বৰদলৈ সহিতে বহু কেইজন মন্ত্ৰীৰ স'তে আলোচনা কৰিলে। ঠিক হ'ল, ৫০ চনৰ মাজভাগত আবাহন প্ৰেছ গুৱাহাটীলৈ স্থায়ীভাৱে তুলি অনা হ'ব।

'৫০ চনৰ আগষ্ট মাহৰ চাৰি তাৰিখে কলিকতাৰ ষ্টীমাৰত গুৱাহাটীলৈ বুলি আবাহন প্ৰেছসহ সকলোবোৰ সা-সম্পত্তি বুক কৰিলে আৰু তাৰ পিছদিনাখন অসমৰ ৰাইজক শোকৰ সাগৰত পেলাই গোপীনাথ বৰদলৈয়ে চিৰবিদায় ল'লে। এই খবৰ শুনি দীননাথ শৰ্মা হতাশ হ'ল যদিও অন্য মন্ত্ৰী-বিধায়কৰ পৰা সহায় পোৱাৰ আশাত পৰিকল্পনা সলনি নকৰিলে। উজান বজাৰৰ ভাড়াঘৰত আবাহনৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবৰ বাবে চৰকাৰী কাম বিচাৰি শ্বিলঙলৈ অহা-যোৱা কৰিবলৈ ধৰিলে যদিও দীননাথ শৰ্মাক কোনো মন্ত্ৰী-বিধায়কেই চিনি নোপোৱা হ'ল। ১৯৫১ চনৰ লোকপিয়লৰ কামত গুৱাহাটীৰ প্ৰেছবোৰৰ মূৰ দাঙিব নোৱাৰা অৱস্থাতো যুগৰ সৃষ্টি কৰা আবাহনে অনেক কাকুতি-মিনতি কৰি পালে মাথো ১০ হেজাৰ টকাৰ কাম।

বিপন্ন-বিভ্ৰান্ত দীননাথ শৰ্মাৰ ঋণৰ বোজা বাঢ়ি গ'ল, মানসিকভাৱে বিষাদগ্ৰস্ত হৈ শৰীৰতো বিভিন্ন ধৰণৰ বেমাৰে ওক দিলে। তথাপিও ১৯৫৫ চনলৈ নিজৰ প্ৰেছৰ পৰাই অনিয়মীয়াভাৱে হ'লেও আবাহনৰ প্ৰকাশ কাৰ্য চলাই থাকিল। কিন্তু সকলো ধৰণে সৰ্বস্বান্ত হোৱা দীননাথ শৰ্মাই শেষত হাৰ মানিলে আৰু কলিকতাৰ পৰা দাঙি অনা মৰমৰ আবাহন প্ৰেছটো বিক্ৰী কৰিবলৈ বাধ্য হ'ল। এই সম্পৰ্কত ডাঃ দীননাথ শৰ্মাৰ বিষয়ে বিভিন্ন সময়ত বহু কেইটা নিবন্ধ বাতৰি কাকতত প্ৰকাশ কৰি যুগস্ৰষ্টা গৰাকীৰ জীৱন আৰু কৰ্মৰ বিষয়ে অসমীয়াৰ ৰাইজক অৱগত কৰোৱা ডাঃ শৰ্মাৰ এগৰাকী আত্মীয় অৰুণ কুমাৰ শৰ্মাই লিখিছে-'১৯৫৫ চন মানলৈ উজানবজাৰৰ পৰা 'আবাহন'ৰ কেইটামান সংখ্যা মৰো-জীওকৈ প্ৰকাশ কৰিলে যদিও সেইবোৰৰ মান আগৰে নিচিনা নহ'লগৈ। তদুপৰি কলিকতাৰ তুলনাত গুৱাহাটীৰ বজাৰত প্ৰেছৰ সামগ্ৰী চিয়াঁহী, টাইপ, কাগজ 'লেবাৰ' খৰচ, ঘৰ ভাড়া আদি বেছি পৰাত সেই আয়েৰে গোটেইখিনি খৰচ নোজোৰাগৈ হ'ল। আগৰে পৰা ৰক্তচাপত ভোগা ডাঃ শৰ্মাক ১৯৫৫ চন মানৰ পৰা মানসিক ক্লেশে বেছি অৱসাদগ্ৰস্ত কৰি পেলালে।... এইদৰে সৰ্বস্বান্ত হৈ ১৯৫৫ চনৰ পৰা ১৯৭৩ চন মানলৈ সম্পাদক শৰ্মাই আবাহনৰ অফিচটোকে বুকুত

বান্ধি গুৱাহাটীৰ চুকে-কোণে (যেনে-দিছপুৰ প'ষ্ট অফিচ, উলুবাৰী, ষ্টেডিয়াম, ভঙাগড় আদি) বাগৰি ফুৰিছিল। এই দুৰ্ৱা-পকাৰ মাজতো তেওঁ শিল্পী পুত্ৰ দিলীপ শৰ্মাৰ সহযোগত দুই-এখন 'আৱাহন' প্ৰকাশ কৰিবলৈ এৰা নাছিল। কলিকতালৈ গৈও তেওঁ 'আৱাহন' প্ৰকাশ কৰাৰ চেষ্টা কৰি দিছিল। যুগৰ পৰিবৰ্তন, আশা আৰু বিশ্বাস ভঙ্গৰ ক্ষোভ আৰু মনৰ পৰিবৰ্তনে তেওঁৰ ওপৰত এনেভাৱে প্ৰভাৱ পেলাইছিল যে তেওঁৰ আজন্ম পৰিধান খদ্দৰ সলাই সহজলভ্য পেন্ট-ছাৰ্ট পিন্ধিছিল আৰু বামপন্থী আদৰ্শৰ প্ৰতি মনোনিবেশ কৰিছিল। তাৰে ফল হিচাপে আমি তেওঁৰ শেষ বয়সৰ দুখন গ্ৰন্থ পাওঁ- 'ছোভিয়েট বিপ্লৱ আৰু অসমীয়া সাহিত্য', আৰু 'ভাৰত-ৰুছ কাহিনী'। এই দুখন গ্ৰন্থই তেওঁক 'ছোভিয়েট লেণ্ড নেহৰু বঁটা' প্ৰদান কৰি প্ৰথম স্বীকৃতি দিয়ালে বুলি ক'ব পাৰি।... জৰাগ্ৰস্ত অৱস্থাতে তেওঁ একাধিকবাৰ দুৰ্ঘটনাগ্ৰস্ত হৈ ডিঙি আৰু ৰাজহাড়ত আঘাত পায়ো আদৰ্শ বোৱাৰী সুদক্ষিণা শৰ্মাৰ পৰিচৰ্যাত বহুদিনলৈ বিছনাত পৰি থাকিও 'আৱাহন' আৰু সাহিত্য সেৱাৰ প্ৰতি ধাউতি এৰিব পৰা নাছিল।'

অসমীয়া সাহিত্যৰ যুগস্ৰষ্টা গৰাকীক অসম সাহিত্য সভাই বিশেষ সন্মান যাচিবলৈ আহৰি পাইছিল ১৯৭০ চনত আনফালে, পাঠশালা সাহিত্য সভাৰ বাৰম্বাৰ অনুৰোধত অসম চৰকাৰে শৰ্মাক সাহিত্যিক পেঞ্চন দিছিল '৭৫ চনৰ পৰাহে, যেতিয়া শৰ্মাৰ বয়স হৈছিল ৮১ বছৰ। আচলতে নিজৰ আদৰ্শত স্থিৰ, আপোচহীন বা আত্মপ্ৰচাৰ বিমুখ এইগৰাকী সাহিত্যিকক তাৰ পূৰ্বে সাহিত্য সভা আৰু চৰকাৰে চিনিয়েই নাপালে।

সাহিত্য চিন্তাৰ লগতে বিভিন্ন ধৰণে সামাজিক তথা ৰাজহুৱা জীৱনৰ প্ৰতি দায়বদ্ধতা অনুভৱ কৰা ড° দীননাথ শৰ্মাই বিভিন্ন মহামাৰীৰ সময়ত বজালী অঞ্চলৰ গাঁৱে-ভূঞে ঘূৰি ঔষধ আৰু বেজি দি ফুৰিছিল, তন্ত্ৰ-মন্ত্ৰৰে কৰা চিকিৎসা ব্যৱস্থাৰ বিৰুদ্ধে প্ৰৱল জনমত গঠন কৰিছিল। তদুপৰি নাট্য সংস্কৃতিৰ প্ৰতি দীননাথ শৰ্মাৰ আছিল বিশেষ দুৰ্বলতা। তেওঁক অসমৰ নিৰ্বাক নাট্য প্ৰণালীৰ স্ৰষ্টা বুলিও অভিহিত কৰিব পাৰি। এই অভিনয়ৰ মূল কথা আছিল বিভিন্ন ধৰণে অঙ্গ সঞ্চালন আৰু চকু-মুখৰ ভাব প্ৰদৰ্শনৰ যোগেদি বিভিন্ন কথা ৰাইজৰ সমুখত দাঙি ধৰা।

১৯২৩ চনত পাটাছাৰকুছিত পোনপ্ৰথমে আৰম্ভ কৰা দুৰ্গা পূজাৰ কমিটীত মনোমালিন্য হৈ বামুণকুছিৰ যুৱকসকলে বেলেগকৈ দুৰ্গাপূজা পাতিবলৈ সিদ্ধান্ত লয় আৰু তেতিয়াই কলেজৰ বন্ধত ঘৰলৈ অহা দীননাথে নিৰ্বাক থিয়েটাৰ নামেৰে এক অভিনৱ নাট্য প্ৰাণালীৰ উদ্ভাৱন কৰিলে। এই নাটকবোৰক তিনি বা চাৰিটা অংকত আৰু বহুকেইটা দৃশ্যত ভাগ কৰা হৈছিল। প্ৰতিটো দৃশ্যৰ আৰম্ভণিতে উক্ত দৃশ্যটোৰ মূল বক্তব্যখিনি নেপথ্যৰ পৰা সূত্ৰধাৰে ব্যক্ত কৰিছিল, সূত্ৰধাৰৰ দায়িত্ব লৈছিল শৰ্মাই নিজেই। পাছত অৱশ্যে শৰ্মাৰ অবিহনে উদ্যোগৰ অভাৱত এই নিৰ্বাক থিয়েটাৰৰ পৰম্পৰাৰ অন্ত হয়।

বিলাসী জীৱনৰ পৰা সম্পূৰ্ণ মুক্ত ডাক্তৰ দীননাথ শৰ্মাই অতি শৃংখলাবদ্ধ জীৱন-যাপন কৰিছিল। চাৰিত্ৰিক দিশত সংযমী এইজনা পুৰুষ অতি নীতিনিষ্ঠ আছিল, অল্প ভোজন কৰিছিল কিন্তু ভাল আহাৰ সু-শৃংখলাবদ্ধভাৱে খাইছিল। কলিকতাৰ ভবানীপুৰৰ

তিনি নম্বৰ গোবিন্দ বসু লেনৰ এটা দুমহলীয়া ঘৰত শৰ্মাই '৫০ চনলৈ বাস কৰিছিল। ওপৰ মহলাত শৰ্মাই পৰিয়ালৰে স'তে বাস কৰিছিল আৰু তলৰ মহলাত ছপাশাল আছিল। আৱাহনলৈ যোৱা কোনো লোকেই চাহ-জলপান নকৰাকৈ উভতি আহিব নোৱাৰিছিল। ব্যক্তিগত জীৱন-যাপনত অতি নম্র আৰু অমায়িক এইগৰাকী ব্যক্তি 'আৱাহন'ৰ ক্ষেত্রত আছিল আপোচহীন আৰু অত্যন্ত কঠোৰ।

মনৰ ধনী ড° দীননাথ শৰ্মাই দুজন পুত্র আৰু তিনিগৰাকী কন্যাক বিভিন্ন ক্ষেত্রত প্রতিষ্ঠা কৰি গৈছে। দুই পুত্রৰ প্রথমজন অসমৰ স্বনামধন্য সঙ্গীতজ্ঞ দিলীপ শৰ্মা (এওঁৰ পত্নী গায়িকা সুদক্ষিণা শৰ্মা, ড° ভূপেন হাজৰিকাৰ ভগ্নী) আৰু দ্বিতীয় পুত্র দীপক শৰ্মা নৰৱেৰ অচলোত থাকে আৰু 'Ragtime' নামৰ এখন ইংৰাজী আলোচনী চলায়। প্রথমগৰাকী কন্যা সু-গায়িকা আৰু সুলেখিকা আৰতি কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ বোৱাৰী। বাকী দুগৰাকী কন্যা মিনতি আৰু অৱন্তীও নিজা ক্ষেত্রত প্রতিষ্ঠিত হৈ বৰ্তমান নৰৱেত বাস কৰে।...

মাথো আৱাহনেই নহয়, চাৰি বছৰ ধৰি শিশু আলোচনী 'পাৰিজাত'ৰ প্রকাশ আৰু সম্পাদনা কৰি সমগ্র জীৱন ভাষা-সাহিত্যৰ চৰ্চাৰে অসমীয়া জাতিটোক বিশ্ব দৰবাৰত প্রতিষ্ঠা কৰিবলৈ আপ্রাণ চেষ্টা চলোৱা ডাঃ দীননাথ শৰ্মাই ১৯৭৮ চনৰ চাৰি জুনত, ৮৪ বছৰ বয়সত শেষ নিশ্বাস ত্যাগ কৰে।



(১৬)

# ব্ৰজনাথ শৰ্মা

গঙ্গাধৰ শৰ্মা নামৰ বৰপেটাৰ বহৰিৰ ওচৰৰ শিলা গাঁৱৰ ব্ৰাহ্মণ এজনে এটা পঠা ছাগলীৰ মাংস হেনো অকলে খাইছিল। খাই উঠাৰ পাছত তেওঁ দৌৰি অতিক্ৰম কৰিছিল ৪২ বিঘা মাটিৰ চাৰিসীমা। এই কথাত অতি সন্তুষ্ট হোৱা আহোম ৰজা গঙ্গাধৰক দান কৰিছিল সেই ৪২ বিঘা মাটি। এই গঙ্গাধৰৰে নাতি ব্ৰজনাথ শৰ্মা। শিলা এখন প্ৰাচীন ঐতিহ্যমণ্ডিত গাওঁ। সংস্কৃত পণ্ডিত পুৰুষোত্তম বিদ্যাবাগীশ, কবিৰত্ন সৰস্বতী আদিৰ জন্ম আৰু কৰ্মভূমি আছিল এই শিলা গাওঁ। ইয়াৰ ওচৰৰ বহৰিত মহাপুৰুষ শ্ৰীহৰিদেৱে বিশাল ধৰ্মকেন্দ্ৰ গঢ়ি তুলিছিল। শিলা গাঁৱতে ১৮৯৪ চনৰ ১৫ ছেপ্টেম্বৰত জন্মগ্ৰহণ কৰা ব্ৰজনাথ শৰ্মাৰ পিতা পদ্মনাথ শৰ্মা আৰু মাতা নৰেশ্বৰী দেৱী। ব্ৰজনাথৰ জন্মৰ ডেৰ বছৰ মানৰ পাছতেই পিতৃ পদ্মনাথৰ মৃত্যু হয়। অৱশ্যে বিশেষ অভাৱ-অনাটন নথকা মধ্যবিত্ত পৰিয়ালত জন্ম লোৱা ব্ৰজনাথে পিতৃক হেৰুওৱাৰ পাছত অভিভাৱক হিচাপে পাইছিল ডাঙৰ ককায়েক মহেশ্বৰ শৰ্মাক।

সৰুৰে পৰা অতি উৎপতীয়া ল'ৰা ব্ৰজনাথ। এবাৰ জুই পুৱাই থাকোতে হোকা চাফা কৰা লোহাৰ মাৰি এডাল জুইত পুৰি ৰঙা কৰি লগৰীয়া ল'ৰা এটাৰ উৰুত আঘাত হানিছিল। প্ৰথমে গাঁৱৰ ওচৰৰে ভেল্লাৰ স্কুলত নাম লিখোৱা, পঢ়া- শুনাৰ প্ৰতি ব্ৰজনাথৰ বিশেষ মতি নাছিল। ককায়েক মহেশ্বৰে গৌৰীপুৰৰ দেৱালয়ত সেৱা আগবঢ়াইছিল, সেইবাবে উৎপতীয়া ব্ৰজনাথক কঠোৰ শাসনৰ মাজত ৰাখিবলৈ গৌৰীপুৰলৈ নিছিল আৰু তাতে 'তাৰিণীপ্ৰিয়া চতুস্পঠী' নামৰ সংস্কৃত শিক্ষা কেন্দ্ৰত নাম লিখাই দিছিল। কিন্তু ইংৰাজী শিক্ষক প্ৰতি ধাউতি থকা ব্ৰজনাথে দুজন লোকৰ ওচৰত ইংৰাজীৰ শিক্ষাহে লৈছিল। পঢ়া-শুনাৰ প্ৰতি বিশেষ আগ্ৰহ অনুভৱ নকৰা ব্ৰজনাথে খেল-ধেমালি আৰু বিভিন্ন ধৰণৰ ভাও দিহে আনন্দ লভিছিল। ১৪ বছৰ বয়সত ৰজা হৰিশ্চন্দ্ৰ নাটকত 'ৰোহিতাশ্ব'ৰ চৰিত্ৰত ভাও দিছিল। বোধহয় ব্ৰজনাথ শৰ্মাই মঞ্চত প্ৰথম অভিনয় কৰা নাটক সেইখনেই। সেই সময়ত বঙ্গদেশৰ বঙালী যাত্ৰা পাৰ্টিবোৰে অসমত, বিশেষকৈ নামনিত যথেষ্ট পৰিমাণে নাট প্ৰদৰ্শন কৰিছিল। সেই বাবেই নাটকত অভিনয় কৰাৰ বাবে ব্ৰজনাথ শৰ্মা আগ্ৰহী হৈ পৰিছিল বুলি অনুমান কৰাৰ থলো আছে। তদুপৰি ডাঙৰ ককায়েক মহেশ্বৰ শৰ্মা আৰু মাজু ককায়েক কৃষ্ণকান্ত শৰ্মাৰো গান-বাজনা আৰু অভিনয়ৰ প্ৰতি আগ্ৰহ আছিল। যিয়েই নহওক স্কুলীয়া পঢ়া-শুনাৰ বাদে অভিনয়, খেল-ধেমালিৰ পৰা আৰম্ভ কৰি ঘৰুৱা সকলো কামেই ব্ৰজনাথে কৰিছিল। আছিল কৈশোৰ-যৌৱনৰ দুষ্টালিখিনিও। ১৯১৪ চনত এবাৰ গৌৰীপুৰৰ বজাৰ বাৰীত আম চুৰ কৰি খোৱা বাবে

ককায়েকে বৰকৈ শাস্তি দিয়াৰ পাছত লাজ পাই ব্ৰজনাথ কলিকতালৈ গুচি গ'ল। তেওঁ তাত বিচাৰি উলিয়ালে গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱাক। নিজৰ কলিকতাৰ চাৰ্কুলাৰ পথত থকা ঘৰতে ৰাখি প্ৰভাত চন্দ্ৰই ব্ৰজনাথক বিভিন্ন ধৰণে সহায় কৰিলে। ব্ৰজনাথ কে'বামাহ ধৰি চাকৰিৰ সন্ধানত নামিল। এদিন চাকৰি মিলিল, ২২ বছৰীয়া যুৱক ব্ৰজনাথে কলিকতাত থকা সৈন্যবাহিনীৰ ১৪৯ গোটত কেৰাণীৰ চাকৰি এটা পালে। এবছৰৰ ভিতৰতে ব্ৰজনাথক কলিকতাৰ পৰা ইৰাকৰ ৰাজধানী বাগদাদলৈ বদলি কৰা হ'ল। বাগদাদত এবছৰমান হে চাকৰি কৰিলেও যথেষ্ট লাভ হ'ল ব্ৰজনাথৰ। তেওঁ তাত লগ পালে মিষ্টাৰ জৰ্জ নামৰ এজন ভাৰতীয় সঙ্গীতজ্ঞক। ব্ৰজনাথে তেওঁৰ ওচৰত সঙ্গীতৰ শিক্ষা লয়। বাগদাদৰ পৰা ব্ৰজনাথ এইবাৰ গোলাপৰ চহৰ বাছোৰালৈ বদলি হয়। তাৰ পাছত ক্ৰমে বাকুৱা, কেপুৱা, কম, আমৰা আদি ঠাইলৈ বদলি হয়। বাগদাদৰ পৰা বাছোৰালৈ গৈ ব্ৰজনাথে পালে বহু বঙালী লোকক। তাত সেই লোকসকলে গঢ়ি তুলিছিল 'বেষ্ট বেঙ্গল ড্ৰামাটিক ক্লাব'। প্ৰায় নিয়মীয়াকৈ নাটক পৰিবেশন কৰা এই দলটোৱে নাটকৰ বিভিন্ন কামত সহায় কৰিবলৈ আনকি কলিকতাৰ পৰাও ভাল ভাল শিল্পীক মাজে-সময়ে বাছোৰালৈ নিছিল। এই ড্ৰামাটিক ক্লাবৰ সভ্য হ'ল ব্ৰজনাথ। শিকি ল'লে সংগীত আৰু অভিনয়ৰ বিভিন্ন কলা-কৌশল। ড্ৰামাটিক ক্লাবৰ এজন শিল্পী হিচাপে তাত বহুকেইখন নাটকত অভিনয় কৰাৰ সুযোগ তেওঁ পালে। আনকি বাছোৰা এৰি বিভিন্ন ঠাইলৈ চাকৰি সূত্ৰে বদলি হোৱাৰ পাছতো প্ৰায়েই বাছোৰালৈ আহি ড্ৰামাটিক ক্লাবে প্ৰদৰ্শনৰ বাবে আয়োজন কৰা বিভিন্ন নাটকত অভিনয় কৰিছিল শিল্পী ব্ৰজ শৰ্মাই। লাহে লাহে মিলিটেৰীৰ চাকৰিৰ প্ৰতি ব্ৰজনাথৰ আগ্ৰহ হেৰাই গ'ল। নাটক আৰু সঙ্গীতৰ প্ৰেমিক এইজনা লোকে কেনেকৈ বন্দুকৰ স'তে, কঠোৰ অনুশাসনৰ মাজত জীৱনপাত কৰে? সেইবাবে তেওঁ মিলিটেৰীৰ চাকৰি এৰি গোটেই জীৱন শিল্প-সাধনাৰ মাজতেই পাৰ কৰিবৰ মানসেৰে ১৯২১ চনৰ এপ্ৰিল মাহত ভাৰতলৈ উভতি আহিল। তাৰ পাছত কিছুদিন কলিকতাত নাটকৰ পৰিবেশৰ মাজত সোমাই থাকি অসমলৈ, নিজৰ গাঁৱলৈ উভতি আহিল।

সেই সময়ত আইন অমান্য আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিছিল। এই আন্দোলনত সম্পূৰ্ণ একাত্মভাৱে যোগ দিয়াৰ ইচ্ছা ব্ৰজনাথৰ থাকিলেও, অভিনয় স্পৃহা যাৰ তেজৰ সিৰাই সিৰাই বৈ আছে, তেওঁ নাটক এৰি থাকে কেনেকৈ? সেই বাবেই অসমত নাট্য চৰ্চাৰ পৰিবেশ গঢ়ি তোলাৰ মানসেৰে নিজ গাঁৱত ১৯২১ চনৰ ছেপ্টেম্বৰত 'শিলা কালিকা অপেৰা পাৰ্টি' নামৰ নাট্যদল গঠন কৰিলে। অসমীয়া নাটকৰ অভাৱৰ বাবেই ব্ৰজনাথৰ অপেৰা পাৰ্টিয়ে প্ৰথমতে বঙালী নাটকেৰেই অভিনয় চলাই গ'ল যদিও পাছত মূল বঙালী নাটক অসমীয়ালৈ অনুবাদ কৰি মঞ্চাভিনয় কৰিলে। ফলত সেই সময়ত বঙালী ভাষাতহে নাটক কৰাৰ পৰম্পৰা ভঙ্গ কৰি অসমীয়া নাটক মঞ্চস্থ কৰি ব্ৰজনাথে এক নতুন দিগন্তৰ সূচনা কৰিলে। নিজা ভাষাতে নাটক চোৱাৰ সুযোগ পোৱাত নাটকৰ হেজাৰ হেজাৰ অনুৰাগী বাঢ়িল। ১৯২৩ চনত গুৱাহাটীৰ উজান বজাৰৰ দুৰ্গাপূজাৰ মঞ্চত আৰু নলবাৰীত লক্ষ্মীপূজাৰ মঞ্চত ব্ৰজ শৰ্মাৰ অপেৰা পাৰ্টিয়ে বাজীৰাও আৰু

ৰাণা প্ৰতাপ নামৰ দুখন নাটকত যি দুৰ্দান্ত অভিনয় কৰিলে, সেয়া চাবলৈ শ শ লোক সমবেত হ'ল। ব্ৰজ শৰ্মাৰ নাম কামৰূপৰ ৰাইজৰ মুখে মুখে প্ৰচাৰিত হ'ল। এইদৰেই ব্ৰজ শৰ্মাৰ 'শিলা কালিকা অপেৰা পাৰ্টি'য়ে বিভিন্ন ঠাইত অভিনয় কৰি প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিলে। অৱশ্যে সেই সময়ত অভিনয় কৰিয়েই দুসাঁজ ভাত খাই থাকিব পৰাৰ পৰিবেশ নাছিল। নাটকৰ বাহিৰেও জীৱন-নিৰ্বাহৰ বাবে অভিনেতাসকলে অন্যান্য কাম কৰিবলৈ বাধ্য হৈছিল। সেইবাবেই অভিনেতাসকল খেতি-বাতিকে আদি কৰি অন্যান্য বিভিন্ন জীৱিকাত ব্যস্ত থাকিব লগা হেতু ব্ৰজনাথ শৰ্মাৰ এই যাত্ৰাদল ভাঙি গ'ল ১৯২৪ চনৰ মে' মাহত। তদুপৰি ব্ৰজনাথ শৰ্মায়ো গুণৱতী নামেৰে এগৰাকী গাভৰুক বিয়া কৰাই (১৯২২ চন) সংসাৰী হৈছিল। বিভিন্ন দায়-দায়িত্ব আহি পৰিছিল ব্ৰজনাথৰ ওপৰত । অৱশ্যে ব্ৰজনাথে ঘৰুৱা দায়-দায়িত্ব এৰাই চলিব পাৰিছিল। নাট্য দল ভাঙি যোৱাৰ পাছত ব্ৰজনাথ শৰ্মাৰ পৰিয়াল সৰভোগৰ ওচৰৰ দক্ষিণ গণকগাড়ী গাঁৱলৈ উঠি আহে। তাতেই '২৪ চনৰ নৱেম্বৰ মাহত অন্যান্য কিছু অভিনেতাক লৈ তেওঁ পুনৰ গঠন কৰিলে 'দক্ষিণ গণকগাড়ী অপেৰা পাৰ্টি'। অনাৰাম মহাজন আৰু আনন্দিৰাম দাস নামৰ দুজন আঢ্যৱন্ত লোকে এই অপেৰা পাৰ্টি চলাই নিয়াৰ বিত্তীয় দায়িত্ব ল'লে। ফলত ব্ৰজনাথৰ বহু কষ্ট লাঘব হ'ল, তেওঁ মন-প্ৰাণ দি লাগিল দলৰ অভিনেতাসকলৰ অভিনয়ৰ উৎকৰ্ষ সাধিবলৈ। ওস্তাদ (নাট পৰিচালক) আৰু অভিনেতা হিচাপে ব্ৰজ শৰ্মাই এই অপেৰা পাৰ্টিলৈ ইমান জনপ্ৰিয়তা আনিলে যে অসমৰ প্ৰতি ঠাইৰে নাট্যামোদি ৰাইজৰ মাজত তেওঁৰ নামটো জনাজাত হ'ল।ব্ৰজ ওস্তাদ হিচাপে তেওঁ খ্যাতি লভিলে। পাঁচ বছৰ ধৰি অসমৰ নাট্য জগতত আলোড়নৰ সৃষ্টি কৰি ১৯২৯ চনত ব্ৰজ শৰ্মাৰ এই অপেৰা পাৰ্টিও ভাঙি গ'ল। ব্ৰজনাথ শৰ্মাৰ দলৰ বাহিৰেও তেতিয়া বিশেষকৈ নামনি অসমত ভালেকেইখন যাত্ৰা পাৰ্টি আছিল যদিও তেওঁলোকৰ যথেষ্ট সীমাবদ্ধতাৰ হেতুকেই প্ৰচাৰ আৰু জনপ্ৰিয়তা কম আছিল।

দক্ষিণ গণকগাড়ী অপেৰা পাৰ্টি ভাঙি গ'ল কিন্তু ব্ৰজনাথে উৎসাহ দেখুৱালে। তেওঁ এইবাৰ কাষ চাপিল কচুবিল চাহ বাগিচাৰ বৰবাবু বিপিন বৰুৱাৰ। বিপিন বৰুৱাৰ অভিনয়ৰ প্ৰতি থকা দুৰ্বলতাৰ বিষয়ে ব্ৰজনাথ শৰ্মাই জানিছিল। সম্পূৰ্ণ ব্যৱসায়িক ৰূপত নতুন যাত্ৰা পাৰ্টি এটা গঠনৰ বাবে বৰুৱাক অনুৰোধ কৰিলে ব্ৰজ শৰ্মাই। শেষত বৰুৱা মান্তি হ'ল। ১৯৩০ চনত গঠিত হ'ল অসমৰ নাট্য জগতৰ অন্যতম শ্ৰেষ্ঠ যাত্ৰা পাৰ্টি 'আসাম কহিনুৰ অপেৰা পাৰ্টি'ৰ। এই নাট্য দলতেই প্ৰথমবাৰৰ বাবে অভিনেতাসকলক মাহিলি বেতন দিয়াৰ প্ৰথা আৰম্ভ হ'ল। অভিনেতা হিচাপে এই কহিনুৰ অপেৰা পাৰ্টিত যোগ দিলে নটসূৰ্য ফণী শৰ্মা, নাট্যসম্ৰাট চন্দ্ৰ চৌধুৰীকে ধৰি বহু শিল্পী কলা-কুশলীয়ে। '৩০ চনৰ দুৰ্গা পূজাৰ সময়ত গোৱালপাৰাত প্ৰথমবাৰৰ বাবে নাটক মঞ্চস্থ কৰি ৰাতিটোৰ ভিতৰতে যেন এই অপেৰা পাৰ্টিয়ে অসমীয়া ৰাইজৰ অন্তৰ জিনিলে। অসমৰ সাংস্কৃতিক বিপ্লৱত অন্যতম অৰিহণা যোগোৱা এই অপেৰা পাৰ্টিৰ নাম অসমৰ চৌদিশে ফাটি-ফুটি যাবলৈ বেছিদিন নালাগিল। মাথো নাট্যামোদীৰ

মাজতেই নহয়, এই কহিনুৰ অপেৰাৰ নাম অসমৰ চুকে-কোণে সকলোতে বিয়পি পৰিল।

ফুটবল খেল এখন খেলি থাকোতে ব্ৰজ শৰ্মাৰ স'তে চিনাকি হৈছিল ফণী শৰ্মাৰ। সৰভোগৰ বৰনগৰত তেতিয়া চলি থকা এক প্ৰতিযোগিতাৰ এখন খেলত চেণ্টাৰ ফৰ'ৱাৰ্ড আছিল বিষ্ণু ৰাভা, ফণী শৰ্মা আছিল গলকিপাৰ আৰু ব্ৰজ শৰ্মা আছিল ৰেফাৰী। তেতিয়া কহিনুৰ অপেৰা পাৰ্টিৰ আখৰা আৰম্ভ হৈছিল। দিনত খেল পৰিচালনা কৰি ৰাতি নাট পৰিচালনা কৰিছিল ব্ৰজনাথ শৰ্মাই। নাটৰ আখৰা দেখি, কনচাৰ্টৰ শব্দ শুনি ফণী শৰ্মাও ব্ৰজনাথৰ স'তে অভিনয় কৰিবলৈ আগ্ৰহী হ'ল। ব্ৰজ শৰ্মাই ফণীৰ অভিনয় দক্ষতা আৰু কণ্ঠস্বৰৰ পৰীক্ষা ল'লে। পৰীক্ষাত উত্তীৰ্ণ হোৱাত মাহিলি ২০ টকাৰ দৰমহাত কহিনুৰ অপেৰাত অন্তৰ্ভুক্ত হ'ল ফণী শৰ্মা। ব্ৰজ আৰু ফণীৰ সম্পৰ্ক হ'ল গুৰু-শিষ্যৰ।

ব্ৰজ ওস্তাদৰ নাট্য দলে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ নাট প্ৰদৰ্শন চলাই গ'ল। সেই পৰ্যন্ত নাটকত মাথো পুৰুষসকলেহে অভিনয় কৰিছিল, কোনোবা নাৰীয়ে সমাজৰ ৰক্ষণশীলতাৰ জৰী ছিঙি আহি অভিনয় কৰিব, সেয়া নোহোৱা-নোপোজা কথা! ৰক্ষণশীলতাৰ গণ্ডী অতিক্ৰম কৰাৰ সাহস কাৰো নাই। কিন্তু ১৯৩৩ চনত ডুমডুমাত কহিনুৰৰ মঞ্চত প্ৰথমবাৰৰ বাবে নাৰীক অভিনয় কৰিবলৈ সাহস যোগোলে ব্ৰজ শৰ্মাই। সেই বছৰৰ নৱেম্বৰ মাহত বিনোদা, গোলাপী, ফুলেশ্বৰী, লাবণ্য, শৈলবালা আৰু সৰ্বেশ্বৰী নামৰ ছগৰাকী অভিনেত্ৰীয়ে সমাজৰ সমস্ত ৰক্ষণশীলতা ওফৰাই আহি ব্ৰজ ওস্তাদৰ দলত যোগ দিলে। ফলত অসমীয়া সমাজৰ সকলো স্তৰৰ মানুহেই ব্ৰজ ওস্তাদক ধিক্কাৰ দিব ল'লে। তেওঁৰ নাট্য দলত অভিনয় কৰা ককায়েক কৃষ্ণকান্তসহ দুই চাৰিজন অভিনেতায়ো নাৰীৰ সহ অভিনয়ৰ বিৰুদ্ধাচৰণ কৰি নাট্যদল এৰি গুচি গ'ল। আনকি বাতৰি কাকততো ব্ৰজনাথ শৰ্মাৰ কাৰ্যৰ প্ৰতিবাদ কৰি লিখা-মেলা চলিল। কিন্তু নিজৰ মতত অচল-অটল থাকিল ব্ৰজনাথ। তেওঁ সকলোকে বুজোৱাত লাগিল- 'পুৰুষৰ দৰেই নাৰীৰো পঢ়া-শুনা, শিল্প চৰ্চা আদি কৰাৰ অধিকাৰ আছে। সহ অভিনয়ৰ যোগেদি সমাজক ৰসাতলে নিয়া, ব্যভিচাৰৰ প্ৰচলন কৰা আদি যিবোৰ সমালোচনা মোৰ বিৰুদ্ধে বৰ্ষিত হৈছে, সেই সমালোচকসকলে প্ৰকৃত কথা বুজি পোৱাই নাই। মই সমাজক ধ্বংস কৰা নাই বৰং অসমীয়া সংস্কৃতি আৰু নাট্য আন্দোলনক মই ৫০ বছৰ আগুৱাই নিছো।' হয়, ঠিকেই ব্ৰজনাথৰ এই কথা অজি আমি অসমীয়াই অন্তঃকৰণে অনুভৱ কৰিছো। অৱশ্যে সেই সময়ৰ প্ৰখ্যাত বুদ্ধিজীৱী হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰধৰ বৰুৱা আদিয়ে ব্ৰজনাথৰ এই কাৰ্যক আদৰণি জনাইছিল আৰু ৰঙ্গমঞ্চত অভিনয়ৰ জৰিয়তে সমাজত প্ৰচলিত কু-সংস্কাৰৰ বেয়া পৰিণামৰ বিষয়ে ৰাইজক বুজাবলৈ ব্ৰজনাথক অনুৰোধ জনাইছিল। ব্ৰজনাথে এই কাম কৰিছিল আৰু মাথো সহ অভিনয়েই নহয়, অন্যান্য বহু ৰক্ষণশীলতাকো তেওঁ নাটকৰ জৰিয়তে গৰিহণা দিছিল আৰু সেইবোৰৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিবলৈ ৰাইজক প্ৰেৰণা যোগাইছিল। সেই বাবেই সমাজ সংস্কাৰৰ ক্ষেত্ৰত ব্ৰজ শৰ্মাই যিখিনি কাম কৰিছিল, সেয়া উচ্চ স্তৰৰ সংস্কাৰক এগৰাকীৰ স'তেহে তুলনীয়।

শেষত টকা-পইচাৰ অভাৱ আৰু সহ অভিনয়ৰ পোষকতাই কাল হ'ল কহিনুৰ অপেৰাৰ। এই দুয়োটা কাৰণৰ বাবেই বিভিন্ন ধৰণে বাধাপ্ৰাপ্ত হৈ ছহেজাৰ টকা লোকচান ভৰি ব্ৰজনাথৰ 'অসম কহিনুৰ অপেৰা পাৰ্টি' ১৯৩৬ চনত ভাঙি গ'ল। উল্লেখযোগ্য যে, তাৰ প্ৰায় ২৫ বছৰৰ পাছতহে ভ্ৰাম্যমান নাট্য মঞ্চত পুনৰ সহ অভিনয় আৰম্ভ হৈছিল।

মাথো ভ্ৰাম্যমান ৰঙ্গমঞ্চইনে? ব্ৰজনাথ শৰ্মাই তেতিয়াৰ আধুনিক প্ৰযুক্তিবিদ্যাৰ সুফল লাভ কৰি ১৯৩৫ চনত কলিকতাৰ মেগাফোন কোম্পানীৰ অনুৰোধত সীতা, পতিতা আৰু মনোমতী নামৰ তিনিখন নাটক লিখি ৰেকৰ্ডিং কৰে নিজৰ নাট্য দলৰে শিল্পীৰ হতুৱাই। ব্ৰজ শৰ্মাই লিখা অন্য চাৰিখন নাটক আছিল উৰ্বশী, বৰুণা, মনোমতী আৰু বৰ্জিতা। এই সাতখন নাটকেই আছিল নাৰীৰ নামেৰে নামাংকিত আৰু স্ত্ৰী-চৰিত্ৰ প্ৰধান। গতিকে সেই সময়ৰ চূড়ান্ত পুৰুষ শাসিত ৰক্ষণশীল সমাজ ব্যৱস্থাত নাৰীৰ স্থানৰ উত্তৰণ ঘটোৱাৰ এক প্ৰয়াসৰে অঙ্গ আছিল ব্ৰজ শৰ্মাৰ এই নাটকসমূহ।

ভ্ৰাম্যমান থিয়েটাৰত ঘূৰি ফুৰা জীৱন যেন শেষ হ'ল ব্ৰজনাথৰ। মাথো নিজৰ নিচাই নহয়, সমাজৰ স্বাৰ্থত কাম কৰাৰ ইচ্ছাৰে নিজৰ শিল্পী জীৱন পৰিচালনা কৰা ব্ৰজ ওস্তাদ এইবাৰ-ৰাজনীতিত সোমাল। ১৯৩৬ চনত তেওঁ বৰনগৰ কংগ্ৰেছ পাৰ্টিৰ কাৰ্যনিৰ্বাহক সদস্য হিচাপে নিৰ্বাচিত হ'ল, তাৰ পাছত উপ-সভাপতিও হ'ল। তাৰ পাছৰে পৰা কংগ্ৰেছৰ বিভিন্ন কামত তেওঁ অংশগ্ৰহণ কৰিব ধৰিলে। পাছত '৪২ৰ ভাৰত ত্যাগ আন্দোলনত তেওঁ জঁপিয়াই পৰিল। এইবাৰ ব্ৰজনাথ লাহে লাহে অহিংস নহয়, সহিংস হৈ পৰিল (তাৰ আগতেই তেওঁ শ্বিলঙত সুভাষ বসুক সাক্ষাৎ কৰিছিল) আৰু বিধ্বংসী কাৰ্যকলাপ আৰম্ভ কৰিলে ব্ৰজ শৰ্মাই। তেওঁৰে দুৰ্দমনীয় সাহসী নেতৃত্বত '৪২ৰ ২৭ আগষ্টৰ নিশা বৰনগৰত ব্ৰিটিছ চৰকাৰে নিৰ্মাণ কৰা বিমান ঘাটি আৰু সৰভোগ থানা জ্বলাই দিয়া হ'ল। ব্ৰিটিছে জানিব পাৰিলে এই সহিংস আন্দোলনৰ প্ৰকৃত নেতা কোন? ফলত ব্ৰজ শৰ্মাই আত্মগোপন কৰিবলৈ বাধ্য হ'ল। আৰম্ভ হল তেওঁৰ পলাতক জীৱন। নামনি অসমৰ বিভিন্ন ঠাইত পলাই ফুৰাৰ পাছত তেওঁ আনকি কলিকতা, কোচবিহাৰ, নবদ্বীপ আদি ঠাইতো আত্মগোপন কৰি আছিল। অৱশ্যে তেওঁ বগুাইগাঁৱৰ ওচৰৰ বচন গাঁৱৰ দ্বীপনাৰায়ণ চক্ৰবৰ্তী নামৰ মানুহ এজনৰ ঘৰত '৪৩ চনৰ এপ্ৰিল মাহত পুলিচৰ হাতত ধৰা পৰিল। গুৱাহাটী জেলৰ বিশেষ চেলত ৰখা হ'ল ব্ৰজ শৰ্মাক। তাৰ পাছত দুৰ্গাপূজাৰ সময়ত জেলত আবদ্ধ মুক্তিযোদ্ধাসকলক লৈ কনচাৰ্ট বজাই ব্ৰজ শৰ্মাই কে'বাদিনো নাটকো কৰিলে। গুৱাহাটীৰ জেলত এবছৰমান ৰখাৰ পাছত ব্ৰজনাথক চিলেট জেললৈ পঠিওৱা হ'ল। চিলেটত কেইমাহমান ৰাখি '৪৫ চনত ব্ৰজ শৰ্মাক তেজপুৰ জেললৈ স্থানান্তৰ কৰা হ'ল। ইয়াতেই তেওঁ বিষ্ণুৰাম মেধি, ফখৰুদ্দিন আলি আহমেদ, মতিৰাম বৰা আদিক লগ পালে। অৱশ্যে কেইদিনমানৰ পাছতেই এইসকল নেতাই মুক্তি পালে কিন্তু সেই জেলতেই আৰু প্ৰায় এবছৰমান থাকি ব্ৰজ শৰ্মাই '৪৬ চনত মুক্তি পালে। তিনি বছৰৰ পাছত ঘৰলৈ উভতি আহি ব্ৰজ শৰ্মাই

দেখিলে তেওঁৰ ঘৰৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰি ঘৰ-দুৱাৰ ধ্বংস কৰা হৈছে। তেওঁ চিন্তিত হৈ পৰিল। কিন্তু এই চিন্তা ক্ষন্তেকীয়াহে। তেনেতে বিষ্ণু ৰাভাক তেওঁ লগ পালে আৰু তেতিয়া সংঘটিত নৌ-বিদ্ৰোহৰ বিষয়ে আলোচনা চলিল। শ্বেতাংগ আৰু ভাৰতীয় সৈন্যসকলৰ মাজত ইংৰাজ চৰকাৰে কৰা বৈষম্যমূলক আচৰণ কৰাৰ বাবে মুম্বাইত নৌ-বিদ্ৰোহৰ সূচনা হৈছিল। এইবাৰ নৌ বিদ্ৰোহৰ সবিশেষ অধ্যয়নৰ বাবে শৰ্মা আৰু ৰাভা বিন্দা সিং নামৰ এজন লোকৰ সৈতে মুম্বাইলৈ গ'ল।

ভাৰতবৰ্ষ স্বাধীন হ'ল। কিন্তু ব্ৰজ শৰ্মাৰ অৱস্থা দিনে দিনে বেয়া হৈ আহিল। কৰিবলৈ কাম নাই, হাতত পুঁজি নাই! তেওঁ ওচৰ চাপিল শ্বিলঙত থকা তেতিয়াৰ কংগ্ৰেছী মন্ত্ৰী-বিধায়কৰ, কিন্তু কামত নিদিয়াত তেওঁ বিহাৰলৈ গৈ লালীৰ ব্যৱসায়ত লাগিল। কিন্তু এই ব্যৱসায়ত বিশেষ লাভ নোহোৱাত তেওঁ অসমলৈ উভতি আহি পলাশবাৰী অঞ্চলত কাঠৰ ব্যৱসায় আৰম্ভ কৰে। মহাত্মা গান্ধীৰ মৃত্যুৰ পাছত তেওঁ কংগ্ৰেছৰ ঘোৰ বিৰোধিতা কৰিবলৈ ধৰিলে আৰু কংগ্ৰেছৰ পৰা ওলাই আহি হেম বৰুৱা, হৰেশ্বৰ গোস্বামী আদিৰ স'তে লগ লাগে অৰ্থাৎ সমাজবাদী পাৰ্টিত যোগ দিয়ে। '৫২ চনত সৰভোগ সমষ্টিত সমাজবাদী পাৰ্টিৰ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দিতা কৰি ব্ৰজ শৰ্মাই পৰাজয় বৰণ কৰে।

ৰাজনীতিত যোগ দিয়াৰ পাছতে ব্ৰজ শৰ্মাৰ নাট্য চৰ্চাৰ গতি কিছু স্থবিৰ হ'লেও স্তব্ধ হোৱা নাছিল। '৪২ চনৰ আগতে অৰ্থাৎ কহিনুৰ অপেৰা ভাঙি যোৱাৰ পাছৰ কেই বছৰো তেওঁ বিভিন্ন পাৰ্টিৰ নাট পৰিচালনা কৰি ফুৰিছিল। জেলতো নাটক কৰিছিল। এনেদৰে সেৰেঙা গতিত নাট্য চৰ্চা কৰি গৈছিল যদিও স্বাধীনতাৰ পাছত তেওঁ আকৌ যাত্ৰা পাৰ্টি খোলা কথাহে ভাবিছিল। এখন বোলছবি কৰাৰ বিষয়েও কিছু আগবাঢ়িছিল। ১৯৫৫ চনত তেওঁ হাউলীৰ চতুৰ্ভুজ অপেৰা পাৰ্টিৰ ওস্তাদ হিচাপে যোগ দিয়ে আৰু '৫৭ চনত শ্বাসৰোগত আক্ৰান্ত নোহোৱা পৰ্যন্ত নাট্য চৰ্চা কৰি যায়। একেধাৰে শিল্পী, অভিনেতা, নাট্যকাৰ, ৰাজনীতিক, বিপ্লৱী, খেলুৱৈ এইজনা লোকৰ মাজত সাহিত্যিক গুণো আছিল। 'বিপ্লৱী' নামেৰে আত্মজীৱনীমূলক গ্ৰন্থৰ বাহিৰেও তেওঁ বহু গীত-মাত আৰু প্ৰবন্ধও লিখি থৈ গৈছে।

গোটেই জীৱন ধৰি সাংস্কৃতিক আৰু ৰাজনৈতিক কৰ্মীৰ ভূমিকা পালন কৰা এইগৰাকী ব্যক্তিয়ে নিজৰ পৰিয়ালৰ বিষয়ে চিন্তা কৰিবলৈ সময়েই নাপালে। ১৯৩৯ চনত তেওঁৰ প্ৰথমগৰাকী পত্নী শয্যাশয়ী হোৱাত ঘৰৰ অৱস্থা আলৈ-আথানি হোৱাৰ বাবে বহুজনৰ অনুৰোধত তেওঁ ৰক্ষদা দেৱীক দ্বিতীয় পত্নী হিচাপে ঘৰ সুমুৱাইছিল আৰু ঘৰৰ সকলো দায়িত্ব অৰ্পণ কৰিছিল। এঘাৰজন জীয়াই থকা সন্তান আৰু শৈশৱতে মৃত্যু হোৱা কে'বাটাও সন্তানৰ প্ৰতি তেওঁ পিতৃৰ দায়িত্ব বৰকৈ পালন কৰিব পৰা নাছিল। অথচ যাৰ বাবে তেওঁ সৰ্বস্ব ত্যাগ কৰিছিল, সেই অসমীয়া সমাজখনেও তেওঁক জীৱন্ত অৱস্থাত মুঠেই স্বীকৃতি নিদিলে। টকা-পইচাৰ অভাৱত এইজনা বিপ্লৱী শিল্পীয়ে উচিত চিকিৎসা নাপালে। গুৱাহাটীৰ চিকিৎসা মহাবিদ্যালয়ত তেওঁ আনকি এখন বিছনাও

নাপালে। সম্পূর্ণ বিধ্বস্ত, পৰিত্যক্ত হৈ ১৯৬০ চনৰ ১২ ছেপ্টেম্বৰৰ শেষ নিশা চিকিৎসা মহাবিদ্যালয়ৰ বাৰাণ্ডাৰ মজিয়াত অভিনয়াচাৰ্য ব্ৰজ শৰ্মাই ইহলীলা সম্বৰণ কৰে।...হয়তো এয়া মৃত্যু নাছিল, আছিল মুক্তি; তেতিয়াৰ বিভিন্ন ধৰণৰ দুখ-যন্ত্ৰণা, প্ৰতাৰণা, বিশ্বাসহীনতা, অৰ্থনৈতিক দৈন্যতা আদিৰে জৰ্জৰিত শিল্পী জীৱনৰ পৰা মুক্তি।



(১৭)

# বেণুধৰ শৰ্মা

অসমীয়াক এটা ঐতিহ্যপূৰ্ণ আৰু প্ৰগতিশীল জাতি হিচাবে প্ৰতিষ্ঠা কৰাত বেণুধৰ শৰ্মাৰ যি ভূমিকা আছিল, সেয়া অদ্বিতীয়। তেওঁৰ অসম প্ৰীতিৰ লগত অতীতৰ ঘটনাৰাজি এৰাব নোৱৰাকৈ সম্পৃক্ত হৈ আছে। অসমীয়াৰ ঐতিহ্য আৰু সংস্কৃতি যে অন্য এটা প্ৰগতিশীল জাতিতকৈ কোনো গুণে কম নহয়, সেয়া বেণুধৰে প্ৰতিপন্ন কৰিছিল তেওঁৰ বিভিন্ন ৰচনাৰাজিৰ মাজেৰে। অতি সহজ-সৰল ভাষাত তেওঁ গদ্য লিখিছিল আৰু তেওঁৰ প্ৰতিটো ৰচনাতে ফুটি উঠিছিল অসম গৌৰৱ। এই কথা ক'লে বোধহয় বঢ়াই কোৱা নহ'ব যে অসমীয়াৰ প্ৰকৃত সত্তা কি, গৌৰৱ কি এই সকলোবোৰ কথা অসমীয়াই বেণুধৰৰ পৰাহে বুজি উঠিছিল আৰু নিজৰ বুকুত ঘৰ বান্ধিব লোৱা হীনমন্যতাক যেন আঁজুৰি দলিয়াই পেলাইছিল।

বেণুধৰ শৰ্মাৰ জন্ম শিৱসাগৰৰ ওচৰৰ ঐতিহ্যমণ্ডিত চাৰিঙত, ১৮৯৪ চনৰ ১৬ নৱেম্বৰত। পিতৃ ডিম্বেশ্বৰ শৰ্মা আৰু মাতৃ তুলসী দেৱী। চাৰিঙৰ প্ৰাথমিক বিদ্যালয়ৰ পৰা বৃত্তি লাভ কৰি উত্তীৰ্ণ হৈ বেণুধৰে শিৱসাগৰ চৰকাৰী হাইস্কুলত নাম লিখায়। ১৯১৪ চনত তেওঁ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় যদিও বিভিন্ন অসুবিধাৰ বাবে তৎক্ষণাতে উচ্চ শিক্ষালৈ মন নকৰি শিৱসাগৰৰ ফুলেশ্বৰী হাইস্কুল আৰু যোৰহাটৰ বেজবৰুৱা হাইস্কুলত দুবছৰমান শিক্ষকতা কৰে।

১৯১৬ চনত বেণুধৰে উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যাত্ৰা কৰে আৰু বংগবাসী কলেজত নাম লিখায়। যথাসময়ত আই এ পাছ কৰিছিল যদিও সময়মতে বি এ পৰীক্ষা সম্পূৰ্ণ কৰা নহ'ল তেওঁৰ। স্কুল-কলেজত পঢ়া কালছোৱাৰ বেণুধৰৰ বিষয়ে সুঁৱৰি কৃষ্ণকান্ত সন্দিকৈয়ে লিখিছে- 'বেণুধৰ শৰ্মা মোৰ ছাত্ৰ জীৱনৰ বন্ধু। মই কলেজত পঢ়োতে তেওঁ স্কুলত পঢ়িছিল। কিন্তু বয়সত তেওঁ মোতকৈ কে'বাবছৰো ডাঙৰ আছিল। সম্ভৱত স্কুলীয়া শিক্ষা আৰম্ভ কৰোতে তেওঁৰ পলম হৈছিল। আমাৰ প্ৰথম চিনাকি চিঠিৰ যোগেদি হৈছিল। তেওঁ এটা সংস্কৃত শ্লোকৰ মূল বিচাৰি মোলৈ এখন চিঠি দিছিল।... মই চতুৰ্থ বাৰ্ষিক বি এ শ্ৰেণীত পঢ়োতে শৰ্মাই আই এ পঢ়িছিল। তেতিয়া কলিকতাত ৪৩ নম্বৰ আমহাৰ্ষ্ট্ৰত থকা 'আসাম মেচ'ত আমি এবছৰ একেলগে আছিলো। মই ইউৰোপত থাকোতে আমাৰ মাজত চিঠি দিয়া-দিয়ি আছিল।' অতি অনুসন্ধিৎসু আৰু পৰিশ্ৰমী ব্যক্তি বেণুধৰ সৰুৰে পৰাই আছিল অতীতৰ বুকু খান্দি হেৰাই যোৱা গৌৰৱখিনিৰ পুনৰ আৱিষ্কাৰ কৰোতা। অৱশ্যে তেওঁ প্ৰথমটো বুৰঞ্জীমূলক প্ৰবন্ধ লিখিছিল ১৯১৮ চনত, 'আলোচনী' কাকতত- 'কানাই বৰশী বোৱা শিল' নামেৰে। কলিকতাত

পঢ়ি থাকোতে 'ইম্পিৰিয়েল লাইব্ৰেৰী'ত সোমাই কাশীনাথ তামুলী ফুকনৰ অসম বুৰঞ্জীৰ প্ৰতিলিপি বিচাৰি, গেইট চাহাবৰ অসম বুৰঞ্জীখন খুঁচৰি, অসম আৰু অসমীয়াৰ বিষয়ে ইংৰাজ, উৰ্দু আৰু পাৰ্চী লেখকসকলে লিখি থৈ যোৱা বিভিন্ন গ্ৰন্থ আৰু টোকা তন্ন তন্নকৈ বিশ্লেষণ কৰি বেণুধৰ শৰ্মাই অসম বুৰঞ্জীৰ সমল গোটাইছিল। কাৰণ তেওঁ এই কথা সদায়েই উপলব্ধি কৰিছিল যে যি জাতিৰ অতীত নাই, তাৰ ভৱিষ্যতো নাই। অতীতৰ গৌৰব উদ্ধাৰ কৰি নিভাঁজ ৰূপত সেয়া প্ৰকাশ কৰিলেহে উত্তৰসূৰীয়েও গৌৰৱ বঢ়াবলৈ প্ৰেৰণা পাব।

শিৱসাগৰৰ চৰকাৰী হাইস্কুলত পঢ়ি থাকোতেই বিভিন্ন ধৰণৰ আলোচনী আৰু কিতাপ পঢ়ি বেণুধৰৰ সাহিত্যানুৰাগ বৃদ্ধি পায়। তেওঁ কেনেকৈ লিখিব ল'লে, এই সম্পৰ্কত 'মজিয়াৰ পৰা মেজলৈ' নামৰ আত্মজীৱনীত লিখিছে-'দেওবাৰে ৰাতিপুৱা-ৰাতিপুৱা বাল্যাশ্ৰম ছাত্ৰ সমাজলৈ যাব লাগে। সমাজত পদ্য আৰু ৰচনা লেখি, পঢ়ি শুনাব লাগে আৰু বাদ-প্ৰতিবাদ অৰ্থাৎ তৰ্কও কৰিব লাগে। ষষ্ঠ শ্ৰেণীৰ পৰা আকৌ পদ্য লিখিবলৈ অভ্যাস কৰো (তাৰ পূৰ্বতেই পদ্য লিখিব লৈছিলো যদিও শেষ আখৰ দুটা অৰ্থাৎ চন্দ মিলাব নোৱাৰি পদ্য লিখা এৰিয়েই পেলাইছিলো)।' সেই সময়ছোৱাতে বেণুধৰ শৰ্মাই ষষ্ঠ শ্ৰেণীৰ পাঠ্য 'ৰবিঞ্চন ক্ৰুচ'ৰ সাৰাংশ অসমীয়াত লিখিছিল আৰু তেতিয়াৰ পৰাই তেওঁৰ সাহিত্য চৰ্চা আৰম্ভ হয়। ১৯১২ চনৰ পৰা সাহিত্য চৰ্চা পূৰ্ণ উদ্যমেৰে আৰম্ভ কৰি 'বাঁহী' আৰু 'আলোচনী'ত প্ৰবন্ধ আৰু কবিতা প্ৰকাশ কৰিব ল'লে। তাৰ পাছতেই ভগৱতী প্ৰসাদ বৰুৱাৰে লগলাগি বেণুধৰ শৰ্মাই 'জেউতি' নামৰ হাতে লিখা আলোচনী আৰম্ভ কৰে। বেণুধৰৰ সাহিত্য চৰ্চাৰ মূল ক্ষেত্ৰ এই জেউতিয়েই। অৱশ্যে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ শিৱসাগৰ এৰাৰ পাছত জেউতিৰ কামো বন্ধ হয়। কলিকতাৰ বঙ্গবাসী কলেজত বি এ পৰীক্ষা দিয়াৰ প্ৰস্তুতি চলোৱাৰ সময়তে জালিৱানাৱালাবাগৰ হত্যাকাণ্ড আৰু তাৰ পাছত কলিকতাৰ জনসভাত মহাত্মা গান্ধীয়ে দেশৰ মুক্তিৰ সংগ্ৰামত সকলোকে জঁপিয়াই পৰিবলৈ জনোৱা আহ্বানত বি এ পৰীক্ষাত (১৯২০ চন) নবহিল বেণুধৰ। কলিকতাৰ পৰা জন্ম ঠাই চাৰিঙলৈ তেওঁ উভতি আহিল আৰু অসহযোগ আন্দোলনত সেই অঞ্চলৰ ৰাইজৰ নেতৃত্ব দিলে। অসহযোগ আন্দোলন পূৰ্ণৰূপত সফল হ'ল আৰু ১৯২২ চনত বেণুধৰে কাৰাবাস খাটিবলৈ বাধ্য হয়। সেই বছৰতে তেওঁৰ পিতৃৰ মৃত্যু হয়। আন্দোলন শাম কটাৰ পাছত জেলৰ পৰা ছমাহৰ পাছত মুক্তি পায়েই বেণুধৰে সংসাৰৰ দায়িত্ব ল'বলৈ বাধ্য হয়। আন্দোলনকাৰী আৰু কংগ্ৰেছৰ সদস্য হিচাপে সক্ৰিয় আছিল বেণুধৰ, সেইবাবে চৰকাৰী চাকৰি কৰাৰ ক্ষেত্ৰতো বিবেকে বাধা দিলে। সেইবাবে জীৱিকাৰ বাবে বেণুধৰ শৰ্মাই ইবাৰ বিভিন্ন কামত হাত দিলে। তাৰ ভিতৰত ঘৰুৱা খেতিবাতি, হাতী মহলৰ কাৰবাৰ, চাইকেলৰ দোকান, জীৱন বীমাৰ এজেন্সি, মটৰ গাড়ীত পেট্ৰ'লৰ খৰচ কমোৱা এবিধ বটিৰ কাৰবাৰ আদি বিভিন্ন পন্থাৰে তেওঁ জীৱিকা অৰ্জন কৰিব বিচাৰিছিল যদিও 'জীৱন বীমাৰ এজেন্সি'ৰ বাহিৰে বেণুধৰ শৰ্মাই সকলোতে লোকচান ভৰিছিল।

চাৰিং অঞ্চলৰ বিভিন্ন সামাজিক কৰ্মত শৰ্মা আছিল অগ্ৰণী ব্যক্তি। চাৰিঙত ডাকঘৰ, হাস্পতাল, নাটঘৰ আদি স্থাপনত তেওঁৰ আছিল বিশেষ ভূমিকা। ১৯২৪ চনত এলাহাবাদ

নেছনেল কলেজৰ পৰা বি এ ডিপ্ল'মা লাভ কৰা আৰু '২৬ চনত পাণ্ডু কংগ্ৰেছৰ অধিবেশনৰ কৃতকাৰ্যতাৰ বাবে বিভিন্ন ধৰণে চেষ্টা কৰা বেণুধৰ শৰ্মাই ১৯৩১ চনত চাৰিঙত প্ৰথমবাৰৰ বাবে মণিৰাম দেৱানৰ তিথি উৎসৱৰ আয়োজন কৰিছিল। ১৯৮১ চনলৈ এই উৎসৱৰ অন্যতম পৃষ্ঠপোষক আছিল তেওঁ।

১৯৩২ চনত বেণুধৰ শৰ্মাই চাৰিঙত এখন দোকান দিছিল। নাম-'আমাৰ দোকান'। এই দোকানৰ বিষয়ে উপেন্দ্ৰ বৰকটকী সম্পাদিত 'আমাৰ বেণুধৰ' নামৰ গ্ৰন্থখনত শ্ৰীৰামচন্দ্ৰ দাসে লিখিছে- 'মই এই 'আমাৰ দোকান'ত নিশা যাপি আহিছো। ই হ'ল বহু বছৰ আগৰ কথা, সকলো কথা মনত নপৰে। এই দোকানত নানা বস্তু-বেহানি আৰু ন-পুৰণি বহু কিতাপ-পত্ৰ যতনেৰে সজাই-পৰাই ৰখা হৈছিল। তাত কে'বাখনো পুৰণি সাঁচিপতীয়া পুথিও দেখা পোৱা মনত পৰে। আজি 'আমাৰ দোকান'ৰ কি দশা হৈছে নাজানো। তেঁতিয়া আমাৰ দোকানৰ লক্ষ্য আছিল-প্ৰথমতে আমাৰ দোকান, তাৰ পাছত আমাৰ অসম, তাৰ পাছত আমাৰ ভাৰত, শেষত আমাৰ বিশ্ব। এই বিষয়ে তেখেতে ৰগৰ কৰি বহু কথা কৈছিল। শৰ্মাদেৱ আছিল চুটি-চাপৰ, সাজপাৰো আছিল সাধাৰণ ধৰণৰ। আনহাতে, তেখেত আছিল মানৱতাৰ উপাসক- 'ৰাইজৰ আদৰতকৈ মোৰ জাত ডাঙৰ নহয়' শ্ৰেণীৰ মহৎ লোক।'

১৯৩৩ চনত চাৰিং শলগুৰি ৰায়ত সভা গঠন কৰা বেণুধৰে ১৯৩৫ চনত 'দৈনিক বাতৰি' কাকতৰ সহকাৰী সম্পাদক হিচাপে যোগ দিয়ে। ডেৰ বছৰ কাল 'ঠেঙাল'ৰ প্ৰেছতেই আছিল বেণুধৰ শৰ্মা। নীলমণি ফুকন দৈনিক বাতৰিৰ সম্পাদক হ'লেও সহকাৰী বেণুধৰ শৰ্মাইহে সকলোখিনি কৰিছিল। অৱশ্যে বৰ্ণশুদ্ধিৰ বিষয়টো লৈ দুয়োৰে মাজত তীব্ৰ মতপাৰ্থক্য হয়। আত্মজীৱনীত শৰ্মাই লিখিছে যে- খঙত ভমকতে এদিন সম্পাদকীয় নোহোৱাকৈ বাতৰি উলিয়াই দিলো আৰু তাৰ পাছতেই 'বাতৰি'ৰ স'তে সম্পৰ্ক ছেদ কৰিবলগীয়া হ'ল।

দৈনিক বাতৰি এৰাৰ পাছত বেণুধৰ শৰ্মাৰ কাম-কাজ নাইকিয়া হৈ পৰিল আৰু কংগ্ৰেছৰ এগৰাকী সক্ৰিয় সদস্য হিচাপে ১৯৩৭ চনত হোৱা শিৱসাগৰৰ লোকেল ব'ৰ্ডৰ নিৰ্বাচনত দলটোৰ প্ৰাৰ্থী হ'বলৈ ইচ্ছা কৰিলে। কিন্তু কংগ্ৰেছে প্ৰাৰ্থিত্ব নিদিয়াত নিৰ্দলীয়কৈ নিৰ্বাচনত যুঁজি মাথো সাতটা ভোটতহে পৰাজিত হ'ল। নিৰ্বাচনৰ অন্তত কংগ্ৰেছ দলৰ পৰা নিলম্বিত বেণুধৰ শৰ্মাৰ নেতৃত্বত গঠন কৰা হ'ল 'ঘৰফলীয়া কংগ্ৰেছ।'

১৯৩৯ চনৰ ৩১ জুলাইত তৰুণৰাম ফুকনৰ বছৰেকীয়া শ্ৰাদ্ধৰ দিনা, অসমৰ তৰুণ শক্তিক জগাই তুলিবলৈ ডিব্ৰুগড়ৰ পৰা কাকত 'তৰুণ অসম' উলিওৱা হয়। ইয়াৰ মূল হোতা আছিল কমলাকান্ত ভট্টাচাৰ্যৰ পুত্ৰ তৰুণ কুমাৰ ভট্টাচাৰ্য। পূৰ্বৰে পৰা সাংবাদিকৰূপে পৰিচিত তৰুণ ভট্টাচাৰ্যই পূৰ্বতে শ্বিলঙৰ পৰা প্ৰকাশিত 'ইন্টাৰনেছনেল টাইমছ' নামৰ এখন ইংৰাজী কাকত উলিয়াইছিল। অসাধাৰণ স্মৃতিশক্তিৰ এইজনা ব্যক্তিয়ে ইংৰাজীত বহু প্ৰবন্ধ লিখাৰ লগতে ইংৰাজীত অনৰ্গল বক্তৃতা দিব পাৰিছিল। তৰুণ ভট্টাচাৰ্যই আছিল 'তৰুণ অসম'ৰ প্ৰথম গৰাকী সম্পাদক। কেইমাহমানৰ পাছত তৰুণ ভট্টাচাৰ্যই দায়িত্ব এৰি দিয়াত বেণুধৰ শৰ্মাই সম্পাদকৰ দায়িত্ব লয় আৰু দ্বিতীয় মহাসমৰৰ পাছত হোৱা গণ

আন্দোলনৰ সময়ছোৱাতে (১৯৪২ চন) তৰুণ অসম বন্ধ হয়। অৱশ্যে কাকতৰ মালিকৰ স'তে মতপাৰ্থক্যৰ বাবেই বেণুধৰ শৰ্মা আকৌ কৰ্মহীন হৈ পৰিছিল কাকত বন্ধ হোৱাৰ বহু আগতেই।

'৪২ ৰ আন্দোলনক সমৰ্থন জনোৱা নাছিল বেণুধৰ শৰ্মাই। ইয়াৰ কাৰণ আছিল দুটা। তেওঁ ইতিমধ্যে কংগ্ৰেছ ত্যাগ কৰিছিল আৰু দ্বিতীয়তে স্পষ্টকৈ কৈছিল যে ঘৰত জুই জ্বলাই ইংৰাজক খেদিবলৈ কৰা আন্দোলনত তেওঁ যোগ নিদিয়ে। 'তৰুণ অসম' এৰি আহি খেতিপথাৰৰ কামত পুৰ্ণোদ্যমে লগাৰ কেইমাহমানৰ পাছত এশটকীয়া দৰমহাৰে শৰ্মাই 'নেছনেল ৱাৰ ফ্ৰণ্ট'ৰ শিৱসাগৰ মহকুমাৰ আহ্বায়ক হয়গৈ! সেই সময়ত ইংৰাজ চৰকাৰে গঠন কৰা এই 'ৱাৰ ফ্ৰণ্ট'ৰ চীফ অৰ্গেনাইজাৰ' আছিল ড° সূৰ্য কুমাৰ ভূঞা।

১৯৪৭ চনত বেণুধৰ শৰ্মাই দক্ষিণপাট সত্ৰত শৰণ ল'লে। ১৯৪৮ চনত শৰ্মাই দিল্লীত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছত যোগ দিয়ে। তাৰ পাছৰ বছৰতো কটকত অনুষ্ঠিত বুৰঞ্জী কংগ্ৰেছত যোগ দিয়ে। ১৯৫০ চনত তেওঁ চাৰিং এৰে আৰু গুৱাহাটীৰ চেনিকুঠিত থাকিবলৈ লয়। সেই বছৰতে কলিকতাৰ পৰা তেওঁৰ 'মণিৰাম দেৱান' গ্ৰন্থখন প্ৰকাশিত হয়। ১৯৫২ চনত অসম কলেজ শিক্ষক সন্থাৰ বুৰঞ্জী অধিবেশনত সভাপতিত্ব কৰা শৰ্মাই তাৰ পাছৰ বছৰত শ্বিলঙত অনুষ্ঠিত অসম সাহিত্য সভাৰ বুৰঞ্জী অধিবেশনৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে। ১৯৫৬ চনত তেওঁ অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনৰ সভাপতি হিচাপে নিৰ্বাচিত হয়। সাহিত্য সভাৰ সভাপতি হিচাপে তেওঁ দেওখৰ-দিখৌমুখ, কোঞৰপুৰ, সোণাৰি, বৰখানা, ঢোপধৰা, টংলা, ৰঙিয়া, হৰিশিঙা, গুৱালকুছি, জামুগুৰি, দক্ষিণ শালমৰা, ধুবুৰী, কৰিমগঞ্জ, তাৰাপুৰ, মাজবাট, খৈৰাবাৰী, হাজো, লক্ষীপুৰ, বৰদামল, গোৱালপাৰা, নাৰায়ণপুৰ, বৰকুৰিহা, খামতি গাওঁ, ডুমডুমা, জাগীৰোড আদি বিভিন্ন ঠাইত ভ্ৰমণ কৰে আৰু অসমীয়া ভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে বিভিন্ন ঠাইত সাহিত্য সভাৰ শাখা গঠন কৰে। সেই সময়ছোৱাত তেওঁ লিখিছিল- 'পণ্ডিতসকলৰ অসমীয়া ভাষা চৰ্চা কৰা, প্ৰসাৰ কৰা আৰু আনক শিকোৱা দায়িত্বটো ইমান বেছি যে তাক বহলাই কোৱাৰ আৱশ্যক নাই। মাতৃভাষালৈ মৰম থাকিলেহে মাতৃভূমিলৈ মৰম ওপজে। পঢ়াশলীয়া ছাত্ৰ-ছাত্ৰীৰ অন্তৰত পোনতে মাতৃভাষালৈ মৰম ওপজাব লাগিব তেহে ল'ৰা-ছোৱালীয়েই আগলৈ আপোনা-আপুনি জন্মভূমিক সেৱা কৰিবলৈ শিকিব। ওলাই আহোতেই লতাডাল যেনি পেলোৱা যায়, সেইপিনেহে আগলৈ উঠি আহে। চালুকীয়া ছাতৰ বিলাককো আগলৈ মানুহ হৈ উঠিব পৰাকৈ শিক্ষকসকলেই পেলাই দিব পাৰে। এনেকৈ পোনাই দিয়াৰ প্ৰথমটো খোজেই হ'ল নিজৰ মাতৃভাষা অসমীয়ালৈ ল'ৰা-ছোৱালীৰ মনত ধাউতি সোমাই দিয়া।'

১৯১৮ চনত প্ৰকাশ পোৱা (অনুবাদ কৰা) ৰবিনছন ক্ৰুছ'ই আছিল শৰ্মাৰ প্ৰথমখন গ্ৰন্থ। তাৰ পাছত Dr wade's Account of Assam (১৯২৭), জৱাহৰলাল নেহৰুৰ বন্দী জীৱন (১৯৩৫), ৰাংপতা (১৯৪৩), সীমান্ত গান্ধী খাঁ আব্দুল গফুৰ খান (১৯৪৫), সাতাৱন ছাল (১৯৪৭), মঙ্গলতিৰ কণ্ঠীমালা (১৯৪৯), মণিৰাম দেৱান (১৯৫০),

গঙ্গা গোবিন্দ ফুকন (১৯৫০), দুৰবীন (১৯৫১), বঙ্গমুৰা নৌ-যাত্ৰাৰ আপদীয়া কাহিনী (১৯৫৫) Rebellion of 1857 vis-an-vis (১৯৫৭), কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত (১৯৫৯), মৰমৰ কাৰেং-যীশু কাহিনী(১৯৫৯), লাতুমণি (১৯৫৯), দুনৰি (১৯৬৩), অৰ্ঘাৱলী (১৯৬৪), দক্ষিণপাট সত্ৰ (১৯৬৬), ফুল চন্দন (১৯৬৯), চটাই চ'ৰাৰ কথা (১৯৬৯), মৰমৰ কাৰেং (গল্প) (১৯৬৯), হেমচন্দ্ৰ গোস্বামী (১৯৭২), হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী (সম্পাদনা ১৯৭২), আদি গ্ৰন্থ তেওঁৰ জীৱনকালত ছপা হৈছিল। মৃত্যুৰ পাছত ছপা হোৱা সম্পূৰ্ণ ৰচনাৱলী হ'ল- মজিয়াৰ পৰা মেজলৈ (১৯৮৬), বুৰঞ্জীৰ সঁফুৰা (১৯৮৭), চন্দন চ'ৰা (১৯৮৭), টোকোৰা বাহৰ কুটা (১৯৮৭) আৰু বেজদলৈ ভাণ্ডাৰ বৰুৱা। তদুপৰি স্বাধীনতা আন্দোলনৰ সময়ছোৱাত অসমৰ সংগ্ৰামী জনসাধাৰণৰ ভূমিকাৰ বিষয়ে ভাৰতৰ আগত পৰিচয় কৰাই দিয়াৰ অৰ্থে তেওঁ কংগ্ৰেছৰ ভলণ্টিয়াৰ হৈ থাকোতে 'কংগ্ৰেছ গাইড' নামৰ ইংৰাজী ভাষাত পুস্তিকা এখন লিখি ১৯২৬ চনত পাণ্ডু অধিবেশনৰ সময়ত প্ৰকাশ কৰিছিল।

১৯৬১ চনত কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত নামৰ গ্ৰন্থখনৰ বাবে বেণুধৰ শৰ্মাই সাহিত্য একাডেমী বঁটা লাভ কৰে। ১৯৭৩ চনত তেওঁ চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন লাভ কৰে। নিজৰ আদৰ্শৰ ক্ষেত্ৰত কাহানিও কাৰো স'তে আপোচ নকৰা, ক্ষমতা আৰু সম্পত্তি লাভৰ বাবে লালায়িত নোহোৱা বেণুধৰ শৰ্মাই বঁটা-বাহনৰ প্ৰতিও বিশেষ মনোযোগ নিদি মাথো কৰ্মহে কৰি গৈছিল।

বেণুধৰ শৰ্মা মাথো সাহিত্যিক, জীৱনীকাৰ আৰু বুৰঞ্জীবিদেই নাছিল, তেওঁৰ আছিল বৃহৎ অসমৰ সমস্যাবোৰ তন্ন তন্নকৈ পৰ্যবেক্ষণ কৰি সেয়া সমাধানৰ উপায়ৰ বিষয়ে চিন্তা কৰা এগৰাকী ত্যাগী পুৰুষ। অসমৰ প্ৰতিখন ঠাইলৈ তেওঁ গৈছিল আৰু সকলোৰে মাজৰ এজন হৈ কাম কৰিছিল। তেওঁ অহৰহ পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি আৰু সংহতি স্থাপনত গুৰুত্ব দিছিল। নগা বিদ্ৰোহৰ নায়ক 'ফিজো'ৰ ভায়েকে উপহাৰ দিয়া লাখুটিডালক তেওঁ মৃত্যু পৰ্যন্ত হাতত লৈ ফুৰিছিল সম্প্ৰীতিৰ চানেকি স্বৰূপে। অৰুণাচলৰ সাহিত্যিক টাগাং টাকিৰ মতে, 'পাহাৰীয়া জনজাতি বিলাকৰ প্ৰতি তেখেতৰ মনৰ বিশ্বাস বৰ গভীৰ। এই বিশ্বাসত কোনো কৃত্ৰিমতা নাই।'

মাটিৰ মানুহ বেণুধৰ শৰ্মাৰ আচল পৰিচয় হ'ল বুৰঞ্জীবিদ হিচাবে। বুৰঞ্জীৰ প্ৰকৃত সন্ধান পাবলৈ তেওঁ কিতাপ-পত্ৰ ঘুকুটিয়েই ক্ষান্ত নাথাকে, নিৰ্দিষ্ট স্থানলৈ গৈ সকলো ধৰণৰ সমল বিচাৰি ঘুকুটিয়েই ফুৰে। কাৰ ঘৰত কি পুথি আছে, কোন পুখুৰীটো কোনে খনালে, ঠাইবোৰৰ নাম কেনেকৈ হ'ল আদি অসমৰ সকলো ঠাইতে সকলো ঐতিহ্যমণ্ডিত পৰিয়ালৰে উৰহীৰ ওৰ লৈ ফুৰা কষ্টসহিষ্ণু বুৰঞ্জীবিদ আছিল বেণুধৰ শৰ্মা। এই সম্পৰ্কত পণ্ডিত তীৰ্থনাথ শৰ্মাই লিখিছে-'তেখেতৰ বুৰঞ্জীৰ অনুধাৱন সৰ্বতোবিসাৰী আছিল-ই গজহস্তীৰ পৰা বালিচাঁহীলৈকে সামৰিছিল। আহোম স্বৰ্গদেৱসকলৰ কীৰ্তিকলাপ, ডা-ডাঙৰীয়াসকলৰ কথা-কাণ্ড অথবা সেনা-সেনাপতিসকলৰ গৌৰৱ গাঁথাৰ প্ৰতি তেখেতৰ যেনে অনুসন্ধিৎসা আছিল সৰু-সুৰা ঠাইৰ নাম, একোটা পৰিয়াল বা পুৰণিকলীয়া একোজন লোকৰ আঁতিগুৰি বিচাৰিও তেখেতে গোটেইখন চলাথ কৰিছিল।...

হিৰণ্যকশিপুৰে ভাতৃবৈৰী মাধৱক বিচাৰি স্বৰ্গ-মৰ্ত্য চলাথ কৰি 'পাতালতো বিচাৰিলা পিতপিত কৰি' ফুৰাৰ দৰে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই গড়গাঁৱৰ পিছল বাটৰ পৰা খালৈ ঘোগোৰা গাঁৱলৈকে য'ত যি পুৰণি কথাৰ কিবা পাইছিল তাৰ উহ বিচাৰি ফুৰিছিল। বুৰঞ্জীবিদৰূপে বেণুধৰ শৰ্মাই স্বৰ্গ-মৰ্ত্যতো বিচৰণ কৰে, পাতালতো সন্ধান কৰে।.....'

১৯৭৯ চনত আৰম্ভ হোৱা অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনক সমৰ্থন দিছিল বেণুধৰ শৰ্মাই। এই বিষয়ে তেওঁ লিখিছিল-'অসমৰ জাতীয় অস্তিত্বৰ যুদ্ধ লাগো লাগো। এনে আপদীয়া সময়ত কোনো নিশ্চেষ্ট হৈ বহি থাকিব নোৱাৰে। বহিৰাগতক বহিবলৈ দিলেই আমাৰ হাত কামুৰিবই। এই সন্দেহ জলজল-পট্‌পট্‌কৈ জিলিকি আছে। সেই কাৰণে জোল নৌযাওঁতেই ভেটা দিয়া উচিত। ছাত্ৰ আন্দোলনে এই ভেটা দিওঁতে যি নিৰুপদ্ৰব পন্থা অৱলম্বন কৰিছে তাত মোৰ সম্পূৰ্ণ সমৰ্থন আছে আৰু ভগৱন্তই সহায় কৰিব বুলি প্ৰাৰ্থনা কৰিছো।'.... বেণুধৰ শৰ্মাই অৱশ্যে এই আন্দোলনৰ ফলাফল কি হ'লগৈ সেয়া দেখি যাবগৈ নোৱাৰিলে। ১৯৮১ চনৰ ২৬ ফ্ৰেব্ৰুৱাৰীত ৮৭ বছৰ বয়সত তেওঁ ইহলীলা সম্বৰণ কৰিলে।

১৯৮৩ চনত মৰণোত্তৰভাৱে 'পদ্মভূষণ' উপাধি লাভ কৰা বেণুধৰ শৰ্মাৰ বিষয়ে 'শ্ৰেষ্ঠ অসমীয়াৰ এজন' নামৰ নিবন্ধটোত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই লিখা কিছুমান কথাৰে এই ৰচনা সামৰিব বিচাৰিছো-'অসমেই আছিল বেণুধৰৰ জীৱন নাটকৰ বিষয়বস্তু, অসমীয়া কথিত আৰু লিখিত ভাষাই ঘাইকৈ আত্মপ্ৰকাশৰ আৰু যোগাযোগৰ পৰম বাহন, অসমীয়াৰ সৰ্বাঙ্গীণ উন্নতিয়েই আছিল তেওঁৰ অপূৰ্ণ হেঁপাহ। এই কামত তেওঁ ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি অহৰহ সমাজ ব্যৱস্থাৰ স'তে সংগ্ৰাম কৰিব লগা হৈছিল। ঘৰত থাকিও তেওঁ ঘৰত নাছিল, তেওঁ আছিল ৰাজহুৱা। জীৱন ধাৰণৰ বাবে পূৰাব লগা প্ৰয়োজনৰ অধীন হ'লেও, এই ক্ষেত্ৰত তেওঁ লিখি পঢ়িয়েই জীৱিকা উলিয়াইছিল। বৃত্তিটোৱে তেওঁৰ স্বাধীন মনটো প্ৰায় অজেয় কৰি ৰখাত সহায় কৰিছিল।.. তেজ ধুলে উটে, মঙহ ধুলে নুটে। শ্ৰেষ্ঠ অসমীয়াসকলৰ এজন বেণুধৰে অসমীয়াৰ সৰ্বাঙ্গীণ উন্নতিৰ মাজতে মানৱ মুক্তিৰ প্ৰথম খাপ দেখা পাইছিল। তেওঁৰ লেখাই সদায় দেশপ্ৰেমৰ অনিৰ্বাণ শিখা জ্বলাই ৰাখিব।'



(১৮)

# ড০ বাণীকান্ত কাকতি

বাণীকান্ত কাকতি এফালে আছিল কিছু অন্তর্মুখী চৰিত্রৰ পণ্ডিত ব্যক্তি, আনফালে বহু সময়ত সকলোৰে স'তে মিলামিচা কৰা মাটিৰ মানুহ। ঘৰুৱা আৰু সাংসাৰিক দায়-দায়িত্ব সকলোবোৰ এৰি দিছিল পত্নীৰ ওপৰত। পত্নীৰ প্রতি তেওঁৰ আছিল অগাধ প্রেম আৰু আস্থা। যেন পত্নী নহ'লে অলপ সময় চলাটোও তেওঁৰ বাবে মস্কিল হৈ পৰিছিল। সেইবাবেই ১৯৫২ চনৰ ১৭ ছেপ্টেম্বৰত যেতিয়া পত্নী কনকলতা কাকতিৰ মৃত্যু হৈছিল, তেতিয়া তেওঁ নিঃসঙ্গ, নিঃসহায়, বোবা 'শিশু'ৰ দৰে হৈ পৰিছিল। তেওঁ বাৰে বাৰে আক্ষেপ কৰি কৈছিল-'ধুমুহাৰ দৰে তেওঁ আহিল আৰু গোটেইখন খেলি-মেলি লগাই থৈ গুচি গ'ল। কেতিয়াবা সঁচাকৈয়ে বৰ বেয়া লাগে।' অথচ এইগৰাকী পত্নী ধুমুহাৰ দৰে ক্ষন্তেকৰ বাবে অহা নাছিল, ২৬ বছৰ কাল তেওঁলোকে সংসাৰ কৰিছিল। পত্নীৰ ওপৰত সম্পূর্ণ নির্ভৰশীল ড০ কাকতিয়েও সংসাৰ ত্যাগ কৰিছিল কনকলতা কাকতিৰ মৃত্যুৰ দুমাহ নৌহওঁতেই। মাথো ৫৮ বছৰ বয়সতেই তেওঁৰ অকাল মৃত্যু ঘটিল।

'শিক্ষা' জগতৰ প্রতি অতি নিষ্ঠাবান এইজনা ব্যক্তি আছিল অসমৰ অন্যতম পণ্ডিত, সাহিত্যৰ বিশিষ্ট সেৱক। কটন কলেজৰ অধ্যক্ষ হৈ থকা সময়তে যেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় নতুনকৈ স্থাপন হৈছিল, তেতিয়া তেওঁলৈ চৰকাৰৰ পৰা দুটা লোভনীয় প্রস্তাৱ আহিছিল। অসমৰ শিক্ষাধিকাৰৰ দায়িত্ব ল'বলৈ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম এ শ্রেণীৰ অসমীয়া বিভাগটো চলাবলৈ। তেওঁ অধিক দৰমহাৰ শিক্ষাধিকাৰৰ প্রশাসনিক দায়িত্ব গ্রহণ নকৰি শিক্ষকতাটোহে বাছি লৈছিল আৰু অশেষ কষ্ট কৰি বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগটোক এক মর্যাদাসম্পন্ন বিভাগলৈ উত্তীর্ণ কৰাইছিল। বিশিষ্ট সাহিত্যিক অতুল চন্দ্র বৰুৱাই এই সম্পর্কত লিখিছে-'তেওঁ জানিছিল আৰু স্পষ্ট কথাত ব্যক্তও কৰিছিল যে শিক্ষাধিকাৰৰ আকর্ষণীয় দায়িত্ব গ্রহণ কৰিবলৈ তেওঁতকৈ যোগ্যতৰ ব্যক্তিও বহুত আগবাঢ়ি আহিব, কিন্তু বিশ্ববিদ্যালয়ৰ হাবিজোৰা প্রাথমিক কষ্টৰ কামটোলৈ তেওঁৰ বাহিৰে আৰু কোনো নোলাবও পাৰে। গতিকে তেওঁ সেইটো গ্রহণ কৰিছিল। বৈষ্ণৱ যুগত মাধৱদেৱ, অনন্ত কন্দলি, ৰামসৰস্বতী, শ্রীধৰ কন্দলি আদি পণ্ডিতসকলৰ মাজত মহাপুৰুষ শংকৰদেৱৰ যি স্থান আছিল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলাব্রতী পণ্ডিতসকলৰ মাজতো ড০ কাকতিৰ সেই স্থান আছিল। সেয়েহে তেওঁক অচিৰে বিশ্ববিদ্যালয় কলাগুৰুৰ dean of the fachlt of Arts আসনত অধিষ্ঠিত কৰিছিল।'

অসমৰ বিদগ্ধ পণ্ডিত ড° বাণীকান্ত কাকতিৰ জন্ম হৈছিল ১৮৯৪ চনৰ নৱেম্বৰ মাহত বৰপেটাৰ পূবে থকা বাটিকুৰিহা গাঁৱত। আহোম ৰজাৰ দিনত ড° বাণীকান্তৰ ককা ঘিণুৰাম আছিল 'কাকতি' পদবীত। এই ঘিণুৰামৰে সন্তান ললিতৰাম কাকতি আৰু তেওঁৰ পত্নী লাহোৱালা কাকতিৰ গৰ্ভত বাণীকান্তৰ জন্ম। এওঁলোকৰ দুটা ল'ৰা আৰু তিনিজনী কন্যা সন্তানৰ বাণীকান্ত আছিল সৰ্বকনিষ্ঠ । উল্লেখযোগ্য যে বাণীকান্ত মাতৃগৰ্ভত থাকোতেই তেওঁৰ পিতৃৰ মৃত্যু হৈছিল। ফলত ককায়েক পৰমানন্দ (ৰাধাপণ্ডিত) আৰু মাতৃৰ ওপৰতে পৰিয়ালৰ সকলো দায়-দায়িত্ব পৰিছিল। বানপানীত প্ৰায়েই বুৰি থকা এই বাটিকুৰিহা গাঁৱৰ সকলোবোৰ পৰিয়ালৰে আৰ্থিক অৱস্থা আছিল তথৈবচ। সেইবাবেই নানা অভাৱত পৰি শৈশৱাবস্থা অতি দুখ-কষ্টৰ মাজেৰে পাৰ হৈছিল ড° বাণীকান্তৰ।

ককায়েক ৰাধাপণ্ডিত আছিল বাটিকুৰিহা প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক। সেই বাবেই ককায়েকৰ তত্ত্বাৱধানত বাণীকান্তৰ প্ৰাথমিক বিদ্যাৰম্ভ হয়। প্ৰথমিক বিদ্যালয়ৰ পৰা অতি কৃতিত্বৰে বৃত্তি লাভ কৰি বাণীকান্তই বৰপেটা হাইস্কুলত নাম লিখালে। হাইস্কুলীয়া জীৱনৰ পৰা নিজৰ অবিস্মৰণীয় মেধা শক্তিৰে বাণীকান্তই সকলোকে চমক খুৱাব ধৰিলে। সংস্কৃত, অংক, ইংৰাজী আদি প্ৰায় সকলোবোৰ বিষয়তে তেওঁ আছিল অনবদ্য কৃতিত্বৰ অধিকাৰী। অতি দুখ-কষ্টৰ মাজত পঢ়া-শুনা কৃতিত্বৰে চলাই যাবলৈ সেই সময়ত কাকতিক দুখন গ্ৰন্থই অতিকৈ সহায় কৰিছিল। সেই দুখন গ্ৰন্থ হ'ল চেমুৱেল স্মাইলচৰ 'ছেল্‌ফ হেল্প' আৰু জাৰ্মানি পণ্ডিত মেক্সমুলাৰৰ জীৱনী। এই দুয়োখন গ্ৰন্থই বিদ্যালয়ৰ প্ৰথম ছাত্ৰ হিচাপে তেওঁৰ পুৰস্কাৰ পাইছিল।

সকলো ধৰণৰ দুখ-কষ্টকে অনিবাৰ্য বুলি হাঁহিমুখে আকোৱালী লোৱা ড° কাকতিয়ে জীৱনটোক এক প্ৰত্যাহবান হিচাপে গ্ৰহণ কৰিছিল আৰু জীৱনৰ পৰীক্ষাত কৃতিত্ব দেখুৱাইছিল, তাৰেই প্ৰথম পদক্ষেপ আছিল ১৯১১ চনত প্ৰবেশিকা পৰীক্ষাত বৃহৎ অসমৰ ভিতৰত প্ৰথম স্থান লাভ কৰি ইংৰাজীত সৰ্বোচ্চ নম্বৰ পোৱাটো। প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ বাণীকান্তই আই এ পঢ়িবৰ বাবে কটন কলেজত কলা বিভাগত নাম ভৰ্তি কৰিছিল যদিও নিজৰ প্ৰিয় বিষয় 'অংক'টো এৰি দিয়া নাছিল। অতি কম দিনৰ ভিতৰতে কটন কলেজৰ বিশিষ্ট পণ্ডিত অধ্যাপকসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল বাণীকান্ত কাকতি নামৰ ক'লা, চুটি-চাপৰ ল'ৰাজনে । ১৯১৩ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনৰ (তেতিয়া পূৰ্বভাৰতৰ প্ৰায়খিনি কলেজেই এই বিশ্ববিদ্যালয়ৰ অধীনত আছিল) আই এ পৰীক্ষাতো কাকতিয়ে প্ৰথম স্থান অধিকাৰ কৰে। তেতিয়ালৈকে কোনো অসমীয়া ছাত্ৰই এই সন্মান পোৱা নাছিল, সেইবাবেই তেওঁক সম্বৰ্ধনা জনাবৰ বাবে যোৰহাট, গুৱাহাটী আদি ঠাইত বিৰাট ৰাজহুৱা সভাৰ আয়োজন কৰা হৈছিল। গুৱাহাটীত অনুষ্ঠিত এখন ৰাজহুৱা সভাত সভাপতিত্ব কৰি তেতিয়াৰ অসমৰ কমিচনাৰ গৰ্ডন চাহাবে বাণীকান্তক আশীৰ্বাদ দিছিল।

বাণীকান্ত কাকতিৰ ঘৰুৱা অৱস্থা তেতিয়াও তথৈবচ, গতিকে তেওঁক কলিকতালৈ পঢ়িবলৈ পঠিয়াবলৈ যোৰহাটৰ ৰাইজে গঠন কৰিলে 'বাণীকান্ত ফাণ্ড'। তদুপৰি অন্যান্য

অধ্যাপক আৰু শিক্ষামোদীয়ে টকা-পইচাৰে সহায় কৰাৰ প্ৰতিশ্ৰুতি দিয়াৰ পাছত বি এ পঢ়িবৰ বাবে তেওঁ কলিকতালৈ যাত্ৰা কৰিলে। নাম লিখালে প্ৰেচিডেন্সি কলেজৰ ইংৰাজী বিভাগত। কিন্তু ১৯১৫ চনত বি এ পৰীক্ষাত তেওঁ দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থানহে লাভ কৰিলে যদিও প্ৰেচিডেন্সি কলেজৰ শ্ৰেষ্ঠ ছাত্ৰ হিচাপে 'টনী' (Tawney) স্মৃতি বঁটা' লাভ কৰিলে। তাৰ পাছত এম এ পঢ়িবলৈ কোনো বিশেষ 'বৃত্তি' নোপোৱাৰ বাবে তেতিয়াৰ অসমৰ শিক্ষাধিকাৰ জে আৰ কানিংহামে প্ৰতিমাহে কিছু টকা বাণীকান্তলৈ পঠিবলৈ দায়িত্ব ল'লে। এম এ পঢ়ি থাকোতে বাণীকান্তই ১৯১৬ চনত বৰপেটাৰ চিৰস্তাদাৰ উমাকান্ত দাসৰ কন্যা কনকলতাক বিয়া কৰালে আৰু ১৯১৭ চনৰ এম এ ফাইনেল পৰীক্ষাৰ আগে আগে বেছ কিছুদিন অসুখত ভুগি থকাৰ বাবে সেইবাৰলৈ পৰীক্ষা দিব নোৱাৰিলে আৰু পাছৰ বছৰত পৰীক্ষা দিলে যদিও ইংৰাজী সাহিত্যত ('এ' গ্ৰুপ) দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থানহে অধিকাৰ কৰিলে।

১৯১৮ চনত কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক হিচাপে যোগদান কৰা বাণীকান্তই হ'ল দ্বিতীয় গৰাকী অসমীয়া ব্যক্তি (প্ৰথমগৰাকী ড° সূৰ্যকুমাৰ ভূঞা)। অৱশ্যে প্ৰথমবাৰৰ এম এ পৰীক্ষাত প্ৰথম শ্ৰেণী নোপোৱাৰ আক্ষেপ বাণীকান্তৰ আছিল, গতিকে অধ্যাপনা কৰি থাকিয়েই ১৯২৩ চনত বাণীকান্তই পুনৰ ইংৰাজীত এম এ (গ্ৰুপ 'বি') পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰিলে। সেইবাৰ কলিকতা বিশ্ববিদ্যালয়ৰ গ্ৰুপ 'এ' আৰু গ্ৰুপ 'বি' দুয়োটা পৰীক্ষাৰ পৰীক্ষাৰ্থীৰ ভিতৰত তেওঁ সৰ্বোচ্চ নম্বৰ পাইছিল। কটন কলেজত বাণীকান্ত কাকতীয়ে ৩১ বছৰ কাল অধ্যাপনা কৰিছিল। অন্যতম শ্ৰেষ্ঠ অধ্যাপক ৰূপে তেওঁ পৰিগণিত হোৱাৰ উপৰি ছাত্ৰসকলক তেওঁ সকলো ধৰণে সহায় কৰিছিল। ১৯৩৫ চনত 'অসমীয়া ভাষা আৰু তাৰ বিবৰ্তন' নামৰ শ্ৰেষ্ঠ গৱেষণাকৃতিৰ বাবে কাকতিদেৱে ডক্টৰেট ডিগ্ৰী লাভ কৰে আৰু বিশ্বৰ বিদ্বৎ সমাজৰ ওচৰত প্ৰতিপন্ন কৰে যে অসমীয়া এক গৌৰৱোজ্জ্বল আৰু সুকীয়া ভাষা। পেৰিচ বিশ্ববিদ্যালয়ৰ ভাষাতত্ত্ববিদ ড° জে ব্লক, পঞ্জাব বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° এ চি উলনাৰ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ ড° সুনীতি কুমাৰ চট্টোপাধ্যায় আছিল ড° কাকতিৰ গৱেষণা গ্ৰন্থৰ পৰীক্ষক। কোনো বিশেষ গ্ৰন্থৰ সহায় নোলোৱাকৈ অসমীয়া ভাষাৰ বিবৰ্তনৰ সকলোবোৰ তত্ত্ব ড° কাকতিয়ে উন্মোচন কৰা দেখি এই অধ্যাপকত্ৰয়ে বিস্ময় মানিছিল।

অসমীয়া ভাষা-সাহিত্যৰ বিশিষ্ট গৱেষক ড° গোলোকচন্দ্ৰ গোস্বামীয়ে 'গৱেষণাৰ পথ প্ৰদৰ্শক ড° কাকতি' নামৰ এটা প্ৰবন্ধ লিখিছে- ' ড° কাকতিয়ে ভাষা আৰু ভাষাতত্ত্বৰ উপৰি শিক্ষাসদী চিন্তা-চৰ্চাৰ একাধিক দিশত অৰিহণা যোগাইছিল। তেখেতে যথাসম্ভৱ 'শ্ৰীশ্ৰীশংকৰদেৱ' নামেৰে ইংৰাজীত লিখা এখন সৰু অথচ তত্ত্বগধুৰ পুথিৰে অসমৰ মহাপুৰুষগৰাকীক বহিৰ্জগতৰ স'তে পৰিচয় কৰি দিলে। তেখেতৰ এই পুথি মাদ্ৰাজৰ জি এ নাটেশ্বন কোম্পানীয়ে প্ৰকাশ কৰিছিল। পৰৱৰ্তী কালত 'From Chaitanya to Vivekanada' নামৰ গ্ৰন্থত ভাৰতৰ অন্যান্য চিন্তানায়কসকলৰ জীৱন কাহিনীৰ লগত শংকৰদেৱৰ কাহিনীও একেলগে প্ৰকাশিত হৈছিল। তেখেতৰ 'Mother Goddess Kamakhya' খনো এখন তেনেই সৰু পুথি; কিন্তু ইয়েই অসম তথা উত্তৰ-পূৱ ভাৰত,

এই সমস্ত ভূ-খণ্ডৰ ধৰ্মীয়, সামাজিক আৰু সাংস্কৃতিক দিশৰ দুৱাৰ মুকলি কৰি দিয়ে। পাছত প্ৰকাৰান্তৰে ইয়াৰে অসমীয়া সংস্কৰণৰ দৰে পুৰণি কামৰূপত ধৰ্মৰ ধাৰা' প্ৰকাশ পায়। সেইদৰে 'পুৰণি অসমীয়া সাহিত্য' নামৰ সৰু পুথিখনো অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ এখন অমূল্য সম্পদ। ইয়াত সন্নিবিষ্ট ৰচনাকেইখনে অসমীয়া ভাষাৰ পুৰণি সাহিত্যৰাজি যে সমগ্ৰ জাতিৰ আপুৰুগীয়া সম্পত্তি, এইবোৰেই যে আমাৰ জাতীয় গৌৰৱৰ ভেটিস্বৰূপ, সেই কথা পোনপ্ৰথম প্ৰতিপন্ন কৰে। ড° কাকতিৰ পৰৱৰ্তী কালত অনেকেই অসমীয়া সাহিত্যৰ বুৰঞ্জী ৰচনাত প্ৰবৃত্ত হৈছে, কিন্তু সেইসকলে পুৰণি অসমীয়া সাহিত্য সম্পৰ্কে কাকতিয়ে যি বক্তব্য দাঙি ধৰিছিল, তাৰেই মাথোন ব্যাখ্যা আৰু বিশ্লেষণহে কৰিছে, নতুন একো কথা ক'ব পৰা নাই।...

ড° কাকতিয়ে পোনপ্ৰথমবাৰৰ বাবে অসমীয়া ভাষাৰ গঠন, উদ্ভৱ আৰু ক্ৰমবিকাশৰ বিতং আলোচনা দাঙি ধৰে। তেখেতে দেখুৱাই দিয়ে যে অসমীয়া ভাষা হিন্দী, মাৰাঠী, উৰিয়া, বাংলা আদিৰ দৰে স্বয়ং সম্পূৰ্ণ আৰ্যভাষা।'....

বাণীকান্ত কাকতিৰ বিষয়ে ইয়াতকৈ আৰু বেছি কোৱাৰ প্ৰয়োজন নাই। তেৰেঁই আছিল অসমীয়া ভাষাতত্ত্বৰ বৈজ্ঞানিক বিশ্লেষণ সমূহৰ প্ৰথম প্ৰবৰ্তক। ভাষা-সংস্কৃতি সম্পৰ্কীয় বিভিন্ন গৱেষণামূলক প্ৰবন্ধ আৰু সমালোচনা সাহিত্যৰে অসমীয়া ভাষাৰ তেওঁ যেন পুনৰ্জন্ম দিছিল। তেওঁ 'পুৰণি অসমীয়া সাহিত্য, সাহিত্য আৰু প্ৰেম, পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা, কলিতা জাতিৰ ইতিবৃত্ত, ৰিষ্টুইট মিথচ এণ্ড লিজেণ্ড, লাইফ এণ্ড টিচিংচ অব্ শংকৰদেৱ, পখিলা, ষ্টৰিজ ফ্ৰম এচামিচ হিষ্টৰী' আদি গ্ৰন্থবোৰ লিখি অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিক যি মৰ্যাদা দিছিল তাৰ ঋণ পৰিশোধ কৰিব নোৱাৰে অসমীয়া ভাষা প্ৰেমীয়ে।

বিশিষ্ট পণ্ডিত ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে কলেজীয়া কালৰে পৰা ড° বাণীকান্ত কাকতিৰ সান্নিধ্য পাইছিল। সেয়ে ড° গোস্বামীয়ে ড° কাকতিৰ ব্যক্তিত্বৰ বিষয়ে দিয়া কেতবোৰ মন্তব্য আমাৰ এই নিবন্ধত উল্লেখ কৰিলেহে তেওঁৰ বিষয়ে বুজাত আৰু সহজ হ'ব। ড° গোস্বামীয়ে লিখিছে 'মোৰ ধাৰণা মতে প্ৰথমতে, তেওঁ যদিও ওখৰ পৰা চাপৰলৈ সকলোৰে লগত মিলিব পাৰিছিল, তথাপি তেওঁ আছিল প্ৰকৃতিত অলপ অন্তৰ্মুখী। দ্বিতীয়তে, আদবয়সত তেওঁ আৰ্থিক অনাটন, স্বাস্থ্যৰ দুৰ্বলতা আদিৰ পৰা ইমান ভুগিলে যে সেই বিলাকৰ সোঁৱৰণে তেওঁৰ মন কিছু পৰিমাণে তিতা কৰি ৰাখিলে। তৃতীয়তে, তেওঁৰ মগজ ইমান উচ্চস্তৰৰ আছিল যে যেই সেই মানুহৰ সঙ্গ তেওঁ আমনিদায়ক পাইছিল। আনহাতে, তেওঁ আছিল মাটিৰ মানুহ। তেওঁ সাধাৰণ পিয়ন-চকীদাৰৰ লগতো ধেমালি কৰিছিল।..... অন্তৰ্দৃষ্টি সম্পন্ন এই মানুহজনে মাজে-সময়ে যি দুই-এটা মন্তব্য দিছিল সেই মন্তব্য আছিল গভীৰ অৰ্থপূৰ্ণ। তেওঁ কৈছিল, 'অসমীয়া মানুহৰ উদ্যম ধানখেৰৰ জুই।' এই উদ্যমৰ নমুনা আমি দেখিবলৈ পালো সেই লাচিত সেনাৰ দিনৰ পৰা আলফাৰ কাৰ্যকলাপলৈ। আন্দোলন আৰম্ভ কৰা টান নহয়, কিন্তু বিপদ হয় যেতিয়াই আন্দোলনে মানুহক মূল উদ্দেশ্যৰ পৰা আঁতৰাই আনি বিশৃংখল কৰি তোলে।... কাকতিয়ে কৈছিল-'অসমীয়া মানুহৰ দৰ্শন নাই।' দৰ্শন মানে

তেওঁ সাংখ্য বা বেদান্তৰ কথা কোৱা নাছিল। তেওঁ আঙুলিয়াইছিল শৃংখলাবদ্ধ আৰু ধৈৰ্যশীল চিন্তাৰ অভাৱলৈ। এনে চিন্তাৰ ভেটি থাকিলেহে কোনো আন্দোলন নাইবা পৰিবৰ্তন আপেক্ষিকভাৱে স্থায়ী আৰু সাৰ্থক হ'ব পাৰে।'

ড° বাণীকান্ত কাকতি সচৰাচৰ জনপ্ৰিয় ব্যক্তিত্ব নাছিল, কাৰণ তেওঁ অপ্ৰিয় সত্য কথা কোৱাৰ লগতে কাৰোবাৰ কিবা দোষ দেখিলে খোঁচ মাৰি কথা কৈছিল। কিন্তু ভাষা-সাহিত্যৰ ছাত্ৰ-পণ্ডিতসকলৰ বাবে ড° কাকতি আছিল অন্যতম আদৰ্শ আৰু পথ প্ৰদৰ্শক। তেওঁৰ অনুপ্ৰেৰণাতে অনুজ পণ্ডিত-গৱেষকসকলে অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা কৰিবলৈ সাহস পাইছিল। শৈশব-কৈশোৰত অতি কষ্টৰ মাজেদি জীৱন যাপন কৰাৰ সময়খিনিত যিসকল সদাশয় লোকে কাকতিক বিভিন্ন ধৰণে সহায় কৰিছিল, সেইসকল লোকৰ নাম আৰু সাহায্যৰ বিষয়বস্তু বা অৰ্থৰ পৰিমাণ লিখি থৈছিল অতি শৃংখলাবদ্ধভাৱে। পাছত তেওঁ যেতিয়া চাকৰিত সোমাইছিল, তেতিয়া সেই সহায়কাৰীসকলৰ ঋণ পৰিশোধ কৰাই আছিল ড° কাকতিৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য।

অতি অনাড়ম্বৰ জীৱন-যাপন কৰি উচ্চ চিন্তা-চৰ্চা কৰাটোৱেই আছিল ড° বাণীকান্ত কাকতিৰ জীৱনৰ মহত্তম আদৰ্শ। তেওঁ প্ৰাচ্যৰ সংস্কৃতিক শ্ৰদ্ধা কৰিছিল আৰু পাশ্চাত্য সংস্কৃতিৰ পৰা এক নিৰাপদ দূৰত্ব বজাই ৰাখি আঁতৰি থাকিছিল। সাধাৰণ ধুতি-চোলা, সূতাৰ চাদৰ, ঠাণ্ডাৰ দিনত কোট আৰু ভৰিত কেনভাচ জোতা, এইবোৰেই ড° কাকতিৰ সাজ-পোছাক আছিল।

বিড়ি হুপি খোজকাঢ়ি ঘূৰি ফুৰাটো যেন ড° কাকতিৰ অন্যতম হবি আছিল। কটনৰ শ্ৰেণীকোঠাত ছাত্ৰসকলক পঢ়াই থাকোতে এবাৰ ইংৰাজী সাহিত্যৰ অধ্যাপক পি চি বয়ে কৈছিল-'মোৰ দুজন ছাত্ৰ, দুয়োজন স্বনামধন্য আৰু বিখ্যাত। এজন বিলাত ফেৰৎ, আনজন নহয়। দুয়োৰে গৌৰৱত মই গৌৰৱান্বিত। এজনে মই চিগাৰেট দিলেও খায়, মোকো যাচে। আনজনে বিড়ি খায়, চিগাৰেট নাখায়, তাকো মোক দেখিলে পিছলৈ হাত কৰি নুমাই পেলাই দিয়ে। যদিও তেওঁক মোৰ ছাত্ৰ বুলি গৌৰৱ কৰো আৰু আনন্দ লভো, তথাপি বিদ্যাৰ ওজনত মইহে তেওঁৰ ছাত্ৰ হ'ব লাগে। তোমালোকে এতিয়া কোনটো আদৰ্শ ল'বা। দুয়োজনেই তোমালোকৰ অধ্যাপক এজন ড° সূৰ্যকুমাৰ ভূঞা আৰু আন জন ড° বাণীকান্ত কাকতি।'

ড° বাণীকান্ত কাকতি আছিল অপ্ৰতিদ্বন্দ্বী পাণ্ডিত্যৰ গৰাকী আৰু যথাৰ্থ সমালোচক। তেওঁৰ মন আছিল বৈজ্ঞানিক ভাবাপন্ন। অংক শাস্ত্ৰৰ এগৰাকী কৃতী ছাত্ৰ হোৱাৰ বাবে সাহিত্যকো তেওঁ হিচাপ-নিকাচৰ মাত্ৰাৰে বিশ্লেষণ কৰিছিল। অসমীয়া জাতিৰ গৌৰৱ এইজনা ব্যক্তিৰ অকাল প্ৰয়াণ ঘটে ১৯৫২ চনৰ ১৫ নৱেম্বৰত।



(১৯)

# অমিয় কুমাৰ দাস

লোকনায়ক অমিয় কুমাৰ দাস আছিল সঁচা অৰ্থত এগৰাকী দেশনেতা। প্ৰথম কংগ্ৰেছী দলপতি (মুখ্যমন্ত্ৰী!) হিচাপে লোকনায়ক দাসৰ নাম প্ৰস্তাৱ কৰিছিল দেবেশ্বৰ শৰ্মাই, কিন্তু গোপীনাথ বৰদলৈৰ পক্ষত তেওঁ নিজেই নামটো উঠাই লৈছিল, নহ'লে আজি অসমৰ প্ৰথমগৰাকী মুখ্যমন্ত্ৰী হিচাপে আমি নিশ্চয় তেওঁৰ নামেই ল'লোহেঁতেন। যিয়েই নহওক মাটিৰ মানুহ অমিয় দাস আছিল অতি পৰিশ্ৰমী, ত্যাগী আৰু সৎ পুৰুষ, যাৰ গুণৰ তুলনা নাই। অসমত স্বাধীনতা আন্দোলন প্ৰসাৰৰ ক্ষেত্ৰত অন্যতম ভূমিকা লোৱা লোকনায়ক দাস এগৰাকী প্ৰগতিশীল মনৰ মানুহ আছিল। য'ত কাৰোবাৰ বিপদ হৈছে, য'ত মহামাৰী হৈছে, য'ত ৰায়তৰ সভা, বহিছে তাতেই তেওঁ উপস্থিত হৈছিল আৰু বিভিন্ন ক্ষেত্ৰত সহায়ৰ হাত আগবঢ়াবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। স্বাধীন অসমৰ প্ৰথমগৰাকী শিক্ষা আৰু শ্ৰমমন্ত্ৰী অমিয় কুমাৰ দাসে তেওঁৰ আত্মজীৱনী 'জীৱন স্মৃতি'ত লিখিছে দাৰ্শনিক ৰুছোৰ এষাৰ বাক্য- 'মই যদি নিজৰ ধৰ্ম লৈ নিজৰ গাঁৱত পৰিয়ালৰ মাজত থাকিলোহেঁতেন, সাধাৰণ মানুহৰ দৰে মোৰ জীৱন শান্তিৰে গ'লহেঁতেন, শান্তিৰে মই মোৰ পৰিয়ালৰ মাজত নিজৰ জীৱন অন্ত পেলাব পাৰিলোহেঁতেন!' এই কথা অমিয় কুমাৰ দাসে হয়তো পাছৰ জীৱনত অন্তৰেৰে বিশ্বাস কৰিছিল। কাৰণ দেশৰ-দহৰ বাবে অহৰহ চিন্তা কৰা এই মানুহজনে কাহানিও প্ৰকৃততে শান্তি পোৱা নাছিল। কিন্তু অন্যান্য ৰাজনীতিকতকৈ লোকনায়ক দাস ভাগ্যবান, কাৰণ মন্ত্ৰী হৈ তেওঁ কাহানিও দুৰ্নীতিৰ আশ্ৰয় লোৱা নাছিল, সহকৰ্মীজনক লেং মৰা নাছিল, মন্ত্ৰী হৈয়ো এজন হোজাগাঁৱলীয়া লোকৰ দৰে জীৱন-যাপন কৰিছিল। সেইবাবে তেওঁ জীৱনত প্ৰকৃত শান্তি পাইছিল আৰু ৰাইজৰ পৰা পাইছিল অফুৰন্ত মৰম আৰু শ্ৰদ্ধা।

অমিয় কুমাৰ দাসৰ কোনো 'সোঁৱৰণি' নাছিল, সেইবাবে তেওঁৰ প্ৰকৃত জন্মৰ তাৰিখ তেওঁ নিজেই নাজানিছিল, স্কুলত নাম লিখাওতে মোমায়েকে লেখি দিছিল পাঁচ মে' ১৮৯৫ চন। নিজৰ পিতা ডাঃ উদয়ৰাম দাসৰ বিষয়ে কোনো কথাই মনত নাছিল অমিয় কুমাৰ দাসৰ। উদয়ৰাম দাসে কলিকতাৰ কেম্পবেল মেডিকেল স্কুলৰ পৰা ডাক্তৰী পাছ কৰিছিল। তেওঁৰ বন্ধু আছিল গোপীনাথ বৰদলৈৰ পিতৃ ডাঃ বুদ্ধেশ্বৰ বৰদলৈ। উদয়ৰাম দাসে কলিকতালৈ গৈ ব্ৰহ্মা সমাজৰ প্ৰভাৱত পৰি সেই ধৰ্ম গ্ৰহণ কৰিছিল। চৰকাৰী চাকৰি নাপাই তেওঁ বাগিচাৰ ডাক্তৰ হিচাপে চাকৰিত সোমাইছিল। বহু লোকলৈ সহায়ৰ হাত আগবঢ়োৱা এইগৰাকী ব্যক্তি আছিল অতি উদাৰ আৰু অত্যন্ত সাহসী। কিন্তু তেওঁ অতি কম দিনৰ জীৱনহে লাভ কৰিলে আৰু জীৱনৰ বহু স্বপ্নই

ভাঙি চুৰমাৰ হৈ গ'ল, সেই সময়ত তেওঁৰ দুই পুত্ৰ বিনয় আৰু অমিয় আছিল সৰু সৰু।

অমিয় দাসৰ জন্ম যদিও গুৱাহাটীত, পিতৃ উদয়ৰাম আছিল তেজপুৰৰ মানুহ, সেইদৰে মাতৃ সৰলা দেৱীও আছিল তেজপুৰৰ বিখ্যাত লক্ষ্মীকান্ত বৰকাকতীৰ কন্যা। মুম্বাইত বহা কংগ্ৰেছৰ প্ৰথম অধিবেশনলৈ লক্ষীকান্ত গৈছিল তেজপুৰ ৰায়ত সভাৰ প্ৰতিনিধি হিচাপে। ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰা এইজনা লোকে তাৰ পাছতো কংগ্ৰেছৰ অধিবেশনলৈ গৈছিল, ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ কংগ্ৰেছীসকলৰ স'তে তেওঁৰ চিনাকি আছিল, কমলাকান্ত ভট্টাচাৰ্য, হৰিবিলাস আগৰৱালা আদি তেওঁৰ বন্ধু আছিল। তেজপুৰৰ বহু ৰাজহুৱা অনুষ্ঠানৰ গুৰি ধৰিছিল। সৰলা দেৱীও আছিল এগৰাকী শিক্ষিতা মহিলা। তেওঁ গুণাভিৰাম বৰুৱাৰ কন্যা স্বৰ্ণলতাৰে সৈতে কলিকতাৰ বেথুন স্কুলত পঢ়িছিল, দুয়ো সখীও আছিল আৰু কলিকতাৰ ব্ৰাহ্ম সমাজৰ কে'বাজনো নেতৃস্থানীয় লোকৰ তত্ত্বাৱধানত তেওঁলোকে তাত পঢ়া-শুনা কৰিছিল।

শৈশৱতে পিতৃহাৰা হোৱা অমিয় দাসে ডাঙৰ-দীঘল হৈছিল ককাদেউতা লক্ষ্মীকান্ত বৰকাকতীৰ তত্ত্বাৱধানত, যাৰ বাবে তেওঁৰ অধ্যয়নপুষ্ট মন এটাই গঢ় লৈ উঠিছিল আৰু দেশ-বিদেশৰ খবৰ-বাতৰি জানিবলৈ ইচ্ছুক হৈ উঠিছিল। দাসৰ একমাত্ৰ মোমায়েকক পিতৃ উদয়ৰাম দাসে কলিকতাত পঢ়ুৱাইছিল কিন্তু উদয়ৰামৰ মৃত্যুৰ পাছত নিজৰ ঘৰৰ আৰু বায়েকৰ পৰিয়ালৰ দায়িত্ব ল'বলৈ তেওঁ তেজপুৰলৈ উভতি আহিছিল আৰু সৰু চাকৰি এটা কৰিছিল। পিতৃৰ মৃত্যুৰ পাছতেই মাতুলৰ ঘৰত আৰম্ভ হৈছিল অমিয় দাসৰ অভাৱী জীৱন। মোমায়েকৰ চাকৰিৰ সামান্য টকাখিনিৰে সংসাৰ চলা নাছিল। দোকানীয়েও বাকী দিয়া বন্ধ কৰিছিল। 'জীৱন স্মৃতি'ত দাসে লিখিছে, 'ঘৰৰ অভাৱৰ ছবিখন দেখি আমাক যি খাবলৈ দিয়া হৈছিল, তাতকৈ বেছি বিচৰাটো অপৰাধ বুলি ভাবিছিলো।' সৰুৰে পৰা ককাদেউতাৰ মুখেৰে তেওঁ 'মোহন দাস কৰমচাঁদ গান্ধী'ৰ বিষয়ে শুনিছিল আৰু তেওঁতে অবচেতন মনত ভগৱান যেন জ্ঞান কৰি কিবা কাম এটা কৰিবলৈ লওঁতে প্ৰথমে গান্ধীৰ নামটো স্মৰণ কৰিহে কামত আগবাঢ়িছিলো। গান্ধীজীৰ অতি অনুৰাগী এইগৰাকী ব্যক্তিয়ে পাছলৈ My Experiment with truth খন 'মোৰ সত্য অন্বেষণৰ কাহিনী, নাম দি অসমীয়ালৈ অনুবাদ কৰি অসমীয়া মানুহক গান্ধীজীৰ জীৱনৰ মহামন্ত্ৰৰ গভীৰ শিক্ষা দান কৰিছিল।

হাইস্কুলীয়া জীৱনৰে পৰা দেশৰ স্বাধীনতা লাভৰ বাবে অমিয় দাস যেন ব্যগ্ৰ হৈ পৰিছিল। এই ক্ষেত্ৰত তেওঁৰ অন্যতম উপদেষ্টা আছিল স্কুলত দুবছৰে ডাঙৰ চন্দ্ৰনাথ শৰ্মা। অসমত কংগ্ৰেছৰ অন্যতম প্ৰতিষ্ঠাতা চন্দ্ৰনাথ শৰ্মাই সহযোগী অমিয় দাসৰে সৈতে হাইস্কুলীয়া কালৰে পৰা তেজপুৰৰ সমাজ আৰু ৰাজনৈতিক দিশত আগভাগ লৈছিল।

১৯১২ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ অমিয় কুমাৰ দাসে কটন কলেজত নাম লিখালে। কটন কলেজ বুলিলেই ছাৰ হেনৰী কটনৰ কথা মনলৈ আহে। এইগৰাকী ব্যক্তি ইংৰাজ চৰকাৰৰ এগৰাকী অন্যতম প্ৰশাসক হ'লেও তেওঁ ভাৰতপ্ৰেমী, বিশেষকৈ

অসমীয়াপ্ৰেমী আছিল। ১৯৩৫ চনত বম্বেত বহা কংগ্ৰেছৰ অধিবেশনত তেওঁ সভাপতিত্ব কৰিছিল। সেই বাবেই ইংৰাজসকলে তেওঁক দেখিব নোৱাৰা হৈছিল। আনকি পৰৱৰ্তী কালত অসমলৈ আহোতে তেওঁ নিজে প্ৰতিষ্ঠা কৰা কটন কলেজত ছাৰ হেনৰী কটনক প্ৰৱেশত বাধা আৰোপ কৰিছিল তেতিয়াৰ ইংৰাজ চৰকাৰে। হেনৰী কটনে তেওঁৰ স্মৃতিগ্ৰন্থ India and Home memories ত অসমৰ বিষয়ে লিখিছিল- 'অসমক ভাৰতৰ এলাগী ছোৱালী বুলিয়েই গণ্য কৰা হয়। মোৰ দুখ লাগে এই প্ৰদেশখন এতিয়াও তেনে অৱস্থাতে আছে।... অসমৰ শাসনৰ আঁৰত এটা ডাঙৰ স্বতন্ত্ৰীয়া প্ৰশ্নই ভূতৰ দৰে ভুমুকি মাৰি আছে। সেইটো হৈছে-আন প্ৰদেশৰ পৰা আমদানি কৰা হেজাৰ হেজাৰ অসহায় বনুৱা। তেওঁলোকে চাহ বাগিচাবিলাকত কাম কৰিবলৈ কে'বা হেজাৰ মাইল দূৰৰ পৰা ৰেল, জাহাজ আৰু কতবিধৰ যান-বাহনত আহিব লগা হোৱা সত্বেও প্ৰয়োজনীয় জোখাৰে মজুৰি নাপায়।' এই কথা অমিয় কুমাৰ দাসে গভীৰভাৱে উপলব্ধি কৰিছিল। তেওঁ হেনৰী কটনৰ উক্ত গ্ৰন্থখন কটন কলেজৰ লাইব্ৰেৰীত পঢ়ি উঠি যথেষ্ট চিন্তান্বিত হৈ পৰিছিল। এই সম্পৰ্কত দাসে জীৱন স্মৃতিত লিখিছে-'কটন চাহাবলৈ সকলে পৰা শ্ৰদ্ধাৰ ভাব হোৱাত গুৱাহাটীলৈ গৈ কটন কলেজত ভৰ্তি হওঁতে কটন চাহাবৰ মাৰ্বল মূৰ্তিৰ ওচৰত মোৰ অন্তৰৰ শ্ৰদ্ধা জনাওঁ। মনলৈ ভাব আহে-সুৰেন্দ্ৰ নাথ বেনাৰ্জীকে আদি কৰি ভাৰতীয় নেতাসকলে লৰ্ড ৰিপনৰ গাড়ীখন ঘোঁৰা নলগাই টানি নি সম্মান দেখুওৱাৰ দৰে আমিও কটন চাহাবক শ্ৰদ্ধা দেখুৱাব পাৰিলে কিমান ভাল পালেহেঁতেন।...' হেনৰীৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰিছিল দাসে। হেনৰী চাহাবে লিখি থৈ যোৱা চাহ বনুৱাসকলৰ দুৰ্গতিৰ নিৰাময়ৰ বাবে বহু চেষ্টাৰে ১৯৫৫ চনত 'চাহ মজদুৰ ভৱিষ্যনিধি আইন' প্ৰণয়ন কৰিহে দাসে মনত শান্তি পাইছিল।

নানা ধৰণৰ বেমেজালি আৰু হোষ্টেলীয়া জীৱনত নানা দুৰ্দশাৰ বাবে, ৰাহজহৰা কামত উঠিপৰি লগা বাবে অমিয় কুমাৰ দাসে ১৯১৪ চনত আই এ পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে। তাৰ পাছত তেওঁ কটন কলেজো এৰিলে আৰু কলিকতাৰ চিটি কলেজত নামভৰ্তি কৰিলে আৰু তাৰ পৰাই প্ৰথম বিভাগত আই এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। ১৯১৮ চনত চিটি কলেজৰ পৰাই বি এ পাছ কৰি আইন কলেজত ভৰ্তি হয়। আইনৰ দুটা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত ১৯২১ চনত যেতিয়া অসহযোগ আন্দোলন আৰম্ভ হ'ল তেতিয়া তেওঁ পঢ়া-শুনা এৰি আন্দোলনৰ প্ৰচাৰৰ বাবে অসম পালেহি। গান্ধীজীৰ শিষ্য হৈ মন-প্ৰাণ সপি বৰ্তমানৰ শোণিতপুৰ জিলাত আন্দোলন তীব্ৰতৰ কৰি তুলিলে। গান্ধীজীৰ প্ৰথম দৰ্শন লাভৰ বিষয়ে দাসে লিখিছে '১৯১৫ চনৰ মাৰ্চ মাহৰ পাঁচ তাৰিখে (কলিকতাত) গান্ধীক দেখিলো হয়, কিন্তু মনত তেতিয়াও ভবা নাছিলো-এই চুটি-চাপৰ মানুহজনেই মোৰ জীৱনত এনেদৰে প্ৰভাৱ পেলাব; আমাৰ জীৱনৰ গতি সম্পূৰ্ণ নতুন ফালে নিয়াব। নিয়তিয়ে বোধকৰো অলক্ষিতে সেইদিনাই মোৰ জীৱনৰ জৰীডাল গান্ধীক গতাই দিলে।' অৱশ্যে সৰুতে ককাদেউতাৰ মুখত শুনি শুনি গান্ধীজীৰ নামটো দাসৰ অৱচেতন মনত ইমান দ'কৈ সোমাইছিল যে মাৰ্বল গুটি এটা মাৰোতেও গান্ধীৰ

নামহে উচ্চাৰণ কৰিছিল। মহাত্মাজীক অমিয় দাসে একেবাৰে ওচৰৰ পৰা পালে ১৯২১ চনত, তেজপুৰত।

অসহযোগ আন্দোলনৰ প্ৰচাৰৰ বাবে 'গান্ধী ভলণ্টিয়াৰ' হৈ গাঁৱে গাঁৱে ঘূৰি ফুৰিব ল'লে অমিয় কুমাৰ দাস। তেজপুৰত তেওঁৰ সতীৰ্থ আছিল চন্দ্ৰনাথ শৰ্মা আৰু লক্ষ্মীধৰ শৰ্মা। মহাত্মাই এওঁলোকৰ কাম-কাজ দেখি অতিকৈ সন্তোষ প্ৰকাশ কৰিছিল। অসহযোগ আন্দোলন তীব্ৰ ৰূপত চলিল আৰু সফলো হ'ল। কিন্তু এইবাৰ আহিল জীৱন-জীৱিকাৰ প্ৰশ্ন। ইংৰাজৰ তলত চাকৰি কৰাৰ কথা সপোনতো নভবা দাসে এইবাৰ আৰম্ভ কৰিলে গেলামালৰ দোকান। পাছত সেয়া এৰি চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা 'সাপ্তাহিক অসমীয়া'ৰ সম্পাদক হৈ দাসে পেচাদাৰী সাংবাদিক জীৱনত প্ৰৱেশ কৰে। স্কুলীয়া জীৱনৰে পৰা লিখা পঢ়াত ৰাপ থকা দাসক গ্ৰন্থকীট বুলিলেও বঢ়াই কোৱা নহয়। প্ৰতিটো ক্ষেত্ৰতে তেওঁ নিৰ্মোহ আৰু নিৰপেক্ষ মতামতো দিব পাৰিছিল। সেইবাবে 'সাপ্তাহিক অসমীয়া'ৰ সম্পাদক হিচাপে তেওঁ হৈছিল যথেষ্ট সফল। তদুপৰি অসহযোগ আন্দোলনৰ সময়তে মহাত্মাৰ 'ইয়ং ইণ্ডিয়া' কাকতত প্ৰকাশিত প্ৰবন্ধ অসমীয়ালৈ অনুবাদ আৰু প্ৰকাশ কৰি সেয়া ৰাইজৰ মাজত বিলাই দিছিল। সেই সময়ত অমিয় দাসৰ দুটা লক্ষ্য আছিল-প্ৰথম, গাঁৱলীয়া ৰাইজৰ মাজত অসহযোগ আন্দোলনৰ বাতৰি প্ৰচাৰ কৰা আৰু আন্দোলন সম্পৰ্কে সকলোকে সজাগ কৰা দ্বিতীয়, ইংৰাজীৰে বুলেটিন উলিয়াই ভাৰতৰ মুখিয়াল লোকসকলক অসমৰ পৰিস্থিতিৰ বিষয়ে বুজোৱা, নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ। পাছত অসমত কিদৰে অত্যাচাৰ চলিব ধৰিছে, সেই সম্পৰ্কে ভাৰতৰ নেতৃস্থানীয় লোকসকলক জনোৱা। ১৯২৬ চনত শ্ৰীনিবাশ আয়েঙ্গাৰৰ পৌৰোহিত্যত বহা পাণ্ডুৰ কংগ্ৰেছ অধিবেশনত অভ্যৰ্থনা সমিতিৰ সদস্য হিচাপে দাসে দেহেকেহে খাটি ছিল আৰু নিজৰ সম্পাদনাত প্ৰকাশিত 'সাপ্তাহিক অসমীয়া'খন সকলোৰে মাজত বিলাই ফুৰিছিল। কাকতখনৰ যোগেদি দাসে স্বাধীনতাৰ মতাদৰ্শ প্ৰচাৰ কৰিছিল।

১৯৩০ চনত আইন অমান্য আন্দোলন আৰম্ভ হৈছিল। প্ৰদেশ কংগ্ৰেছৰ সভাপতি হিচাপে সেই সময়ত আন্দোলনৰ নেতৃত্ব লৈছিল বিষ্ণুৰাম মেধিয়ে। তেওঁৰ মুখ্য সহযোগী দুজন আছিল ত্যাগবীৰ হেম বৰুৱা আৰু অমিয় কুমাৰ দাস। সেই বছৰতে দাস অসম ছাত্ৰ সন্মিলনৰ সভাপতি হিচাপে নিৰ্বাচিত হৈছিল। সভাপতিৰ ভাষণত তেওঁ কৈছিল- 'কানিংহাম চাহাব ব্ৰিটিছ সাম্ৰাজ্যবাদৰ পুতলা মাত্ৰ। তেওঁৰ বিৰুদ্ধে ছাত্ৰৰ সংগ্ৰাম নহয়, সংগ্ৰাম হ'ব লাগিব ব্ৰিটিছ সাম্ৰাজ্যবাদক ভাৰতবৰ্ষৰ পৰা আঁতৰাবৰ বাবেহে। যেতিয়ালৈকে ভাৰতবৰ্ষত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ উচ্ছেদ সাধন নহয়, তেতিয়ালৈকে এক কানিংহাম নহয়, হেজাৰ কানিংহামৰ সৃষ্টি হৈ থাকিব। গতিকে ছাত্ৰসকলৰ মূলমন্ত্ৰ হ'ব লাগিব- সাম্ৰাজ্যবাদৰ সম্পূৰ্ণ উচ্ছেদ সাধন।' ১৯৩০ চনৰ আন্দোলনত 'অসম ছাত্ৰ সন্মিলনে' লোৱা ভূমিকা প্ৰচাৰৰ বাবে প্ৰচাৰ পত্ৰিকা লিখি কৰি সমগ্ৰ ভাৰততে প্ৰচাৰ কৰিছিল, যিটো দেখি মহাত্মা গান্ধীয়ে সন্তোষ পাইছিল আৰু তেনে কাম কৰিবলৈ ভাৰতৰ অন্যান্য প্ৰদেশসমূহকো পৰামৰ্শ দিছিল। অসহযোগ আন্দোলনত কৰাৰ দৰে '৩০ চনৰ আন্দোলনতো অমিয় দাসক গ্ৰেপ্তাৰ কৰা হয় আৰু ছমাহৰ কাৰাবাস খাটি

তেওঁ মুক্তি পায়। পুনৰ '৩২ চনত অমিয় দাসক গ্ৰেপ্তাৰ কৰে আৰু কেইমাহ মানৰ পাছতেই মুক্তি দিয়ে। '৩৩ চনত কংগ্ৰেছৰ অধিবেশনলৈ যাওঁতে বিষ্ণুৰাম মেধি, অমিয় দাস প্ৰমুখ্যে কেইবাজনো নেতা পুনৰ গ্ৰেপ্তাৰ হয়।

১৯৩৪-৩৬ এই দুবছৰ কাল লক্ষ্মীনাথ বেজবৰুৱাই প্ৰতিষ্ঠা কৰা 'বাঁহী'ৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰিছিল অমিয় কুমাৰ দাসে। পূৰ্বে কলিকতাত বি এ আৰু আইন পঢ়ি থাকোতে দাসে বাঁহীৰ সম্পাদনা আৰু পৰিচালনাৰ কামত বেজবৰুৱাক সহায় কৰিছিল। দাসৰ ওপৰত অসীম বিশ্বাস আছিল বেজবৰুৱাৰ, সেই বাবেই বাঁহীৰ সম্পাদক হ'বলৈ বেজবৰুৱাই তেওঁক আহ্বান জনাইছিল। যথেষ্ট দক্ষতাৰে দাসে বাঁহীৰ সম্পাদনা কৰিছিল। তাৰ পূৰ্বে 'সাপ্তাহিক অসমীয়া'ৰ সম্পাদক হিচাপে তেওঁ লিখিছিল-'সকলো সম্প্ৰদায়কে সামৰি সমূহ অসমীয়াৰ সেৱা আৰু মঙ্গল কামনাই 'অসমীয়া'ৰ মূল উদ্দেশ্য। অসমীয়া ৰাইজৰ মাজত স্বৰাজৰ প্ৰবল স্পৃহা আৰু স্বাধীনতাৰ অদম্য আকাংক্ষা জন্মোৱাই অসমীয়াৰ আছিল অন্যতম লক্ষ্য।' যুগ-যুগান্তৰৰ দাসত্ব ভাব গুচাই ৰাইজৰ মাজত আত্মবিশ্বাস জন্মাই মানৱ অধিকাৰৰ দাবী কৰিবলৈ শিক্ষা দিয়াই অসমীয়াৰ লক্ষ্য। বিভিন্ন বাতৰি আৰু ৰাজনৈতিক প্ৰবন্ধ প্ৰকাশ কৰি 'অসমীয়া'ৰ যোগেদি এই লক্ষ্যত উপনীত হোৱাৰ চেষ্টা কৰিছিল আৰু বাঁহীতো এই কাম কৰিছিল বিভিন্ন ধৰণৰ সাহিত্যৰ নিবন্ধ প্ৰকাশৰ যোগেদি। বাঁহীৰ আন এক উদ্দেশ্য আছিল ভাৰতীয় সংস্কৃতিৰ মূল ভাষা সংস্কৃত সাহিত্যৰ অনুবাদ কৰি সেইখিনিৰ স্বাদ অসমীয়া পাঠকক দিয়াটো।

১৯৩৫ চনত 'প্ৰাদেশিক স্বায়ত্ব শাসন' ঘোষণা কৰা হয় আৰু সেইমতেই দেশীয় ৰাজ্য চৰকাৰ গঠনৰ বাবে ১৯৩৭ চনত নিৰ্বাচন অনুষ্ঠিত হয়। এই নিৰ্বাচনত জয়লাভ কৰি দাস বিধানসভালৈ নিৰ্বাচিত হয়। ১৯৪০ চনত ব্যক্তিগত সত্যাগ্ৰহ কৰি তেওঁ ছমাহৰ কাৰাবাস খাটে। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন আৰম্ভ হোৱাৰ কেইমাহমানৰ আগতে ৪৭ বছৰ বয়সত অমিয় কুমাৰ দাসে বিয়া কৰাইছিল বিদুষী নাৰী আৰু স্বাধীনতা যুঁজাৰু পুষ্পলতা দাসক। স্বভাৱতে লাজকুৰীয়া, অতিশয় ভদ্ৰ আৰু অমায়িক দাসে বিয়া কৰোৱাৰ কথা ভবাই নাছিল কিন্তু ভুবনেশ্বৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা আদি বন্ধুসকলৰ নেৰানেপেৰা চেষ্টাত এই বিয়া সম্ভৱ হয়।

অমিয় কুমাৰ দাসতকৈ ২০ বছৰে সৰু পুষ্পলতা দাসে এক সাক্ষাৎ প্ৰসঙ্গত মোক কৈছিল-'অমিয় কুমাৰ দাসক মই প্ৰথমবাৰৰ বাবে দেখিছিলো মোৰ ছবছৰ বয়সত। তেতিয়া তেওঁ বাতৰিৰ ৰিপ'ৰ্ট সংগ্ৰহ কৰিবলৈ আমাৰ বৰপেটালৈ গৈছিল। পাছলৈ মই যেতিয়া কংগ্ৰেছৰ কৰ্মী হৈ আন্দোলনত যোগ দিছিলো, তেতিয়াই তেওঁক ওচৰৰ পৰা পালো। আচলতে কংগ্ৰেছেই আমাৰ বিয়াখন পাতি দিলে। তেওঁ মোক বিয়া কৰাব বিচৰা নাছিল। কাৰণ আমাৰ মাজত বয়সৰ পাৰ্থক্য আছিল যথেষ্ট বেছি। তেওঁ হেনো কৈছিল- 'ইমান সৰু ছোৱালীক বিয়া কৰালে মোৰ পাপ লাগিব'।... শেষত তেওঁ বাধ্য হৈ কৈছিল-'দহ টকাৰ ভিতৰতে বিয়াখন সম্পূৰ্ণ হ'ব লাগিব কিন্তু।' অৱশ্যে আমাৰ বিয়ালৈ যিমান মানুহ আহিছিল, প্ৰত্যেকেই ১০ পইচা, চাৰিঅনা, এটকাকৈ চান্দা দিলে। তাৰ পৰাই উঠিল কে'বা হেজাৰো টকা। সেইখিনি টকাৰে ঢেকিয়াজুলি কলেজত এখন

ট্ৰাষ্ট খোলা হ'ল। সেই ট্ৰাষ্টৰ সহায়ত প্ৰতিবছৰে ঢেকিয়াজুলি কলেজৰ সবাতোকৈ বেছি নম্বৰ পোৱা চাহ জনজাতি সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীক একোটা বৃত্তি দি অহা হৈছে।'

১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত জয়ী হৈ অমিয় কুমাৰ দাস পুনৰ বিধায়ক হয়। আৰু একেৰাহে '৬২ চনলৈ এই পদত থাকে। ১৯৪৬ চনৰ পৰা '৫৭ চনলৈ গোপীনাথ বৰদলৈ আৰু বিষ্ণুৰাম মেধি নেতৃত্বাধীন মন্ত্ৰীসভাৰ সদস্য হৈ শিক্ষা, শ্ৰম, কৃষি, যোগান আদি বিভাগৰ মন্ত্ৰিত্বৰ দায়িত্ব লৈছিল। মন্ত্ৰী হিচাপে তেওঁ দৰমহা লৈছিল মাহিলী মাথো পাঁচ টকাকৈহে, তাকো টুকটাককৈ পৰিয়ালটো চলোৱাৰ স্বাৰ্থত। ত্যাগৰ পূজাৰী এইজনা লোকে জীৱনত নিজৰ বাবে একোৱেই নকৰিলে। কোনো কথাতেই কাৰো স'তে আপোচ নকৰিলে। ১৯৫৫ চনত চাহ মজদুৰ ভবিষ্যনিধি আইনখন তেওঁ কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাখিল কৰিছিল কিন্তু সেইখন কেন্দ্ৰই অনুমোদন জনাবলৈ টান পোৱাত মন্ত্ৰিত্বৰ গাদী এৰি দিবলৈকো তেওঁ প্ৰস্তুত হৈছিল। নিজৰ সমষ্টি ঢেকিয়াজুলি আৰু তেজপুৰৰ নানা অনুষ্ঠান-প্ৰতিষ্ঠানৰ বাবেও তেওঁ বহু কাম কৰিছিল। শ্ৰম মন্ত্ৰিত্বৰ কালত জেনেভাত বহা আন্তঃৰাষ্ট্ৰীয় শ্ৰমিক সন্মিলনত দাসে ভাৰতীয় দলৰ নেতৃত্ব দিছিল। অহৰহ কৃষক-শ্ৰমিকৰ স্বাৰ্থৰ বাবে কাম কৰা এইজনা পুৰুষে এজন সাধাৰণ শ্ৰমিকৰ দৰেই জীৱন নিৰ্বাহ কৰিছিল।

১৯৬২ চনৰ পৰা অমিয় কুমাৰ দাসে সক্ৰিয় ৰাজনীতি ত্যাগ কৰিছিল, অৱশ্যে দেহায়ো নটনা হৈছিল। ৰাজনীতিৰ পৰা অৱসৰ লৈ তেখেতে ঢেকিয়াজুলিত থাকিব লৈছিল আৰু তেওঁ থকা ঘৰটো সাজি দিছিল স্থানীয় ৰাইজে।

ক্ষমতাৰ লোভ, সম্পদৰ লালসা আৰু আভিজাত্যৰ মোহৰ পৰা বহু দূৰত্বত অৱস্থান কৰা অমিয় কুমাৰ দাস এগৰাকী ত্যাগী আৰু দক্ষ ৰাজনীতিকেই নাছিল, তেওঁ আছিল এগৰাকী সফল সাংবাদিক, সম্পাদক আৰু সাহিত্যিক। 'জীৱন-স্মৃতি' নামৰ আত্মজীৱনীখন পঢ়িলেই বুজিব পৰা যায়- তেখেতৰ সাহিত্য কিমান পৰিপক্ক। মহাত্মা গান্ধীৰ আত্মজীৱনী 'মোৰ সত্য অন্বেষণৰ কাহিনী' নামেৰে অসমীয়ালৈ অনুবাদ কৰা দাসে গান্ধী বিষয়ক বহু প্ৰবন্ধ আৰু পুথি লিখিছিল। সেইবোৰৰ ভিতৰত দক্ষিণ আফ্ৰিকাত মহাত্মা, অসমত মহাত্মা, বিলাতত মহাত্মা, মেজমেলত মহাত্মা, অনশনত মহাত্মা, মহাত্মা গান্ধীঃ আমি তেখেতক কিদৰে বুজিলো, গান্ধীজীৰ জীৱনী, গান্ধী কথামৃত আদি উল্লেখযোগ্য। তদুপৰি কংগ্ৰেছৰ বুৰঞ্জী, ভাৰতৰ ৰাজকীয় ঋণ, অসহযোগ আন্দোলনত অসম আৰু কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, লক্ষ্মীধৰ শৰ্মা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, বিষ্ণুৰাম মেধি আদি ৰাজনৈতিক আৰু জীৱনী সাহিত্য তেওঁ ৰচনা কৰিছিল। ভালেকেইখন যুগজয়ী সাহিত্য গ্ৰন্থৰ অনুবাদো তেওঁ কৰিছিল। তাৰ ভিতৰত শ্ৰীহৰ্ষৰ ৰত্নাৱলী, শূদ্ৰকৰ মৃচ্ছ কটিকা, নব্য ৰুছিয়াৰ চিত্ৰ , চেকভৰ গল্প, মীৰা বেনৰ আত্মজীৱনীৰ একাংশ, মুস্তাফা কামাল পাছা আদি উল্লেখযোগ্য। উল্লেখ্য, সাপ্তাহিক অসমীয়া আৰু বাঁহীৰ বাহিৰেও অমিয় কুমাৰ দাসে কলিকতাৰ পৰা প্ৰকাশিত দৈনিক কাকত 'Forward' আৰু 'আসাম সেৱক'ৰ সম্পাদনা কাৰ্যত সহায় কৰিছিল।

অমিয় কুমাৰ দাসৰ জীৱন পৰিক্ৰমা আছিল বিস্তৃত। নিজৰ জীৱনৰ কথা আনক জনাবলৈ আত্মপ্ৰচাৰ বিমুখ দাসৰ সমূলি ইচ্ছা নাছিল। 'জীৱন স্মৃতি'ৰ দ্বিতীয় পৃষ্ঠাত তেওঁ লিখিছে- "এজন ডেকা বন্ধুৱে মোক কৈছে- 'আপুনি আপোনাৰ জীৱনক মূল্য নিদিব পাৰে; কিন্তু আপুনি আৰু আপোনাৰ লগৰ কিছুমানে যিটো সময়ৰ মাজেদি আহিবলগীয়া হৈছে, যি আদৰ্শ সমুখত ৰাখি জীৱনৰ বাটত আগবাঢ়িবলৈ যত্ন কৰিছে, তাৰ একো মূল্য নাইনে...।' বন্ধুৰ কথা কেইষাৰে মোৰ অন্তৰস্থল স্পৰ্শ কৰিছে। মোৰ জীৱনত একো গোপন কৰা নাই। জীৱনৰ সকলো ঘটনা দেশৰ, সমাজৰ লোকৰ সন্মুখতেই হৈছে।..." জীৱন স্মৃতিত মাথো শৈশৱৰ পৰা '২১ চনৰ অসহযোগ আন্দোলনলৈহে দাসে লিখিছে। যিয়েই নহওক নিজৰ জীৱনক 'খোলা কিতাপৰ পৃষ্ঠা'ৰ দৰে মেলি ত্যাগী, পৰিশ্ৰমী আৰু নিৰ্ভীক জীৱন যাপন কৰা লোকনায়ক অমিয় কুমাৰ দাস আমাৰ মাজৰ পৰা হেৰাই গ'ল ১৯৭৫ চনৰ পাঁচ মাৰ্চৰ দিনাখন। আশী বছৰীয়া জীৱন কালত অসম-অসমীয়া আৰু শ্ৰমিক-কৃষকৰ বাবে তেওঁ যি কৰি গ'ল, সেয়া কেতিয়াও বিস্মৃতিৰ অন্ধকাৰত হেৰাই নাযায়। অসমীয়াই অহৰহ 'লোকনায়ক'ৰ কথা সোঁৱৰি থাকিব।



(২০)

# লক্ষ্মীধৰ শৰ্মা

কৰ্মৰ প্ৰতি নিষ্ঠা আৰু দেশৰ প্ৰতি দায়িত্বখিনি দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাই অতি কাৰ্য-কুশলতাৰে সম্পাদন কৰিছিল। গোটেই জীৱন মাথো স্বাধীনতা আন্দোলন, সংস্কাৰবাদী আন্দোলন আৰু দেশ তথা জাতিৰ সেৱাৰ কামতেই অহৰহ ব্যস্ত লক্ষ্মীধৰ শৰ্মাই এটা দিনৰ বাবেও বোধহয়, পাৰিবাৰিক-সাংসাৰিক দিশৰ বিষয়ে চিন্তা কৰিবৰ সময় নাপালে। অথচ নিজৰ পত্নীক তেওঁ কিমান ভাল পাইছিল, তাৰ তুলনা নাই। ১৯৩০ চনত যেতিয়া পত্নীৰ অকাল মৃত্যু ঘটিল, তেতিয়া সকলোৰে অগোচৰে তেওঁ দেশ এৰি গুচি গ'ল; যেন আৰম্ভ কৰিলে যাযাবৰী জীৱন। অৱশ্যে তেওঁ ক্ষন্তেকীয়া যাযাবৰৰ দৰেইতো এই পৃথিৱীলৈ আহিছিল। মাথো ৩৬ বছৰীয়া জীৱন কালত লক্ষ্মীধৰ শৰ্মাই দেখুৱাই থৈ গ'ল- দেশ আৰু জাতিৰ বাবে প্ৰকৃততে কাম কৰিবলৈ, জ্ঞানৰ মন্দিৰত উপাসনা কৰিবলৈ আচলতে বৰ বেছি দিনীয়া জীৱন নালাগে। ইচ্ছা, অধ্যৱসায় আৰু পৰিশ্ৰম শক্তি থাকিলে এই পৃথিৱীলৈ ক্ষন্তেক সময়ৰ বাবে আহিও বহুখিনি কাম কৰিব পাৰি।

১৮৯৭ চনৰ (মতভেদে ১৮৯৮) অক্টোবৰ মাহৰ ১০ তাৰিখে বিশ্বনাথ চাৰিআলিৰ ভীৰগাঁৱত লক্ষ্মীধৰ শৰ্মাৰ জন্ম। স্বৰ্গদেউ ৰুদ্ৰসিংহই হিন্দু ধৰ্ম গ্ৰহণ কৰি এই ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে অসমৰ বিভিন্ন প্ৰান্তৰত দৌল-দেৱালয় প্ৰতিষ্ঠা কৰিছিল। এই দেৱালয়বোৰৰ পৰিচালনাৰ বাবে দেৱভাষা সংস্কৃতত পাণ্ডিত্য থকা ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ ব্ৰাহ্মণ ব্যক্তিক আমন্ত্ৰণ জনোৱা হৈছিল। নাভাৰ পৰা এটা ব্ৰাহ্মণ পৰিয়ালকে বিশ্বনাথ দেৱালয় চোৱাচিতাৰ বাবে অনা হৈছিল। সেই পৰিয়ালে পাছলৈ ভীৰ গাঁৱত থিতাপি লৈছিল। এই বংশৰ পাছৰ পুৰুষ গোপালদেৱৰ ঔৰষত দুই পুত্ৰৰ জন্ম হয়। ফণীধৰ আৰু হলধৰ। এই হলধৰ শৰ্মা বৰুৱাৰে চাৰিজন পুত্ৰৰ তৃতীয়জন হ'ল লক্ষ্মীধৰ শৰ্মা। লক্ষ্মীধৰ সৰু হৈ থাকোতেই পিতৃ হলধৰৰ মৃত্যু হোৱাত বৰদেউতাক ফণীধৰ বৰুৱাৰ তত্ত্বাৱধানত লক্ষ্মীধৰ ডাঙৰ-দীঘল হয়। ফণীধৰ বৰুৱা আছিল চাহ বাগিচাৰ কৰ্মচাৰী আৰু বিশ্বনাথ দেৱালয়ত সেৱা চলোৱা ব্যক্তি।

পানীভঁৰাল প্ৰাথমিক বিদ্যালয়ত লক্ষ্মীধৰৰ বিদ্যাৰম্ভ হয় আৰু সেই বিদ্যালয়ৰ পৰাই ১৯০৪ চনত বৃত্তি লাভ কৰি উত্তীৰ্ণ হয়। সেই সময়ত বিশ্বনাথ চাৰিআলিত উচ্চ ইংৰাজী শিক্ষাৰ বিশেষ কোনো বিদ্যালয় নথকাৰ বাবে ১৯০৫ চনত তেজপুৰ চৰকাৰী হাইস্কুলত তেওঁ নাম লিখায়। তেজপুত পঢ়া-শুনা আৰম্ভ কৰোতে কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ সান্নিধ্য লাভ কৰে। অৱশ্যে নানান খেলিমেলিৰ বাবে তেজপুৰৰ পৰা প্ৰৱেশিকা পৰীক্ষাত পাছ কৰা নহ'ল তেওঁৰ। ১৯১৪ চনত তেওঁ চন্দ্ৰনাথ শৰ্মাৰ সহায়ত গুৱাহাটীলৈ

যাত্ৰা কৰে আৰু কটন কলেজিয়েট হাইস্কুলত নৱম শ্ৰেণীত নাম ভৰ্তি কৰে। কটন কলেজিয়েট হাইস্কুলৰ পৰাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়, অসমৰ ভিতৰত তৃতীয় আৰু অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ। প্ৰৱেশিকা পৰীক্ষাত কুৰিটকীয়া বৃত্তি আৰু মেডেল লাভ কৰা লক্ষ্মীধৰে কটন কলেজত নাম লিখালে।

হাইস্কুলীয়া জীৱনৰ পৰাই লক্ষ্মীধৰ শৰ্মাৰ সামাজিক আৰু ৰাজনৈতিক কাৰ্যকলাপ আৰম্ভ হয়। ১৯১৬ চনত গুৱাহাটীত লক্ষ্মীনাথ বেজবৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত হোৱা 'অসম ছাত্ৰ সন্মিলনী'ৰ অধিবেশনৰ লক্ষ্মীধৰ আছিল এগৰাকী প্ৰধান উদ্যোক্তা। তেতিয়াৰ পৰা এফালে পঢ়া-শুনা চলাই থকা আৰু আনফালে সামাজিক-ৰাজনৈতিক কামত লাগি থকা, এই দুয়োটা কামৰ মাজতেই তেওঁৰ জীৱনৰ পেণ্ডুলাম অহৰহ দুলি থাকিব ল'লে। খোৱা-বোৱাৰ যেন সময় নাই, অহৰহ ব্যস্ততা আৰু ব্যস্ততা। যেন কালনিয়তিয়ে তেওঁক জনাই দিছিল সকলোবোৰ কামেই সোনকালে সম্পন্ন কৰি এই পৃথিবীৰ পৰা চিৰ বিদায় ল'ব লাগিব।.. ছাত্ৰ সংগঠনত সবলভাৱে যোগ দিয়া, কংগ্ৰেছৰ আন্দোলনত মন-প্ৰাণ সঁপি দিয়া, আনকি সমাজ-সংস্কাৰৰ কামতো লক্ষ্মীধৰ আগবাঢ়িল। ১৯১৮ চনত তেওঁ আই এ পৰীক্ষাত ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানত ভাল নম্বৰ পাই প্ৰথম বিভাগত উত্তীৰ্ণ হ'ল। তাৰ আগৰ বছৰটোত কটন কলেজৰ অন্যতম প্ৰতিষ্ঠতা মাণিক চন্দ্ৰ বৰুৱা ফাণ্ড গঠনৰ বাবে সমগ্ৰ অসম জুৰি তেওঁ চান্দা তুলি ফুৰিছিল। সেই বছৰটোতেই ৰায়বাহাদুৰ ভুৱনৰাম দাস কলিকতাত পৰি আছিল বেমাৰ হৈ, তেওঁক চোৱা-চিতা কৰাৰ লগতে সেই প্ৰথমবাৰৰ বাবে কলিকতা ফুৰি আহিল লক্ষ্মীধৰে ।

অই এৰ পাছত কটন কলেজতে বি এ শ্ৰেণীত নাম লিখালে লক্ষ্মীধৰে। ইংৰাজী বিষয়ত অনাৰ্ছ আছিল তেওঁৰ। অতি চোকা বুদ্ধিৰ জাতীয় প্ৰেমত উদ্বুদ্ধ এই ছাত্ৰজনৰ বিষয়ে তদানীন্তন কটন কলেজৰ ইংৰাজীৰ অধ্যাপক ড° বাণীকান্ত কাকতিয়ে পাছৰ কালত লিখিছিল-'মোৰ মৰমৰ পুৰণি ছাত্ৰ স্বৰ্গীয় লক্ষ্মীধৰ শৰ্মা এম এ, বি এল দেৱ আমাৰ কলেজৰ তৃতীয় বাৰ্ষিক ইংৰাজী অনাৰ্ছ শ্ৰেণীৰ ছাত্ৰ আছিল। প্ৰতিভাশালী স্বৰ্গীয় লক্ষ্মীধৰে কোমল বয়সতেই পুৰণি অসমীয়া সাহিত্যৰ মোল উপলব্ধি কৰি সেই বিষয়ত আলোচনা কৰিবলৈ সদায় মোৰ ওচৰলৈ অহা-যোৱা কৰিছিল। পাছৰ কালত আধুনিক ভাৰতীয় ভাষা আৰু সাহিত্য বিষয়ত এম এ পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি বিশ্ববিদ্যালয়ৰ সোণৰ পদক লাভ কৰি আধুনিক ভাৰতীয় তথা অসমীয়া সাহিত্যৰ গুণগ্ৰাহিতাৰ যথেষ্ট পৰিচয় দিছিল।...'

১৯১৯ চনত তেজপুৰত অনুষ্ঠিত অসম ছাত্ৰ সন্মিলনী সাফল্যমণ্ডিত কৰাত বিশেষ উদ্যোগ লোৱা লক্ষ্মীধৰ শৰ্মাই ১৯২০ চনত বি এ পৰীক্ষা দিলে। পৰীক্ষা দি উঠি ১৯১৪ চনতে ৰাইজৰ ধনেৰে স্থাপন কৰা চাৰিআলি মাইনৰ স্কুলৰ উন্নয়নৰ বাবে চান্দা তোলা কাম আৰম্ভ কৰে লক্ষ্মীধৰে। বৰ্তমানৰ বিশ্বনাথ আৰু গহপুৰ মহকুমাৰ বিভিন্ন ঠাইত চাইকেল মাৰি লক্ষ্মীধৰ আৰু তেওঁৰ সহযোগী হেমচন্দ্ৰ হাজৰিকাই (পাছত উকীল) মুঠ সাতশ টকাৰ চান্দা তুলিছিল আৰু সমুদায় ধন স্কুলৰ উন্নয়নৰ কামত খৰচ কৰিছিল।

১৯২০ চনত লক্ষ্মীধৰ শৰ্মাই কটন কলেজৰ পৰা সুখ্যাতিৰে বি এ পাছ কৰে আৰু কলিকতাত এম এ আৰু আইন পঢ়িবলৈ গুচি যায়। অসহযোগ আন্দোলনৰ প্ৰতি লক্ষ্মীধৰ আকৃষ্ট হৈছিল '২০ চনত কলিকতাত অনুষ্ঠিত কংগ্ৰেছৰ বিশেষ অধিবেশনত উপস্থিত থাকি মহাত্মা গান্ধীৰ উদাত্ত ভাষণ শুনাৰ পাছত। সেই বছৰতেই তেওঁ নাগপুৰত বহা ভাৰতীয় ছাত্ৰ সম্মিলনৰ অধিবেশনত অসমৰ প্ৰতিনিধি হিচাপে যোগ দিছিল। ১৯২১ চনৰ প্ৰথম ভাগতে তেওঁ কলেজ বৰ্জন কৰে আৰু অসমলৈ আহে। অসমত তেওঁ তীব্ৰৰূপে আন্দোলন গঢ়ি তোলে, বিশেষকৈ ছাত্ৰ সমাজত। অসমৰ ছাত্ৰসমাজে যাতে স্কুল-কলেজ বৰ্জন কৰি আন্দোলনত নামি পৰে, তাৰ বাবে অহৰহ চেষ্টা কৰাৰ লগতে কংগ্ৰেছত যাতে বৃজন পৰিমাণৰ ছাত্ৰই অংশগ্ৰহণ কৰে, তাৰ বাবে তেওঁ সাংগঠনিক কাম-কাজৰ দায়িত্বও লয়। ব্ৰিটিছ সাম্ৰাজ্যবাদৰ যি আগ্ৰাসন তাক প্ৰতিৰোধ কৰিবলৈ মাত মতাটোৱেই যেন লক্ষ্মীধৰ শৰ্মাৰ একমাত্ৰ কাম হৈ পৰিল। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ লগত তেজপুৰৰ পৰা কলাবাৰীলৈ চাইকেল আৰু খোজকাঢ়ি ঘূৰি ফুৰি শোণিতপুৰ জিলাত অসহযোগ আন্দোলনক শক্তিশালী কৰাৰ দায়িত্বও লক্ষ্মীধৰেই ল'লে। ১৯২১ চনৰ ডিচেম্বৰ মাহত লক্ষ্মীধৰ শৰ্মাক গ্ৰেপ্তাৰ কৰা হয়। ১৯২২ চনত জেলৰ পৰা খালাচ পোৱাৰ পাছত তেজপুৰ অঞ্চলৰ বিভিন্ন গাঁৱত বহুলোক কলেৰাই মহামাৰী ৰূপে দেখা দিয়ে। বহু গাঁৱত বহু লোক কলেৰা মহামাৰীৰ চিকাৰ হ'ল। কলেৰাত আক্ৰান্ত বিভিন্ন লোকৰ সাহায্য আৰু শুশ্ৰূষাৰ দায়িত্ব লৈ লক্ষ্মীধৰে গাঁৱে গাঁৱে ঘূৰি ফুৰিব ধৰিলে। এই সম্পৰ্কত লক্ষ্মীধৰ শৰ্মাই জীৱন স্মৃতিত লিখিছে-'তেজপুৰৰ ওচৰৰ কৈৱৰ্ত গাঁৱত কলেৰা লাগি বহুত মানুহ মৰিছে। কাপ্তান (অমিয় কুমাৰ দাস) আৰু মই খবৰ কৰিবলৈ গৈ অৱস্থা দেখি স্তম্ভিত হ'লো।...তাৰ পাছত আমি চালফিউৰিক এচিডত থেকেৰা পেলাই গাঁৱৰ মানুহক দুবেলা নিজে খুৱাবলৈ ধৰিলো। লগে লগে পানীৰ কাৰণে পটাচ পাৰমেঙ্গেনাট কিনাবলৈ ধৰিলো। আৱশ্যক মতে ডাক্তৰ হেমচন্দ্ৰ দাসে আমাক সহায় কৰিছিল। মানুহে কলেৰাক 'আই' বুলি ভাবি ডাক্তৰি ঔষধ খাবলৈ আপত্তি কৰাত আমি থেকাৰা পেলাইহে ঔষধ খুৱাব পাৰিছিলো।...' ৰক্ষণশীলতা-কুসংস্কাৰৰ বিৰুদ্ধে মাত মাতি আহিলেও সেইবাৰ বামুণৰ সন্তান লক্ষ্মীধৰে কৈৱৰ্ত গাঁৱৰ মৃতকৰ সৎকাৰ কৰি অভূতপূৰ্ব কাণ্ডৰ সূচনা কৰিছিল।

অসহযোগ আন্দোলন; তাৰ পাছত কলেৰা মহামাৰীও শেষ হোৱাত লক্ষ্মীধৰ পুনৰ পঢ়া-শুনাৰ বাবে কলিকতা পালেগৈ। তাৰ পাছৰ বছৰত তেওঁ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লৈ এম এ পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰখৰ মেধাসম্পন্ন এইজনা লোকে স্কুলীয়া জীৱনত ডবল প্ৰমোচন পোৱাৰ লগতে এম এ পাছ কৰা সময়লৈ বিভিন্ন পৰীক্ষাত দেখুওৱা সফলতাৰ বাবে মুঠ নটা সোণৰ আৰু ৰূপৰ পদক পাইছিল। সেই বছৰতে তেওঁ বিধবা বিবাহ প্ৰচলনত গুৰুত্ব দি বিভিন্ন কথা প্ৰকাশ কৰিবলৈ লয় আৰু তাৰ পাছৰ বছৰত 'নিৰ্মলা' নামেৰে এখন নাটকো লিখে।

সমাজৰ বিভিন্ন কু-সংস্কাৰক পুলিয়ে-পোখাই উভালি পেলাবলৈ যেন দৃঢ়প্ৰতিজ্ঞ আছিল লক্ষ্মীধৰ শৰ্মা। সাম্প্ৰদায়িকতা, জাত-পাতৰ তেওঁ আছিল ঘোৰ বিৰোধী। এম

৭ পাছ কৰি অসমলৈ উভতি অহাৰ পাছৰ ঘটনা। সেই সময়ত অসমত হিন্দুত্ববাদী কাৰ্যকলাপ চলিব লৈছিল। লক্ষ্মীধৰ শৰ্মাৰ ভাষাৰেই কথাখিনি কোৱা যাওঁক-'সেই সময়ত (১৯২৫ চন) অসমত হিন্দু মহাসভাৰ ঢৌ সোমাইছে। দেৱেশ্বৰ (শৰ্মা), অমিয় (দাস), হেম বৰুৱা আৰু মই এই আন্দোলন অসমত প্ৰৱেশ কৰা কথাটো ভাল নাপাইছিলো। এদিন শ্ৰীশ্ৰী গড়মূৰীয়া গোস্বামীদেৱৰ সভাপতিত্বত কাৰ্জন হলত এখন ডাঙৰ সভা আহ্বান হ'ল। আমি চাৰিয়ো এখন কম্বল লৈ সভাৰ এমূৰে থিয় হৈ সভাৰ কাৰ্য চাই থাকি শেষত নানা প্ৰশ্ন কৰিবলৈ আৰম্ভ কৰিলো। প্ৰশ্নৰ খুন্দাত হিন্দু মহাসভাৰ সভ্য হ'বলৈ যেতিয়া মানুহক আহ্বান কৰা হ'ল, তেতিয়া মুঠেই এক কি দুই জনহে সভ্য হ'ল। তেতিয়াৰ পৰা আমাৰ নাম হ'ল কম্বল কোম্পানী।'.... মাথো সেয়াই নে? হিন্দু-মুছলমান ধৰ্ম আৰু জাত-পাতৰ উৰ্ধত উঠি দেশৰ বাবেহে চিন্তা কৰিবলৈ সকলোকে আহ্বান জনোৱা লক্ষ্মীধৰ শৰ্মাই সম্প্ৰীতিৰ লক্ষ্য আগত ৰাখিয়েই 'চিৰাজ'ৰ দৰে বিখ্যাত গল্প লিখিছিল। এই গল্পত হিন্দুৰ ছোৱালী এজনীক চিৰাজ নামৰ মুছলমানজনে তুলি-তালি ডাঙৰ-দীঘল কৰাৰ কাহিনী বৰ্ণনা কৰি, চিৰাজক হিন্দু-মুছলমানৰ সমন্বয় সাধক হিচাপে বৰ্ণোৱা হৈছে।

১৯২৫ চনত তেওঁৰ বিধৱা বিবাহৰ সপক্ষে আৰু বাল্য বিবাহৰ বিৰুদ্ধে বিভিন্ন প্ৰবন্ধ প্ৰকাশ পাবলৈ লয় আৰু লক্ষ্মীধৰে অতি কম দিনতে এজন সফল সমাজ সংস্কাৰক হিচাপে মৰ্যাদা পায়। লক্ষ্মীধৰ শৰ্মা আছিল এগৰাকী প্ৰকৃত নাস্তিক আৰু মানৱপ্ৰেমী। তেওঁক আচলতে এগৰাকী নাস্তিক বুলি কোৱাতকৈয়ো প্ৰখৰ যুক্তিবাদী বুলি কোৱাটোহে সঠিক হ'ব। কলিকতাত এবাৰ 'ধৰ্ম বৰ্তমান জগতত অচল পদাৰ্থ আৰু তাক দূৰ নকৰিলে সমাজৰ কল্যাণ নহয়' শীৰ্ষক আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল। সেই আলোচনাৰ নেতৃত্ব লৈছিল লক্ষ্মীধৰ শৰ্মাই।

তেওঁ ভাবিছিল পৃথিৱীত প্ৰতিটো ধৰ্মৰ মানুহৰে প্ৰকৃত অনুভৱ আচলতে একেই। পৰস্পৰে পৰস্পৰক বুজিবলৈ যত্ন কৰিলেই ধৰ্মৰ গণ্ডী ভাঙি প্ৰত্যেকৰ মাজত ভালপোৱাৰ ভাবৰ উদ্ৰেক হয়, তাৰ পাছত আৰু ভালপোৱা মানুহজনৰ ধৰ্মৰ কথা মনলৈ নাহেই। কৈ থোৱা উচিত যে কলিকতাত হোৱা হিন্দু-মুছলমানৰ সংঘৰ্ষৰ সময়ত লক্ষ্মীধৰে বন্ধু ইছমাইলৰ সৈতে মুছলিম অধ্যুষিত অঞ্চলতহে থাকিব লৈছিল।

১৯২৬ চনত গুৱাহাটীৰ পাণ্ডুত অনুষ্ঠিত হোৱা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন যাতে সুচাৰু ৰূপে সম্পন্ন হয়, তাৰ বাবে লক্ষ্মীধৰ শৰ্মাই দেহেকেহে খাটে। সেই সময়ত তেওঁ আদৰণি সমিতিৰ সভাপতি দেশভক্ত তৰুণৰাম ফুকনৰ সোঁহাত স্বৰূপ হৈ পৰে। প্ৰখৰ বুদ্ধিমত্তা আৰু ব্যক্তিত্বসম্পন্ন এইজনা যুৱকৰ কৰ্যকলাপ দেখি মোহিত হয় দেশভক্ত ফুকন। তাৰ পাছতেই তেওঁ লক্ষ্মীধৰক তেওঁৰ কন্যাৰ পাণি গ্ৰহণ কৰিবলৈ অনুৰোধ জনায়। ১৯২৭ চনত লক্ষ্মীধৰ শৰ্মাই কলিকতাৰ পৰা আইন বিষয়ৰ চূড়ান্ত পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয় আৰু সেই বছৰতে তৰুণৰাম ফুকনৰ কন্যা প্ৰতিভা দেৱীৰ স'তে তেওঁৰ শুভবিবাহো সম্পন্ন হয়। বিবাহৰ পাছত তেওঁ গুৱাহাটীত ওকালতি ব্যৱসায় আৰম্ভ কৰে।

সেই সময়ছোৱাত কংগ্ৰেছী আন্দোলনৰ তীব্ৰতা সিমান নাছিল। সেই বাবে তেওঁ গল্প-প্ৰবন্ধ-নাটক আদি লিখি ভাষা-সাহিত্য চৰ্চাত লাগি যায়। সেই সময়ত কলিকতাৰ পৰা প্ৰকাশ পোৱা দীননাথ শৰ্মা সম্পাদিত 'আৱাহন' কাকতৰ তেওঁ প্ৰায় নিয়মীয়া লেখক আছিল। লক্ষ্মীধৰ শৰ্মাই তেওঁৰ চুটি সাহিত্যিক জীৱনতো অসংখ্য মৌলিক সাহিত্য অসমীয়া জাতিৰ বাবে দান দি থৈ গৈছে। সেইবোৰৰ ভিতৰত বহুখিনি কালৰ গৰ্ভত হেৰাই গ'লেও নতুন সাহিত্য পৰিষদে তেওঁৰ ৰচনাৰাজি ইতিমধ্যে দুটা খণ্ডত প্ৰকাশ কৰিছে। ইয়াৰে প্ৰথমটো খণ্ডত প্ৰকাশন উপ-সমিতিৰ তৰফৰ পৰা লক্ষ্মীধৰ শৰ্মাৰ সাহিত্য ৰাজিৰ মূল্যায়ন কৰা হৈছে এনেদৰে-'ভাৰতীয় মুক্তি সংগ্ৰামৰ এগৰাকী সাহসী, তেজাল, ওজস্বী আৰু অক্লান্ত কৰ্মী হিচাপে যিদৰে তেওঁ জনমানসত পৰিচিত হৈছিল, তেনেদৰে দূৰদৃষ্টিসম্পন্ন সমাজ সচেতক তথা সামাজিক দায়বদ্ধ চিন্তাশীল বুদ্ধিজীৱীৰ যি চৰিত্ৰ, সি তেওঁৰ লেখাৰ মাজেৰে ফুটি ওলাইছিল।

কিহৰ বাবে অসমৰ জনগণৰ দুৰৱস্থা, ভাৰতীয় মুক্তি সংগ্ৰাম কিদৰে আগবাঢ়িব লাগিব আৰু বিশ্বৰ শোষিত জনগণে কি ভাবাদৰ্শ আৰু কৰ্ম ধাৰাৰে মুক্তি পাবলৈ, সুখী-সমৃদ্ধিশালী, শোষণমুক্ত সমাজ গঠনৰ বাটত অগ্ৰসৰ হৈছে-এই সকলোবোৰ তেখেতৰ দূৰদৃষ্টিৰ পৰা আঁৰ হোৱা নাছিল।... মুক্তি সংগ্ৰামত লিপ্ত হেজাৰ ৰণুৱা, সমাজৰ অসংখ্য অস্পৃশ্য আৰু অৱহেলিত প্ৰজাসাধাৰণ, শোষিত শ্ৰমিক- কৃষক, সৰা শেৱালিৰ দৰে কৰুণ বিধৱা, সমাজত অধিকাৰৰ পৰা বঞ্চিত নাৰী, সংখ্যালঘু আৰু মুক্তি সন্ধানী বিপ্লৱী, সাম্যবাদী বৈপ্লৱিক প্ৰেৰণাৰে উদ্বুদ্ধসকলৰ প্ৰতি দেশপ্ৰাণ লক্ষ্মীধৰৰ অতল স্পৰ্শী দৰদৰ স্বাক্ষৰ তেওঁৰ ৰচনাৰাজিত আছে। সেইবাবেই লক্ষ্মীধৰৰ সাহিত্যৰাজি আজিও নতুন। নাৰী, প্ৰেম, যৌন জীৱনৰ বিভিন্ন জটিল আৰু মানৱীয় সমস্যাৰ সাহসী, বলিষ্ঠ আৰু সুস্থ চিন্তাধাৰা তেওঁৰ ব্যৰ্থতাৰ দান, নিৰ্মলা আদি লেখাবোৰত কাঁচিয়ালি ৰ'দৰ দৰে সুন্দৰ হৈ জিলিকি আছে।'

১৯৩০ চনত লক্ষ্মীধৰৰ পত্নী প্ৰতিভা দেৱীৰ অকাল বিয়োগ হয়। তেওঁ পত্নী শোকত ম্ৰিয়মান হৈ পৰে আৰু কাকো নোকোৱাকৈ অসম এৰি লক্ষ্যবিহীনভাৱে গুচি যায়। তেওঁ চিটাগং হৈ ব্ৰহ্মদেশত পদাৰ্পণ কৰে। ব্ৰহ্মদেশত তেওঁ এনেয়েই বহি থকা নাছিল। বিভিন্ন বন্ধুৰ স'তে স্বাধীনতা আন্দোলন সম্পৰ্কে আলোচনা কৰিছিল। সেই সময়ত তেওঁৰ বন্ধু সুৰেশ ভট্টাচাৰ্যই 'ৰেঙ্গুন-মেইল' নামৰ কাকত এখন সম্পাদনা কৰিছিল। ৰেঙ্গনত থকা সেই ২০-২৫ দিনত লক্ষ্মীধৰে ভট্টাচাৰ্যৰ বিভিন্ন কামত সহায়ো কৰি দিছিল। ৰেঙ্গুন গৈ পোৱা আৰু তাত থকা কেইদিনৰ ৰসাল কাহিনী লক্ষ্মীধৰ শৰ্মাই তেওঁৰ 'জীৱন-স্মৃতি'ত বৰ্ণনা কৰিছে।

ৰেঙ্গুনৰ পৰা কলিকতা আৰু কলিকতাৰ পৰা অসমলৈ আহি তেওঁ পুনৰ কংগ্ৰেছৰ সাংগঠনিক কামত লাগে আৰু ১৯৩০ চনত মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হোৱা আইন অমান্য আন্দোলনত নামে। অসমৰ বিভিন্ন সভা-সমিতিত ওজস্বী ভাষণ দি সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। লক্ষ্মীধৰ শৰ্মাই এই কথাও কৈ ইংৰাজ চৰকাৰক প্ৰত্যাহ্বান জনাব ধৰিলে যে, যদি মহাত্মাৰ অহিংসা পদ্ধতিৰে নহয়, তেন্তে স্বাধীনতা লাভ কৰিবলৈ

হিংসাত্মক পদ্ধতি অবলম্বন কৰিবলৈও তেওঁ কুণ্ঠাবোধ নকৰিব। লক্ষ্মীধৰৰ কাৰ্য-কুশলতা দেখি ইংৰাজ চৰকাৰে তেওঁক পুনৰ গ্ৰেপ্তাৰ কৰে যদিও পাছত তেওঁ মুক্তি পায়।

প্ৰজাপতিৰ ভুল, সতী জয়মতী, হৃদয়ৰ মূল্য আদি নাটক আৰু চিৰাজ, বিদ্ৰোহিনী, ব্যৰ্থতাৰ দান, পিধবাৰ ল'ৰা, গৌৰী আদি কালোত্তীৰ্ণ গল্পৰ লগতে বহু প্ৰবন্ধৰ লেখক, চিৰ বিপ্লৱী লক্ষ্মীধৰ শৰ্মাই কংগ্ৰেছী আন্দোলনত নামিলেও, তেওঁৰ চিন্তাধাৰা মহাত্মা গান্ধীৰ আদৰ্শৰ মাজতেই আবদ্ধ নাছিল। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ লগতে সুৰ মিলাই লক্ষ্মীধৰে বহু সময়ত মহাত্মা গান্ধীৰ কাৰ্যপন্থাকো তীব্ৰভাৱে সমালোচনা কৰিছিল। .... ১৯৩০ চনৰ ডিচেম্বৰ মাহত তেওঁৰ দেহত যক্ষ্মাৰোগ ধৰা পৰে। কে'বামাহো অসহ্য যন্ত্ৰণাত ভুগি ১৯৩৩ চনৰ তিনি মে'ৰ দিনাখন ছিলঙৰ লাইমুখ্ৰাত দেশপ্ৰাণ লক্ষ্মীধৰে শেষ নিশ্বাস ত্যাগ কৰিছিল। আসন্ন মৃত্যুৰ কথা জানিব পাৰি তেওঁ আত্মজীৱনী লিখাৰ কাম আৰম্ভ কৰিছিল আৰু অসম্পূৰ্ণ আত্মজীৱনী (জীৱন-স্মৃতি)ৰ শেষৰটো অধ্যায়তে লিখিছিল- গুৱাহাটীৰ হাইস্কুলত পঢ়োতে পিছফালৰ ডেস্ক এখনত আউজি বহি আছো। মোৰ গাত এটা গলাবন্ধ কোট। মোৰ পাছতে বহি থকা যোগেশে মোৰ কোটটোৰ ডিঙিত টানিবলৈ ধৰাৰ পাছত মই শক্তিহীন হৈ পৰিলো। প্ৰথমতে মোৰ চকুৰ আগত আন্ধাৰ আন্ধাৰ দেখিবলৈ ধৰিলো। তাৰ পাছত মূৰৰ ভিতৰত শ শ বেজীয়ে খোঁচাৰ অনুভূতি। তাৰ পাছত অন্ধকাৰ।... লাহে লাহে আকৌ পোহৰ দেখিবলৈ পালো। তাৰ পাছতো কলিকতাত বন্ধু এজনে ডিঙিত গামোচা এখন দি পাক মাৰি ধৰাত মই অজ্ঞান হৈ যাওঁ। এতিয়াতো মৃত্যুৰ কাৰণে প্ৰস্তুত হৈ বহিয়েই আছো। (ভাবানুবাদ)।

দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা মৃত্যুৰ মাজত, আন্ধাৰৰ মাজত হেৰাই নগ'ল, জীয়াই থকা কেইটামান দিনতে তেওঁ যি বিশাল কৰ্ম কৰি গ'ল, তাৰ বাবে তেওঁৰ নাম সদায় পোহৰৰ ৰাজ্যত জিলিকি থাকিব।



(২১)

# কৃষ্ণকান্ত সন্দিকৈ

'কৃষ্ণকান্ত সন্দিকৈ' এই নামটোতেই সোমাই আছে অসমৰ গৌৰৱময় পাণ্ডিত্যৰ ইতিহাস। প্ৰাচ্যতত্ত্ববিদ হিচাপে পণ্ডিত মেক্সমুলাৰৰ পাছতেই কৃষ্ণকান্ত সন্দিকৈৰ স্থান বুলি বহুতেই দাবী কৰে। জীৱন কালত মাথো তিনিখন গ্ৰন্থ আৰু কেইটামান প্ৰবন্ধহে লিখিছিল, অথচ তাৰ মাজতেই সোমাই আছিল তেওঁৰ পাণ্ডিত্যৰ বিশালতা। অৱশ্যে বহুতেই কৃষ্ণকান্তক সংস্কৃত ভাষাৰ পণ্ডিত বুলিহে জানে, কিন্তু এগৰাকী কৃতী ঐতিহাসিক (অক্সফোৰ্ডৰ ডিগ্ৰীধাৰী) হিচাপেও তেওঁ স্বীকৃতিৰ যোগ্য। ১৮৯৮ চনৰ ২০ জুলাইত যোৰহাটত জন্মগ্ৰহণ কৰা এইগৰাকী মনীষীৰ সময়নিষ্ঠতাৰ বিষয়ে, তেওঁৰ পাণ্ডিত্য আৰু একাগ্ৰতাৰ বিষয়ে, তেওঁৰ নিঃসঙ্গতা আৰু কৰ্তব্য পৰায়ণতাৰ বিষয়ে অসমীয়া সমাজত অলেখ কাহিনী প্ৰচলিত। কিন্তু কৃষ্ণকান্ত সন্দিকৈয়ে প্ৰকৃততে কি কাম কৰিছিল, তেওঁক কিয় এগৰাকী শ্ৰেষ্ঠ প্ৰাচ্যতত্ত্ববিদ হিচাপে স্বীকৃতি দিয়া হয়, সেই বিষয়ে আনকি বহু শিক্ষিত লোকেও নাজানে।

কৃষ্ণকান্ত সন্দিকৈৰ পিতৃ দানবীৰ ৰাধাকান্ত সন্দিকৈ আৰু মাতৃ নাৰায়ণী সন্দিকৈ (পদ্মনাথ গোহাঞিবৰুৱাৰ ভগ্নী) আছিল সমাজ সচেতক, শিক্ষিত আৰু ব্যৱসায়িকভাৱে সফল সুখী দম্পতী। এই দম্পতীৰ প্ৰথম পুত্ৰ কৃষ্ণকান্তৰ প্ৰাথমিক শিক্ষা লাভ হয় ঘৰতে। তাৰ পাছত তেওঁ যোৰহাট চৰকাৰী হাইস্কুলত শিক্ষাৰ পাতনি মেলে আৰু তাৰ পৰাই ১৯১৩ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত দিবলগীয়া প্ৰৱেশিকা পৰীক্ষাৰ সময়ত কৃষ্ণকান্তৰ বয়স ১৬ বছৰ নোহোৱাৰ বাবে দশম শ্ৰেণীতে তেওঁ দুবছৰ পঢ়িবলৈ বাধ্য হৈছিল। প্ৰৱেশিকা পাছ কৰি কৃষ্ণকান্তই কটন কলেজত নাম লিখালে আৰু ১৯১৫ চনত প্ৰথম বিভাগত তেওঁ আই এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰ পাছত কলিকতাৰ সংস্কৃত কলেজৰ পৰা ১৯১৭ চনত সংস্কৃত বিষয়ত সন্মানসহ প্ৰথম শ্ৰেণীৰ স্নাতক হয়। তাৰ পাছত ১৯১৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতৰ বৈদিক শাখাত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম এ পৰীক্ষাত উত্তীৰ্ণ হয়। এম এ পঢ়ি থাকোতে তেওঁ পাশ্চাত্যৰ পিতৃভাষা 'লেটিন'ৰ শিক্ষাও তেওঁ লৈছিল।

অহৰহ জ্ঞান সাধনাত ব্যস্ত থকা মানুহৰ জ্ঞানতৃষ্ণা শেষ হয় ক'ত? সেইবাবে এম এ পাছ কৰাৰ পাছৰ বছৰটোতে তেওঁ সংস্কৃতত ডক্টৰেট ডিগ্ৰী লোৱাৰ মানসেৰে অক্সফ'ৰ্ড বিশ্ববিদ্যালয়লৈ যায়। কিন্তু সেই ইচ্ছা পৰিহাৰ কৰি অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ত 'আধুনিক বুৰঞ্জী' বিষয়ত এম এ হে পঢ়িব ল'লে। (ইয়াৰ কাৰণ সন্দৰ্ভত বিজ্ঞজনে

কৈছে-'অক্সফ'ৰ্ডৰ পৰা আধুনিক বুৰঞ্জী'ত প্ৰথম শ্ৰেণীৰ এম এ পাছ কৰাজনৰ বাবে আই চি এছ পৰীক্ষাত প্ৰথম স্থান লাভ কৰাটো নিতান্তই ল'ৰা-ধেমালিহে আছিল'। নতুবা-'সেই সময়ত মডাৰ্ণ হিষ্ট'ৰীত এম এ পাছ কৰিব পৰা মানেই হ'ল -অক্সফোৰ্ডে আগবঢ়াব পৰা সৰ্বোত্তম ডিগ্ৰী লাভ কৰা।')... ডিগ্ৰীৰ প্ৰতি কৃষ্ণকান্তৰ কোনো মোহ নাছিল (সেই বাবে 'ডক্টৰেট ডিগ্ৰী' নল'লে), মোহ আছিল মাথো পাৰাপাৰহীন জ্ঞানসাগৰৰ নাবিক হোৱাটোতহে। অনন্ত জ্ঞানসাগৰৰ নিঃসঙ্গ এই নাবিকগৰাকীয়ে অক্সফ'ৰ্ডৰ পৰা এম এ ডিগ্ৰী লাভ কৰি বিশ্বৰ কলা-সংস্কৃতিৰ ৰাজধানী পেৰিচলৈ যায়। পেৰিচত আঢ়ৈ বছৰ ধৰি তেওঁ ভাষা-জ্ঞানৰ চৰ্চা কৰি গ্ৰীক, জাৰ্মান, ফৰাচী, স্পেনিচ ভাষা শিকে। পূৰ্বতে অক্সফ'ৰ্ডত তেওঁ ইটালীয় আৰু ৰুছ ভাষা শিকিছিল। পেৰিচৰ পৰা সন্দিকৈ এইবাৰ জাৰ্মানীৰ ৰাজধানী বাৰ্লিনলৈ যায় আৰু তাতেই জাৰ্মান ভাষা শিকে আৰু পূৰ্বতে শিকা ভাষাসমূহত প্ৰকাশিত সাহিত্যৰাজিৰ বিশদ অধ্যয়ন কৰে। সাত বছৰ ধৰি ইউৰোপত থাকি ১৯২৭ চনত তেওঁ ঘৰলৈ উভতি আহে।

অতি সহজ-সৰল জীৱন যাপন কৰিব বিচৰা, প্ৰাচ্যৰ সংস্কৃতিক মনে-প্ৰাণে ভালপোৱা কৃষ্ণকান্ত সন্দিকৈয়ে ইউৰোপলৈ যোৱা পৰ্যন্ত চাহাবী পোছাক পিন্ধা নাছিল। হাইস্কুলত পঢ়োতে ঘৰৰ বাহিৰত জোতা পিন্ধাটো দূৰৈৰ কথা, তেওঁ খালী ভৰিৰেই বিভিন্ন ঠাইলৈ গৈছিল; অথচ ধনী সম্ভ্ৰান্ত পৰিয়ালৰ এইজনা সন্তানে সৰুৰে পৰাই দেউতাকৰ চাহাবী আদব-কায়দা দেখিয়েই ডাঙৰ হৈছিল।.... যি চাহাবী পোছাক তেওঁ ইউৰোপলৈ যাওঁতেহে পিন্ধিছিল, ইউৰোপ এৰাৰ পাছত পুনৰ সেয়া ত্যাগ কৰি ধুতি-পাঞ্জাবী চোলাৰেই আহি ঘৰত উপস্থিত হ'ল। সেয়া দেখি ৰাধাকান্ত সন্দিকৈ আচৰিত হৈছিল, হয়তো হতাশো হৈছিল; সেইবাবেই তেওঁ মন্তব্য দিছিল। 'মোৰ ল'ৰা দুটা দুখন নদীৰ নিচিনা, এখনত এটাই উজাই গৈছে আৰু ইখনত এটাই ভটিয়াই গৈছে।' ৰাধাকান্তৰ মুঠ চাৰিজন পুত্ৰ (আৰু এগৰাকী কন্যা অন্নদা) আছিল যদিও যৌৱনাৱস্থাত ইন্দ্ৰকান্ত আৰু চন্দ্ৰকান্ত নামে দুই পুত্ৰৰ মাত্ৰ তিনি সপ্তাহতে অগা-পিছাকৈ অকাল মৃত্যু ঘটিছিল। কৃষ্ণকান্তৰ লগতে আন যিজন জীয়াই আছিল তেওঁ লক্ষ্মীকান্ত। লক্ষ্মীকান্তই এডিনবৰা বিশ্ববিদ্যালয়ৰ পৰা কৃষি বিজ্ঞানৰ স্নাতক ডিগ্ৰীৰ লগতে বিলাতৰ মেমনী এগৰাকীক বিয়া কৰাই ঘৰলৈ উভতি আহিছিল। কৃষি বিভাগৰ চাকৰিত সোমাই পাছত তেওঁ অসমৰ কৃষি বিভাগৰ সঞ্চালক হৈছিল।

সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান কৃষ্ণকান্তই ইচ্ছা কৰা হ'লে বিলাততেই গোটেই জীৱন থাকি যাব পাৰিলেহেঁতেন, কিন্তু নিজৰ ভাষা-সংস্কৃতি আৰু জন্মভূমিৰ প্ৰতি থকা মোহগ্ৰস্ততাই তেওঁক অসম এৰি আঁতৰি যাব নিদিলে। পৃথিৱীৰ বহুকেইটা ভাষা তেওঁ শিকিছিল, বহুকেইটা জাতিৰ সংস্কৃতিৰ স'তে তেওঁ পৰিচিত হৈছিল-এই গোটেইবোৰ কৰ্মই তেওঁৰ জ্ঞান বিশালতা সমৃদ্ধ কৰা একো-একোটা অঙ্গহে আছিল। কোনো ভেম-অহংকাৰ বা আত্মশ্লাঘা ভাল নোপোৱা এই সাধক পুৰুষগৰাকীয়ে আচলতে জীৱনত তৈতেৰীয় উপনিষদৰ কেইটামান কথা, গোটেই জীৱনজুৰি পালন কৰিছিল। সেয়া হৈছে-'অধ্যয়নত ভুল নকৰিবা; সত্যৰ পৰা আৰু ধৰ্মৰ পৰা বিচলিত নহ'বা। বৈভৱ

লাভৰ অৰ্থে মঙ্গলজনক কাৰ্যত অধ্যয়ন আৰু অধ্যাপনাৰ ক্ষেত্ৰত প্ৰমাদগ্ৰস্ত নহ'বা, যিবোৰ কাম নিন্দিত নহয়- সেয়া কৰিবা। সম্পদ-ঐশ্বৰ্য আহৰণ কৰি দান কৰিবা, লজ্জা সহকাৰে দান কৰিবা, মিত্ৰভাৱে দান কৰিবা...।'

শৈশৱৰে পৰা জ্ঞানচৰ্চা আৰু সাহিত্যৰ প্ৰতি গভীৰ ৰাপ থকা কৃষ্ণকান্ত সন্দিকৈয়ে ৰুদ্ৰকান্ত গোস্বামী, নকুল চন্দ্ৰ ভূঞা আদিৰে সৈতে লগ লাগি স্কুলীয়া কালতেই হাতে লিখা আলোচনী উলিয়াইছিল। পাছত বাঁহী, মিলন, আবাহন আদি কাকতত্তো প্ৰবন্ধ পাতি লিখিছিল। সঙ্গীতৰ প্ৰতি বিশেষ ৰাপ থকা কৃষ্ণকান্ত সন্দিকৈয়ে আগবয়সত কেইটামান গীতো লিখিছিল। কৃষ্ণকান্ত সন্দিকৈয়ে ইউৰোপৰ পৰা আহি অধ্যয়ন আৰু ভাষা-সাহিত্যৰ চৰ্চাতেই মনোযোগ দিয়াৰ লগতে বাগান আদি চলোৱাৰ কামতো পিতাকক সহায় কৰিছিল।

১৯২৯ চনত তেওঁ অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। গোলাঘাটত অনুষ্ঠিত ছাত্ৰ সন্মিলনৰ সভাপতিৰ ভাষণত তেওঁ কৈছিল-'সভ্যতাৰ ওখ টিঙত উঠা ডাঙৰ দেশবিলাকত স্কুলীয়া শিক্ষাটো বহুল আয়োজনেৰে বহু কথা ভাবি চিন্তি দিয়া হয়। স্কুলীয়া শিক্ষাটো কেতিয়াও তলখাপৰ শিক্ষা বুলি ভাবিব নালাগে। স্কুলীয়া শিক্ষা সীমাবদ্ধ আৰু সংকীৰ্ণ কৰি ৰাখি বিশ্ববিদ্যালয়ত উচ্চ শিক্ষাৰ বহ্‌ৰাৰম্ভ কৰিলে লঘুক্ৰিয়া হোৱাৰ আশংকা আৰু আমাৰ দেশত সেয়ে হৈছে।' তেতিয়াই কৃষ্ণকান্ত সন্দিকৈয়ে কোৱা কথাৰ গুৰুত্ব এতিয়াও আমাৰ চৰকাৰ আৰু গাঁৱলীয়া ৰাইজে বুজি উঠা নাই। ১৯৩৭ চনত মাথো ৩৯ বছৰ বয়সত অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত সন্দিকৈয়ে সভাপতিত্ব কৰিছিল।

কৃষ্ণকান্ত সন্দিকৈৰ দ্বাৰা ৰচিত মৌলিক সাহিত্যৰ নিৰ্বাচিত তালিকা এখন যদি কৰা হয়, তেন্তে সেয়া হ'ব এনে ধৰণৰ-(১) জীৱনী ঃ লক্ষ্মীৰাম বৰুৱা, কালীপ্ৰসাদ চলিহা, লক্ষ্মীনাথ ফুকন, সতীশচন্দ্ৰ বন্দোপাধ্যায় ইত্যাদি (২) শিশু সাহিত্য ঃ সৰস্বতীৰ বৰ, জীৱ-জন্তু, সদাশিৱৰ অনুগ্ৰহ, জীয়ন্ত প্ৰাচীন মিছৰৰ উপাখ্যান, সাগৰৰ মাজৰ দুৰ্গ ইত্যাদি (৩) ভাষণ ঃ ছাত্ৰ সন্মিলন আৰু সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ (৪) প্ৰবন্ধ ঃ গ্ৰীক নাটকৰ গান, স্পেনিচ সাহিত্যৰ ৰোমিঅ, জুলিয়েট, চক্ৰেটিছৰ মতে কবিৰ সপোন, প্ৰাচীন বেবিলনৰ বেদ, জাৰ্মান সাহিত্যৰ সপোন নাটক, গ্ৰীক ভাষা অনুবাদৰ কথা, ইউৰোপৰ ভাষা আৰু সাহিত্য, সাহিত্য দৰ্শন, ৰুছ অভিনয়, মোগল ৰাজকন্যাৰ কবিত্ব প্ৰতিভা, নৈষধ চৰিত আৰু ভাৰতীয় চিত্ৰকলা ইত্যাদি। অৱশ্যে অন্য ধৰণৰ কিছুমান ৰচনাও সন্দিকৈয়ে লিখিছিল।

১৯৩০ চনত যেতিয়া যোৰহাটত উচ্চ শিক্ষাৰ অনুষ্ঠান যোৰহাট মহাবিদ্যালয় প্ৰতিষ্ঠা কৰা হ'ল, তেতিয়া কৃষ্ণকান্তক সেই কলেজৰ অধ্যক্ষৰ দায়িত্ব ল'বলৈ আমন্ত্ৰণ জনোৱা হ'ল। বিখ্যাত প্ৰাচ্যতত্ত্ববিদগৰাকীয়ে বহু ডাঙৰ ডাঙৰ চাকৰিৰ মোহ ত্যাগ কৰি ভেল্লাৰ কলেজ এখনৰ অধ্যক্ষ হ'বলৈ ওলাই আহিল। ১৯৩৮ চনত এই যোৰহাট কলেজকেই 'জগন্নাথ বৰুৱা কলেজ' নাম দিয়া হয়। কৃষ্ণকান্ত সন্দিকৈয়ে এই কলেজখনক অসীম যত্নেৰে গঢ় দি উজনি অসমৰ শ্ৰেষ্ঠ কলেজৰ মৰ্যাদা দিছিল। ত্ৰিছৰ দশকৰ শেষৰ

ফালে সেই কলেজত অধ্যয়ন কৰা এগৰাকী ছাত্ৰই সন্দিকৈৰ বিষয়ে লিখিছিল-'সন্দিকৈ ডাঙৰীয়াৰ ছাত্ৰৰ লগত নিবিড় সম্পৰ্ক নাছিল যদিও প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীৰে ব্যক্তিগত পৰিচয়, তেওঁলোকৰ ৰুচি-অভিৰুচি আৰু অৰ্থনৈতিক অৱস্থাৰ লগত সম্যক পৰিচয় আছিল। দুখীয়া অথচ মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰীক তেখেতে নিজৰ জেপৰ পৰা ধন দি সহায় কৰিছিল।' বিভিন্ন কামত আনকি নিজৰ জেপৰ টকা-পইচাও খৰচ কৰা অধ্যক্ষ সন্দিকৈয়ে নিজে ক্ৰয় কৰা বহু গ্ৰন্থেৰে মহাবিদ্যালয়ৰ মেটমৰা পুথিভঁৰাল এখন গঢ়ি তুলিছিল। কোৱা বাহুল্য তেওঁ যিখিনি দৰমহা (মাননি!) পাইছিল সেইখিনিৰ এটকাও নলৈ, সকলোখিনি কলেজৰ পুঁজিলৈ দান কৰিছিল। সকলো ক্ষেত্ৰতে পৰিপাটি সন্দিকৈয়ে কলেজৰ প্ৰশাসন, পাঠদান আৰু পৰিবেশো সুশৃংখল আৰু পৰিপাটি হিচাপে গঢ়ি তুলিবলৈ সমৰ্থ হৈছিল।

এফালে, ভেল্লাৰ কলেজ এখনত অধ্যক্ষ আৰু আনফালে প্ৰাচ্যৰ দৰ্শন অধ্যয়ন আৰু গৱেষণা একেলগে চলাই কৃষ্ণকান্ত সন্দিকৈয়ে ১৯৩৪ চনত প্ৰকাশ কৰিলে তেওঁ প্ৰথমখন মহাগ্ৰন্থ- শ্ৰীহৰ্ষ নৈষধ চৰিত। মুঠ ৬৬৪ পৃষ্ঠাৰ এই যুগান্তকাৰী গ্ৰন্থখন প্ৰকাশ হৈছিল লাহোৰৰ সংস্কৃত বুক ডিপোৰ পৰা। অতি কঠিন ভাষাত লিখা শ্ৰীহৰ্ষৰ এই নৈষধ চৰিতখন ইংৰাজীলৈ অনুবাদ কৰাটো আছিল অসাধ্য সাধন, সেইবাবেই সেইখনৰ প্ৰকাশৰ লগে লগে পৃথিৱীৰ বিদ্বৎ সমাজত যথেষ্ট চাঞ্চল্যৰ সৃষ্টি হৈছিল। এই গ্ৰন্থখনৰ ৩৪ পৃষ্ঠা আগুৰি আছে কাব্যখনৰ ইংৰাজী অনুবাদ; ১৯১ পৃষ্ঠা জুৰি আছে বিভিন্ন অপ্ৰকাশিত টীকা-ভাষ্যৰ তুলনামূলক বাখ্যা আৰু ৭৯ পৃষ্ঠাজুৰি আছে নৈষধ প্ৰাসঙ্গিক অৰ্থকোষ, যিবোৰ 'শব্দ আৰু তাৰ অৰ্থ' অন্য কোনো সংস্কৃত অভিধানত পোৱা নাযায়। এইখনৰ অন্যতম মূল সম্পদ হ'ল নৈষধ চৰিত সম্পৰ্কে কৃষ্ণকান্ত সন্দিকৈয়ে লিখা ৫৩ পৃষ্ঠাৰ সুদীৰ্ঘ ভূমিকা। যদিও এই অনুবাদ কাৰ্য মূলত ১৯১২ চনত প্ৰকাশিত বিখ্যাত নিৰ্ণয়সাগৰ সংস্কাৰণৰ চতুৰ্থ প্ৰকাশৰ পৰাহে কৰা হৈছিল, তথাপি আন বহু টীকা-ভাষ্যকাৰৰ বক্তব্য সম্পৃক্ত কৰি সন্দিকৈয়ে নৈষধ চৰিতক এক যুক্তিযুক্ত আৰু মৰ্যাদাসম্পন্ন অৱস্থানত উপনীত কৰাইছিল।

কবিশ্ৰেষ্ঠ শ্ৰীহৰ্ষ আছিল সৰ্বশাস্ত্ৰজ্ঞ পণ্ডিত। 'খণ্ডন-খণ্ড খাদ্য' নামেৰে বেদান্ত দৰ্শনৰ ওপৰত অতি পাণ্ডিত্যপূৰ্ণ আৰু কঠিন গ্ৰন্থ লিখা পণ্ডিত শ্ৰীহৰ্ষ সৰ্বশাস্ত্ৰজ্ঞ হোৱাৰ বাবেই তেওঁৰ ৰচনাই কঠিন ৰূপ ধাৰণ কৰে আৰু বিভিন্ন শাস্ত্ৰৰ বিষয়ে পাণ্ডিত্য থকাজনেহে তেওঁ ব্যৱহাৰ কৰা উপমা, অলংকাৰ আদি বুজিব পাৰে। এই সম্পৰ্কে শ্ৰীহৰ্ষই নিজেই লেখিছিল-'মই যত্ন কৰিয়ে এই গ্ৰন্থৰ (নৈষধ চৰিত) ঠায়ে ঠায়ে কিছুমান গাঁঠি লগাই দিছো, যাতে নিজকে পণ্ডিত বুলি অহংকাৰ কৰি ফুৰা দুষ্ট লোকে ওপৰা-উপৰিকৈ, ততাতৈয়াকৈ পঢ়িব নোৱাৰে অথবা কাব্যৰ লগত ধেমালি কৰিব নোৱাৰে।'.... গতিকে এনে এখন গ্ৰন্থৰ উৎকৃষ্ট অনুবাদ (যাক সম্পাদনা বুলি ক'লেহে উচিত কোৱা হ'ব) কৰি কৃষ্ণকান্ত সন্দিকৈয়ে সমগ্ৰ বিশ্বৰে পণ্ডিতৰ পৰা শ্ৰদ্ধা আদায় কৰিলে।

১৯৪৯ চনত কৃষ্ণকান্তই প্ৰকাশ কৰিলে দ্বিতীয়খন মহাগ্ৰন্থ 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ'। ৫১০ পৃষ্ঠাৰ এইখন গ্ৰন্থ প্ৰকাশ কৰিছিল ছোলাপুৰৰ জৈন সংস্কৃতি সংৰক্ষক

সংঘই। এই গ্ৰন্থখনত সন্দিকৈয়ে প্ৰখ্যাত জৈন কবি সোমদেৱে ১৯৫৯ চনত লিখি উলিওৱা 'যশস্তিলক' নামৰ গ্ৰন্থখনৰ আলমত দশম শতিকাৰ ভাৰতীয় সংস্কৃতি সম্পৰ্কে বিস্তৃতভাৱে আলোচনা কৰিছে। গ্ৰন্থখনত মুঠ ১৮টা অধ্যায় আছে আৰু পৰিশিষ্টত আছে চাৰিটা বিস্তাৰিত টোকা আৰু নিৰ্ঘণ্ট হিচাপে 'যশস্তিলক'ত উল্লিখিত ঠাইবোৰৰ ভৌগোলিক বিৱৰণ। 'যশস্তিলক' লিখি জৈন সাহিত্য আৰু সংস্কৃতিৰ বিশ্ববিখ্যাত পণ্ডিত হিচাপে স্বীকৃতি পোৱা কৃষ্ণকান্ত সন্দিকৈৰ এইখনেই আটাইতকৈ পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ বুলি ইটালীৰ অধ্যাপক অস্কাৰ ব'টই মন্তব্য দিছিল। অধ্যাপক বাসুদেৱ শৰণ আগৰৱালাই এই গ্ৰন্থখনক 'কালচাৰেল কমেণ্টৰি' বুলি অভিহিত কৰি এক স্বকীয় মৰ্যাদা দিছে। কৃষ্ণকান্ত সন্দিকৈৰ মতে, যশস্তিলকৰ দুটা বিশেষ বৈশিষ্ট্য হ'ল- সমকালৰ জীৱনধাৰা আৰু সমাজৰ জীৱন্ত চিত্ৰণ আৰু ধৰ্মীয় ৰমন্যাস হিচাপে ইয়াৰ মহত্ত্ব। তেওঁ কৈছে 'যশস্তিলক'খনেই একমাত্ৰ গদ্য ৰমন্যাস, য'ত ৰমন্যাসিক প্ৰণয় দৃশ্যৰ সলনি জীৱনৰ নিগূঢ় বাস্তৱতা, নিয়তিৰ নিৰ্মম গতি আৰু দাম্পত্য জীৱনৰ ধূসৰ-বিষাদময় ঘটনাবোৰক বিস্তৃতভাৱে আলোকপাত কৰা হৈছে। অৱশ্যে সোমদেৱে দাবী কৰাৰ দৰে এইখন যে সম্পূৰ্ণ মৌলিক ৰচনা নহয়, সেই কথাও কৃষ্ণকান্ত সন্দিকৈয়ে নিৰ্মোহিভাৱে কৈছে।

কৃষ্ণকান্ত সন্দিকৈৰ তৃতীয়খন অৰ্থাৎ শেষৰখন মহাগ্ৰন্থ হৈছে 'প্ৰবৰ সেনৰ সেতুবন্ধ'। পঞ্চম শতিকাৰ কবি প্ৰবৰ সেনে প্ৰাকৃত ভাষাত লিখা মূল মহাকাব্যখনক ইংৰাজীলৈ অনুবাদ কৰি মুঠ ৮১২ পৃষ্ঠাৰ এখন অপূৰ্ব গ্ৰন্থ বিশ্বৰ বিদ্বৎ মণ্ডলীক উপহাৰ দিছে কৃষ্ণকান্ত সন্দিকৈয়ে। উল্লেখ কৰা ভাল হ'ব যে প্ৰবৰ সেনৰ সেতুবন্ধৰ ইংৰাজী অনুবাদ আছে ১৭০ পৃষ্ঠাহে। ১৪৭ পৃষ্ঠাজুৰি লিখিছে ভূমিকা, ৩৩০ পৃষ্ঠাজুৰি আছে প্ৰবৰ সেনৰ ভাষ্যসমূহৰ ওপৰত সন্দিকৈৰ নিজস্ব মন্তব্য, ১৬০ পৃষ্ঠাজুৰি আছে বিভিন্ন ভাষাৰ উৎকলন আৰু পাঁচ পৃষ্ঠাত আছে বিশেষ কেইটামান টোকা। 'সেতুবন্ধ' কাহিনী ভাগ মূল ৰামায়ণৰ আৰু ইয়াক ৰাৱণ বধ বুলিও বহুতেই জানে। ১৯৭৬ চনত আহমদাবাদৰ 'প্ৰাকৃত টেক্সট ছ'চাইটিৰ'ৰ পৰা প্ৰকাশিত এই মহাগ্ৰন্থৰ বিষয়ে সন্দিকৈয়ে লিখিছে- 'এইখনেই এখন মহাকাব্য, য'ত কবিগৰাকী কেন্দ্ৰীয় ঘটনাৱলীৰ গভীৰ তলিত সম্পৃক্ত হৈ থকাৰ আভাস পোৱা যায়।' এই কাব্যত সীতাৰ খবৰ লৈ হনুমান লংকাৰ পৰা ঘূৰি অহাৰ পৰা আৰম্ভ কৰি সাগৰৰ মাজত হেতু নিৰ্মাণ কৰাকে ধৰি ৰাৱণক বধ কৰালৈ ৰামায়ণৰ কাহিনী নতুনকৈ কোৱা হৈছে। সন্দিকৈয়ে কৈছে- সেতু নিৰ্মাণৰ ঘটনাটোৰ অন্তৰালত যি জ্ঞান বুদ্ধিয়ে কাম কৰিছে, সেয়া হৈছে কবিগৰাকী (প্ৰবৰ সেন)ৰ সততা আৰু ন্যায়ৰ প্ৰতি থকা পূৰ্ণ আস্থা। অথচ ক'তো তেওঁ সেই নীতিবোধ (শ্লাগান ধৰ্মিতাৰে!) স্পষ্টকৈ ব্যক্ত কৰা নাই। তেওঁৰ দুই-এটা উক্তিত মাথো তাৰ ক্ষীণ আভাসহে দেখা যায়। যেনে, এঠাইত আছে-'সমৰ্থজনে আনকি ব্যৰ্থ হ'বলগীয়া উদ্যেগতে সফলতাৰ প্ৰবাহ আনি দিয়ে, ঠিক যেনেকৈ সূৰ্যদেৱে আকাশৰ বাটেদি আগবঢ়াই নিবজানে মাথোন একেটি চকাৰ ৰথখন'। যশস্বী সাহিত্যিক ড° মহেন্দ্ৰ বৰাই সঠিকভাৱেই লিখিছে- 'ইতিহাসৰ ছাত্ৰ আছিল পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ। জীৱনজোৰা অনলস সাধনাৰ ফলশ্ৰুতি তিনিখন মহাগ্ৰন্থ তেওঁ দি থৈ গ'ল পৃথিৱীৰ সাৰস্বত সমাজক, ইতিহাসৰ স্মৃতি পথৰ

পথিক হৈ। ক্ৰমে ভটিয়াই গ'ল, খ্ৰীষ্টীয় দ্বাদশ শতিকাৰ পৰা দশম শতিকালৈ; দশম শতিকাৰ পৰা পঞ্চম শতিকাৰ ধুঁৱলী-কুঁৱলী দিনলৈ। প্ৰশ্ন উঠিব পাৰে, ভাৰত-ইতিহাসৰ স্মৃতিমেদুৰ দিনবোৰৰ এই মানস পৰিব্ৰাজকজনে ভাৰতৰ জাতীয় জীৱনত কিহৰ বৰঙণি যোগাই গ'ল? সন্দিকৈদেৱৰ সংস্কৃত কাব্যচৰ্চাৰ অন্তৰালত যিটো আদৰ্শই কাম কৰিছিল, তাৰ এটা স্পষ্ট সংকেত এৰি থৈ গৈছে, নিখিল ভাৰত প্ৰাচ্যবিদ্যা সম্মিলনৰ ১৯৫১ চনৰ অধিবেশনত প্ৰদান কৰা প্ৰাচীন সংস্কৃত শাখাৰ সভাপতিৰ অভিভাষণৰ কেইটামান বাক্যত 'There has been a veritable renaissance of Sanskrit Studies in the present century, and Much interpretation and critical presentation of ancient texts. But as students of Sanskrit we may ask ourselves... whether or not we have also a cultural mission, an obligation to interpret our cultural heritage in a manner intelligible to the moern world.'

জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ হিচাপে সুদীৰ্ঘ ১৮ বছৰ কাল নিজৰ অবদান মহাবিদ্যালয়লৈ আগবঢ়ালে। মাথো কলেজখনৰ স্বাৰ্থতেই তেওঁ যোৰহাটৰ দৰে সৰু চহৰত থাকিল, য'ত গ্ৰন্থগাৰৰ সুবিধা নাই, পৃথিৱীৰ অন্যতম পণ্ডিতসকলৰ লগত প্ৰত্যক্ষ যোগাযোগো সম্ভৱ নহয়।.... ইচ্ছা কৰিলে তেওঁ অক্সফৰ্ড নহ'লেও কলিকতা-দিল্লীত থাকিব পাৰিলেহেঁতেন; কিন্তু ভেল্পাৰ কলেজ এখনৰ দায়িত্ব লৈ যোৰহাটতেই যে থাকিল, সেয়াই সন্দিকৈৰ মহানতা, অসমীয়া জাতিৰ প্ৰতি তেওঁৰ প্ৰাণৰ ভালপোৱা তাতেই সম্পৃক্ত হৈ আছিল।

১৯৪৮ চনত প্ৰতিষ্ঠা হোৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথমগৰাকী উপাচাৰ্য হোৱাৰ যোগ্যতা যে মাথো কৃষ্ণকান্ত সন্দিকৈৰহে আছে, সেই কথা গভীৰভাৱে উপলব্ধি কৰিছিল অসমৰ তদানীন্তন মুখ্যমন্ত্ৰী ভাৰতৰত্ন গোপীনাথ বৰদলৈয়ে। সেইবাবেই বহু খাটনি ধৰি তেওঁ সন্দিকৈক এই দায়িত্ব ল'বৰ বাবে ৰাজী কৰাইছিল। নিজৰ ইচ্ছা নাথাকিলেও চৰকাৰ আৰু শুভাকাংক্ষীসকলৰ অনুৰোধত সন্দিকৈয়ে উপাচাৰ্যৰ তিনিবছৰীয়াকৈ কাৰ্যকালৰ তিনিটা টাৰ্ম (মুঠ ন বছৰ) বিশ্ববিদ্যালয়ৰ সেৱাত আত্মনিয়োগ কৰিছিল। উপাচাৰ্যৰ দায়িত্বত থকা কালত নিজৰ বাসভৱনত নিজৰ পৰিয়ালৰ কোনো লোককেই থাকিব দিয়া নাছিল। সন্দিকৈয়ে পৰিয়ালৰ প্ৰায়খিনি দায়িত্ব এৰি দিছিল নিজৰ গুণী পত্নী হেমলতা সন্দিকৈৰ হাতত। দুগৰাকী কন্যা প্ৰমীলা আৰু অহল্যা তথা এজন পুত্ৰ বিজয়কৃষ্ণৰে সন্দিকৈৰ এখন সুখী সংসাৰ আছিল।

অতি পৰিশ্ৰমী এইগৰাকী সাধক-পণ্ডিতে এটা মুহূৰ্তও অবাবতে ব্যয় কৰিব নিবিচাৰিছিল। অহৰহ জ্ঞানৰ সাধনাত লাগি থকা এইগৰাকী ব্যক্তি গহীন-গম্ভীৰ হ'লেও, তেওঁ ৰোমান্টিক মনৰ ৰসিক ব্যক্তিও আছিল।' বিশ্বৰ বিদ্বৎ সমাজে এগৰাকী শ্ৰেষ্ঠ প্ৰাচ্যতত্ত্ববিদ, প্ৰশাসক আৰু শিক্ষাবিদ হিচাপে সন্মান জনোৱা এইগৰাকী ব্যক্তি ১৯৫২ চনত মাদ্ৰাজত অনুষ্ঠিত উপাচাৰ্য সন্মিলন আৰু ১৯৫৩ চনত বিশ্ববিদ্যালয় সন্মিলনৰো সভাপতি হৈছিলগৈ।

পিতৃৰ দৰেই দান দিয়াৰ ক্ষেত্ৰতো কৃষ্ণকান্ত সন্দিকৈ আছিল সিদ্ধহস্ত। বহু দুখীয়া ছাত্ৰ-ছাত্ৰীক নগদ ধনেৰে সহায় কৰা এইগৰাকী ব্যক্তিয়ে নিজৰ পত্নী হেমলতা সান্দিকৈৰ স্মৃতিৰক্ষাৰ্থে এখন মহাবিদ্যালয় স্থাপনৰ বাবে আঢ়ৈ লাখ টকা দান কৰিছিল। তদুপৰি ৰাধাকান্ত সন্দিকৈ ভৱনৰ লগতে চন্দ্ৰকান্ত অভিধানৰ পুনৰ প্ৰকাশৰ বাবে বহু টকা দান কৰিছিল। আত্মপ্ৰচাৰ বিমুখ এইগৰাকী ব্যক্তিয়ে দিয়া আৰু বহু দানৰ বিষয়ে এতিয়াও জনা নাযায়। ১৯৬৭ চনত নিজৰ ব্যক্তিগত পুথিভঁৰালটিও গুৱাহাটী বিশ্ববিদ্যালয়ক দান দিয়ে, য'ত ১০ হেজাৰ অমূল্য গ্ৰন্থ আছিল।

ভাৰত চৰকাৰে ১৯৫৫ চনত পদ্মশ্ৰী আৰু ১৯৬৭ চনত পদ্মভূষণ সন্মানেৰে বিভূষিত কৰা এইগৰাকী ব্যক্তিয়ে ১৯৫১ চনত লক্ষ্ণৌত অনুষ্ঠিত সদৌ ভাৰত প্ৰাচ্য সন্মিলনৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে সন্দিকৈক ডি লিট সন্মান যাচিছিল। ১৯৭৮ চনত অসম সাহিত্য সভাই 'সদস্য মহীয়ান' সন্মানেৰে বিভূষিত কৰা কৃষ্ণকান্ত সন্দিকৈয়ে তেওঁৰ ৰচনাসম্ভাৰ (১৯৮৪)ৰ বাবে মৰণোত্তৰভাৱে ১৯৮৫ চনৰ সাহিত্য একাডেমী বঁটা লাভ কৰিছিল।

১৯৮২ চনৰ সাত জুন সোমবাৰে প্ৰাচ্যৰ বৌদ্ধিক জগত শূন্য কৰি থৈ এইগৰাকী মহান পণ্ডিতে পৰলোকলৈ গমন কৰিলে।



(২২)

# প্ৰেমনাৰায়ণ দত্ত

'প্ৰেম নাৰায়ণ মানুহজন কোন? তেখেত ক'ত থাকে? বৰ্তমান এনেবোৰ প্ৰশ্ন আনকি অসমৰ আওহতীয়া ঠাইতো শুনিবলৈ পোৱা যায়। ইবোৰৰ পৰাই দত্ত ডাঙৰীয়াৰ জনপ্ৰিয়তা কেনে খৰ গতিত বাঢ়িছে, সেই কথা অনুমান কৰিব পাৰি। হাতৰ ধন খৰচ কৰি অসমীয়া সাহিত্য পঢ়ে অখ্যাত বাগিচাৰ কৰ্মীসকলে, পঢ়াশালিৰ কম বেতনভোগী শিক্ষকসকলে। মুঠতে এই শ্ৰেণীৰ সাহিত্যপ্ৰেমীসকলে আৰু এইসকলৰ সমাজত বিশেষকৈ দত্ত ডাঙৰীয়াৰ নাম মুখে মুখে। লেখকৰ হাস্যৰস, লগতে ৰচনাৰীতি সম্পূৰ্ণ নিজস্ব আৰু মৌলিক। আনকি ডিটেক্‌টিভ কাহিনীবোৰো সাধাৰণ তৰল শ্ৰেণীৰ ৰচনা নহয়। ইবোৰত একোটা দ ভাব লুকাই আছে। ইবোৰ সমাজ আৰু দেশপ্ৰেমৰ ছিটিকনি পৰি বেছি উজ্জ্বল হৈ পৰিছে।' এই কথাখিনি সাহিত্যিক, ৰাজনীতিক হেম বৰুৱাই লিখিছিল ১৯৫১ চনৰ ন ছেপ্টেম্বৰ তাৰিখে। সঁচাই, প্ৰেমনাৰায়ণ দত্ত নামৰ লেখকগৰাকীয়ে জীৱন কালতে ইমান বেছি জনপ্ৰিয়তা লাভ কৰিছিল যে সেয়া আন লেখকৰ বাবে হয়তো ঈৰ্ষণীয়। কিন্তু ৰহস্য সাহিত্যক 'সাহিত্যৰ এটা অঙ্গ' হিচাপে স্বীকৃতি দিব নিবিচৰা অসমীয়া সাহিত্যিক-সমালোচকসকলে প্ৰেমনাৰায়ণ দত্তৰ সেই জনপ্ৰিয়তাক যেন স্বীকৃতি দিব নিবিচাৰে। কিন্তু এই কথা সকলোৱে মনত ৰখা উচিত যে ৰহস্য সাহিত্য ৰচনা কৰিছে পৃথিৱীৰ বিখ্যাত সাহিত্যিক বালজাক, অ' হেনৰী, আগাথা ক্ৰিষ্টি আদিয়েও।

প্ৰেমনাৰায়ণ দত্ত এগৰাকী হোমিঅ' চিকিৎসক, শিক্ষক, বীমা কোম্পানীৰ এজেণ্ট আৰু গ্ৰন্থ প্ৰকাশক আছিল। কিন্তু এইবোৰ পৰিচয় গৌণ। কালজয়ী ৰহস্য সাহিত্যিক হিচাপেহে তেওঁৰ সুনাম আছে। মাথো ৰহস্য সাহিত্যই নহয়, হাস্যৰ সাৰ্থক সাহিত্যৰ অন্যতম লেখক প্ৰেমনাৰায়ণ দত্তই বহুকেইখন সামাজিক উপন্যাস, গল্প সম্ভাৰ, নাটক আৰু প্ৰবন্ধও লিখিছিল। অসমীয়া ৰহস্য সাহিত্যক বিশেষ মৰ্যদা দিবলৈ প্ৰয়াস কৰা সাহিত্যিক সকলৰ তালিকাত প্ৰেমনাৰায়ণৰ নাম সদায় আগত। তেওঁৰ 'পা-ফু' চিৰিজৰ নাম নুশুনা মানুহ অসমত নাই। 'পা-ফু' চিৰিজৰ ২২ খন উপন্যাস, আঠখন ৰহস্য উপন্যাস, আঠখন সামাজিক উপন্যাস, পাঁচখন গল্প সংকলন, পাঁচখন নাটক আৰু কে'বাটাও প্ৰবন্ধ লিখি অসমীয়া সাহিত্যলৈ মেটমৰা সম্ভাৰ আগবঢ়োৱা প্ৰেমনাৰায়ণ দত্তই সাহিত্য-সমালোচকৰ স্বীকৃতি পাওক-নাপাওক কথা নাই, কিন্তু এই কথা স্বীকাৰ কৰিবই লাগিব যে অধ্যয়ন বিমুখ বুলি দুৰ্নাম থকা অসমীয়া মানুহক উশাহ সলাবলৈকে পাহৰাই নিজৰ সাহিত্যৰাজিৰ মাজত আকণ্ঠ ডুবাই ৰাখিব পৰা বিৰল কৃতিত্বৰ অধিকাৰী প্ৰেমনাৰায়ণ দত্ত স্বীকৃতি পোৱাৰ যোগ্য সাহিত্যিক।

১৮৯৯ চনৰ ২৮ ফেব্রুৱাৰীত বজালী অঞ্চলৰ ৰতনপুৰ গাঁৱৰ এক ঐতিহ্য মণ্ডিত পৰিয়ালত প্ৰেমনাৰায়ণৰ জন্ম। ৰতনপুৰৰ শিক্ষক ৰতিৰাম দত্ত আৰু তেওঁৰ প্ৰথমা পত্নী পাণিপ্ৰিয়া দত্তৰ কনিষ্ঠ সন্তান আছিল প্ৰেমনাৰায়ণ। প্ৰেমনাৰায়ণৰ পাঁচ বছৰ বয়সতেই মাতৃ বিয়োগ ঘটে। তাৰ পাছতেই ৰতিৰাম দত্তই পুনৰ বিবাহত বহে আৰু দ্বিতীয়া পত্নী ৰথেশ্বৰীৰ গৰ্ভত দুজনী কন্যা আৰু সাতজন পুত্ৰ সন্তানৰ জন্ম হয়। পাণিপ্ৰিয়াৰ গৰ্ভত ইতিমধ্যে জন্ম লৈছিল প্ৰেমনাৰায়ণ সহ চাৰিগৰাকী কন্যা আৰু দুজন পুত্ৰই। গতিকে প্ৰেমনাৰায়ণৰ ভাতৃ-ভগ্নীৰ মুঠ সংখ্যা হয়গৈ ১৫।

বহু ভাতৃ-ভগ্নীৰে এক যৌথ পৰিয়ালত ডাঙৰ দীঘল হোৱা প্ৰেমনাৰায়ণ দত্তই নানা আহুকলীয়া পৰিস্থিতিৰ মাজেদি ওচৰৰে চৌখুটি এম ই স্কুলৰ পৰা বৃত্তিসহ এম ই পৰীক্ষাত উত্তীৰ্ণ হ'ল। এম ই পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত গুৱাহাটী বা বৰপেটাত ৰাখি (সেই সময়ত বজালী অঞ্চলত কোনো হাইস্কুল নাছিল) প্ৰেমনাৰায়ণক পঢ়ুওৱাটো হয়তো যৌথ পৰিয়ালত থকা পিতৃ ৰতিৰামৰ সাধ্যৰ অতীত আছিল। এম ই পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছতেই উচ্চ শিক্ষাৰ বাবে সদা আগ্ৰহী প্ৰেমনাৰায়ণে যোৰহাটত থকা খুৰাক (ককাদেউতাকৰ দ্বিতীয় পক্ষৰ পুত্ৰ) ডাঃ শম্ভুনাথৰ স'তে যোগাযোগ কৰিলে আৰু সেই মতে খুৰাকৰ লগতে থাকি যোৰহাটৰ নৰ্মাল স্কুলত পঢ়াৰ সিদ্ধান্ত ল'লে প্ৰেমনাৰায়ণ দত্তই।

যথাসময়ত যোৰহাটৰ নৰ্মাল স্কুলৰ শিক্ষা সমাপ্ত কৰি বৰপেটাৰ এখন প্ৰাথমিক বিদ্যালয়ত তেওঁ শিক্ষকতাও কৰিব ল'লে। কেইবছৰমান শিক্ষকতা কৰাৰ পাছত এবাৰ দীঘলীয়া তীৰ্থ ভ্ৰমণৰ বাবে গৈছিল প্ৰেমনাৰায়ণ। কিন্তু সেই সময়ত প্ৰধান শিক্ষকজনে অৱসৰ লোৱাত তৃতীয় শিক্ষকজন প্ৰধান শিক্ষক হ'ল। ইতিমধ্যে দ্বিতীয় শিক্ষক প্ৰেমনাৰায়ণ আহি প্ৰধান শিক্ষক হোৱাৰ দাবী জনালে কিন্তু বিদ্যালয় পৰিদৰ্শকগৰাকীয়ে কোনো নিৰ্দেশ নিদিয়াত আৰু সেই তৃতীয় শিক্ষকজনেও প্ৰধান শিক্ষকৰ পদ এৰি নিদিয়াত প্ৰেমনাৰায়ণ দত্তই 'জীৱনত আৰু চৰকাৰী চাকৰি নকৰো' বুলি প্ৰতিজ্ঞা কৰি চাকৰি এৰি দিলে। এই প্ৰতিজ্ঞা তেওঁ আজীৱন ৰাখিছিল।

চাকৰি এৰি ঘৰলৈ উভতি অহাত এক সম্পূৰ্ণ অনিশ্চিত জীৱন আৰম্ভ হ'ল দত্তৰ। কৃষি কৰ্মকেই জীৱিকা হিচাপে গ্ৰহণ কৰাৰো উপায় নাছিল, কাৰণ সেই বিৰাট যৌথ পৰিয়ালত থাকি কৃষিকৰ্ম কৰিবলৈ নিজস্বভাৱে একো কৰিব নোৱাৰি। এইবাৰ হাতৰ সঁজুলিৰ কাম কিছুমান শিকিবৰ বাবে তেতিয়াৰ দিনতে বাঁহৰ চাইকেল, অত্যাধুনিক তাঁতশাল, তলা নোহোৱাকৈ বান্ধিব পৰা লোৰ শিকলি আদিৰ আৱিষ্কাৰক কালিচৰণ দত্তৰ ওচৰলৈ গ'ল প্ৰেমনাৰায়ণ। কিন্তু এই কাৰিকৰী শিক্ষা আৰম্ভ কৰাৰ কিছুদিনৰ পাছৰে পৰা তেওঁ মেলেৰিয়াত বৰকৈ আক্ৰান্ত হ'ল আৰু লগে লগে প্ৰশিক্ষণ কাৰ্যৰো অন্ত পৰিল।

মেলেৰিয়া ভাল হোৱাৰ পাছত প্ৰেমনাৰায়ণ দত্তই এইবাৰ গুৱাহাটীলৈ অহাটোকে ঠিক কৰিলে। সেই সময়ত নলবাৰীৰ খাটাবাৰীৰ বিখ্যাত মৌজাদাৰ পৰিয়ালৰ সন্তান নবীন চৌধুৰীয়ে ব্যৱসায়িক দিশত প্ৰতিষ্ঠা হ'বৰ মানসেৰে গুৱাহাটীৰ 'ফাঁচী বজাৰ'ত 'মাতৃ

ভাণ্ডাৰ' নামে এক ব্যৱসায়িক প্ৰতিষ্ঠান গঢ়ি তুলিছিল। এই মাতৃ ভাণ্ডাৰৰে কৰ্মচাৰী হিচাপে প্ৰেমনাৰায়ণৰ চাকৰি আৰম্ভ হ'ল লাহে লাহে চৌধুৰীৰ স'তে দত্তৰ সম্পৰ্ক গাঢ় হ'ল আৰু প্ৰায় ২৫ বছৰ বয়সত প্ৰেমনাৰায়ণে নবীন চৌধুৰীৰ কন্যা ইন্দুবালাৰ পাণি গ্ৰহণ কৰিলে। সেই সময়ত ইন্দুবালাৰ বয়স ১২ বছৰ।.... প্ৰেমনাৰায়ণ বৰ বেছিদিনলৈ শহুৰৰ লগতে কাম কৰাৰ পক্ষপাতী নাছিল। নিজাকৈ কিবা এটা কৰাৰ চখ তেওঁ মনতে পুহি ৰাখিছিল। সেইবাবে মাতৃ ভাণ্ডাৰ গজগজীয়াকৈ প্ৰতিষ্ঠা হোৱাৰ পাছত প্ৰেমনাৰায়ণ দত্তই অৰিয়েণ্টেল ইন্সিওৰেন্স কোম্পানীৰ ক্ষেত্ৰীয় পৰিচালক মোহিনী মোহন মুখাৰ্জীৰ সহযোগত এই বীমা কোম্পানীৰে এজেন্ট হিচাপে যোগ দিলে। অৱশ্যে এজেন্ট হিচাপে যোগ দিয়াৰ প্ৰথমছোৱাত তেখেতে চাহ বাগিচাৰ পৰা চাহপাত আনি ফাঁচী বজাৰত পাইকাৰী হাৰত বিক্ৰী কৰিছিল। গুৱাহাটীত লাহে লাহে বীমা কোম্পানীৰ এজেন্ট প্ৰেমনাৰায়ণৰ প্ৰসিদ্ধি বাঢ়িল। মোহিনী মুখাৰ্জীয়ে দত্তই নিজৰ ক্ষেত্ৰখন আৰু বহলাই পেলোৱা উচিত বুলি ছিলঙলৈ যাবলৈ তেওঁক পৰামৰ্শ দিলে। মুখাৰ্জীৰ পৰামৰ্শ মতেই ১৯৩৫ চনৰ পৰা দত্তই সপৰিয়ালে ছিলঙত থাকিব ল'লে। ছিলঙত আঢ়ৈ বছৰ কাল বীমা কোম্পানীৰ এজেন্ট হিচাপে দত্তই যথেষ্ট কৃতকাৰ্যতা দেখুৱালে। কিন্তু তেওঁ স্থায়ীভাৱে ক'ৰবাত বসতি কৰিবলৈ ইচ্ছা কৰিছিল। সেই অনুসৰি তেওঁ গুৱাহাটীৰ চি কে আগৰৱালা পথত মাটি দুকঠা কিনিলে আৰু ঘৰ সজাৰ কাম আৰম্ভ কৰিলে। ঘৰ সজা হ'ল। নতুন ঘৰলৈ অহাৰ পাছত জ্যেষ্ঠা কন্যাক বিয়াও দিলে। তাৰ পাছতেই দত্তৰ জীৱনলৈ আহিল ধুমুহাটো, পত্নী ইন্দুবালাই অকাল মৃত্যুবৰণ কৰিলে। পত্নীক হেৰুৱাই প্ৰেমনাৰায়ণে জীৱনটোক সহজভাৱে ল'ব নোৱৰা হ'ল। ল'ৰা-ছোৱালীকেইজনক আত্মীয়ৰ ঘৰত ৰাখি তেওঁ কে'বামাহো তীৰ্থ ভ্ৰমণত ব্যস্ত থাকিল।

তীৰ্থ ভ্ৰমণৰ পৰা উভতি আহি দত্ত গৌৰীপুৰত থকা ককায়েকৰ ঘৰত উঠিল। সেই সময়তে তেওঁ পেটৰ গেষ্ট্ৰিক অসুখত ভুগিব ধৰিলে আৰু গৌৰীপুৰতে ভূদেব অধিকাৰী নামৰ এজন হোমিঅ'পেথিক ডাক্তৰৰ ওচৰত চিকিৎসা কৰালে। তেওঁৰ ৰোগ অতি সোনকালেই ভাল হোৱাত দত্ত এইবাৰ হোমিঅ'পেথিক চিকিৎসাৰ প্ৰতি আকৃষ্ট হয় আৰু এই চিকিৎসা বিজ্ঞানৰ কিতাপ পত্ৰ মগাই আনি ভূদেব অধিকাৰীৰ সহযোগত শিক্ষা গ্ৰহণ কৰিলে আৰু গৌৰীপুৰতে ৰোগীৰ চিকিৎসা আৰম্ভ কৰিব ধৰিলে। তাৰ পাছত গুৱাহাটীলৈ আহি এই চিকিৎসা ব্যৱসায়তে তেওঁ মনপুতি লাগিল।

ইন্দুবালা জীয়াই থাকোতেই প্ৰেমনাৰায়ণ দত্তই লেখা-মেলা আৰম্ভ কৰিছিল। ইন্দুবালাও আছিল পঢ়া-শুনাত আগ্ৰহী আৰু তেওঁ স্বামীক লেখিবলৈ উৎসাহ দিয়াৰ লগতে নিজেও লিখিছিল। কিন্তু ইন্দুবালাৰ অকাল মৃত্যু হোৱাৰ পাছত সেই সকলোবোৰ অপ্ৰকাশিত লেখা প্ৰেমনাৰায়ণে পুৰি পেলাইছিল। পাছত হোমিঅ'পেথিক চিকিৎসা চলাই যোৱাৰ সময়ত তেওঁ পুনৰ লেখা-মেলাত হাত দিলে আৰু তেওঁৰ ('পা-ফু' চিৰিজৰ) প্ৰথমখন গ্ৰন্থ 'দিন ডকাইত' লিখা সম্পূৰ্ণ হ'ল ১৯৪২ চনত। অৱশ্যে প্ৰকাশকৰ অভাৱত সেয়া ছপা হ'ল ১৯৪৬ চনতহে। এই ক্ষেত্ৰত তেওঁৰ বন্ধু শিক্ষাবিদ ড° কালীনাথ শৰ্মাই দত্তক যথেষ্ট সহায় কৰিলে। লাহে লাহে তেওঁৰ 'পা ফু' চিৰিজৰ

অন্যকেইখন গ্ৰন্থই যথেষ্ট জনপ্ৰিয়তা লাভ কৰিলে, বিক্ৰীও হ'ল বহুত। তাৰ পাছত এই চিৰিজৰ তৃতীয়খন গ্ৰন্থ উলিয়াবৰ সময়ত গুৱাহাটীৰ নিউপ্ৰেছৰ অন্যতম স্বত্বাধিকাৰী তৰুণ আগৰৱালাৰ প্ৰেৰণাত দত্তই 'মণিমাণিক প্ৰকাশ' নামৰ প্ৰকাশন প্ৰতিষ্ঠানত জন্ম দি তাৰ যোগেদিয়েই কিতাপ প্ৰকাশ কৰি গ'ল।

অসমীয়া ৰহস্য সাহিত্যৰ অন্যতম বাটকটীয়া প্ৰেমনাৰায়ণ দত্তৰ 'দিন ডকাইত' নামৰ উপন্যাসখনতে অবিস্মৰণীয় 'পা-ফু' দলে আত্মপ্ৰকাশ কৰিছে। এই 'পা-ফু' সম্পৰ্কীয় পটভূমি দত্তদেৱে তৈয়াৰ কৰিছিল এনেদৰে- বশিষ্ঠ পাহাৰত, নদীৰ পাৰত, মন্দিৰৰ পৰা বহু দূৰৈত এডোখৰ বিতোপন ঠাই আছে। নদীৰ গাতে লাগি আছে এটি গুহা। দিনতেই নানা প্ৰকাৰৰ হিংস্ৰ জন্তুৰ উৎপাত হয় বুলি তালৈ যাবলৈ সকলোৱে ভয় কৰে। এই ঠাইডোখৰতে গোট খাইছিল দলপতি আৰু তেওঁৰ চাৰিজন সহকাৰী। তাৰে এজন হায়দৰাবাদৰ, এজন মণিপুৰৰ ৰজাৰ বংশৰ এজন মহাবীৰ চিলাৰায়ৰ আৰু আনজন খাছীয়া ৰজাৰ বংশধৰ। দলপতিয়ে নিজৰ পৰিচয় দিছিল অসমীয়া বীৰ ফুকন ডাঙৰীয়াৰ বংশধৰ বুলি। সুদূৰ হায়দৰাবাদৰ পৰা অহা ডেকাজনৰ পিতৃ আৰু পূৰ্বপুৰুষ অসমীয়া। বৃহত্তৰ অসমৰ ডেকা সমাজৰ পৰা এই দলত যোগদান কৰিবলৈ অহা আটাইকেইজনেই আছিল নানা ধৰণে নিৰ্যাতিত আৰু নিপীড়িত হোৱা যুৱক। অন্যায়ৰ প্ৰতিকাৰ বিচৰা এই যুৱক ; পাঁচোজনে ব্যক্তিস্বাৰ্থক নেওচা দি দেশ আৰু ১০ জনৰ স্বাৰ্থ ৰক্ষাৰ আদৰ্শেৰে উদ্বুদ্ধ হৈ পৰিছিল।

দলপতি অৰ্থাৎ ফুকনৰ উত্তৰ পুৰুষৰ নামেৰেই এই দলৰ নাম হৈছিল পঞ্চ বা পাঁচ ফুকন, যাক চমুকৈ 'পা-ফু' নামেৰে জনা গৈছিল। এওঁলোকৰ আদৰ্শ আৰু প্ৰতিজ্ঞা আছিল এনে ধৰণৰ-(১) দেশতকৈ কোনো ডাঙৰ নহয় আমাৰ মূলমন্ত্ৰ, (২) অসম আমাৰ, আমি অসমীয়া, (৩) বঞ্চকৰ বিচাৰ আৰু বঞ্চিতক দান আমাৰ ব্ৰত, (৪) নিজৰ স্বাৰ্থ বলি দি আৰু দৰ্কাৰ হ'লে নিজৰ প্ৰাণকো উছৰ্গা কৰি আমাৰ ব্ৰত সাৰ্থক কৰিম, (৫) অসমৰ নাম আমি উজ্জ্বল কৰিম।

ৰহস্য সাহিত্য বুলিলে লোমহৰ্ষক হত্যাকাণ্ড, কৌতূলোদ্দীপক ঘটনা আৰু তাৰ তদন্তমূলক বিশ্লেষণেই ঘাইকৈ ঠাই পায়, কিন্তু প্ৰেমনাৰায়ণ দত্তৰ ৰহস্য সাহিত্য সিমানতে আবদ্ধ নাছিল। তেওঁৰ প্ৰায়বোৰ উপন্যাসতে দেশপ্ৰেমৰ জোৱাৰ আছিল। ৰহস্য আৰু কৌতূহলপূৰ্ণ ঘটনাৰ মাজতেই যেন দত্তই পঢ়ুৱৈক দেশপ্ৰেমৰ পাঠ দিব বিচাৰিছিল। অসমৰ বিভিন্ন প্ৰান্তৰৰ পঢ়ুৱৈয়ে প্ৰেমনাৰায়ণ দত্তলৈ লিখা চিঠিবোৰত এই কথাৰ অনুমান কৰিব পাৰি যে দত্তৰ ৰচনাবোৰে বহুতৰ মনলৈ দেশপ্ৰেমৰ এক নতুন জোৱাৰ আনিছিল আৰু দেশৰ বাবে কাম কৰিবলৈ তেওঁলোক আগ্ৰহান্বিত হৈ পৰিছিল।.... মাথো দেশপ্ৰেমেই নে? প্ৰেমনাৰায়ণ দত্তৰ লেখাৰ মাজে মাজে প্ৰচুৰ হাস্যৰসৰ সন্ধান পোৱা যায়। 'দিন ডকাইত'ৰ পুলিচ বিভাগৰ স্পেচিয়েল ইন্সপেক্টৰ আনন্দ দুৱৰাৰ কথাই লোৱা যাওক। ইন্সপেক্টৰ দুৱৰাৰ গোঁফৰ লগত অনেক ধৰণৰ পেটাৰ্ণ যুক্ত হৈ থাকে, যিটোৰ পৰা দুৱৰাৰ মানসিক অৱস্থাৰ বিষয়ে অনুমান কৰিব পৰা যায়। গোঁফৰ এই পেটাৰ্ণ কেইটাৰ নাম দিয়া হৈছিল-ডেম কেয়াৰ পেটাৰ্ণ, চিকাৰী বোন্দাৰ পেটাৰ্ণ, নৰসিংহ

পেটাৰ্ণ, দিল খোচ পেটাৰ্ণ আৰু আপোনাৰ একান্ত বাধ্য পেটাৰ্ণ। তেওঁ খং উঠিলে বা কোনো চিকাৰৰ সন্ধানত ব্যস্ত হ'লে দুবাৰাৰ গোঁফে আপোনা-আপোনি পেটাৰ্ণ সলায়।

ডিটেকটিভ গল্প-উপন্যাসৰ চৰ্চাৰ মাজতে প্ৰেমনাৰায়ণ দত্তই ১৯৫৫ চনত ছপা কৰি উলিয়ালে তেওঁৰ প্ৰথমখন সামাজিক উপন্যাস 'নিয়তিৰ নিৰ্মালি'। নিয়তিৰ নিৰ্মালি পঢ়ি ড° সূৰ্যকুমাৰ ভূঞাই প্ৰেমনাৰায়ণ দত্তলৈ চিঠি এখন দিছিল এনেদৰে- 'অসমীয়াৰ দৈনন্দিন জীৱনত সাধাৰণতে ঘটি থকা কাহিনীৰ সম্ভাৱেৰে আপুনি এই উপন্যাসখনি লিখিছে আৰু এই কামত আপুনি কৃতকাৰ্য হৈছে। সৰলতা, কৰুণা আৰু নৈতিকতাৰ মৰ্যাদা ফুটাই তোলাত আপোনাৰ পৰিপক্ক লেখনীৰ শলাগ সদৌ অসমীয়া ৰাইজে ল'বলৈ বাধ্য হ'ব। অসমীয়াৰ ঘৰুৱা জীৱনতো উপন্যাস-নাটকৰ যথেষ্ট সমল আছে। সেই কথা মৌলিক সাহিত্যিক সকলে হৃদয়ঙ্গম কৰিব পাৰিলে অসমীয়া জাতিৰ আৰু সাহিত্যৰ সৰ্বতো প্ৰকাৰে মঙ্গল হ'ব। আপুনি এই বিষয়ে পথ প্ৰদৰ্শক।...' সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকায়ো হাতে লিখা অৱস্থাতে 'নিয়তিৰ নিৰ্মালি' সম্পৰ্কে অভিমত দিছিল- 'এই উপন্যাসখন আমাৰ লেখত ল'বলগীয়া সামাজিক উপন্যাস হিচাপে পৰিগণিত হ'ব।' উল্লেখ্য সাহিত্যাচাৰ্য হাজৰিকাই নিজেই এই কিতাপখনৰ প্ৰুফ সংশোধন কৰি দিছিল। তাৰ পাছত দত্তৰ সামাজিক উপন্যাস প্ৰণয়ৰ সুঁতি, প্ৰাণৰ পৰশ, ৰহস্যহীয়া (ব্যঙ্গ) আদিৰ শ্ৰেষ্ঠত্বৰ ওপৰতো বহুজনে মন্তব্য দিছিল।

মাথো ৰহস্য, সামাজিক বা ব্যঙ্গ উপন্যাস আৰু গল্প লিখাতেই প্ৰেমনাৰায়ণ দত্ত সিদ্ধহস্ত নে? তেওঁ লিখা নাটক, কবিতা, শিশু সাহিত্য আৰু দাৰ্শনিক দৃষ্টিভঙ্গীৰ ৰচনাতো তেওঁৰ শব্দ শক্তি আৰু জ্ঞানৰ পৰিপক্কতা চকুত পৰে। 'কৰ্ম'ৰ বিষয়ে তেওঁ দাৰ্শনিক ভাবধাৰাৰ প্ৰবন্ধত লিখিছিল-'কৰ্মৰ তত্ত্ব গভীৰ ৰহস্যময়। কোনটো কৰ্ম, কোনটো অকৰ্ম আৰু কোনটো বিপৰীত কৰ্ম, সেই বিষয়ে সম্যক জ্ঞানৰ আৱশ্যক। পূৰ্বৰ গুণ-কৰ্ম অনুসৰি মানুহৰ স্বকৰ্ম বা স্বধৰ্ম ভাগ কৰা হৈছিল কিন্তু কালক্ৰমে মানুহে নিজে নিজে গুণ কৰ্মত আবদ্ধ হৈ নাথাকি জীৱন যাত্ৰা নিৰ্বাহ কৰিবৰ বাবে নানান ৰকমৰ কৰ্মত ৰত হ'বলগীয়াত পৰিল। সেই নিমিত্তে কোনো ধৰাবন্ধা বা নিৰ্দিষ্ট সূত্ৰও নোহোৱাত পৰিল। এতেকে যাৰ ক্ষেত্ৰত যিটো কৰ্তব্য নিৰ্ধাৰিত হয়, সিজনৰ পক্ষে সেয়েহে সকৰ্ম বা স্বধৰ্ম। অনাসক্ত হৈ তাকে পালন কৰি গ'লেই স্বধৰ্ম পালন কৰা হয়।'

১৯৬৫ চনৰ ১২ জানুৱাৰীত কৰ্কট ৰোগত আক্ৰান্ত হৈ মৃত্যুবৰণ কৰা প্ৰেমনাৰায়ণ দত্ত আচলতে এগৰাকী সম্পূৰ্ণ সাহিত্যিক। কবিতাৰ পৰা উপন্যাস, দাৰ্শনিক তাৎপৰ্যৰ নিবন্ধ লৈ সকলো ৰচনাতে প্ৰেমনাৰায়ণ দত্তৰ গভীৰ আৰু বিস্তৃত চিন্তা জগতৰ উমান পোৱা যায়। শিক্ষকতা, দোকানৰ সহযোগী, বীমা কোম্পানীৰ এজেণ্টকে ধৰি হোমিঅ'পেথিক চিকিৎসক পৰ্যন্ত, তেওঁৰ জীৱিকাৰ এই সকলোবোৰ ক্ষেত্ৰতে তেওঁ যিদৰে সফলতা দেখুৱাইছিল, সেইদৰে সাহিত্যৰ বিভিন্ন বিভাগতো তেওঁৰ পৰিপক্কতা চকুত পৰে।...তথাপি প্ৰেমনাৰায়ণ দত্তক আমি অসমীয়া ৰহস্য উপন্যাসৰ এগৰাকী অন্যতম বাটকটীয়া হিচাপে চিহ্নিত কৰিছো। তদুপৰি তেওঁৰ সেই ৰহস্যময়তা আৰু কৌতূহলোদ্দীপকতাৰ মাজত দেশপ্ৰেম-স্বজাতি প্ৰেমৰ যি অক্ষয় বন্তি জ্বলি আছিল, সিয়েই প্ৰেমনাৰায়ণ দত্ত নামৰ সাহিত্যিকজনাক আৰু বেছি আলোকিত কৰিছে।

'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত' নামৰ গ্ৰন্থখনত ডা° সত্যেন্দ্ৰ নাথ শৰ্মাই লিখিছিল-'যুদ্ধোত্তৰ উপন্যাসৰ লেখ লওঁতে প্ৰেমনাৰায়ণ দত্তৰ নামো উল্লেখনীয়। দত্তই সাহিত্য জগতত প্ৰৱেশ কৰে ডিটেক্‌টিভ কাহিনী ৰচক হিচাপে।... তেওঁৰ দৃষ্টিত কিছু ৰক্ষণশীলতা থাকিলেও অন্ধ গোড়ামি নাই। সমাজত পবিত্ৰ বুলি গণ্য কৰা আদৰ্শসমূহৰ গৌৰৱ আৰু মহিমা মনোমোহা ৰূপত প্ৰকাশ কৰাই লেখকৰ উদ্দেশ্য, কিন্তু ধৰ্ম প্ৰচাৰকৰ দৃষ্টিৰে তেওঁ আদৰ্শ প্ৰচাৰ কৰা নাই। উপন্যাস কলাক বিকল নকৰি সামাজিক নীতি-নিয়মৰ বেৰ নাভাঙি প্ৰেম-প্ৰীতি, ঈৰ্ষা-অসূয়া, দয়া-স্নেহৰ চিত্ৰ আঁকিছে। তথাপি ডিটেক্‌টিভ কাহিনী ৰচনাৰ কৌশলে কেতিয়াবা অনধিকাৰ প্ৰৱেশ কৰি উপন্যাসৰ স্বাভাৱিক গতিত বাধা দিয়া দেখা যায়।... প্ৰেমনাৰায়ণৰ ৰচনাত শব্দ প্ৰয়োগৰ কৌশল, pun ৰ প্ৰয়োগ অধিক পৰিমাণে লক্ষ্য কৰা যায়। বহুত ক্ষেত্ৰত শাৰীৰিক বৈগুণ্য, চৰিত্ৰৰ উৎকেন্দ্ৰিকতা আৰু ভাৱসাম্যহীনতাক হাস্যৰসৰ উৎসৰূপে ব্যৱহাৰ কৰিছে।....' ড° মহেশ্বৰ নেওগৰ মতে, 'বহুতো উপন্যাস লিখা প্ৰেমনাৰায়ণ দত্তৰ প্ৰচেষ্টা সেই সময়ৰ লক্ষণবোৰৰ পৰা সুকীয়া।... এওঁৰ লেখাবোৰত খেলি থকা এটি পাতল হিউমাৰে সিবোৰক উপভোগ্য কৰি তোলে।'



(২৩)

# ড° ময়িদুল ইছলাম বৰা

প্ৰথমগৰাকী ডক্টৰেট ডিগ্ৰী (পি এইচ ডি) লাভ কৰা অসমীয়া (এই সম্পৰ্কত যথেষ্ট বিতৰ্ক হৈছে আৰু ৰাধিকাৰাম ঢেকীয়াল ফুকনক প্ৰথমগৰাকী ডক্টৰেট ডিগ্ৰী লাভ কৰা প্ৰথম অসমীয়াৰ মৰ্যদা দিয়া হৈছে।) ড° ময়িদুল ইছলাম বৰাৰ জীৱনকাল মাথো দুকুৰি পাঁচ বছৰৰহে। তদুপৰি জীৱনৰ অৰ্ধেককাল তেওঁ পাৰ কৰিছে লণ্ডনত গৱেষণা আৰু ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি। ফাৰ্চী আৰু উৰ্দু ভাষা-সাহিত্যৰ গৱেষক, অধ্যাপক আছিল এইজনা বিৰল প্ৰতিভাধৰ ব্যক্তি....। তথাপি তেওঁ অহৰহ অসমৰ কথা ভাবিছিল, অসমীয়া জাতি-ভাষা-সংস্কৃতিক সবল কৰিবলৈ মৰণপণ চেষ্টা কৰিছিল। কৰ্ম আৰু ধৰ্মত অসমীয়া এইজনা ব্যক্তি প্ৰথমগৰাকী অসমীয়া উপাচাৰ্যও আছিল। উচিত প্ৰতিভাৰ মৰ্যাদা দিব জনা অসমীয়া বাইজে অতি কম বয়সতে এইজনা ব্যক্তিক সাহিত্য সভাৰ সভাপতিৰ আসনত বহুৱাইছিল। সভাপতিৰ অভিভাষণত তেওঁ কৈছিল-'আমাৰ সাম্প্ৰদায়িক মিলনৰ অভাৱ। সাম্প্ৰদায়িক সমস্যা বহুতে ৰাজনৈতিক বুলি কয়। ই মোৰ মনেৰে কেৱল ৰাজনৈতিক নহয়। ইয়াত যথেষ্ট পৰিমাণে সমাজনৈতিক আৰু অৰ্থনৈতিক অংশ আছে। ইয়াৰ উপৰি এই সমস্যাৰ উৎপত্তি আৰু ক্ৰমোন্নতিৰ বাবে আমাৰ দেশীয় সাহিত্য, বুৰঞ্জী আৰু বাতৰি কাকতো কিছু পৰিমাণে দায়ী; আৰু ইয়াৰ উচ্ছেদনো সাহিত্যৰ দ্বাৰা সাধন হ'ব বুলি মোৰ বিশ্বাস।... প্ৰত্যেক সম্প্ৰদায়, সমাজ আৰু জাতিৰ দোষ আৰু গুণ দুয়োটা থাকে আৰু সদায় থাকিব। কিন্তু যদি এটা সম্প্ৰদায়ৰ সাহিত্যিকসকলে আন এটা সম্প্ৰদায় বা জাতিৰ কেৱল দোষবিলাকেই বৰ্ণনা কৰি জনসাধাৰণৰ মাজত এটা ঘৃণাৰ ভাব সৃষ্টি কৰে, তেন্তে তেওঁলোকে জাতীয় উন্নতি আৰু একতাৰ বাটত সহায় কৰা দূৰৰ কথা, কণ্টক ৰূপেহে থিয় দিয়ে। বহুতৰ মতে, বঙ্গদেশত সাম্প্ৰদায়িক মনোমালিন্যৰ প্ৰধান কাৰণ বঙ্কিম বাবু আৰু বঙ্কিম পন্থীয় লিখাৰুসকল।... ইতিহাস উপন্যাস আৰু নাটকৰ গ্ৰন্থকৰ্তাসকলে যদি ভাৰতৰ উভয় সম্প্ৰদায়ৰ দোষ আৰু গুণৰ সামঞ্জস্য ৰাখি তেওঁলোকৰ নায়ক-নায়িকাৰ চৰিত্ৰ অঙ্কিত কৰে, তেনেহ'লে এই সাম্প্ৰদায়িক সমস্যা সুকলমে সমাধা হ'ব বুলি ধৰি ল'ব পাৰি। এই ভাৰতীয় কলংক সাহিত্য আৰু বুৰঞ্জীৰ মাজেদি যিমান সোনকালে দূৰ কৰাটো সম্ভৱ, ৰাজনৈতিক চুক্তিৰ দ্বাৰা সিমান সোনকালে নহয় যেন লাগে। কাৰণ কু-সাহিত্যই মানুহৰ মনত যিমান আঘাত দিব পাৰে, সু-সাহিত্যই তাতকৈ দুগুণ বলেৰে শান্তি আৰু প্ৰীতি স্থাপন কৰিব পাৰে। ৰাজনৈতিক চুক্তিয়ে অস্থায়ী মিলন ঘটাব পাৰে, কিন্তু মনোমালিন্য আঁতৰাবলৈ অপাৰগ। হিন্দু আৰু মুছলমান ভাৰতৰ সন্তান। আমি সদায়

একেলগে আছো আৰু থাকিব লাগিব, তেন্তে অনাহকতে এজনে আনজনৰ মনত কষ্ট দি কিয় ঘৃণাৰ ভাব সৃষ্টি কৰো? সাহিত্যিকসকলেই সমাজৰ বিভিন্ন জাতি-সম্প্ৰদায়ৰ মাজত সমন্বয় সাধন কৰিব পাৰে বুলি বিশ্বাস কৰা ড° মফিদুল ইচলাম বৰাই সংখ্যাত কম হ'লেও এক সবল অৰিহণা অসমীয়া ভাষা-সাহিত্যক দিছে। সাহিত্য আৰু শিক্ষা, এই দুয়োটা জগততে সমান বিচৰণকাৰী পণ্ডিত মফিদুল ইচলাম বৰাই চুটি জীৱন কালতে যিখিনি কৃতিত্ব দেখুৱালে, সেই সম্পৰ্কত জ্ঞান নথকাটো হ'ব আমাৰ বাবে চূড়ান্ত দুৰ্ভাগ্যৰ কথা।

শিৱসাগৰৰ জেঙনিকটীয়াত ১৮৯৯ চনত জন্মগ্ৰহণ কৰা মফিদুল ইচলাম বৰাৰ পিতৃ মেহেৰুদ্দিন আৰু মাতৃ বেগমগুল বিবি। আহোম ৰজাৰ বৰা, বৰবৰা, ছৰ্দাৰি বৰা আদি বিষয়াবাব ভোগ কৰিছিল মফিদুলৰ ওপৰি পুৰুষে। সাতজন ককায়েক-ভায়েক, পিতৃ-মাতৃৰে মফিদুল ইচলামৰ পৰিয়ালটোক বিশেষ আঢ্যবন্ত বুলি ক'ব নোৱাৰি। ১৯০৫ চনত তেওঁ শিক্ষাৰম্ভ কৰে আৰু শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ১৯১৭ চনত প্ৰথম বিভাগ সহ বিশেষ বৃত্তি লৈ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। হাইস্কুলত পঢ়ি থাকোতেই ডিম্বেশ্বৰ নেওগ, পদ্মধৰ চলিহা, ভগৱতী প্ৰসাদ বৰুৱা আদি বন্ধুসকলৰ লগত সাহিত্যৰ পথাৰত নামি পৰা বৰাই কটন কলেজত আই এ পঢ়ি, তাৰ পৰাই ১৯২১ চনত সুখ্যাতিৰে বি এ পাছ কৰে আৰু সেই বছৰতে ঢাকাত প্ৰতিষ্ঠিত হোৱা নতুন বিশ্ববিদ্যালয়খনৰ এম এ শ্ৰেণীৰ ফাৰ্চী সাহিত্য বিভাগত নাম লগায়। এম এ পঢ়াৰ পূৰ্বে তেওঁ কিছুদিন তিনিচুকীয়াৰ চেনাইৰাম স্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব লৈছিল। সেই সময়ত কলিকতালৈ যোৱাতকৈ অতি সহজ আছিল ৰেলেৰে ঢাকালৈ যোৱাটো। এম এ পঢ়াৰ লগতে তেওঁ বি এল শ্ৰেণীতো নাম লগায় আৰু ১৯২৩ চনত বৰাই ফাৰ্চী ভাষা আৰু সাহিত্যত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থানত উত্তীৰ্ণ হয় আৰু লগতে বি এল পৰীক্ষাতো কৃতকাৰ্যতা প্ৰদৰ্শন কৰে।

এম এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছতেই তেওঁ ঢাকা বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে যোগ দিয়ে। ঢাকা বিশ্ববিদ্যালয়ত কৃতিত্বৰে পাঁচ বছৰকাল অধ্যাপনা কৰিলে বৰাই। ১৯২৮ চনত চৰকাৰী ফেলোশ্বিপ লৈ লণ্ডন বিশ্ববিদ্যালয়ৰ 'স্কুল অৱ অৰিয়েণ্টেল ষ্টাডিজ'ত গৱেষণা আৰম্ভ কৰে। বিখ্যাত প্ৰাচ্যতত্ত্ববিদ ছাৰ এডৱাৰ্ড ডেনিছন ৰ'ছৰ তত্ত্বাৱধানত ডক্টৰেট ডিগ্ৰীৰ বাবে গৱেষণা কৰা মফিদুল ইচলামৰ গৱেষণাৰ বিষয়টো আছিল-দিল্লীৰ ত্ৰয়োদশ চতুৰ্দশ শতিকাৰ ফাৰ্চী কবি আমীৰ হাছান দিহলবীৰ জীৱন আৰু কৰ্ম। তিনি বছৰকাল গৱেষণা কৰি, অনেক গ্ৰন্থ অধ্যয়ন কৰি ভাষা-সাহিত্যৰ বিশেষ ব্যুৎপত্তি লৈ ভাৰতলৈ উভতি আহি তেওঁ পুনৰ ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপক হিচাপে যোগ দিয়ে। তাৰ তিনি বছৰৰ পাছতেই অৰ্থাৎ মাথো ৩৫ বছৰ বয়সতে তেওঁ ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চী আৰু উৰ্দু বিভাগৰ মুৰব্বী অধ্যাপকৰ মৰ্যাদা লাভ কৰে। ১৯৪৩ চনৰ শেষৰ ফালে ড° বৰাই ঢাকা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য (ভাৰপ্ৰাপ্ত)ৰ পদো লাভ কৰিছিল যদিও অকাল মৃত্যুৱে তেওঁক এই পদত বেছিদিন থাকিব নিদিলে।

ড০ বৰাৰ চুটি জীৱন পৰিক্ৰমা দেখি আমি এই কথা জানিব পাৰিছো যে জন্মৰ পৰা ১৯২১ চনলৈ অৰ্থাৎ মাথো ২২ টা বছৰহে অসমত আছিল তাকো জীৱনৰ অভিজ্ঞতা তথা জ্ঞান কেচেলুৱা থকা অৱস্থাতে। তেওঁৰ প্ৰকৃত জ্ঞান চৰ্চা, সাধনাৰে সমৃদ্ধ জীৱনটো অতিবাহিত হৈছিল ঢাকা আৰু লণ্ডনত। কিন্তু অসমৰ পানী আৰু বতাহৰ স'তে সম্পৃক্ত জীৱনটোক তেওঁ পাহৰিব পৰা নাছিল। অসমীয়া জাতি, ভাষা আৰু সাহিত্যক সকলো ফালেদি সমৃদ্ধ কৰাৰ বাবে তেওঁ অহৰহ চেষ্টা চলাই গৈছিল। ১৯৩৪ চনত যোৰহাটত অনুষ্ঠিত অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰ আসন অলংকৃত কৰা ড০ বৰা আছিল লক্ষ্মীনাথ বেজবৰুৱাৰ এগৰাকী মুগ্ধ সাহিত্যানুৰাগী। বেজবৰুৱাৰ সাহিত্য পঢ়াৰ বাবেই তেওঁ অসমীয়া ভাষা আৰু সাহিত্য চৰ্চাৰ বাবে আগবাঢ়ি অহা বুলিও ড০ বৰাই বহু সময়ত স্বীকাৰ কৰিছে। বেজবৰুৱাৰ প্ৰতি শ্ৰদ্ধা-ভক্তিত গদগদ হৈ সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা ড০ বৰাই কৈছিল যে অসমীয়া সাহিত্যত নতুন যুগৰ সৃষ্টি কৰা বেজবৰুৱাই অসমীয়া ভাষাৰ মহা দুৰ্দিনৰ সময়ত, নানা ৰকমৰ ব্যাধিৰ আক্ৰমণত জৰ্জৰিত হোৱাৰ সময়ত প্ৰকৃত বেজৰ দৰে অসমীয়া ভাষা-সাহিত্যক যথোচিত চিকিৎসাৰে আৰোগ্য কৰিছিল। 'অসমীয়া ভাষা-সাহিত্যৰ উন্নতিয়েই, অসমৰ উন্নতিৰ প্ৰথম ঢাপ' বুলি হৃদয়েৰে বিশ্বাস কৰা বেজবৰুৱাই প্ৰায় গোটেই জীৱন বিদেশত আৰু বিদেশী পৰিয়ালৰ লগত কটোৱা সত্বেও, তেখেতৰ মনত মাতৃভূমি আৰু মাতৃভাষাৰ প্ৰেমে অতি ওখ আসন অধিকাৰ কৰি আছিল।.. বেজবৰুৱাৰ এনে ধৰণৰ জীৱন পৰিক্ৰমাই হয়তো ড০ বৰাৰ জীৱন আৰু কৰ্মৰ প্ৰেৰণা স্বৰূপ হৈছিল। যাৰ বাবে ঢাকাত থাকিলেও অসমৰ মাটি আৰু মানুহ, ভাষা আৰু সাহিত্যৰ মাজতো যেন প্ৰবাহিত হৈ আছিল তেওঁৰ প্ৰাণৰ স্পন্দন।

অসমীয়া ভাষা-সাহিত্যত ড০ মফিদুল ইচলাম বৰাৰ অৰিহণাৰ বিষয়ে ড০ যোগেন্দ্ৰ নাৰায়ণ ভূঞাই লিখিছে- 'মফিদুল ইচলাম বৰাই হয়তোবা জীৱনৰ লক্ষ্য আৰু উদ্দেশ্য কৰি লৈছিল অসমৰ বহুমাত্ৰিক অতীতটোক বিভিন্ন কোণৰ পৰা কৰা অৱলোকনেৰে পোহৰ পেলোৱাটো।.... অসমীয়া সমাজক টনকিয়াল কৰাৰ বেলিকা মফিদুল ইচলাম বৰাই বুৰঞ্জীকেই প্ৰধান আহিলা হিচাপে গ্ৰহণ কৰিছিল বুলি ভাবিব পাৰি। সাহিত্যৰ প্ৰতি তেখেতে বৰকৈ মন নিদিয়াৰ কাৰণ এনেকুৱাও হ'ব পাৰে যে তেখেতৰ সমকালীন অসমীয়া সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাৰ সৰ্বাধিনায়কত্ব বৰ্তি থকাটো হয়তোবা তেখেতৰ বাবে সন্তোষৰ বিষয় হৈ উঠিছিল।... অসমক উন্নতিৰ পথত আগুৱাই দিব পৰা বা সমাজনীতি আৰু ৰাজনীতিৰ প্ৰধান অঙ্গ হিচাপে বিবেচিত হ'ব পৰাকৈ অসমৰ বুৰঞ্জীক টনকিয়াল কৰিব পৰা আনুষ্ঠানিক উদ্যম তেতিয়া বৰকৈ দেখা পোৱা নগৈছিল।'... অসমীয়া বুৰঞ্জী সাহিত্যক সমৃদ্ধ কৰিবলৈ আগবাঢ়িছিল ড০ বৰা। তেওঁৰ কবিতা আৰু প্ৰবন্ধ প্ৰকাশিত হৈছিল অসম সাহিত্য সভাৰ পত্ৰিকা, মিলন আৰু আৱাহনত। অসমীয়া কামৰূপী অভিধান, ইংলণ্ডৰ শিক্ষাৰ গঠন প্ৰণালী, সোতৰ শতিকাত অসমীয়াৰ ৰণবল, অসম ইউনিভাৰ্চিটি, ওমৰ খৈয়াম চেনেহী, অভ্যাসৰ নৱ কৰ্ণপথে কৰে শৰ, প্ৰেমৰ গতি আদি তেওঁৰ উল্লেখযোগ্য অসমীয়া নিবন্ধ। অসমৰ ইতিহাসক গৱেষণা আৰু

সাহিত্যিক দৃষ্টিভঙ্গীৰে বিশ্লেষণ কৰাত সিদ্ধহস্ত ড° মফিদুল ইচলাম বৰাই ১৯৩৫ চনৰ ২৫ ৰ পৰা ৩০ নৱেম্বৰলৈ কটন কলেজৰ ছুডমার্চন হ'লত অনুষ্ঠিত প্ৰতিভা দেৱী (শৰৎ চন্দ্ৰ গোস্বামীৰ কন্যা আৰু ড° উমাকান্ত গোস্বামীৰ প্ৰথমা পত্নী) সোঁৱৰণী বক্তৃতামালাৰ প্ৰথমগৰাকী বক্তা হিচাপে 'History of Assam as told by Muslim Historians' শীর্ষক বক্তৃতা দিছিল। বক্তৃতাটোত তেওঁ অসমৰ বাহিৰৰ মুছলমান ৰজাসকলৰ লগত অসমৰ সম্পর্ক, যুদ্ধ-বিগ্ৰহ আদিৰ বিষয়ে আলোকপাত ক'ৰিছে। মহম্মদ বিন বখতিয়াৰ খিলিজীয়ে ১২০৬ খ্ৰীষ্টাব্দত কামৰূপৰ মাজেদি তিব্বত আৰু তুৰ্কীস্থান অভিযানলৈ অগ্ৰসৰ হোৱাৰে পৰা অসমৰ স'তে মুছলমান ৰজাসকলৰ এক ধৰণৰ সম্পৰ্ক গঢ়ি উঠিছিল। সেই সময়ছোৱাৰে পৰা ১৬৮২ খ্ৰীষ্টাব্দলৈ অসমলৈ মুছলমান ৰজাৰ আগ্ৰাসনৰ বিষয়ে সেই সময়ছোৱাৰ বিভিন্ন ফাৰ্চী বুৰঞ্জী লেখকে লিপিবদ্ধ কৰিছিল। এই মুছলমান বুৰঞ্জীবিদসকলৰ দৃষ্টিত অসমৰ কেনে ধৰণৰ চৰিত্ৰ প্ৰতিপন্ন হৈছে, সেই বুৰঞ্জীকে বক্তৃতাৰ মূল বিষয় হিচাপে ড° বৰাই চিহ্নিত কৰিছিল। এইজনা ফাৰ্চী আৰু উর্দু ভাষাৰ পণ্ডিতে 'বাহাৰিস্তান-ই-গায়েবী' নামৰ বিখ্যাত ফাৰ্চী গ্ৰন্থখনি ইংৰাজী ভাষালৈ অনুবাদ কৰি অসমৰ বুৰঞ্জীৰ এটা আপুৰুগীয়া দিশ উন্মোচন কৰিছিল। তদুপৰি ছাত্ৰ-ছাত্ৰীসকলে যাতে সহজতে ইংৰাজী ভাষা শিকিব পাৰে, সেই দিশৰ প্ৰতি লক্ষ্য ৰাখি ' My First Reader'আৰু ' My Secend Reader' নামৰ পুথি দুখনো লিখি উলিয়াইছিল।

ড° মফিদুল ইচলাম বৰাৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কৃতিত্ব হ'ল-বাহাৰিস্তান-ই-গায়েবীৰ ইংৰাজীলৈ অনুবাদ। ১৯৩৬ চনত প্ৰকাশ পোৱা 'বাহাৰিস্তান-ই-গায়েবী'ৰ মূল লিখকজন আছিল আল্লাউদ্দিন ইছফাহানি নামৰ এজন মোগল সেনাপতি। মোগল সম্রাট জাহাংগীৰৰ দিনৰ এইগৰাকী সেনাপতিক মিৰ্জা নাথন নামেৰেহে জনা হৈছিল। বাহাৰিস্তান-ই-গায়েবীৰ মূল অৰ্থ 'বসন্তৰ দেশত ছদ্মবেশীৰ পৰিক্ৰমা' বুলি ড° বৰাই অনুবাদৰ পাতনিত লিখিছে, যদিও 'বসন্ত ঋতুৰ গুপ্তস্থান' বুলি ক'লেহে ইয়াৰ আক্ষৰিক অৰ্থ সম্পূৰ্ণ হয়। দুটা খণ্ডত প্ৰকাশিত মুঠ ৭৮৭ পৃষ্ঠাৰ এই গ্ৰন্থখনত বসন্ত ঋতুৰ দেশ বুলি হয়তো বৃহৎ অসমকে বুজোৱা হৈছে। মুঠ চাৰিটা ছফ্‌তৰ বা খণ্ডত লিখা এই বাহাৰিস্তান-ই-গায়েবীত মিৰ্জা নাথনে ১৬০৮ৰ পৰা ১৬২৪ চনৰ কাহিনী বৰ্ণনা কৰিছে। সেই সময়ছোৱাত আহোম ৰজা প্ৰতাপ সিংহৰ কোচ ৰজা (পশ্চিমত) লক্ষ্মীনাৰায়ণ আৰু (পূবত) পৰীক্ষিত নাৰায়ণৰ ৰাজত্ব চলিছিল। মাথো অসমেই নহয় পূব ভাৰতৰ বহুখিনি বুৰঞ্জী সত্য ৰূপত সোমাই আছে এইখন গ্ৰন্থত। ইয়াৰ তথ্যসমূহ নিৰ্ভৰযোগ্য আৰু বিশ্লেষণাত্মক। পূৰ্বৰ বহু বুৰঞ্জীয়ে যিবোৰ অলৌকিক কাহিনী লিপিবদ্ধ কৰিছিল, তাক খণ্ডন কৰি বাহাৰিস্তান-ই-গায়েবীয়ে অসমৰ লগতে বঙ্গ আৰু উৰিষ্যাৰ সেই সময়ছোৱাৰ ঘটনাৰ বিষয়ে সবিশেষ জনোৱাৰ লগতে এই ৰাজ্যকেইখনৰ সত্য বুৰঞ্জী নতুন ৰূপত লিপিবদ্ধ কৰিবলৈ সমল আৰু প্ৰেৰণা যোগালে। সেই বাবেই এই ফাৰ্চী গ্ৰন্থখনত এক বৃহৎ ভূমিকা সংলগ্নৰে ইংৰাজীলৈ অনুবাদ কৰি ড° মফিদুল ইচলাম বৰাই অসম তথা পূব ভাৰতৰ ইতিহাসক সচেতন লোকৰ চিন্তা-চৰ্চাৰ বিষয় হিচাপে

ৰূপ দিলে, সেয়া কম কৃতিত্বৰ কথা নহয়। আন একো নকৰি তেওঁ যদি মাথো এই গ্ৰন্থখনৰে অনুবাদ কৰিলেহেঁতেন, তেতিয়াও তেওঁৰ নাম এজন কৃতী অসমীয়া হিচাপেই চিহ্নিত হৈ থাকিলহেঁতেন। ড০ বৰাৰ ইংৰাজী অনুবাদৰ পৰা বঙলা ভাষালৈ বাহাৰিস্তান-ই-গায়েবীৰ অনুবাদ কৰিছিল খালেকদাদ চৌধুৰীয়ে। গ্ৰন্থখনৰ সম্পৰ্কত তেওঁ লিখিছে যে মিৰ্জা নাথনৰ ৰচনা সম্পূৰ্ণ পক্ষপাতিত্বহীন আৰু নিৰ্ভীক সমালোচনা পূৰ্ণ। ক'তো সত্যৰ অপলাপ বা অতিৰঞ্জন নাই। ঐতিহাসিক গ্ৰন্থত এনে ধৰণৰ নিৰপেক্ষতা আৰু স্পষ্টবাদিতা অতি বিৰল। বাহাৰিস্তান-ই-গায়েবী সেইবাবেই মাথো বুৰঞ্জীৰূপেই গণ্য নহয়, ইয়াক এখন উচ্চাঙ্গ ধ্ৰুপদী পৰ্যায়ৰ গ্ৰন্থ বুলি অভিহিত কৰাহে উচিত।

অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ড০ বৰাৰ ইংৰাজী গ্ৰন্থখন ছপা কৰি উলিয়াইছিল আৰু এই বিভাগৰ সঞ্চালক ড০ সূৰ্যকুমাৰ ভূঞাই তেওঁৰ পাতনিত লিখিছিল-'It is a matter of Special gratification that the present translator, Assamese by birth, has employed his persian Scholarship in translating this Valuable source-book of his Country's History; for there will be men all over the world to expound the Mysticism of the sufi poets, or delineate the Scholarly zeal of the Abbasaids, but who will exert in the Past history of Assam except her own childern· ড০ বৰাই কৰা এইখন গ্ৰন্থৰ অনুবাদৰ বিষয়ে বিশিষ্ট গৱেষক আৰু সমালোচক ড০ ৰাজেন শইকীয়াই তেওঁৰ এটা নিবন্ধত লিখিছে-'ডক্টৰ ময়িদুল ইচলাম বৰাই মিৰ্জা নাথনৰ বাহাৰিস্তান অনুবাদ কৰিবলৈ কি যে কঠোৰ পৰিশ্ৰম কৰিব লগা হৈছিল, সেই কথা আজি বহুতে কল্পনা কৰিবলৈকো টান পাব। এনেবোৰ কামৰ বাবে কোনো পৃষ্ঠপোষকতা, বঁটা-বাহন, স্বীকৃতি অৰ্থপ্ৰাপ্তিৰ সামান্যতম সম্ভাৱনাও নাছিল সেই দিনত। ইউৰোপীয় পণ্ডিতসকলে যিদৰে কেৱল হাতত লোৱা কামটোৰ প্ৰেমত মতলীয়া হৈ প্ৰায় দৈত্যসদৃশ শক্তি ক্ষয় কৰি কাম শেষ কৰে, ডক্টৰ বৰায়ো ঠিক তেনে উদ্যমেৰে বাহাৰিস্তান অনুবাদ কৰিছিল।'

সেই পৰ্যন্ত ডক্টৰ বৰা ইতিহাস অনুৰাগী অনুবাদক। তাৰ সমানেই গুৰুত্ব পূৰ্ণ কাম কৰিলে তেওঁ সেই সুদীৰ্ঘ পাঠৰ স'তে বিস্তৃত টোকা সংযোজন কৰি। গোটেইখিনি কাম কৰিবলৈ তেওঁৰ তিনি বছৰ সময় লাগিছিল।... দ্বিতীয় খণ্ডত সন্নিবিষ্ট টোকাবোৰ (পৃঃ ৭৮৯-৮৬০) চকু ফুৰাই চালেই ধৰিব পাৰি যে ডক্টৰ বৰা কেৱল ফাৰ্চী সাহিত্যৰ ৰসজ্ঞ পণ্ডিত আৰু অনুবাদকেই নহয়, তেওঁ আছিল অক্লান্ত কৰ্মী, গৱেষক আৰু সুভট্ট ঐতিহাসিক। সেইৰূপে তেওঁৰ মানসিকতা আছিল স্বচ্ছ আৰু সংশ্লেষণমুখী।...

ড০ ময়িদুল ইচলাম বৰাৰ অন্যান্য গৱেষণা সমৃদ্ধ প্ৰবন্ধবোৰৰ ভিতৰত 'মাইগ্ৰেচন অব পাৰ্চীয়ান পয়েটচ ইন টু বেঙ্গল', 'দি লাইফ এণ্ড বৰ্কচ্ছ অব আমীৰ হাচান দিহলৱী', 'জাহাঙ্গীৰ দি মেন' আদি অন্যতম। এইবোৰ প্ৰবন্ধ ভাৰতৰ বিখ্যাত জাৰ্ণালবোৰত প্ৰকাশিত হৈছিল আৰু বিদ্বৎ সমাজে তেওঁক এগৰাকী শ্ৰেষ্ঠ পণ্ডিত বুলি অভিহিত কৰিছিল।

১৯৪৪ চনত লক্ষ্ণৌত বহা অখিল ভাৰতীয় বুৰঞ্জী সন্মিলনত যোগ দিবলৈ গৈছিল ড০ ময়িদুল ইচলাম বৰা । কিন্তু কোনে জানে তেওঁ তাৰ পৰা উভতি নাহিব বুলি!

লক্ষ্ণৌত ড° বৰা হঠাৎ অসুস্থ হয়। কোনোবে কয়- খাদ্যত কোনোবাই বিহ দিয়াত তেওঁ চাৰি মে' তাৰিখে হঠাৎ অসুস্থ হৈ পৰে। লগে লগে তেওঁক লক্ষ্ণৌৰ কিং জৰ্জ মেডিকেল কলেজত ভৰ্তি কৰোৱা হয়, যদিও চিকিৎসকে তেওঁক জীয়াই তুলিব নোৱাৰিলে। পাছত তেওঁক মেডিকেল কলেজৰ ওচৰতে কবৰ দিয়া হয়। শিৱসাগৰত জন্ম লোৱা, লণ্ডনত গৱেষণা কৰা, ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰা ড° বৰাৰ মাথো ৪৫ বছৰ বয়সতে লক্ষ্ণৌত মৃত্যু হয়।

দুৰ্বল জনক আৰ্থিকভাৱে সহায় কৰাটো ড° বৰাৰ আছিল যেন জীৱনৰ অন্যতম ব্ৰত। ঢাকাত তেওঁ প্ৰত্যেক বছৰত দুজনকৈ ছাত্ৰক মাহে এটকাকৈ আৰ্থিক সাহায্য দিয়াৰ নিয়ম কৰি লৈছিল। সেই সময়ত ঢাকাত পঢ়া-শুনা কৰা ছাত্ৰসকলক বিভিন্ন ধৰণে সহায় কৰা আৰু তেওঁলোকক নিজৰ বাসগৃহত সপ্তাহত এবাৰকৈ গোট খুৱাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিষয়ে আলোচনা কৰিছিল। মানবদৰদী, প্ৰতিভাবান এইজনা মহান ব্যক্তিৰ অকাল মৃত্যুত অসম আৰু অসমীয়াই বহুখিনি হেৰুৱালে, যিখিনি পূৰ্ণ কৰাটো হয়তো আৰু সম্ভৱ নহয়।



(২৪)

# ৰাজমোহন নাথ

অসমত প্ৰত্নতত্ত্ব চৰ্চাৰ ওপৰত এক প্ৰকাৰ জাগৰণেই গঢ়ি তুলিছিল ৰাজমোহন নাথে। ভাৰতবৰ্ষত প্ৰথমবাৰৰ বাবে আলেকজেণ্ডাৰ কানিংহামৰ তত্ত্বাৱধানত প্ৰত্নতত্ত্বৰ খনন কাৰ্য আৰম্ভ হৈছিল ১৮৩৪ চনত। অথচ সেই কাম অসমত প্ৰথমবাৰৰ বাবে আৰম্ভ হয় ১৯২৬ চনত, পুৰাতত্ত্ব সংৰক্ষণ বিভাগৰ বিষয়া ৰাখালদাস বন্দ্যোপধ্যায়ৰ তত্ত্বাৱধানত। তেজপুৰৰ দ-পৰ্বতীয়া আৰু বামুণী পাহাৰত কথা এই খনন কাৰ্যত ৰাখালদাসক সহায় কৰিছিল তেতিয়াৰ গড়কাপ্তানী বিভাগৰ অভিযন্তা ৰাজমোহন নাথে। ইতিমধ্যে সংস্কৃত সাহিত্যৰ এগৰাকী কৃতী গৱেষক হিচাপে বংগীয় সাহিত্য পৰিষদৰ দৃষ্টি আকৰ্ষণ কৰিছিল যুৱক ৰাজমোহন নাথে। 'নাথ ধৰ্মে বেদ তত্ত্ব' আৰু 'নাথ ধৰ্মে সৃষ্টি তত্ত্ব' বিষয়ক গৱেষণালব্ধ প্ৰবন্ধ দুটা তেওঁ পৰিষদৰ (১৯২৪) সভাত পাঠ কৰি তেওঁৰ সংস্কৃত বিষয়ক পাণ্ডিত্য আৰু বিজ্ঞানসন্মত যুক্তি প্ৰদৰ্শন কৰি দ্বিৎ মণ্ডলীৰ প্ৰশংসা লাভ কৰিছিল। তাৰ পাছত তেওঁ লাহে লাহে প্ৰত্নতত্ত্ব বিষয়ত মনোনিবেশ কৰি বহু প্ৰাচীন শৈলমূৰ্তি, ফলক আদি আবিষ্কাৰ কৰি অসমৰ 'ইতিহাস' গৱেষণাত এক উল্লেখযোগ্য বৰঙণি আগবঢ়াই থৈ গৈছে। এগৰাকী মননশীল প্ৰবন্ধ লেখক, সাহিত্যিক আৰু ব্যংগ লেখক হিচাপেও দক্ষতা প্ৰদৰ্শন কৰা ৰাজমোহন নাথৰ পাণ্ডিত্য দেখি গুণীজনে তবধ মানিছিল।

ৰাজমোহন নাথৰ পূৰ্বপুৰুষ নগাঁৱৰ ৰহা অঞ্চলৰ। ৰহা অঞ্চলৰ পৰা উঠি গৈ তেওঁলোকে হাইলাকান্দিৰ ওচৰৰ ৰংগাউটা গাঁৱত বসতি স্থাপন কৰিছিল। ৰাজমোহনৰ পিতৃ গোবিন্দ নাথৰ জন্ম ৰঙ্গাউটাতে। পিতৃ ভিটাতে ১৮৯৯ চনৰ ৩১ অক্টোবৰৰ দিনাখন ৰাজমোহন নাথৰ জন্ম। হাইলাকান্দি হাইস্কুলৰ পৰা ১৯১৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰথম হৈ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছতে তেওঁ চিলেটৰ মুৰাৰীচাঁদ কলেজৰ আই এছ চি শ্ৰেণীত নামভৰ্তি কৰিছিল পৰীক্ষাতো কৃতিত্ব দেখুৱাই তেওঁ ভৰ্তি হৈছিল শিৱপুৰ ইঞ্জিনিয়াৰিং কলেজত। তাৰ পৰা ১৯২৫ চনত ইঞ্জিনিয়াৰিঙৰ ডিগ্ৰী লৈ ১৯২৭ চনত অসমৰ গড়কাপ্তানী বিভাগৰ সহকাৰী অভিযন্তা হিচাপে কৰ্মজীৱন আৰম্ভ কৰিছিল। গড়কাপ্তানী বিভাগত বৃহত্তৰ অসমৰ বিভিন্ন ঠাইত কৃতিত্বৰে কাৰ্যনিৰ্বাহ কৰি অধীক্ষক অভিযন্তা হিচাপে অৱসৰ লয়। অৱসৰ লোৱাৰ পাছতো তেওঁ তেতিয়া নতুনকৈ প্ৰতিষ্ঠিত 'গুৱাহাটী ইঞ্জিনিয়াৰিং ইনষ্টিটিউট'ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হিচাপে কিছুকাল কাম কৰি তাৰ পাছত অভিযান্ত্ৰিক শিক্ষাৰ বিশেষ বিষয়া হিচাপে নিযুক্ত হৈছিল।

স্কুলত পঢ়া অৱস্থাৰে পৰা খেতিয়কৰ পুত্ৰ ৰাজমোহন নাথে বিভিন্ন ক্ষেত্ৰত দক্ষতা দেখুৱাইছিল। অতি বুদ্ধিমত্তাৰ গৰাকী এই ছাত্ৰজনৰ প্ৰতিভা দেখি অভিভূত হৈ

ৰাজমোহনক পঢ়ুৱাবলৈ গা পাতি লৈছিল তেতিয়াৰ হাইলাকান্দিৰ মহকুমা বিষয়া মহম্মদ চৌধুৰীয়ে। দুখীয়া পৰিয়ালৰ সন্তান ৰাজমোহন নাথে সংস্কৃত বিষয়তো সৰুৰে পৰা কৃতিত্ব দেখুৱাইছিল। পাছত এফালে সংস্কৃত আৰু পৌৰাণিক সাহিত্য আৰু আনফালে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা, এই সম্পূৰ্ণ বিপৰীতমুখী বিষয়ৰ পণ্ডিত হিচাপে সুনাম অৰ্জন কৰিছিল। এয়া কম কৃতিত্বৰ কথা নহয়। ১৯১২ চনতে 'কামৰূপ অনুসন্ধান সমিতি'ৰ জন্ম হ'লেও এই সমিতিয়ে অসমৰ পুৰাতত্ত্ব আৰু প্ৰত্নতত্ত্বৰ কামত বিশেষ প্ৰশাসানক তথ্য-পাতি প্ৰকাশ কৰিব পৰা নাছিল। পাছত বিশেষকৈ সৰ্বেশ্বৰ কটকী (১৮৯২-১৯৪৬), সোণাৰাম চৌধুৰী (১৮৭০-১৯৪৬) আৰু ৰাজমোহন নাথৰ উদ্যোগত সৰ্বভাৰতীয় প্ৰত্নতাত্ত্বিক চিন্তা-চৰ্চাত অসমে গুৰুত্ব লাভ কৰিলে। স্থাপত্য-ভাস্কৰ্যৰ উদ্‌ঘাটন, গৱেষণা আৰু অনুপম বিশ্লেষণেৰে এইসকলে অসমত ইতিহাস চৰ্চাৰ দুৱাৰ মুকলি কৰিলে।

'কামৰূপ অনুসন্ধান সমিতি'ৰ প্ৰতিষ্ঠা কৰি সূৰ্যকুমাৰ ভূঞা, হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা আদিয়ে অসমৰ প্ৰাচীন ঐতিহ্য পুনৰুদ্ধাৰৰ চেষ্টা চলালে আৰু অসমৰ বহু পুৰণি ইতিহাস, বিভিন্ন প্ৰাচীন ঐতিহ্যমণ্ডিত ঠাইৰ জৰীপ, পঞ্জীয়ন আৰু গৱেষণাৰ কাম আৰম্ভ কৰিলে। এই গৱেষণাসমূহ প্ৰণালীবদ্ধভাৱে প্ৰকাশিত হ'ল 'দি জাৰ্ণেল অৱ দি আসাম ৰিচাৰ্ছ ছ'চাটি'ত । কামৰূপ অনুসন্ধান সমিতিৰ এই মুখপত্ৰত ৰাজমোহন নাথেও বিভিন্ন গৱেষণামূলক প্ৰবন্ধ-পাতি লিখিবলৈ ল'লে আৰু গড়কাপ্তানীৰ কামৰ মাজতো তেওঁ প্ৰত্নতত্ত্বৰ খনন কাৰ্য চলায় আৰু সেইবোৰৰ গৱেষণালব্ধ বিশ্লেষণ আগবঢ়াই অসমৰ ইতিহাস অধ্যয়ন বিষয়টো সকলোৰে দৃষ্টিগোচৰ কৰিলে। ৰাজমোহন নাথে মহামায়া থান, ডবকা, হোজাই, বড়গঙ্গা, আকাশী গংগা, উৰ্ধ্বগংগা, বসুন্ধৰী, যোগীজান, তৰাবছা, ফুলনি, সীতাজখলা, দীঘলপানী, বুঢ়া গোসাঁইথান, চাংচকী আদি বিভিন্ন স্থানত প্ৰত্নতত্ত্বৰ খনন কাৰ্য চলাই সেই ঠাইত আবিষ্কৃত ভগ্নাৱশেষসমূহৰ গৱেষণালব্ধ বিশ্লেষণ আগবঢ়াই 'অসম অনুসন্ধান সমিতিৰ মুখপত্ৰ'ত ' কপিলী যমুনা উপত্যকাৰ প্ৰত্নতত্ত্ব' নাম দি এলানি প্ৰবন্ধ প্ৰকাশ কৰিছিল। যিবোৰৰ সহায়ত নগাঁৱৰ পুৰণি ইতিহাসৰ বহু গুপ্ত কথা বাহিৰ হৈছিল। সেই অঞ্চলত পঞ্চম শতিকাৰ সমুদ্ৰগুপ্তৰ এলাহবাদ লিপিত থকা প্ৰাচীন ডাবক ৰাজ্যৰ অস্তিত্ব আবিষ্কৃত হয় (বৰ্তমানৰ ডবকাত)। সেই সময়ত শক্তিশালী অৱস্থাত থকা শৈ আৰু শক্তি ধৰ্মৰ বিষয়েও ৰাজমোহন নাথে বহু প্ৰামাণ্য তথ্য আগবঢ়ায় । কপিলী নদীৰ উপত্যকাত গঢ়ি উঠা এই ৰাজ্যক তেতিয়া কপিলী ৰাজ্য হিচাপেও জনা গৈছিল। আকৌ ষষ্ঠ শতিকাত শাসন কৰা ৰজা মহাভূতি বৰ্মাৰ লিপিও ডবকাৰ ওচৰৰ বড়গঙ্গতি উদ্ধাৰ কৰিছিল নাথে। প্ৰাচীন ডবকা ৰাজ্যৰ এই স্থাপত্য ভাস্কৰ্যৰ বিষয়ে 'অসম গৌৰৱ' সংকলনৰ 'স্থাপত্য আৰু ভাস্কৰ্য' নামৰ নিবন্ধত যুগল দাসে লিখিছে-'একালত নগাঁৱৰ প্ৰসিদ্ধ ডবকা ৰাজ্য কলা-সংস্কৃতিত প্ৰসিদ্ধ আছিল।.(বিভিন্ন ঠাইৰ) স্থাপত্য ভাস্কৰ্যৰ ভগ্নাৱশেষ প্ৰাচীন ডবকা ৰাজ্যৰ বিজয় গৌৰৱৰে ইঙ্গিত দিছে। এই থূপৰ শিল্পত কটা নানা স্তম্ভ, পত্ৰাৱলী, পুষ্পাৱলীৰ বাহিৰেও শিৱ আৰু বিষ্ণুৰ মূৰ্ত্তি আপেক্ষিকভাৱে সৰহ। এই এলেকাত মূৰ্তিসমূহত জনজাতীয় ছাপ অধিক পৰিমাণে পৰিলক্ষিত হয়। ডবকা থূপৰ ভাস্কৰ্যৰ ভিতৰত উমালিঙ্গৰ মূৰ্তি এক

বিশিষ্ট সম্পদ।...' এই ভাস্কৰ্যৰ থুপবোৰ ৰাজমোহন নাথেই আৱিষ্কাৰ কৰা। নাথে গুপ্ত সাম্রাজ্যৰ প্ৰভাৱ অসমত ভালদৰেই পৰিছিল বুলি প্ৰমাণ কৰিছে নগাঁৱৰ পুৰণিগুদামত পোৱা বলবৰ্মাৰ দিনৰ ভাস্কৰ্যবোৰৰ সহায়ত।

মাথো নগাঁৱতে নহয় শোণিতপুৰ, দৰং, কাৰ্বি আংলং, গুৱাহাটী, কাছাৰ, গোলাঘাট আদিতো প্ৰত্নতত্ত্বৰ খনন কাৰ্য চলাই এই স্থানসমূহত পোৱা স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শনৰ বিষয়ে যথেষ্ট গৱেষণা কৰিছিল ৰাজমোহন নাথে। নগাঁৱৰ আমলখি পথত খনন কাৰ্য চলাই প্ৰাচীন কদলি ৰাজ্যৰ ধ্বংসাৱশেষো তেৱেঁই আৱিষ্কাৰ কৰি থৈ গৈছে।

ৰাজমোহন নাথে বিভিন্নজনৰ সহযোগত আৱিষ্কাৰ কৰা দ পৰ্বতীয়াৰ শিৱ মন্দিৰটো এই অসমৰ প্ৰাচীনতম স্থাপত্যৰ শ্ৰেষ্ঠ মন্দিৰ বুলি প্ৰত্নতত্ত্ববিদসকলে কৈছে। মন্দিৰৰ দুৱাৰৰ শিলৰ চৌকাঠখন গুপ্ত ভাস্কৰ্যৰ এক শ্ৰেষ্ঠ নিদৰ্শন। তদুপৰি তেজপুৰৰ বামুণী পাহাৰৰ ভগ্নাৱশেষবোৰৰ ওপৰত গৱেষণা কৰি ৰাজমোহন নাথে ঠাৱৰ কৰিছিল যে তাত একেখন চোতালতে সাতটা মন্দিৰ আছিল। প্ৰত্নতাত্বিক কে এন দীক্ষিতৰ মতে, সমসাময়িক বংগদেশৰ পাল স্থাপত্য-ভাস্কৰ্যতকৈ প্ৰাচীন কামৰূপৰ স্থাপত্য-ভাস্কৰ্যৰ সাদৃশ্য বিহাৰ আৰু উৰিষ্যাৰ সৈতেহে অধিক। তেজপুৰত আৱিষ্কৃত চৈত্যগন্ধী গবাক্ষৰ চালেকৰ লগত বেৰা আৰু খাজুৰাহোৰ ভাস্কৰ্যৰ মিল আছে। দ' পৰ্বতীয়াৰ শিলৰ দুৱাৰৰ ভাস্কৰ্যৰ স'তে পঞ্চম-ষষ্ঠ শতিকাৰ পাটলিপুত্ৰ আৰু বাৰানসীৰ ভাস্কৰ্যৰ সাদৃশ্য থকা দেখা যায়। নিজে আৱিষ্কাৰ কৰা স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শন আৰু অসমৰ প্ৰাচীন ভাস্কৰ্যৰ বিষয়ে ৰাজমোহন নাথে লিখি উলিয়াইছিল 'গৌৰৱময় অসম' (১৯৪৯) নামৰ প্ৰসিদ্ধ গ্ৰন্থখন। তদুপৰি তেওঁ অসম আৰু বংগৰ অনেক কাকত-আলোচিনীত অসংখ্য প্ৰবন্ধ লিখি থৈ গৈছে। এই গ্ৰন্থ-নিবন্ধসমূহত তেওঁ স্থাপত্য-ভাস্কৰ্যৰ বৈজ্ঞানিক যুক্তিনিষ্ঠতাৰ অৱতাৰণা ভালদৰেই কৰি পুৰণি ভাস্কৰ্যৰ কৃষ্টি, স্থান, কাল আদিৰ বিশ্লেষণ কৰি অসমৰ বুৰঞ্জী শিক্ষাক সবল ৰূপ দিছিল।

দেওপানী আৰু নুমলীগড়ত প্ৰাক আহোম যুগৰ স্থাপত্য আৰু ভাস্কৰ্যৰ অলেখ নিদৰ্শন আৱিষ্কাৰ কৰিছিল ৰাজমোহন নাথে। নুমলীগড়ৰ শিৱদ'ল আৰু দেওপানীৰ দেৱী দ'ল যে নৱম শতিকাত নিৰ্মিত হৈছিল সেয়া ঠাৱৰ কৰা হৈছে। নুমলীগড়ত নাথে দেৱ-দেৱী, গন্ধৰ্ব, কিন্নৰ আদিৰ মূৰ্তি আৱিষ্কাৰ কৰি লিখিছিল যে তাত বেছিভাগ নাৰী মূৰ্তিয়ে আছে। এইবোৰৰ বিষয়ে বিভিন্ন প্ৰবন্ধত তেওঁ বিশ্লেষণ আগবঢ়াইছে।

পুলকানন্দ কৌশিকে (গৰীয়সী : জুলাই '৯১) লিখিছে, 'কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকা, অসম সাহিত্য সভা পত্ৰিকা, ৰামধেনু, নীলাচল, জয়ন্তী, মণিদীপ, নৱযুগ আদি আলোচনীত বাদেও সমকালীন ভালেখিনি আলোচনী, স্মৃতিগ্ৰন্থত আচাৰ্য ৰাজমোহন নাথৰ লিখা প্ৰকাশ হৈছিল। বংগীয় সাহিত্য পৰিষদৰ পত্ৰিকা আৰু সমকালীন বাংলা আলোচনী প্ৰবাসী, বিশ্ববাণী, প্ৰবৰ্তক, উদ্বোধন, সংহতি আদিৰ উপৰি ৰয়েল এছিয়াটিক ছ'চাইটিৰ জাৰ্নেল, দিল্লীৰ পৰা প্ৰকাশিত 'অৰ্গেনাইজাৰ' আদিতো তেওঁৰ কেতবোৰ তথ্য বহুল তাত্বিক প্ৰবন্ধ সিঁচৰতি হৈ আছে।

'অসমীয়া চৰ্যাপিদ ৰচয়িতা (ৰামধেনু ১৫ শ বছৰ, সপ্তম সংখ্যা), বৈদিক যুগৰ ভাগৱতী ধৰ্ম (নীলাচল, দ্বিতীয় বৰ্ষ, দ্বিতীয় সংখ্যা), কামাখ্যাত শিখগুৰু টেগবাহাদুৰ আৰু বলবৰ্মাদেৱৰ তাম্ৰশাসন (অসম সাহিত্য সভা পত্ৰিকা, ১৬ শ বছৰ প্ৰথম আৰু দ্বিতীয় সংখ্যা) মৎস্য জাতি আৰু মৎস্য দৰ্শন (অঃসাঃসঃপঃ ১৮ শ বৰ্ষ, দ্বিতীয়-তৃতীয় সংখ্যা) আদি তেওঁৰ উল্লেখযোগ্য প্ৰবন্ধ। তাৰ বাহিৰেও নৰকাসুৰ বংশীয় প্ৰাচীন কামৰূপী ৰজা, প্ৰাচীন কামৰূপত কৈবৰ্ত, প্ৰাচীন কামৰূপত বৌদ্ধ ধৰ্ম, প্ৰাচীন অসমত বিষ্ণু পূজা, লালমাটিৰ প্ৰাচীন ধ্বংসাৱশেষ, বৰভকীয়া গাঁৱৰ বাসুদেৱ, বড়গঙ্গাৰ ধ্বংসাৱশেষ, কলিতা জাতিৰ ইতিবৃত্ত, ডবকা ৰাজ্য, কদলি ৰাজ্য, ভীষ্মক নগৰ, তুলাৰাম সেনাপতি, বশিষ্ঠাশ্ৰম আৰু বৃদ্ধ গংগা, শ্ৰীশ্ৰীশংকৰদেৱৰ জন্ম পত্ৰিকা, গজেন্দ্ৰ মোক্ষণ, অংকীয়া নাটৰ ভক্তিতত্ত্ব, নুমলীগড়ৰ কাহিনী, জনাগাভৰুৰ গীত, বুৰঞ্জীবিদৰ বিপত্তি ইত্যাদি প্ৰবন্ধবোৰ বিষয় অনুসাৰে একো একোখনি গৱেষণা গ্ৰন্থ। তদুপৰি কছাৰী ৰাজ্য, মহামাণিক্য, গছ তলৰ শিলালিপি, বড়ো-কছাৰী জাতিৰ দৰ্শন, অসমীয়া ক্ষত্ৰিয় জাতি, অসমীয়া বৌদ্ধ সম্প্ৰদায়, ৰাতিখোৱা সম্প্ৰদায় আদিৰ লগতে বিহু উৎসৱ, সাহিত্যিকৰ বিপত্তি, পুৰাতত্ত্ব গৱেষণাত ইঞ্জিনিয়াৰ, দুৱাৰৰ চৌকাঠ আদি, অসমত নৃতত্ত্বৰ গৱেষণা, ৰামায়ণ সম্পৰ্কে ইত্যাদিবোৰো আছে। অসমীয়া, ইংৰাজী, বাংলা, সংস্কৃত ভাষাত লিখা তেওঁৰ অন্যান্য ভালেমান প্ৰবন্ধ অনেক ঠাইত সোমাই আছে।'

প্ৰত্নতত্ত্ববিদ, বুৰঞ্জীবিদ, বৈষ্ণৱ সাহিত্যৰ গৱেষক ৰাজমোহন নাথ আছিল ধেমেলীয়া গল্পকাৰ আৰু ৰহস্য সাহিত্যৰো অনুৰাগী। নাথ ধৰ্ম আৰু ইয়াৰ উৎপত্তিৰ বিষয়ে অনেক গৱেষণামূলক প্ৰবন্ধ লেখা নাথৰ অন্যান্য উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল বীৰ চিলাৰায় (১৯৪০), The Background of Assamese culture (১৯৪৭), Glorious Assam, A clue to the India's Valley Script and Civilization (১৯৫৬)। Rigveda Summary (১৯৬৫)। অসমৰ বৈষ্ণৱ সাহিত্যৰ উল্লেখযোগ্য পুথি যেনে- শংকৰদেৱৰ বৰগীত (১৯৪৪), মাধৱদেৱৰ বৰগীত (১৯৪৫), কালীয়দমন নাট (১৯৪৫), দৈত্যাৰি ঠাকুৰৰ শ্ৰীশ্ৰীশংকৰদেৱ-মাধৱদেৱ চৰিত (১৯৪৭), ভক্তি ৰত্নাকাৰ (১৯৫০) আদিও তেওঁ সম্পাদনা কৰি প্ৰকাশ কৰিছিল।

চৰ্যাপদৰ কঠিন আৰু কুহেলিকাময় ভাষাৰ ওপৰতো তেওঁ অনেক চৰ্চা কৰিছিল। তিব্বতৰ প্ৰাচীন ধৰ্মৰ বিষয়ে গভীৰ জ্ঞান নাথাকিলে এই ভাষা বুজা কঠিন বুলি তেওঁ এজন তিব্বতীয় গুৰুৰ শিষ্যত্বও গ্ৰহণ কৰিছিল। চৰ্যাপদৰ চৰ্চাক যথেষ্ট আগবঢ়াই নিয়া ৰাজমোহন নাথে 'ৰামধেনু'ত লিখিছিল-'বুৰঞ্জীমূলক অকাট্য সত্য যে প্ৰাচীন কামৰূপীয়া বৰ্মন, শালস্তম্ভ আৰু ভীমপাল বংশৰ ৰাজত্বকালত আধুনিক বংগদেশৰ ভালেমান অংশ কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল আৰু সেই সময়ত প্ৰাচীনতম কৃষ্টি সম্পন্ন কামৰূপ ৰাজ্যৰ ভাষা-সংস্কৃতিয়ে চুবুৰীয়া ৰাজ্যবোৰতো প্ৰভাৱ বিস্তাৰ কৰিছিল। প্ৰাচীনতম কালৰে পৰা কামৰূপত তন্ত্ৰৰ আলোচনা আছিল। অসমৰ গাঁৱত চৰ্যাপদত উল্লেখ থকা সাধনাৰ সংকেত আৰু পদত ব্যৱহাৰ কৰা অনেক শব্দৰ প্ৰকৃত অৰ্থ জনা সাধু-ভকত আজিলৈকে আছে।...'

ৰাজমোহন নাথ ব্যংগ সাহিত্যিকো আছিল। আজৰি পৰত কৰা এই ব্যংগ সাহিত্যৰ চৰ্চাৰ ফলতে তেওঁৰ অনেক সাহিত্য সম্ভাৰৰ সৃষ্টি হৈছিল। অৱশ্যে পীতাম্বৰ ৰাজমেধি নামেৰেহে তেওঁ ব্যংগ সাহিত্যৰ চৰ্চা কৰিছিল। সেই সময়ত অসমত যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰা ব্যংগ পুথি যেনে-পকামিঠৈ, টেঙা দৈ, তপত গাখীৰ, গোট কড়াই, কাহুদি-খৰালি আৰু চেঁচা পানীৰ লেখক পীতাম্বৰ ৰাজমেধিয়েই আছিল। অভিযন্তাৰ হাতপুথি এখেনো লিখি ১৯৪২ চনতেই প্ৰকাশ কৰিছিল, যিখনৰ নাম আছিল 'নাথচ হেণ্ড বুক ফ'ৰ চিভিল ইঞ্জিনিয়াৰ্ছ'। গ্ৰন্থখন আজিও ইঞ্জিনিয়াৰিঙৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত যথেষ্ট জনপ্ৰিয়।

ভাৰতবৰ্ষৰ বিভিন্ন লোকসাহিত্য, গীত-মাত আদিত প্ৰাচীন ভাৰতবৰ্ষত 'কদলি' (নাৰী প্ৰাধান 'প্ৰমীলা' ৰাজ্য) ৰাজ্যৰ কথা উল্লেখ আছে। এই কদলি বা প্ৰমীলা ৰাজ্যখন নগাওঁ জিলাৰ কন্দলি-কঠিয়াতলি নৈনে কামপুৰ অঞ্চলতে আছিল বুলি ৰাজমোহন নাথে কৈছে। দক্ষিণ নগাঁৱৰ বিভিন্ন ঠাইত থকা প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষ, শিৱ-পাৰ্বতীৰ ভগ্নমূৰ্তি আৰু শিৱ লিংগসমূহে ঠাইখনৰ শৈৱধৰ্মী লোকৰ ঐতিহ্যৰ কথাই সোঁৱৰণ কৰে। এই অঞ্চলত প্ৰায় ২৫৫০ ফুট ওখ 'কমলা দেৱী পৰ্বত' আছে ইয়াতে কালিকা পুৰাণত উল্লিখিত 'কমলাদেৱীক্ষৰ স্থান 'ৰক্তাদেৱীৰ পীঠ' আছিল বুলি পৰ্বতটোত পোৱা বিভিন্ন ভগ্নাৱশেষ আবিষ্কাৰ কৰি ৰাজমোহন নাথে প্ৰমাণ কৰিছে। এইখিনিতে প্ৰাচীন প্ৰমীলা ৰাজ্যখন আছিল আৰু কদলি ৰাজ্যৰ মহাৰাণী আছিল কমলা দেৱী। এজন মহাযোগী মীননাথ ইয়ালৈকে আহি কমলা আৰু মঙ্গলাদেৱীৰ প্ৰেমত পৰি মহাযোগীয়ে যোগসিদ্ধি হেৰুৱাই পেলোৱাৰ প্ৰাচীন কাহিনীক পুনৰ দোহাৰিছে ৰাজমোহন নাথে।

অসমৰ প্ৰাচীন সভ্যতা-সংস্কৃতিক উন্মোচন কৰিবলৈ ৰাজমোহন নাথে বহুখিনি কষ্ট, ত্যাগ স্বীকাৰ কৰিছিল। কৰ্মোদ্যমী এইগৰাকী ব্যক্তিয়ে সেই সময়ত কেইগৰাকীমান লোকৰ প্ৰেৰণা পালেও বহু সময়ত ঈৰ্ষা সমালোচনাৰহে পাত্ৰ হৈছিল। সাহিত্যিক ডিম্বেশ্বৰ নেওগে তেওঁলৈ লেখা চিঠিখনৰ পৰাই এই কথাৰ অনুমান কৰিব পাৰি। ১৯৪০ চনৰ ১৯ মে'ত ডিম্বেশ্বৰ নেওগে ৰাজমোহন নাথলৈ প্ৰেৰণ কৰা চিঠি এখনত লিখিছিল-'আপুনি অসমীয়া মানুহ। অসমীয়াৰ পাপ আৰু দুৰ্বলতাৰ কথাও আপুনি বুজি পায়। এনে এদল লোক আছে যি নিজেও কোনো যত্ন নকৰে আৰু আনকো যত্ন কৰা দেখিলে একো নহ'ল, একো নহ'ল বুলি চিঞৰে। এনে ঠেকমনা স্বভাৱৰ লোকৰ বাবেই আমাৰ বৰ্তমান এই দশা।....'

পণ্ডিত ৰাজমোহন নাথক বিভিন্ন সময়ত প্ৰত্নতত্ত্বাচাৰ্য, মনীষী, সাধক, তত্ত্বদৰ্শী; আচাৰ্য আদি উপাধিৰে সন্মান জনোৱা হৈছে। তদুপৰি তেওঁক বিভিন্ন অনুষ্ঠানে আগবঢ়াইছিল 'দৰ্শন নিধি' (নলবাৰী সংস্কৃত কলেজ), 'নাথ তত্ত্ব-ৰত্ন' (অখিল ভাৰতীয় নাথ সমাজ), 'তত্ত্বভূষণ' (কামৰূপ অনুসন্ধান সমিতি), 'সিদ্ধ-সিদ্ধান্ত-ভাস্কৰ' (কলিকতা সংস্কৃত কলেজ) আদি বিভিন্ন সন্মান। তদুপৰি 'বংগীয় সাহিত্য পৰিষদ'ৰ নৱদ্বীপ অধিবেশনৰ (১৯৬১) সভাপতি হিচাপে আৰু অসম সাহিত্য সভাৰ তিনিচুকীয়া অধিবেশনত (১৯৫৮) বুৰঞ্জী অধিবেশনৰ সভাপতিত্ব কৰিছিল।

বিভিন্ন চৰকাৰী কামৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পাছত ৰাজমোহন নাথ শ্বিলঙত স্থায়ীভাৱে থাকিব লৈছিল। অধ্যয়নশীল এইগৰাকী ব্যক্তিৰ আছিল প্ৰায় সকলো বিষয়তে গভীৰ জ্ঞান। ১৯৬৩-৬৪ চনত জ্যোতিপ্ৰসাদ আগৰৱালাৰ মৃত্যু দিৱসৰ সʼতে সংগতি ৰাখি শিল্পী দিৱসৰ সʼতে সংগতি ৰাখি যি 'শিল্পী দিৱস'ৰ সূচনা কৰা হৈছিল তাত তেওঁ দিয়া বক্তৃতা যে কিমান সাৰগৰ্ভ আছিল, সেই কথা আজিও সোঁৱৰণ কৰে সেই শিল্পী দিৱসৰ কৰ্মকৰ্তা ড° নিশিপদ দেৱচৌধুৰীয়ে। বৰ্তমান কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক ড° চৌধুৰীৰ মতে, ৰাজমোহন নাথৰ দৰে প্ৰায় সকলো বিষয়তে দক্ষতা থকা প্ৰতিভাৰ ব্যক্তি সমগ্ৰ অসমতে বিৰল।

কামৰূপ অনুসন্ধান সমিতি, ইণ্ডিয়ান ৰিচাৰ্চ ইনষ্টিটিউট, অসম ৰাজ্যিক সংগ্ৰহালয় ৰয়েল এছিয়াটিক ছʼচাইটি আদিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত ৰাজমোহন নাথৰ বিশাল কৰ্মজীৱনৰ অন্ত পৰে   চনত। সেই বছৰৰে তিনি এপ্ৰিলৰ দিনাখন এইগৰাকী প্ৰতিভাধৰ, কষ্ট সহিষ্ণু ব্যক্তিগৰাকীয়ে শেষ নিশ্বাস ত্যাগ কৰে।



(২৫)

# ৰাধাগোবিন্দ বৰুৱা

কর্ম-সংস্কৃতিক অন্তঃকৰণেৰে অনুভৱ কৰা ৰাধাগোবিন্দ বৰুৱা আছিল অতি পৰিশ্ৰমী আৰু উদ্যমী ব্যক্তি। আধুনিক অসমীয়া বাতৰি প্ৰতিষ্ঠান গঢ়ি তোলাত অদ্বিতীয় এইগৰাকী ব্যক্তি আছিল একেধাৰে অসমৰ ক্ৰীড়া, সংস্কৃতি, সামাজিক আৰু ৰাজহুৱা কর্মত বিৰল ভূমিকা গ্ৰহণ কৰা এগৰাকী প্ৰখ্যাত সংগঠক। ফুল আৰু দলিচাত খোজ পেলাবলৈ সুযোগ পায়ো এইগৰাকী ব্যক্তিয়ে অহৰহ খোজ কাঢ়িছিল কাঁইটীয়া বাটত। জীৱনৰ প্ৰতিটো খোজতেই তেওঁ গ্ৰহণ কৰিছিল নতুন নতুন প্ৰত্যাহ্বান। সেই বাবেই এই কষ্টসহিষ্ণু ব্যক্তিজনাক অসমৰ জনসাধাৰণে বিভূষিত কৰিছিল 'সিংহপুৰুষ' সন্মানেৰে।

সিংহ পুৰুষ ৰাধাগোবিন্দ বৰুৱাৰ জন্ম ১৯০০ চনত, শিৱসাগৰত। দেউতাক গুণগোবিন্দ বৰুৱা আছিল ৰেভিনিউ চিৰস্তাদাৰ। কর্ম-সংস্কৃতিপ্ৰেমী এইজনা ব্যক্তিয়েও ৰজা-প্ৰজা সকলোৰে সন্মান লাভ কৰিছিল। ৰাধাগোবিন্দৰ জন্মৰ দুমাহৰ পাছতে মাতৃৰ বিয়োগ হয়। তাৰ পাছত খুৰীয়েক হৈম্যবতী বৰুৱাই নিজৰ বুকুৰ গাখীৰ খুৱাই ৰাধাগোবিন্দক অতি যত্নেৰে ডাঙৰ-দীঘল কৰিলে। শিৱসাগৰতে প্ৰাথমিক শিক্ষা সাং কৰাৰ পাছত মজলীয়া বিধৰ ছাত্ৰ ৰাধাগোবিন্দ বৰুৱাই নাম লিখালে শিৱসাগৰৰ বেজবৰুৱা স্কুলত। তাত কেইবছৰমান পঢ়াৰ পাছত তেওঁৰ দেউতাক নগাঁৱলৈ বদলি হোৱাত ৰাধাগোবিন্দৰো স্কুল সলনি হ'ল। নগাঁৱৰ হাইস্কুলত কেইবছৰমান পঢ়াৰ পাছতে দেউতাক পুনৰ ডিব্ৰুগড়লৈ বদলি হোৱাত ৰাধাগোবিন্দয়ো ট্ৰেন্সফাৰ লৈ ডিব্ৰুগড় হাইস্কুলত নাম লিখালে আৰু তাৰ পৰাই দ্বিতীয় বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীর্ণ হ'ল। চালে চকুৰোৱা, হৃষ্ট-পুষ্ট চেহেৰাৰ ৰাধাগোবিন্দ বৰুৱাই স্কুলত পঢ়া কালৰে পৰা নিয়মিতভাৱে শৰীৰ চাৰ্চাও কৰিছিল। পঢ়া-শুনাৰ প্ৰতি তেওঁৰ বিশেষ আগ্ৰহ নাছিল যদিও খঙাল দেউতাকৰ ভয়তে তেওঁ পঢ়া-শুনা চলাই গৈছিল।

প্ৰৱেশিকা পৰীক্ষাত উত্তীর্ণ হৈ ৰাধাগোবিন্দ বৰুৱাই কটন কলেজত নাম ভর্তি কৰিলে যদিও দেউতাকৰ তত্ত্বাৱধানৰ পৰা আঁতৰি অহাৰ সুযোগ পোৱা বাবেই পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ একেবাৰে নোহোৱা হৈ গ'ল। কিন্তু উদণ্ড স্বভাৱৰ ৰাধাগোবিন্দ বৰুৱাই খ্যাতি লাভ কৰিছিল 'গুণ্ডা' (তেওঁৰ নিজৰ ভাষাত) হিচাপেহে। সেইবাবেই কলেজৰ চাৰিবেৰত তেওঁক আবদ্ধ কৰি ৰখাটো হৈ পৰিল অতি কঠিন কাম। কলেজত প্ৰথম বছৰৰ পৰীক্ষা দি যেতিয়া তেওঁ ডিব্ৰুগড়ৰ ঘৰলৈ গ'ল তেতিয়াই পঢ়া-শুনা এৰি ব্যৱসায় কৰিবলৈহে মন কৰিলে।

তাৰ পাছতে তেওঁ দেউতাকে কিনি থোৱা মেগেলা চাহবাগিচাতে ব্যৱসায়ৰ কাম শিকি ল'লে। কিন্তু ব্যৱসায়ী মানেই যে বাগিচা, সেই ঠেক গণ্ডীত আবদ্ধ হোৱাৰ

মানসিকতা তেওঁৰ নাছিল। বাগিচাৰ কামৰ পৰা আঁতৰি গৈ বৰুৱাই এইবাৰ খুলিলে এটা ছাপ্লাই এজেন্সি। প্ৰথমে তেওঁ আৰম্ভ কৰিলে খেৰৰ ছাপ্লাই। তাৰ পাছত চূণ, বালি, ইটাৰ ছাপ্লাইৰ কাৰবাৰ। সেই সময়তে কানিৰ মহল এটা এবছৰৰ বাবে লৈও তেওঁ যথেষ্ট ধন ঘটিলে। কিন্তু যেতিয়া সেই টকা দেউতাকক দিয়ে, তেতিয়া তেওঁ ভাল নাপাইছিল। কৈছিল-'তই কানি বেচিছ, চৰকাৰৰ ঘৰত বদনাম হ'ব।'...ৰাধাগোবিন্দ বৰুৱায়ো কানিৰ ব্যৱসায় কৰি মনৰ শান্তি নোপোৱা হৈছিল। তাৰ পাছত সেয়া এৰি তেওঁ বেলৰ শ্লিপাৰ ছাপ্লাইৰ ব্যৱসায়ত লাগে 'বেলা হালদাৰ' নামৰ এগৰাকী মহিলাৰ স'তে যুটীয়াভাৱে। অৰ্ডাৰ সংগ্ৰহ কৰা হিচাপ-নিকাচৰ কাম চলাইছিল বেলাই। কিন্তু তেওঁ ১৩ হেজাৰ টকা আত্মসাৎ কৰিলে আৰু ৰাধাগোবিন্দ বৰুৱা আদালতৰ কাষ চাপিল। কিন্তু উপযুক্ত তথ্য প্ৰমাণৰ অভাৱত আদালতত তেওঁ পৰাজিত হ'ল। জীৱনৰ সকলো ক্ষেত্ৰতে প্ৰত্যাহ্বান গ্ৰহণ কৰা বৰুৱাই ঠিক কৰিলে যে একাউণ্টেন্সি আৰু বুক কিপিঙৰ সকলো ধৰণৰ প্ৰশিক্ষণ লৈহে ব্যৱসায়ত নামিব। কথা মতেই কাম। এইবাৰ সমস্ত ব্যৱসায় এৰি তেওঁ কলিকতা পালেগৈ।

কলিকতাত কেইদিনমান বন্ধু দুজনমানৰ লগত মেডিকেল কলেজৰ হোষ্টেলত থাকি, পাছত আইডিয়েল বৰ্ডিঙত থাকিব ল'লে। কিন্তু টকা দিব নোৱাৰি তাৰ পৰা খেদা খালে। আৰ্থিক অৱস্থা বিপন্ন হোৱাৰ পাছতো তেওঁ কমাৰ্চিয়েল ইনষ্টিটিউট এটাত একাউণ্টেন্সি আৰু বুক কিপিঙৰ প্ৰশিক্ষণ লোৱাত লাগিল। কিন্তু আৰ্থিকভাৱে বিপন্ন ৰাধাগোবিন্দ বৰুৱাই বিছনাৰ অভাৱত মাটিতে আঁঠুৱা নোহোৱাকৈ শুবলৈ বাধ্য হৈছিল। আৰ্থিক দুৰৱস্থাৰ পৰা পৰিত্ৰাণ বিচাৰি তেওঁ বন্ধুৰ সহযোগত চাহৰ হোটেল এখন খুলিলে। মেনেজাৰ হিচাপে নিয়োগ কৰা হ'ল তেতিয়া এম এ পঢ়ি থকা ৰোহিনী কান্ত হাতীবৰুৱাক (পাছত বিখ্যাত কংগ্ৰেছ নেতা)।

একাউন্টেন্সি, বুক কিপিং আদিৰ শিক্ষা লৈ প্ৰায় তিনি বছৰ পাছত চাহৰ দোকানো এৰি ৰাধাগোবিন্দ বৰুৱা আকৌ ডিব্ৰুগড় পালেহি। ইতিমধ্যে ধাৰ-ঋণত পোত গৈ তেওঁলোকৰ বাগিচাও বিক্ৰী হৈছিল। তাৰ পাছত আকৌ ব্যৱসায়ৰ চিন্তা। কিন্তু কি ব্যৱসায় কৰিব? এইবাৰ ৰাধাগোবিন্দৰ মনত খেলালে অদ্ভুত এটা চিন্তা। কলিকতাত দেখি অহা বেংকৰ দৰেই তেৱোঁ অসমত বেংক স্থাপন কৰিব। কথা মতেই কাম। ১৯২৩ চনৰ জুলাই মাহত অৰ্থাৎ মাথো ২৩ বছৰ বয়সতে কলিকতাৰ পৰা বেংক ব্যৱসায়ৰ জ্ঞান থকা মিঃ কেৰমন নামৰ ব্যক্তি এজনক আনি দুয়ো যুটীয়াভাৱে অসমত প্ৰথম বেংক স্থাপন কৰে। ডিব্ৰুগড়ত প্ৰতিষ্ঠা কৰা এই বেংকৰ নাম হ'ল 'ইম্পেৰিয়েল বেংক'। বৰুৱাৰ সাহস আৰু পৰিশ্ৰমৰ বাবেই লাহে লাহে বেংকৰ ব্যৱসায় বাঢ়ি গ'ল। কিন্তু বেংকৰ কেচিয়াৰ এজনে টকাৰ খেলিমেলি কৰাত ৰাধাগোবিন্দ বৰুৱা বিপদত পৰিল। অৱশ্যে পাছত দোষী সাব্যস্ত হোৱাত কেচিয়াৰ হৰকান্ত শৰ্মাৰ জেইল হ'ল। কিন্তু মনটো তিক্ত হৈ পৰিল ৰাধাগোবিন্দ বৰুৱাৰ। সেইবাবেই বেংকৰ কাম পিছ পেলাই থৈ তেওঁ 'বম্বে মিউচুয়েল লাইফ ইন্সিওৰেন্স কোম্পানী'ৰ বীমা এজেন্ট হিচাপে কামত সোমাল। অতি পৰিশ্ৰম কৰি তেওঁ ব্যৱসায় বঢ়ালে। ডিব্ৰুগড়ত পঢ়ি থকাৰে পৰা কুন্তি

শিকা ৰাধাগোবিন্দই অসীম পৰিশ্ৰম শক্তিৰে কাম কৰিছিল আৰু য'তেই হাত দিছিল, ত'তেই সফল হৈছিল। জীৱন বীমা কোম্পানীৰ এজেণ্ট হিচাপে কাম কৰিবৰে পৰা অসম, বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ এজেণ্টসকলক লৈ কোম্পানীয়ে পতা বিভিন্ন প্ৰতিযোগিতাত ৰাধাগোবিন্দ বৰুৱাই সদায় প্ৰথম স্থান অধিকাৰ কৰিছিল। এই শ্ৰেষ্ঠতাৰ বাবে 'আৱাহন'ত তেওঁৰ বিষয়ে লেখা আৰু ফটোও প্ৰকাশিত হৈছিল।

ইতিমধ্যে ভায়েক কৃষ্ণগোবিন্দ বৰুৱাক (মাহীমাকৰ সন্তান) দেউতাকে প্ৰেছ এটা খুলি দিয়াৰ কথা ভাবিলে। কৃষ্ণগোবিন্দ বৰুৱা আছিল পঢ়া-শুনা, ব্যৱসায় সকলোতে অসফল। সেই সময়ত ৰাধাগোবিন্দ বৰুৱাই বেংকত আৰু জীৱন বীমা কোম্পানীত কাম কৰি থকা অৱস্থাত এদিন প্ৰেছ খোলাৰ কথা কৈ দেউতাকে ক'লে ঃ 'কৃষ্ণগোবিন্দৰ দ্বাৰা প্ৰেছৰ ব্যৱসায়টো নচলিবগৈ। গতিকে তয়ো আহ।' সেই সময়ত যোৰহাট আৰু ডিব্ৰুগড়ত থকা প্ৰেছ কেইটামান চাই আহি ৰাধাগোবিন্দ বৰুৱাই প্ৰেছ খুলিলে। নাম দিলে-বৰুৱা প্ৰেছ। লাহে লাহে বৰুৱা প্ৰেছৰ সুনাম বাঢ়ি গ'ল। প্ৰেছৰ লগতে খুলিলে পোষ্ট অফিচ (এতিয়াৰ কুৰিয়াৰ ছাৰ্ভিচ!)। কাৰণ তেওঁ বুজিছিল যে চিঠি-পত্ৰৰ লগতে বিশেষকৈ বাগিচাবোৰৰ পৰা প্ৰেছৰ কামবোৰো আহিব। সদায়ে উন্নত মানদণ্ডৰ প্ৰতি গুৰুত্ব থকা ৰাধাগোবিন্দ বৰুৱাৰ প্ৰেছ গজগজীয়া হৈ পৰিল। তেতিয়াৰ দিনতে প্ৰেছৰ পৰা ৪০-৫০ হেজাৰ টকা (বছৰি) লাভ হ'বলৈ ধৰিলে।

১৮৮৫ চন মানৰে পৰাই ৰাধানাথ চাংকাকতীয়ে 'টাইমছ অৱ আসাম' নামৰ সাপ্তাহিক ইংৰাজী কাকত এখন প্ৰকাশ কৰিছিল। ৰাধাগোবিন্দ বৰুৱাই প্ৰেছ চলোৱাৰ সময়ত টাইমছ অৱ আসামৰ অৱস্থা বেছ টনকিয়াল আছিল। ইতিমধ্যে ৰাধানাথ চাংকাকতীৰ (১৮৫৩-১৯২৩) মৃত্যু হৈছিল। কাকতখনৰ সম্পাদক হৈছিল কেদাৰ নাথ গোস্বামী। ১৯৩৯ চনৰ কথা। সেই সময়তে 'বৰুৱা প্ৰেছ'ৰ পৰাই এখন কাকত উলিওৱাৰ কথা চিন্তা কৰিলে ৰাধাগোবিন্দ বৰুৱাই তাৰ পাছত বহুতৰে বক্ৰোক্তি আৰু শুভেচ্ছা শিৰত লৈ এখন সাপ্তাহিক ইংৰাজী কাকতৰ কাম আৰম্ভ কৰিলে। তেতিয়াৰ ইণ্ডিয়ান টি এছ'চিয়েছনৰ ভাইচ চেয়াৰমেন তথা মাইজান বাগিচাৰ ছুপাৰিণ্টেণ্ডেণ্ট আৰ ডি বয়েলৰ পৰামৰ্শ অনুসৰি কাকতখনৰ নাম ৰখা হ'ল 'আসাম ট্ৰিবিউন'। বৰুৱাই ব্যৱসায়ৰ পাৰ্টনাৰ হিচাপে ল'লে বিখ্যাত চাহ ব্যৱসায়ী সোমেশ্বৰ বৰুৱাক। তাৰ পাছত কলিকতাৰ 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড'ৰ সহকাৰী সম্পাদক হিচাপে কাম কৰি থকা লক্ষ্মীনাথ ফুকনক ট্ৰিবিউনৰ সম্পাদক হিচাপে নিযুক্তি দিলে ৰাধাগোবিন্দ বৰুৱাই। ১৯৩৯ চনৰ চাৰি আগষ্টত ডিব্ৰুগড়ৰ পৰা আসাম ট্ৰিবিউনৰ প্ৰকাশ আৰম্ভ হ'ল। তাৰ পাছতে টি এছ'চিয়েছনৰ চেয়াৰমেনজনক লগ কৰি ৰাধাগোবিন্দ বৰুৱাই ট্ৰিবিউনৰ বাবে যাতে চাহ বাগিচাৰ বিজ্ঞাপন দিয়ে তাৰ ব্যৱস্থা কৰি ল'লে। তদুপৰি তেওঁ কলিকতাৰ বিভিন্ন এজেন্সি আৰু কোম্পানীৰ সহায়ত কাকতৰ বাবে বিজ্ঞাপন গোটালে। কাকতৰ প্ৰচাৰ বিস্তৃত হ'ল, বিজ্ঞাপনো বাঢ়িল। কাকতখন চলাবলৈ বাবে সম্পূৰ্ণ স্বাধীনতা তেওঁ সম্পাদকক দিলে। এসময়ত 'টাইমছ অৱ আসাম' বন্ধ হ'ল, ট্ৰিবিউনখন অপ্ৰতিদ্বন্দ্বিতা কাকত হিচাপে দিনে দিনে গজগজীয়া হৈ পৰিল। অৱশ্যে সেই সময়ত আৰ্থিক দুৰৱস্থাতো

পৰিছিল ৰাধাগোবিন্দ বৰুৱা। তেওঁৰ ভাষাত, 'মোৰ আটাইতকৈ বিপদ হৈছিল টকা-পইচাৰ। নগদ টকাৰ উপৰি মোৰ নিজস্ব ইন্সিওৰেন্স পলিচি আদি বন্ধকত দিও মই কাকত চলাই গৈছিলো।'

ডিব্ৰুগড়ত থকা কালছোৱাত মাথো ইন্সিওৰেন্স, প্ৰেছ আৰু কাকতৰ ব্যৱসায়কে লৈ ব্যস্ত হৈ নাছিল ৰাধাগোবিন্দ বৰুৱা। দ্বিতীয় মহাযুদ্ধৰ সময়ত অহা ভগনীয়াবোৰক শিবিৰত ৰখাৰ ব্যৱস্থা কৰি শিবিৰসমূহ নিজেই পৰিচালনা কৰিছিল তেওঁ। তাৰ আগতে ১৯৩৫ চনত পঞ্চম জৰ্জৰ সিংহাসন আৰোহণৰ ৰূপালী জয়ন্তীৰ যুটীয়া সম্পাদক হিচাপে তেওঁ সেই দায়িত্ব কৃতিত্বৰে সম্পাদন কৰিছিল। ১৯৩৭ চনত হোৱা শক্তিমেলাৰ যুটীয়া সম্পাদক হিচাপে খেল-ধেমালি পৰিচালনা কৰিছিল। সেই মেলাত অসমত প্ৰথম মাৰাথন দৌৰৰ পৰিকল্পনাও তেৰেঁই কৰিছিল। ডিব্ৰুগড়ত বিহু সন্মিলন, থিয়েটাৰ বিচিত্ৰানুষ্ঠান, ৰাজহুৱা সভাবোৰৰ মূল হোতাও আছিল ৰাধাগোবিন্দ বৰুৱা। ডিব্ৰুগড়ৰ আমোলাপট্টি নাট্য মন্দিৰক পুনৰুজ্জীৱিত কৰা ৰাধাগোবিন্দ বৰুৱাই অভিনয়ো কৰিছিল। ১৯২৩ চনতে ৰাধাগোবিন্দ বৰুৱাই কেইজনমান বন্ধুৰ সহযোগত বিভিন্ন কলাকৃষ্টি প্ৰদৰ্শনৰ মেলাৰো আয়োজন কৰিছিল। গান-নাচৰ পৰা কুস্তি, মল্লযুঁজলৈ থকা এই মেলাত কৃষি আৰু কুটীৰ শিল্পৰ বিভিন্ন বস্তুৰো প্ৰদৰ্শনী অনুষ্ঠিত হৈছিল। ১৯৩৭ চনত মল্লযুঁজ আৰু শৰীৰ প্ৰদৰ্শনৰ প্ৰতিযোগিতা পাতিছিল তেৰেঁই। তেওঁ এগৰাকী সুদক্ষ চিকাৰীও আছিল।

সময়ৰ শৰ সময়ত মাৰিব জনা অতি চৌখিন আৰু পৰিশ্ৰমী ব্যক্তি ৰাধাগোবিন্দ বৰুৱাই কেইবছৰমানৰ পাছতে সাদিনীয়া ট্ৰিবিউন কাকতখনক দৈনিকলৈ ৰূপান্তৰিত কৰাৰ কথা চিন্তা কৰিলে। অৱশ্যে ব্যৱসায়ৰ সহযোগীসকলে তাৰ বিৰোধিতা কৰিলে। কিন্তু কিবা এটা কথা চিন্তা কৰিলেই সেয়া সম্পন্ন কৰিবলৈ ব্যগ্ৰ হৈ পৰা বৰুৱাই ঠিক কৰিলে যে তেওঁ দৈনিক কাকত উলিয়াব আৰু যিহেতু দৈনিক কাকত প্ৰকাশ কৰিবলৈ ডিব্ৰুগড় উপযুক্ত ঠাই নহয়, সেইবাবে কাকতৰ কাৰ্যালয়, প্ৰেছ আদি গুৱাহাটীলৈকে উঠাই অনাৰ কথা চিন্তা কৰিলে। বহু জঞ্জালৰ অন্তত ভিনীহিয়েক গুৰুপ্ৰসাদ বৰুৱাৰ (আৰক্ষী বিষয়া) সহায়ত তেওঁ মাটিও কিনিলে ৩৫ হেজাৰ টকাত। সেয়া আছিল ১৯৪৬ চনৰ জানুৱাৰী মাহ। সেই বছৰৰে আগষ্ট মাহৰ দ্বিতীয় সপ্তাহত ট্ৰিবিউন প্ৰেছ ডিব্ৰুগড়ৰ পৰা উঠাই অনা হ'ল। কাকতখন আৰু প্ৰেছটো তেওঁৰ সম্পূৰ্ণ নিজা হ'ল। কিছুদিনলৈ গুৱাহাটীৰ পৰা সাপ্তাহিক কাকত হিচাপে চলাৰ পাছত ৩০ ছেপ্টেম্বৰৰ পৰা 'দি আসাম ট্ৰিবিউন' দৈনিক কাকত হিচাপে প্ৰকাশ পাবলৈ ধৰিলে। বহু ৰিস্ক লৈ ৰাধাগোবিন্দ বৰুৱাই কৰ্মচাৰীৰ সংখ্যা বৃদ্ধি কৰিলে আৰু কাকতখনে যাতে উধাই যাব পাৰে তাৰ বাবে ৰাতি-দিন এক কৰি কঠোৰ পৰিশ্ৰমত লাগিল।

'দি আসাম ট্ৰিবিউন' কাকতে যাতে সৰ্বভাৰতীয় মৰ্যাদা লাভ কৰি ৰাষ্ট্ৰীয় পৰ্যায়ৰ কাকতবোৰৰ স'তে সমানে ফেৰ মাৰিব পাৰে, তাৰ প্ৰচাৰৰ বাবে দিল্লী, কলিকতা, বম্বে, মাদ্ৰাজ, কাণপুৰ আদি ভাৰতৰ বিভিন্ন চহৰত সুকীয়া কাৰ্যালয় খুলিছিল। আনকি কাৰ্যালয় খুলিছিল সুদূৰ লণ্ডনতো। বিভিন্ন চহৰত সাংবাদিক নিযুক্তি দিছিল। অসমৰ মফস্বলীয়

সাংবাদিকতাক বৰুৱাই গুৰুত্ব দিছিল যথেষ্ট। তদুপৰি সম্পূৰ্ণ নিৰপেক্ষ দৃষ্টিভঙ্গী গ্ৰহণ কৰি তেওঁৰ কাকতত সকলোকে মত প্ৰকাশৰ স্বাধীনতা দিছিল। চৰকাৰৰ জনবিৰোধী নীতিৰ সমালোচনা কৰি কে'বাবাৰো চৰকাৰৰ ৰোষত পৰিছিল আসাম ট্ৰিবিউন।

ট্ৰিবিউনৰ পাছত তেওঁ প্ৰকাশ কৰে সাপ্তাহিক অসমীয়া কাকত -অসমবাণী। ট্ৰিবিউন প্ৰেছৰ লগতে গ্ৰন্থ প্ৰকাশৰ কথা ভাবি তেওঁ এখন প্ৰতিষ্ঠানো গঢ় দিলে, সেয়া হ'ল সাহিত্য প্ৰকাশ। লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকীত (১৯৬৪ চন) দুটা খণ্ডত 'বেজবৰুৱা গ্ৰন্থাৱলী' প্ৰকাশ কৰি ৰাধাগোবিন্দ বৰুৱাই সাহিত্যপ্ৰেমৰ উজ্জ্বল চানেকি প্ৰতিষ্ঠা কৰি থৈ গৈছে। তদুপৰি অন্য বহু প্ৰতিষ্ঠিত লেখকৰ লগতে 'নতুন লেখকৰ সন্ধানত' প্ৰতিযোগিতামূলক মৌলিক সাহিত্য সৃষ্টিৰে বহু গ্ৰন্থ তেওঁ 'সাহিত্য প্ৰকাশ'ৰ যোগেদি প্ৰকাশ কৰি অসমীয়া ভাষা-সাহিত্যৰ জগতলৈ মহৎ অবদান আগবঢ়াই থৈ গৈছে।

অসমীয়া দৈনিক কাকত হিচাপে তেতিয়া 'নতুন অসমীয়া' কাকতখন যথেষ্ট চলিছিল বাবেই হয়তো ৰাধাগোবিন্দ বৰুৱাই অসমীয়া কাকত এখন প্ৰকাশ কৰি প্ৰতিযোগিতাত নামিব বিচৰা নাছিল। কিন্তু তেওঁ অনুভৱ কৰিছিল যে এখন অসমীয়া দৈনিক কাকতৰ তেতিয়াই যথেষ্ট সম্ভাৱনা আছে। সেইবাবে ট্ৰিবিউন কাকতৰ ৰূপালী জয়ন্তী উৎসৱৰ সময়তে (এপ্ৰিল, ১৯৬৫ চন) তেওঁ ঠিক কৰিলে যে 'দৈনিক অসম' নাম দি কাকত এখন উলিয়াব। কাকতখনৰ সম্পাদক নিযুক্ত হ'ল তেতিয়াৰ অভিজ্ঞ সাংবাদিক কীৰ্তিনাথ হাজৰিকা। সেই বছৰৰে চাৰি আগষ্টৰ পৰা কাকতখন প্ৰকাশ পাবলৈ ধৰিলে। তিনিওখন কাকতৰ বাবে সম্ভৱপৰ সকলো ধৰণৰ অত্যাধুনিক সা-সুবিধা আগবঢ়াইছিল ৰাধাগোবিন্দ বৰুৱাই। কাকতকেইখনৰ সকলো কৰ্মচাৰীকে নিজৰ পৰিয়ালৰ সদস্যৰ দৰে মৰম কৰিছিল। বিপদ-আপদত সহায় কৰিছিল। কাৰো স্বাধীনতাত হস্তক্ষেপ কৰা নাছিল। কিন্তু নীতি বিগৰ্হিত কাম কৰিলে, সাধৰণ ভুল বা অন্যায় দেখিলে তেওঁ সেয়া সহ্য নকৰিছিল। পুৱাৰ পৰা কাকত ওলোৱালৈকে প্ৰায়েই উজাগৰে থাকি প্ৰেছৰ তত্ত্বাৱধান কৰিছিল। অসমীয়া কাকত-আলোচনীৰ আয়ুস কম বুলি যিটো ধাৰণা তেতিয়া প্ৰচলিত আছিল সেয়া ভাঙি দিছিল 'সিংহপুৰুষ' ৰাধাগোবিন্দ বৰুৱাই। মফস্বলীয়া সাংবাদিকসকলকো সংবাদ পৰিবেশনৰ বাবে যথোচিত সুবিধা দান কৰিছিল। গাঁৱৰ এই সাংবাদিকসকলক মাতি আনি সম্পূৰ্ণ নিজাকৈ খৰচ-বহন কৰি বিভিন্ন সময়ত সভা অনুষ্ঠিত কৰি তাত সকলোকে বক্তব্য প্ৰকাশৰো সুবিধা দিছিল। সৰ্বভাৰতীয় প্ৰভাৱ থকা ট্ৰিবিউনৰ ৰূপালী জয়ন্তী উৎসৱ ছিলং, দিল্লী, কলিকতা আৰু মুম্বাইতো পাতিছিল ৰাধাগোবিন্দ বৰুৱাই। ছিলঙত তেতিয়াৰ ৰাজ্যপাল বিষ্ণু সহায়, কলিকতাত মুখ্যমন্ত্ৰী প্ৰফুল্ল চন্দ্ৰ সেন, মুম্বাইত মুখ্যমন্ত্ৰী ভি পি নায়ক আৰু দিল্লীত প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী আৰু ইন্দিৰা গান্ধীয়ে ট্ৰিবিউনৰ ৰূপালী জয়ন্তী উৎসৱত যোগ দিছিল। গুৱাহাটীত অনুষ্ঠিত মূল অধিবেশনত সভাপতিত্ব কৰিছিল তদানীন্তন শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাই আৰু মুখ্য অতিথি আছিল তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা।

ডিব্ৰুগড়ত থকা কালছোৱাত ৰাজহুৱা কামত আত্মনিয়োগ কৰিলেও গুৱাহাটীলৈ আহি কেইবছৰমান মাথো প্ৰেছৰ কামতেই ব্যস্ত হৈ আছিল তেওঁ। ৰাধাগোবিন্দ বৰুৱাই কৈছে-'গুৱাহাটীলৈ যেতিয়া আহিলো, চাৰি-পাঁচ বছৰমান কলৈকো ওলোৱা নাছিলো। কোনো সভা-সমিতি, ৰাজহুৱা ফাংচন একোতে যোগ দিয়া নাছিলো। খালী প্ৰেছ, প্ৰেছ, আৰু প্ৰেছ। ৰাতিয়ে-দিনে কেবল প্ৰেছৰ চিন্তা।' কিন্তু উদ্যমী, পৰিশ্ৰমী এই ব্যক্তিগৰাকী ৰাজহুৱা কামৰ পৰা আঁতৰি থাকে কেনেকৈ? গুৱাহাটী টাউন ক্লাবক পুনৰুজ্জীৱিত কৰাৰ প্ৰচেষ্টাৰে প্ৰথমবাৰৰ বাবে তেওঁ গুৱাহাটীত ৰাজহুৱা কাম কৰিবলৈ ওলাই আহিল। ১৯৪৯ চনত ৰাধাগোবিন্দ বৰুৱাক টাউন ক্লাবে একপ্ৰকাৰ জোৰ কৰি উপসভাপতি পাতিলে। তাৰ পাছৰ বছৰতে তেওঁ ক্লাবৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে। নিজৰ বহু টকা-পইচা খৰচ কৰিও তেওঁ ক্লাবক পুনৰুজ্জীৱিত কৰিলে। তেতিয়া গুৱাহাটী টাউন ক্লাব মানেই 'আৰ জিৰ ক্লাব' বুলি পৰিচিত হৈ পৰিল। তাৰ পাছত আছিল আকৌ বহু দায়িত্ব। পকেটৰ পৰা টকা খৰচ কৰি কাম কৰাৰ কৰ্তব্য। গুৱাহাটী স্প'ৰ্টছ এছ'চিয়েছনৰ সভাপতি, অসম ফুটবল আৰু ক্ৰিকেট এছ'চিয়েছন, লন টেনিছ এছ'চিয়েছনৰ সভাপতি...। বহু কাম, বহু দায়িত্ব। অসমত খেলৰ পৰিবেশ গঢ়ি তুলিবলৈ অক্লান্ত চেষ্টা আৰু পৰিশ্ৰম কৰি গ'ল আৰ জিয়ে। তেওঁৰ সংগঠন ক্ষমতাৰ বাবেই তেওঁ সকলো কামতে সফলো হ'ল। বছা-বছা খেলুৱৈসকলে যাতে কোনো ধৰণৰ আৰ্থিক অসুবিধাৰ সন্মুখীন নহয়, তাৰ বাবে তেওঁ নিজৰ ট্ৰিবিউন প্ৰতিষ্ঠানতে চাকৰিও দিছিল।..লাহে লাহে তেওঁ খেলৰ বাবে অপৰিহাৰ্য ষ্টেডিয়াম গঢ়াৰ কামতো আগবাঢ়িল। ১৯৫৭ চনৰ মে' মাহত কাম আৰম্ভ হোৱা নেহৰু ষ্টেডিয়ামো তেওঁৰ ঐকান্তিক প্ৰচেষ্টাৰেই ফল। '৬২ চনত ই সম্পূৰ্ণ হৈছিল। ষ্টেডিয়ামৰ বাবে চৰকাৰে দিয়া সাহায্য যথেষ্ট নাছিল। সেই বাবেই নিজে উদ্যোগ লৈ মল্লবীৰ দাৰা সিঙক আনি গুৱাহাটীত তিনিবাৰকৈ মল্লযুঁজ পাতি ষ্টেডিয়ামৰ বাবে মুঠ এক লাখ দহ হেজাৰ টকাৰ পুঁজি গঠন কৰে। তাৰ পাছত প্ৰতিষ্ঠা কৰিলে ইনডোৰ ষ্টেডিয়ামো।

১৯৫২ চনত গুৱাহাটীত ৰাজহুৱাভাৱে পতা বিহু সন্মিলনৰ প্ৰধান উদ্যোক্তা আছিল ৰাধাগোবিন্দ বৰুৱা। 'সময়ৰ গতিৰ স'তে তাল মিলাই হাবিতল আৰু বিহুতলিৰ পৰা বুটলি আনি অসমৰ ঐতিহ্যৰ বাহক ৰঙালী বিহুক নগৰে-চহৰে সন্মিলন প্ৰদৰ্শনী, খেল-ধেমালি আৰু সাংস্কৃতিক অনুষ্ঠানৰ মাজেৰে সংৰক্ষণ কৰাৰ' চেষ্টাতেই বিহু সন্মিলনীক জন্ম দি সেয়া প্ৰবল ৰূপত গঢ় দিছিল তেওঁ। ১৯৫৪ চনত তেওঁ বছৰেকীয়া সংগীত সন্মিলনীৰো জন্ম দিছিল। বৃহৎ অসমৰ সকলো কৃষ্টি-সংস্কৃতিয়েই যাতে একেলগ হৈ বৈজ্ঞানিক পদ্ধতিৰে আগুৱাই যাব পাৰে, সেই মহৎ প্ৰচেষ্টাৰে আৰম্ভ হৈছিল সঙ্গীত সন্মিলনী। তদুপৰি এই সন্মিলনীৰ পৰাই বহু কলাকাৰে প্ৰতিভা বিকাশৰ সুযোগ পাইছিল। ১৯৫৭ চনত তেওঁৰ প্ৰচেষ্টাতে উচ্চ পৰ্যায়ৰ সঙ্গীত কলেজ 'অসম কলেজ অৱ মিউজিক' প্ৰতিষ্ঠা কৰা হৈছিল। ১৯৫৮ চনত 'ফ্ল'য়িং ক্লাব' নিজৰ উদ্যোগতে প্ৰতিষ্ঠা কৰি তাৰ বাবে প্ৰয়োজনীয় (দুৰ্লভ) সকলো সামগ্ৰীয়েই অতি পৰিশ্ৰমেৰে যোগাৰ কৰিছিল তেওঁ।

১৯২৩ চনতে অসমত প্ৰথম আধুনিক বেংক প্ৰতিষ্ঠা কৰা ৰাধাগোবিন্দ বৰুৱাই পাছত অসম ক্ষুদ্ৰ সঞ্চয় বিভাগৰ চেয়াৰমেনৰ দায়িত্ব লৈ অসমত অৰ্থ সঞ্চয়ৰ এক ব্যাপক আন্দোলন গঢ়ি তুলিছিল। ১৯৭০ চনত অসম টি ব্ৰোকাৰ্চ এছ'চিয়েছনৰ চেয়াৰমেন হিচাপে চাহৰ নিলাম বজাৰ প্ৰথমবাৰৰ বাবে গুৱাহাটীত মুকলি কৰিছিল। অসম ৰাইফল খুটিং ক্লাবৰ প্ৰতিষ্ঠাতা ৰাধাগোবিন্দ বৰুৱাই দায়িত্ব গ্ৰহণ কৰিব লগা হৈছিল গুৱাহাটীৰ প্ৰথমজনা মেয়ৰৰ। মেয়ৰৰ দায়িত্ব গ্ৰহণ কৰাটো অৱশ্যে বৰুৱাৰ বাবে সুখপ্ৰদ অভিজ্ঞতা নাছিল। তাৰ কাৰণ দুটা বুলি বৰুৱাৰ জীৱনী লেখক নিৰোদ চৌধুৰীয়ে কৈছে (১) সেই সময়ত তেওঁৰ শৰীৰৰ অৱস্থা বৰ বেয়া হৈছিল (২) ৰাজহুৱা জীৱনত সততে লাগি থকা 'লেতেৰা পলিটিক্সৰ নিৰ্লজ্জ প্ৰকাশ, যিটোৰ পৰা ৰাধাগোবিন্দ বৰুৱাই চিৰদিন তেওঁৰ নিজস্ব ব্যক্তিত্ব আৰু পদমৰ্যাদাৰে নিজকে আঁতৰাই ৰাখিছিল।.. তথাপি আৰ জিয়ে কাম কৰিছিল। সংখ্যাগৰিষ্ঠ মানুহখিনিয়েও কৈছিল যে আৰু কিছুদিন তেওঁ মেয়ৰৰ দায়িত্ব সুচাৰুৰূপে পালন কৰা হ'লে গুৱাহাটীৰ চেহেৰাই সলনি হৈ গ'লহেঁতেন।

'৭৫ চন মানৰ পৰা শৰীৰ অৱস্থা ভাঙি পৰাৰ বাবে তেওঁ সকলো দায়-দায়িত্বৰ পৰা আঁতৰি আহিছিল। কিন্তু তথাপি এই কৰ্মব্যস্ত মানুহজনে জীৱনৰ এই শেষৰ কালছোৱাত অধ্যয়নকেই নিজৰ ব্ৰত কৰি লৈছিল। চাহৰ হোটেল দিয়াৰ পৰা বাঘ চিকাৰ কৰালৈ, খেৰৰ ছাপ্পৰৰ পৰা ৰেলৰ শ্লিপাৰ ছাপ্লাইলৈ, বৰুৱা প্ৰেছৰ পৰা ট্ৰিবিউন প্ৰেছলৈ ব্যৱসায়িক আৰু ব্যক্তিগত জীৱনত সকলোতে সফলতাৰ মুখ স্পৰ্শ কৰা এই গৰাকী ব্যক্তিয়ে ৰাজহুৱা কাম কৰি গুৱাহাটী তথা সমগ্ৰ অসমৰে সাহিত্য-সংস্কৃতি আৰু খেল-ধেমালিৰ এক সুস্থ আৰু সুন্দৰ পৰিবেশ গঢ়ি তুলিছিল। মঞ্চত তেওঁ বহু নাটকত অভিনয় কৰাৰ বাহিৰেও 'মনোমতী' আৰু 'পূবেৰুণ' নামৰ কথাছবি দুখনতো অভিনয় কৰিছিল। অসমৰ যুৱক-যুৱতীসকলৰ প্ৰেৰণাৰ প্ৰতীক এই উদ্যমী ব্যক্তিগৰাকীয়ে জীৱন কালত যিমানখিনি কাম কৰিছিল তাৰ কিছুখিনিহে মাথো আমাৰ এই চমু নিবন্ধত সন্নিবিষ্ট কৰিলো।

কোনো কামত, কোনো কথাত পৰাজিত হোৱা নাছিল কষ্টসহিষ্ণু আৰু স্পষ্টবাদী আৰ জি। সম্পূৰ্ণ নিৰ্মল ব্যক্তিত্বৰ এইগৰাকী ব্যক্তিৰ জীৱনত নাছিল কোনো ধৰণৰ চেকা। কিন্তু তেওঁ প্ৰথম আৰু শেষবাৰৰ বাবে পৰাজিত হ'ল ১৯৭৭ চনৰ ১৪ জুলাইৰ শেষ ৰাতি। হয়, হয় মৃত্যু; প্ৰকৃতিৰ এই আমোঘ নিয়মক সলনি কৰাৰ বাহিৰে ৰাধাগোবিন্দ বৰুৱাই জীৱনত সকলো কামকেই সম্ভৱ কৰি তুলিছিল।



(২৬)

# চন্দ্ৰপ্ৰভা শইকীয়ানী

নাৰীয়ে নিজস্ব শক্তিৰে যে পুৰুষৰ সমানেই কাম কৰিব পাৰে, সেই কথাই বাৰে বাৰে প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে। সু-শৃংখলাবদ্ধ পৰিশ্ৰম আৰু বুদ্ধিমত্তাৰ বলত নাৰীয়ে সকলো ধৰণৰ কৰ্মতেই সফলতা লাভ কৰিব পাৰে, এই কথা এতিয়া সকলোৱে মানি ল'লেও আজিৰ পৰা অন্ততঃ এশ বছৰৰ আগতে এই কথা বিশ্বাস কৰা নহৈছিল। পঢ়া-শুনাৰ অধিকাৰো নাছিল নাৰীৰ; সকলো ক্ষেত্ৰতে পাইছিল গৰিহণা আৰু নিৰ্যাতন। অসমীয়া সমাজত নাৰীয়ে বঞ্চিত হোৱা সকলো ধৰণৰ অধিকাৰ প্ৰতিষ্ঠাৰ বাবে আৰু শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰত নাৰীক সমান সুবিধা দিবৰ বাবে অসমলৈ জনজাগৰণ আনিছিল চন্দ্ৰপ্ৰভাই। চন্দ্ৰপ্ৰভা শইকীয়ানীৰ জীৱনালেখ্যৰ বিষয়ে লিখা, সাহিত্য অকাডেমী পুৰস্কাৰ প্ৰাপ্ত উপন্যাসখনৰ ঔপন্যাসিকা নিৰুপমা বৰগোহাঞিয়ে আগকথাত লিখিছে যে, প্ৰায় এশ বছৰ আগতেই অসমৰ এখন পিছপৰা গাঁৱত এনে এগৰাকী নাৰীৰ জন্ম হৈছিল, যাৰ বীৰত্ব, বিদ্ৰোহ, কষ্ট সহিষ্ণুতা, কৰ্মক্ষমতা আৰু বৰ্ণাঢ্যতা আজিও অসমত বিৰল।...

মাথো মহিলাৰ বাবেই নহয়, স্বাধীনতাৰ প্ৰাক কালছোৱাত দেশৰ সমগ্ৰ মানুহৰ কল্যাণৰ বাবেই যি অন্তঃকৰণেৰে চন্দ্ৰপ্ৰভাই অশুভ শক্তিৰ বিৰুদ্ধে যুঁজিছিল, সেয়া প্ৰশংসনীয় আৰু অনুকৰণ যোগ্য। আজিৰ পৰা প্ৰায় এশ বছৰৰ আগতে এইগৰাকী নাৰীয়ে যিখিনি কাম কৰিব পাৰিছিল, আজি একৈছ শতিকাত শিক্ষিতা নাৰীয়েও সিমানখিনি কৰাৰ বিষয়ে হয়তো ভাবিবকে নোৱাৰে। কাৰণ চন্দ্ৰপ্ৰভা মাথো সাহসী আৰু শিক্ষিতা নাৰীয়ে নাছিল, তেওঁ আছিল আত্মত্যাগৰ উজ্জ্বল প্ৰতিমূৰ্তিও। ১৯০১ চনৰ ১৬ মাৰ্চত বজালী অঞ্চলৰ দৈশিঙৰী গাঁৱত চন্দ্ৰপ্ৰভাৰ জন্ম। গাঁওবুঢ়া ৰাতিৰাম মজুমদাৰ আৰু গঙ্গাপ্ৰিয়াৰ কন্যা চন্দ্ৰপ্ৰভা সৰুৰে পৰা বেলেগ সাঁচত গঢ়া ছোৱালী। সৰুৰে পৰা যুক্তিবাদক বেছিকৈ গুৰুত্ব দিয়া চন্দ্ৰপ্ৰভাই বুজি উঠিছিল যে, শিক্ষা-দীক্ষা নাথাকিলে মানুহে বিশেষ একো কামেই কৰিব নোৱাৰে। শিক্ষা এক এনে পোহৰ, যিয়ে জীৱনৰ পথ আলোকিত কৰে। এই পোহৰৰ সন্ধানতেই শিক্ষা লাভৰ বাবে ওচৰৰে প্ৰাথমিক বিদ্যালয় এখনত চন্দ্ৰপ্ৰভা ভৰ্তি হৈছিল। সেই সময়ত কোনো ছোৱালীয়ে তেনেদৰে প্ৰতিষ্ঠানিক শিক্ষা গ্ৰহণ কৰাটো সমাজৰ ৰীতি-নীতিৰ বিৰুদ্ধেই আছিল। চন্দ্ৰপ্ৰভাই তেওঁৰ এই যাত্ৰাৰ সহযোগী হিচাপে লৈছিল ভগ্নী ৰজনীপ্ৰভাক। শিক্ষানুৰাগী পিতৃ-মাতৃৰ সহায়-যত্নৰ বাবেই ১৯১১ চনত চন্দ্ৰপ্ৰভাই প্ৰাথমিক শিক্ষা সাং কৰে এটি ৰূপৰ পদক লাভ কৰি। তাৰ পাছত ওচৰত কোনো স্কুল নথকাত দূৰৈৰ কৈঠালমাৰীত থকা ল'ৰাৰ এম ভি স্কুলত ভৰ্তি হয়। সুদীৰ্ঘ পথ অতিক্ৰমি বায়েক-ভনীয়েকে স্কুললৈ গৈ সকলোতকৈ অধিক দক্ষতা প্ৰদৰ্শন কৰিবলৈ ধৰিলে।...

সেই সময়ৰ নিয়ম অনুসৰি চন্দ্ৰপ্ৰভাৰো হৈছিল বাল্য বিবাহ। তেওঁৰ পিতৃ-মাতৃ প্ৰগতিবাদী মনোভাবৰ হ'লেও তেওঁলোকে সমাজৰ কু-সংস্কাৰৰ ৰঙা চকুৰ ওচৰত তিষ্ঠিব পৰা নাছিল। বাল্য বিবাহ হ'লেও সেয়া ভেঁকো-ভাওনাৰ বাহিৰে অন্য একো নহয় বুলি সেই স্বামীগৃহ পৰিত্যাগ কৰিছিল চন্দ্ৰপ্ৰভাই। মাথো সেয়াই নহয়, তেতিয়াৰ পৰাই বাল্য বিবাহৰ বিৰুদ্ধে জোৰদাৰ প্ৰচাৰ আৰম্ভ কৰিছিল আৰু তেওঁ নিজৰ মত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত সফলো হৈছিল। ছোৱালীৰ পঢ়া-শুনাৰ বাবে ১৩ বছৰ বয়সতে গাঁৱৰ নেতৃস্থানীয় লোক কেই জনমানৰ সহযোগত দৈশিঙৰীৰ পৰা দুমাইল দূৰৰ অকয়া গাঁৱত এখন ছোৱালীৰ প্ৰথমিক বিদ্যালয় গঢ়ি তুলিছিল। বাল্য বিবাহ নহয়, ছোৱালীক শিক্ষা-দীক্ষাহে দিয়া উচিত বুলি সকলোফালে প্ৰচাৰ কৰি ফুৰিছিল সেই কিশোৰী অগ্নিকন্যা চন্দ্ৰপ্ৰভাই।

কৈঠালমাৰীৰ এম ভি স্কুলত পঢ়ি থকাৰ সময়তে তেতিয়াৰ স্কুল ইন্সপেক্টৰ নীলকান্ত বৰুৱাই এবাৰ স্কুল পৰিদৰ্শনৰ বাবে আহি দুই-ভগ্নী চন্দ্ৰপ্ৰভা-ৰজনীপ্ৰভাৰ বুদ্ধিমত্তা দেখি বিস্ময় মানে আৰু তেনে মেধাশক্তিৰ ছাত্ৰীয়ে তেতিয়াৰ বিখ্যাত নগাঁও মিছন স্কুলত পঢ়াহে উচিত বুলি এটা বৃত্তিৰ ব্যৱস্থা কৰি দিয়ে। দুই ভগ্নী পঢ়া-শুনাৰ বাবে এইবাৰ নগাঁৱৰ মিছন স্কুলত ভৰ্তি হয় আৰু নৰ্মাল শিক্ষা লাভ কৰে। এই মিছন স্কুলত পঢ়ি থাকোতেই চন্দ্ৰপ্ৰভাই লক্ষ্য কৰিছিল যে, স্কুল কৰ্তৃপক্ষই ছোৱালীবোৰক ধৰ্মান্তৰিত কৰিব বিচাৰে। সজ-আচৰণ আৰু শিক্ষা লাভৰ ক্ষেত্ৰত কোনোকালে ধৰ্মৰ কথা আহি নপৰে বুলি বিশ্বাস কৰা চন্দ্ৰপ্ৰভাই মিছন স্কুল কৰ্তৃপক্ষৰ কাণ্ড দেখি অবাক হৈছিল। সেই সময়তে এগৰাকী দৰিদ্ৰ হিন্দু ছোৱালীক স্কুলৰ মিছ লঙ নামৰ ছু পাৰিণ্টে শুেণ্ট এগৰাকীয়ে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰিবলৈ পৰামৰ্শ দিছিল। কিন্তু সেই ছোৱালীজনীয়ে সেয়া প্ৰত্যাখ্যান কৰাত তাইক হোষ্টেলৰ পৰা আঁতৰাই গুদাম ঘৰত থাকিবলৈ বাধ্য কৰোৱা হয়। এই কাণ্ড দেখি চন্দ্ৰপ্ৰভা আৰু থিৰেৰে থাকিব নোৱাৰিলে। স্কুলত ছাত্ৰীসকলক সংঘবদ্ধ কৰি তেওঁ মিছ লঙৰ কাৰ্যৰ তীব্ৰ প্ৰতিবাদ জনালে। এই প্ৰতিবাদত সেও নামানিলে মিছ লঙে। তেওঁ আৰু ক'লে যে, 'ভাৰতীয়সকল গুদামতকৈয়ো বেয়া ঘৰত থাকে।' এইবাৰ জ্বলি উঠিল চন্দ্ৰপ্ৰভা। তেওঁ ক'লে যে মিছ লঙে এই কথাষাৰ তুলি নল'লে পৰিণাম ভয়াবহ হ'ব, ছাত্ৰীসকল প্ৰতিবাদ কাৰ্যসূচীত নামি পৰিব। কোনো এখন দেশলৈ শিক্ষাদানৰ বাবে অহা শিক্ষয়িত্ৰীগৰাকীয়ে সেই দেশৰ মানুহকে অপমান কৰাটো অতি পৰিতাপ বিষয়।... চন্দ্ৰপ্ৰভাৰ প্ৰতিবাদৰ ওচৰত নতশিৰ হৈ শেষত মিছ লঙে ভাৰতীয়ৰ বিৰুদ্ধে কোৱা বক্তব্য উঠাই লোৱাই নহয়, উক্ত ছোৱালীজনীকো পুনৰ হোষ্টেলত ঠাই দিবলৈ বাধ্য হ'ল। অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ জনাই যুঁজত নামি পৰিলে যে সেই সংগ্ৰামে সফলতাৰ মুখ দেখিবই সেই কথা তেতিয়াই গভীৰভাৱে উপলব্ধি কৰিছিল চন্দ্ৰপ্ৰভাই। সেই বাবেই পাছৰ জীৱনত চূড়ান্ত হতাশা, গ্লানি আৰু পৰাজয়ে আগুৰি ধৰাৰ পাছতো তেওঁ কেতিয়াও নিজৰ আদৰ্শ ত্যাগ নকৰি বলিষ্ঠভাৱে যুঁজি যাব পাৰিছিল।

মিছন স্কুলৰ পৰা নৰ্মাল শিক্ষা লৈ নঁগাৱতে এখন প্ৰথমিক স্কুল খুলি শিক্ষকতা কৰিব ল'লে চন্দ্ৰপ্ৰভাই। তাৰ পাছত তেজপুৰত ছোৱালীৰ বাবে নতুনকৈ গঢ়ি উঠা এম ভি স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী হিচাপে দায়িত্ব গ্ৰহণ কৰে। তেজপুৰলৈ গৈ চন্দ্ৰপ্ৰভাই বিখ্যাত আগৰৱালা পৰিয়ালত আশ্ৰয় পায়। জ্যোতিপ্ৰসাদ আগৰৱালাৰ স'তে তেওঁৰ বন্ধুত্ব গঢ়ি উঠে আৰু জ্যোতিৰ মাতৃ কিৰণময়ী আগৰৱালাৰ তত্ত্বাৱধানত চন্দ্ৰপ্ৰভা থাকিবলৈ লয়। সেই সময়ছোৱাতে তেওঁ লক্ষ্মীধৰ শৰ্মা, চন্দ্ৰনাথ শৰ্মা, অমিয় কুমাৰ দাস আদিৰ সংস্পৰ্শলৈ আহে আৰু স্বাধীনতা আন্দোলনৰ বহ্নি শিখা চাৰিওফালে বিস্তাৰৰ বাবে চেষ্টা কৰে। ১৯২০ চনত তেজপুৰত ছাত্ৰ সন্মিলনৰ অধিবেশন অনুষ্ঠিত হয়। অধিবেশনত স্বেচ্ছাসেৱিকা দলৰ নেতৃত্ব তেওঁ গ্ৰহণ কৰে আৰু কানি নিবাৰণৰ সপক্ষে অমিয় কুমাৰ দাসৰ বক্তব্যক সমৰ্থন কৰি ভাষণ দিয়ে। সেই সময়ত সমাজৰ কঠোৰ নিয়ম-নীতিত আবদ্ধ এগৰাকী নাৰীয়ে ৰাজহুৱা সভা এখনত ভাষণ দিয়াটো সঁচাই আচৰিত কথা আছিল। তেনে বিশাল জনসমুদ্ৰৰ সন্মুখত ভাষণ দিয়া প্ৰথমগৰাকী অসমীয়া নাৰী বোধহয় চন্দ্ৰপ্ৰভাই।

স্বাধীনতা আন্দোলনৰ পৃষ্ঠপোষকতাত চন্দ্ৰপ্ৰভাই তেজপুৰত নাৰীবাদী আন্দোলনো গঢ়ি তুলিছিল। পুৰুষৰ দৰেই নাৰীয়েও যে সমাজৰ সকলো ক্ষেত্ৰতে সম-অধিকাৰ পাব লাগে, এই মতামত তেওঁ সজোৰে ব্যক্ত কৰিছিল। সাহিত্য ক্ষেত্ৰতো আগ্ৰহ থকা চন্দ্ৰপ্ৰভা এই সময়ছোৱাতে প্ৰেমত পৰিছিল তেজপুৰৰ ডেকা সাহিত্যিক দণ্ডিনাথ কলিতাৰ। প্ৰাক-কৈশোৰতে বাল্য-বিবাহৰ বিৰুদ্ধাচৰণ কৰি শহুৰৰ ঘৰৰ পৰা ওলাই আহি স্বাধীন জীৱন-যাপন কৰিব বিচৰা চন্দ্ৰপ্ৰভা আৰু দণ্ডিনাথৰ সম্পৰ্ক বহুদূৰ আগুৱাই গ'ল আৰু সমাজৰ চকুৰ আঁৰতেই তেওঁলোক গন্ধৰ্ব বিয়াতো আবদ্ধ হ'ল। কিন্তু দণ্ডিনাথ কলিতাই বোৱাৰী ৰূপে চন্দ্ৰপ্ৰভাক নিজৰ ঘৰলৈ নিব নোৱাৰিলে। কাৰণ সুতকুলীয়া বংশৰ কন্যা চন্দ্ৰপ্ৰভাক বোৱাৰী হিচাপে গ্ৰহণ কৰিবলৈ দণ্ডিনাথৰ পৰিয়ালৰ কোনো লোকেই সন্মত নহ'ল।

সামাজিকভাৱে দণ্ডিনাথ কলিতাৰ পত্নীৰ মৰ্যাদা নাপালেও দুয়োৰে প্ৰেমৰ পৰিণতিত চন্দ্ৰপ্ৰভা অন্তঃসত্ত্বা হ'ল আৰু তেজপুৰ এৰি থৈ দৈশিঙৰীৰ পিতৃগৃহলৈ উভতি আহিল।

পিতৃ গৃহতেই চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে ১৯২৩ চনৰ ১৩ আগষ্টৰ দিনাখন জন্ম দিলে সন্তান অতুল শইকীয়াক। এগৰাকী অবিবাহিতা নাৰীয়ে সন্তান জন্ম দিয়াটো আজিও অতি গৰ্হিত কাম বুলিয়েই গণ্য কৰা হয়, গতিকে সেই সময়ছোৱাত চন্দ্ৰপ্ৰভাই কেনে পৰিস্থিতিৰ মুখামুখি হৈছিল, সেয়া নিশ্চয় পঢ়ুৱৈয়ে অনুমান কৰিব পাৰিছে। কিন্তু বিদ্ৰোহিনী চন্দ্ৰপ্ৰভাই সমাজৰ কোনো কথাতেই গুৰুত্ব নিদি পুত্ৰ অতুলক এগৰাকী বিশিষ্ট নাগৰিক হিচাপে প্ৰতিষ্ঠিত কৰিবই বুলি দৃঢ় প্ৰতিজ্ঞ হ'ল। পাছত শিক্ষা-দীক্ষাৰে প্ৰতিষ্ঠিত হোৱাৰ লগতে শ্ৰমিক আন্দোলনৰ নেতা হিচাপে বিশেষ মৰ্যাদা লাভ কৰিছিল অতুল শইকীয়াই। ১৯৭২ চনত তেওঁ বিধায়ক হিচাপেও নিৰ্বাচিত হৈছিল। অতুল শইকীয়া মুক্তি যুঁজাৰুও আছিল, '৪২ত তেওঁ ছমাহ কাৰাবাস

খাটিছিল। '৭৪ চনৰ পৰা তেওঁ ভাৰতীয় পৰিবহণ কৰ্মী ফেডাৰেছনৰ সম্পাদকো আছিল। ১৯৭৫ চনত চুইজাৰলেণ্ডত অনুষ্ঠিত আন্তৰ্জাতিক শ্ৰমিক সংঘৰ অধিবেশনত ভাৰতৰ প্ৰতিনিধি হিচাপে যোগ দিছিল।

মুক্তি যুঁজাৰু তথা প্ৰাক্তন সাংসদ পুষ্পলতা দাসে লিখা 'অগ্নিস্নাতা চন্দ্ৰপ্ৰভা' গ্ৰন্থখনৰ মতে, তেজপুৰৰ পৰা দণ্ডিনাথ কলিতাই টকা-পইচাৰে সহায় কৰাৰ উপৰি নিয়মীয়াকৈ চিঠি-পত্ৰ দিছিল পুত্ৰ-পত্নীক। অতুল শইকীয়া যেতিয়া প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল তেতিয়া চন্দ্ৰপ্ৰভাই পুত্ৰক এবাৰ তেজপুৰত থকা পিতৃৰ ওচৰলৈ যাবলৈ নিৰ্দেশ দিলে। সেই সময়ত অতুলে হেনো কৈছিল-'তই এখন পৰিচয় পত্ৰ লিখি নিদিলে তেওঁ মোক কেনেকৈ চিনি পাব?' চন্দ্ৰপ্ৰভাই পুত্ৰক পৰিচয় পত্ৰ দিছিল। তদুপৰি ১৯৫৫ চনত যিদিনাখন দণ্ডিনাথ কলিতা ঢুকাল, সেইদিনা তেওঁ কপালৰ ৰঙা ফোঁটটো মচি দি সহকৰ্মী ইন্দুপ্ৰভা বৰুৱাক কৈছিল-'ফোঁটটো আজি মচি পেলালো।'

দণ্ডিনাথ কলিতাক স্বামী হিচাপে নোপোৱাৰ বেদনা চন্দ্ৰপ্ৰভাৰ মনত যিমান আছিল, তাতকৈ গভীৰভাৱে সম্পৃক্ত হৈ আছিল কু-সংস্কাৰত নিমজ্জিত মানুহে জাত-পাতৰ বিচাৰ কৰি দুটা প্ৰাণক এক হ'বলৈ বাধা দিয়াৰ বেদনাহে। সেই বাবেই এই জাত-পাতৰ পৰা উৰ্ধ্বলৈ উঠি আহিবলৈ তেওঁ মানুহক আহ্বান জনাইছিল, কু-সংস্কাৰক পুলিয়ে-পোখাই উচ্ছেদ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈছিল। সাহিত্য চৰ্চাৰ ক্ষেত্ৰতো নামি পৰা চন্দ্ৰপ্ৰভাই সেই বাবেই 'খোলা মন্দিৰ দুৱাৰ' নামৰ কবিতাত লিখিছিল- 'এই ঈশ্বৰৰ সকলো সন্তান/সন্তানৰ কত আছে ভিনপৰ/জাতি শ্ৰেণী সৰু বৰ'। এনে ধৰণৰ ঘটনাকে কেন্দ্ৰ কৰি স্বাধীনতাৰ পূৰ্বতেই তেওঁ 'পিতৃ-ভিঠা' নামৰ উপন্যাস এখনো লিখিছিল আৰু তেতিয়াৰ পঢ়ুৱৈ সমাজত যথেষ্ট জনপ্ৰিয় হৈছিল শইকীয়ানীৰ এই উপন্যাস।

চন্দ্ৰপ্ৰভাই বোধহয় চাইকেল চলাই ফুৰা অসমৰ প্ৰথমগৰাকী মহিলা। সকলো ধৰণৰ ঘৰুৱা দায়িত্ব কান্ধ পাতি লোৱা স্বাধীন মনৰ গৰাকী এইগৰাকী নাৰীয়ে ভগ্নী ৰজনীপ্ৰভাক কলিকতালৈ ডাক্তৰী পঢ়িবলৈ পঠিয়াইছিল। অসমৰ প্ৰথমগৰাকী মহিলা ডাক্তৰ আছিল ৰজনীপ্ৰভা। অৱশ্যে পাছত ৰজনীপ্ৰভা মানসিক বিকাৰগ্ৰস্তা হৈছিল। এই ঘটনাটোত মৰ্মান্তিক দুখ পাইছিল চন্দ্ৰপ্ৰভাই।... আচলতে ঘৰুৱা জীৱনৰ নানা দুখ-যন্ত্ৰণা-সংঘাত পাইছে, তাৰ ফলত তেওঁৰ কৰ্মক্ষেত্ৰৰ গণ্ডী ক্ৰমশঃ ঠেক হৈ অহাটোহে স্বাভাৱিক আছিল। কিন্তু যিমানেই দুখ আৰু সংঘাতে চন্দ্ৰপ্ৰভাক ক্ষতবিক্ষত কৰিবলৈ ধৰিলে, সিমানেই তেওঁ বেছি জেদী আৰু উজ্জ্বল হৈ পৰিল; মনটো বহল হ'ল, কৰ্ম ক্ষেত্ৰত হৈ পৰিল বিস্তৃত।

১৯২১ চনত চন্দ্ৰপ্ৰভাই মহাত্মা গান্ধীৰ সান্নিধ্য লাভ কৰিলে তেজপুৰত। তাৰ পাছৰে পৰাই মন-প্ৰাণ সপি স্বাধীনতা আন্দোলনত নামি পৰিল আৰু খদ্দৰৰ কাপোৰ পিন্ধি গান্ধীজীৰ আদৰ্শ প্ৰচাৰত লাগিল। কংগ্ৰেছৰ কামৰ লগতে নাৰীমুক্তিৰ সংগ্ৰামত নামি পৰা চন্দ্ৰপ্ৰভাই তেজপুৰ ত্যাগ কৰি বজালীলৈ আহি এখন স্কুলত যোগদান কৰিছিল আৰু নানা কটু মন্তব্যক আওকাণ কৰি চাইকেলত উঠি স্কুললৈ অহা যোৱা

কৰিছিল। ১৯২৫ চনত নঁগাৱত ৰজনীকান্ত বৰদলৈৰ সভাপতিত্বত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনত চন্দ্ৰপ্ৰভাই শিশু পুত্ৰ অতুলক কোলাত লৈ বিশিষ্ট অতিথি হিচাপে যোগ দি পুৰুষৰ লগত একেলগে মঞ্চত বহিছিল। তেতিয়াৰ দিনত সেয়া আছিল নোহোৱা-নোপোজা কাণ্ড। অথচ সেই অধিবেশনত আনবোৰ মহিলা ওৰণিৰে আবৃত হৈ বাঁহৰ চিকৰ আঁৰত এনেদৰে বহিছিল যাতে পুৰুষসকলে তেওঁলোকক ভালদৰে দেখা নাপায়। অধিবেশনস্থলীত তেওঁৰ ওজস্বী ভাষণত চন্দ্ৰপ্ৰভাই কৈছিল যে, বাঁহৰ চিকৰ তলত নাৰীয়ে তেনেকৈ বহি থকা আৰু এজাক জীৱ-জন্তুক লোৰ গড়ালত সুমুৱাই থোৱাৰ মাজত কোনো ধৰণৰ পাৰ্থক্য নাই। পুৰুষ প্ৰাধান্যতাৰ এই শিকলি ছিঙি নাৰীক আগবাঢ়ি আহিবলৈ চন্দ্ৰপ্ৰভাই আহ্বান জনাইছিল। চন্দ্ৰপ্ৰভাৰ সেই বক্তৃতা ইমানেই শক্তিশালী আছিল যে, সেইদিনা সমবেত নাৰী সমাজে বাঁহৰ বেৰা ভাঙি উন্মুক্ত প্ৰাঙ্গণলৈ ওলাই আহিছিল। সঁচা অৰ্থত ক'বলৈ গ'লে সেইদিনাৰ পৰাই যেন অসমীয়া নাৰী সমাজত প্ৰচলিত পৰ্দা প্ৰথাৰ অৱসান ঘটিল।

ইতিমধ্যে চৰকাৰী চাকৰি ত্যাগ কৰি চন্দ্ৰপ্ৰভাই অসমৰ নাৰী সমাজৰ উন্নতিৰ বাবে নিজৰ জীৱন উৎসৰ্গা কৰিবলৈ ওলাই আহিল। ১৯২৬ চনত তেওঁ অশেষ চেষ্টাৰ বলত স্থাপন কৰিলে অসম প্ৰাদেশিক মহিলা সমিতি। এই মহিলা সমিতিৰ যোগেদি অসমৰ নাৰীয়ে শিক্ষা লাভ কৰাৰ উপৰি যাতে অন্যায়ৰ বিৰুদ্ধে মাত মাতিব পাৰে আৰু নিজৰ অধিকাৰ সুৰক্ষিত কৰিব পাৰে, সেই বিষয়ত তেওঁ অহৰহ দৃষ্টি দিছিল। এই সমিতিৰ শাখাসমূহ গাঁৱে-ভূএে প্ৰতিষ্ঠা কৰিবৰ বাবে তেওঁ অসমৰ বিভিন্ন প্ৰান্তৰত ঘূৰি ফুৰিব ধৰিলে। এই মহিলা সমিতি গঠন সম্পৰ্কত চন্দ্ৰপ্ৰভাই এবাৰ কৈছিল-'আমাৰ গাঁওবোৰ ইমান পিছপৰা, মানুহবোৰ শিক্ষা-দীক্ষা সকলোতে পিছপৰা, কু-সংস্কাৰে সকলোৰে মনবোৰ এনেকৈ পুতি থৈছে যে তাৰ মাজত মাইকী মানুহবোৰ আৰু কিমান পিছপৰি থাকিব পাৰে ভাবাচোন! গতিকে তেওঁলোকক আগুৱাই নিবলৈ মহিলা সমিতি গঠন কৰাৰ খুব প্ৰয়োজন বুলি মই ভাবো।'... অসম প্ৰাদেশিক মহিলা সমিতিৰ সম্পাদিকা হিচাপে সবলভাৱে নেতৃত্ব দি নাৰীসকলক অন্তেষপুৰৰ পৰা বাহিৰলৈ উলিয়াই আনিবলৈ সক্ষম হৈছিল চন্দ্ৰপ্ৰভা। এই গণতান্ত্ৰিক অনুষ্ঠানটোৱে অসমৰ শৃংখলিত, অৱহেলিত, কু-সংস্কাৰত নিমজ্জিত নাৰীসকলক মুক্তিৰ পথ দেখুৱাইছিল। ১৯২৬ চনৰ পৰা '৬৩ চনলৈ ৩৭ বছৰ ধৰি চন্দ্ৰপ্ৰভাই সাধাৰণ সম্পাদিকাৰ দায়িত্ব লৈ এই অনুষ্ঠানটোক অসমীয়া নাৰীৰ আশা-আকাংক্ষাৰ প্ৰতীক হিচাপে গঢ়ি তুলিছিল। তাৰ পাছত '৬৩ চনৰ পৰা ছবছৰ ধৰি তেওঁ এই সমিতিৰ সভানেত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিছিল।

১৯২১ চনত আৰম্ভ হোৱা অসহযোগ আন্দোলনত যোগ দিয়াৰ পাছত '২৯ চনত আৰম্ভ হোৱা আইন অমান্য আন্দোলনত জঁপিয়াই পৰিছিল চন্দ্ৰপ্ৰভা। এই আন্দোলনৰ সময়তে গুৱাহাটীৰ কটন কলেজত তেওঁৰ প্ৰথমটো ৰাজনৈতিক বক্তৃতা দিছিল শইকীয়ানীয়ে। আন্দোলনৰ নেত্ৰী হিচাপে তীব্ৰভাৱে কাৰ্যকলাপ চলাই যোৱাৰ অভিযোগত ১৯৩০ চনত কে'বামাহৰো কাৰাবাস খাটিবলৈ বাধ্য হয় চন্দ্ৰপ্ৰভা।

তদুপৰি '৪২ৰ ভাৰত ত্যাগ আন্দোলনতো কে'বামাহৰ কাৰাবাস খটা চন্দ্ৰপ্ৰভাই অন্য সময়তো কাৰাবাস খটিবলৈ বাধ্য হৈছিল। '৩২ চনত তেওঁ গহপুৰৰ ছয়দুৱাৰ ৰায়ত সভাৰ মহিলাৰ অশ্বাৰোহী দলৰ নেতৃত্ব লৈছিল। কাৰাগাৰৰ বাহিৰত থকাৰ সময়ছোৱাতো চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে চান্দা তুলি জেলত থকা দুখীয়া ব্যক্তিৰ পৰিয়ালবৰ্গক বিভিন্ন ধৰণে সহায় কৰিছিল আৰু কৰ্তৃপক্ষৰ অনুমতি লৈ বন্দীসকলক চাবোন, তেল, আঠুৱা আদিৰ যোগান ধৰিছিল।

মাথো সাহিত্য সেৱাতেই আত্মমগ্ন হৈ থকা হ'লে চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে আজি ভাৰতৰ ভিতৰতে এগৰাকী অন্যতম শ্ৰেষ্ঠা মহিলা সাহিত্যিক হিচাপে স্বীকৃতি পালেহেঁতেন। ১৯৩৭ চনত তেওঁ প্ৰকাশ কৰি উলিয়াইছিল 'পিতৃ-ভিঠা' নামৰ উপন্যাসখন। তাৰ পাছত কণ্ঠমালা, অপৰাজিতা, শেষ আশ্ৰয় আদি কে'বাখনো উপন্যাস তেওঁ লিখিছিল। ১৯৪৭ চনৰ পৰা প্ৰকাশিত অসম মহিলা সমিতিৰ মুখপত্ৰ 'অভিযাত্ৰী'ৰ সম্পাদিকা আছিল শইকীয়ানী নিজেই। তদুপৰি নতুন অসমীয়া, দৈনিক অসম, অসম বাতৰি, অসম বাণী আদি অসংখ্য কাকতে-পত্ৰই চন্দ্ৰপ্ৰভাই বহু লেখনা লিখি থৈ গৈছে। আত্মস্বাৰ্থৰ বাবে কাহানিও চিন্তা নকৰা, আত্মপ্ৰতিষ্ঠাৰ বাবে কাহানিও নিজৰ আদৰ্শ ত্যাগ নকৰা চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে বিভিন্ন সামাজিক উন্নয়নৰ বাবে আপোচহীনভাৱে কাম কৰাৰ মাজতে যি সামান্য সময় পাইছিল, তেতিয়াহে সাহিত্য চৰ্চা কৰিছিল। ১৯৬৯ চনত 'মহাত্মা গান্ধীৰ শেষ কথা' নামৰ পুথিখন তিনি ভাগত অনুবাদ কৰিছিল আৰু সেই যুগপুৰুষ জনাই দেখুৱাই যোৱা পথেদি ওৰেটো জীৱন যাত্ৰা কৰা চন্দ্ৰপ্ৰভাই অনুবাদ পুথিখনৰ পাতনিত লিখিছিল-'ভগৱানক ধন্যবাদ যে ৰাষ্ট্ৰপিতা মহামানৱ মহাত্মা গান্ধীৰ জন্ম শতবাৰ্ষিকীৰ দুই অক্টোবৰৰ পবিত্ৰ জন্ম দিৱসৰ দিনাখনেই যুগ পুৰুষ গৰাকীৰ জীৱনৰ শেষত পোৱা দুখ-বেদনা ভৰা জীৱনৰ মৰ্মব্যথাৰে কোৱা সেই সাহৰ ভাষণখিনি ভক্তিৰ অৰ্ঘ্য হিচাপে ৰাইজৰ আগত মাতৃভাষাত উলিয়াই দিবলৈ সক্ষম হ'লো।'....

মহাত্মা গান্ধীৰ আদৰ্শৰ প্ৰৱল অনুৰাগী এইগৰাকী নাৰীৰ চেষ্টাত গান্ধীজীৰ মৃত্যুৰ অষ্টম দিনা (১৯৪৮ চনৰ ছয় ফেব্ৰুৱাৰী) অসম মহিলা সমিতিৰ উদ্যোগত হাজোৰ 'হয়গ্ৰীৱ-মাধৱ' মন্দিৰৰ দুৱাৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে বাবে মুকলি কৰি দিয়া হৈছিল। মহাত্মাৰ বাণী জাতি-ধৰ্ম আৰু অস্পৃশ্যতা নিবাৰণৰ ব্যৱহাৰিক ৰূপ এইদৰেই দিছিল চন্দ্ৰপ্ৰভাই।

বিনোৱা ভাৱেৰ ভূ-দান আন্দোলনতো অন্তঃকৰণেৰে নামি পৰা চন্দ্ৰপ্ৰভা শইকীয়ানী ১৯৬৩ চনত বিনোৱা ভাবে অসমলৈ আহোতে তেওঁৰ ভ্ৰমণৰ সঙ্গী হৈছিল। ১৯৭২ চনত চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে লাভ কৰিছিল 'পদ্মশ্ৰী' সন্মান। অসমৰ নাৰীসকলক শিক্ষা-দীক্ষাৰে সমৃদ্ধ কৰি পুৰুষৰ লগত খোজ মিলাই আগবাঢ়ি যাবলৈ ওৰে জীৱন কাম কৰা, অস্পৃশ্যতা দূৰীকৰণৰ বাবে প্ৰচাৰ কাৰ্যত নমা মুক্তি যুঁজাৰু আৰু সাহসী নাৰীৰ উজ্জ্বল প্ৰতীক চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে ১৯৭২ চনৰ ১৬ মাৰ্চৰ দিনাখন ইহলীলা সম্বৰণ কৰে।

▼✪▼

(২৭)

# হলীৰাম ডেকা

উচ্চ ন্যায়ালয়ৰ 'মুখ্য ন্যায়াধীশ'ৰ মৰ্যাদা লাভ কৰা প্ৰথম অসমীয়া হলীৰাম ডেকা আছিল এটা নতুন যুগৰ সৃষ্টি কৰা সাহিত্যিক। বৰ বেছি লিখা-মেলা নকৰিলেও এই 'প্ৰচণ্ড' ব্যক্তিত্বৰ অধিকাৰী সাহিত্যিকগৰাকীয়ে যি সামান্য লিখা-মেলা কৰিছিল, সেইখিনিৰেই অসমীয়া গল্প-সাহিত্যক এটা নতুন দিশলৈ নিছিল। প্ৰসিদ্ধ সাহিত্যিক মুনীন বৰকটকীয়ে হলীৰাম ডেকাৰ বিষয়ে 'এজন লেখৰ অসমীয়া গডফ্ৰাই' নামৰ নিবন্ধটোত লিখিছে-'আমাৰ ডেকা কালত দুজন তীক্ষ্ণধী অসমীয়াৰ বুদ্ধিমত্তা আৰু ব্যক্তিত্বই আমাৰ পুৰুষটোক বৰকৈ অভিভূত কৰিছিল। এজন আছিল লক্ষ্মীধৰ শৰ্মা আৰু আনজন আছিল হলীৰাম ডেকা। বাণীকান্ত কাকতি, সূৰ্যকুমাৰ ভূঞা আৰু হিৰণ্য চন্দ্ৰ ভূঞাই (লগতে কৃষ্ণকান্ত সন্দিকৈৰ নামো ল'ব লাগিব) অসমৰ academic বা বিশ্ববিদ্যালয়ী জীৱনৰ শিখৰত উঠি ঘাইকৈ ছাত্ৰসকলৰ মনোৰাজ্যত বিস্তাৰ কৰা প্ৰভাৱতকৈ এই দুজন 'আউট-চাইডাৰ' অৰ্থাৎ academe বাহিৰৰ লোকৰ সেই সময়ৰ শিক্ষিত ডেকাচামৰ ওপৰত পৰা প্ৰভাৱ এক হিচাপে অধিক চমকপ্ৰদ আছিল। কিয়নো সেই পুৰুষৰ সৈতে সৰহভাগেই কোনো ধৰণৰ প্ৰত্যক্ষ সম্বন্ধলৈ আহিবলৈ নোপোৱাকৈয়ে তেওঁলোক দুয়ো আঁতৰৰ পৰাই নিজ প্ৰতিভাৰ যাদুবলতে আমাৰ সমাজৰ প্ৰথম শাৰীৰ বুদ্ধিজীৱী ৰূপে নিজক প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হৈছিল।... লক্ষ্মীধৰ শৰ্মাৰ দৰে হলীৰাম ডেকাকো সম্ভৱ অসমীয়াৰ মানসিক জীৱনৰ বিবৰ্তনৰ এক 'transitional' স্তৰৰ অন্যতম বুদ্ধিজীৱী বুলি আখ্যা দিব পাৰি, যিসকল পিছৰ পঞ্চম-ষষ্ঠ দশকৰ নাইবা আজিৰ 'ইণ্টেলেকচুৱেল' বুদ্ধিজীৱীৰ প্ৰকৃত পূৰ্বসূৰী, যিসকল বিশ্ববিদ্যালয়ৰ অধ্যাপক বা পণ্ডিতম্মন্য নাছিল কিন্তু প্ৰকৃতাৰ্থত বৌদ্ধিক আছিল।..হলীৰাম ডেকাক মই পাহৰিব নোৱাৰো তেওঁৰ ব্যক্তিত্বৰ দুৰ্লভ আকৰ্ষণীয়তা, তেওঁৰ 'Expansive' ফেৰ মেলা, বিস্তাৰ প্ৰৱণ, ৰসাদ্ৰ সঙ্গপ্ৰিয় মনটোৰ বাবে, আমোদ ভৰা ৰসাল কথোপকথনৰ বাবে আৰু বয়সতো অকণো পোতোকা নপৰা, মামৰে নধৰা তেওঁৰ মৌলিক, স্বকীয় শাণিত উইট আৰু বাক্যবাণৰ বাবে, তেওঁৰ সৰ্বগ্ৰাহী উদাৰ 'কেথলিক' মাৰ্জিত ৰুচিবোধৰ বাবে।...বয়সত আগবাঢ়ি যোৱা সত্ত্বেও ডেকাৰ মানসিক ক্ৰিয়া প্ৰতিক্ৰিয়াৰ সজীৱতা আৰু গতিশীলতাৰ আজীৱন কোনো হেৰফেৰ হোৱা নাছিল নাইবা তেওঁ মনেৰে কোনোদিন বুঢ়া হোৱা নাছিল, কোনো সময়তে বয়সৰ অজুহাত দেখুৱাই ডেকাই নিৰুত্তাপ উদাসীনতা নাইবা পলায়নবাদী 'নিষ্ক্ৰিয় ৰিলিজিয়চিটি'ৰ আশ্ৰয় লোৱাৰ চেষ্টা কৰা নাছিল, যিটো অসমীয়া সাহিত্যৰ ৰথী-মহাৰথীসকলৰ বহুতেই পঞ্চাশোৰ্দ্ধৰ পাছতেই কৰা দেখা যায়। ....হলীৰাম ডেকা

সেইসকল বিশিষ্ট সাহিত্যিকৰ এজন যি নিজে বিশেষ কোনো বুজন অৰিহণা আগ নবঢ়োৱাকৈয়ে এক নতুন সাহিত্য সৃষ্টিৰ পথ মুকলি কৰিব পাৰে, এচাম প্ৰতিভাশালী লোকৰ অনাবিষ্কৃত প্ৰতিভাৰ সঞ্জীৱনী স্পৰ্শেৰে সঞ্জীৱিত আৰু আলোড়িত কৰি তুলিব পাৰে। নতুন প্ৰতিভা বিচাৰি উলিওৱা, উল্লেখনীয় বৈশিষ্ট্য উপলব্ধি কৰা আৰু বিশেষকৈ ডেকাসকলক কৰ্মমুখী, স্বাস্থ্যকৰ, দেশহিতৈষী চেতনাৰে উদ্বুদ্ধ কৰিব পৰা ডেকাৰ এক অলৌকিক Uncanny ক্ষমতা আছিল।....

প্ৰভেকেটিভ আৰু পাগনেচিয়াচ জোকাই লোৱা আৰু সদায় যুঁজ কৰিবলৈ বিচাৰি ফুৰা এই দুটা ইংৰাজী শব্দৰ মাজতে হলীৰাম ডেকাৰ চৰিত্ৰৰ প্ৰায় সম্পূৰ্ণ পৰিচয় এটি ধৰা পৰে। কি সাহিত্য, কি আইন সকলোতে ডেকা আছিল বিতৰ্ক সৃষ্টিকাৰী সজীব ক্ৰিয়াশীল, সদা জাগ্ৰত, সদা সতৰ্ক। আইনজীৱীৰ 'gift of the gab' বা মুখৰ বল ডেকাৰ যেনেকৈ আছিল, তেনেকৈ আছিল বিচাৰকৰ যোগ্য দূৰদৃষ্টি, উদাৰতা অন্তৰ্দৃষ্টি, সহানুভূতি আৰু ন্যায় নিষ্ঠা। অখ্যাত আৰম্ভণিৰ পৰা নিজৰ প্ৰতিভা আৰু অধ্যৱসায়ৰ বলেৰে সামাজিক সোপানৰ শীৰ্ষতম স্থানত নিজক প্ৰতিষ্ঠিত কৰিব পৰা ডেকাৰ নিচিনা বিশিষ্ট ব্যক্তি আমাৰ মাজত কেইজন ওলাব?'

মুনীন বৰকটকীয়ে ইমানখিনি কোৱাৰ পাছত বোধহয় ডেকাৰ ব্যক্তিত্বৰ বিষয়ে আৰু অধিক কোৱাটো উচিত নহ'ব। 'কৰ্মকে জীৱনৰ ধৰ্ম' হিচাপে লোৱা ডেকাৰ জীৱনৰ ওপৰত এতিয়া কিছু দৃষ্টি নিক্ষেপ কৰা যাওক।

১৯০১ চনৰ জুন মাহৰ নামনি অসমৰ সৰ্থেবাৰীত জন্মগ্ৰহণ কৰা হলীৰাম ডেকাৰ পিতৃ জয়ৰাম ডেকা আৰু মাতৃ মাইপ্ৰিয়া। ওচৰ-চুবুৰীয়াৰ পৰা যথেষ্ট শ্ৰদ্ধা লাভ কৰা জয়ৰাম ডেকা জীৱিকা সূত্ৰে প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক আছিল যদিও সমাজ সেৱক হিচাপেহে তেওঁৰ সুনাম আছিল। জয়ৰাম-মাইপ্ৰিয়াৰ ছজন পুত্ৰ আৰু এজনী কন্যাৰ ভিতৰত হলীৰাম আছিল জ্যেষ্ঠ।

পিতৃ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক হ'লেও হলীৰামৰ শৈশৱৰে পৰা পৰিয়ালৰ অভাৱ নুগুচিছিল। জ্যেষ্ঠপুত্ৰ হিচাপে এই দৰিদ্ৰ পৰিয়ালৰ কিছু দায়-দায়িত্ব হলীৰামেও বহন কৰিবলগীয়া হৈছিল। সৰ্থেবাৰীতেই পঢ়া-শুনা আৰম্ভ কৰি প্ৰাথমিক শিক্ষা সাং কৰাৰ পাছত ঘৰৰ পৰা দূৰৈৰ পাঠশালা অঞ্চলৰ চৌখুটি মধ্য ইংৰাজী বিদ্যালয়ত পঢ়িবলগীয়া হয়। অৰ্থাভাৱৰ বাবেই এঠাইৰ পৰা আন ঠাইলৈ স্কুল সলাই ফুৰিবলগীয়া হোৱা হলীৰামে বৰপেটাৰ চৰকাৰী হাইস্কুলত দুবছৰমান পঢ়ি শেষত গুৱাহাটীৰ কলেজিয়েট হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত কটন কলেজৰ পৰা আই এ পাছ কৰি গণিত বিষয়ত অনাৰ্ছ আৰু সংস্কৃতসহ দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ ডেকাই বি এ উপাধি লাভ কৰে। উল্লেখযোগ্য যে সেইবাৰ কোনো ছাত্ৰই প্ৰথম শ্ৰেণী পোৱা নাছিল। বি এ পাছ কৰাৰ পাছত অসম চৰকাৰে বিশেষ বৃত্তি দি হলীৰাম ডেকাক শিবপুৰ ইঞ্জিনিয়াৰিং কলেজলৈ পঢ়িবলৈ পঠিয়ালে (আই এ শ্ৰেণীত ৰসায়ন বিজ্ঞানো আছিল তেওঁৰ পাঠ্যপুথিৰ বিষয়)। ইঞ্জিনিয়াৰিং পঢ়াৰ সমূলি ইচ্ছা নাছিল ডেকাৰ; কিন্তু অন্য বিষয়ত উচ্চ শিক্ষা লাভৰ বাবে হাতত ধনো নাছিল।

সেইবাবে বৃত্তি পাই ইঞ্জিনিয়াৰিঙকে পঢ়িবলৈ তেওঁ গ'ল। কিন্তু কেইমাহমানৰ পাছতেই ক'লাজ্বৰত আক্ৰান্ত হৈ হলীৰাম ডেকা শিবপুৰৰ পৰা উভতি আহিল।

তাৰ পাছত আইন পঢ়াৰ হেঁপাহেৰে তেওঁ গুৱাহাটীৰ আৰ্ল ল' কলেজত ভৰ্তি হয়। অৱশ্যে এম এ পঢ়াৰো দুৰ্নিবাৰ ইচ্ছা আছিল তেওঁৰ কিন্তু গুৱাহাটীত তেতিয়া ইংৰাজীৰ বাহিৰে অন্য বিষয়ত এম এ পঢ়াৰ সুবিধা নথকাত মৰসাহ কৰি কলিকতালৈ গুচি গ'ল আৰু তাত বঙালী বিষয়তহে এম এ পঢ়িবলৈ ল'লে। সেই সময়ত হোৱা তেওঁৰ দুৰ্গতিৰ বিষয়ে নিজৰ ডায়েৰীত লিখিছিল এনেদৰে-'গুৱাহাটীত ল'ৰ প্ৰাথমিক পৰীক্ষাটো দি কলিকতালৈ যাবলৈ মন মেলিলো। কথা প্ৰসঙ্গত মোৰ সহপাঠী দীননাথ শৰ্মাক (পাছত এছ ডি চি) শেষ অভীষ্টৰ কথা ক'লো আৰু তেখেতে হৃদ্যতাৰে সুধিলে-'খৰচ পত্ৰৰ কি ব্যৱস্থা হ'ব?'... মোৰ কোৱা মনত পৰে-'নোৱাৰিলে গঙ্গাৰ ইপাৰ নহওঁ'-অৰ্থাৎ লাগিলে গঙ্গাত বুৰিয়ে মৰিম তথাপি ব্যৰ্থ মনোৰথ হৈ ইবেলি কলিকতা নেৰো। মোৰ দুজন ভায়ে সামান্য ৰোজগাৰ কৰিছিল। তেওঁলোকৰ পৰা ১০০ টকা লৈ ল' কলেজত transfer certificate ৰ খৰচ আদি দিব লগাত দুকুৰি টকা সম্বলেৰে কলিকতা পালোগৈ।'

কলিকতাৰ জীৱন প্ৰচণ্ড অভাৱ আৰু তিক্ততাৰ হ'ল। যিসকলৰ পৰা সহায় পাব বুলি তেওঁ আশা কৰিছিল, সেইসকলেও বিমুখ কৰিলে। শেষত এখন ছপাশালত কাম বিচাৰি গ'ল, কিন্তু তেওঁলোকে অন্য কোনো কাম নিদি বিজ্ঞাপনৰ এজেণ্ট কৰি দিলে। ৰ'দে-বতাহে ঘুৰি ফুৰিও কোনো বিজ্ঞাপন যোগাৰ কৰিব নোৱাৰিলে হলীৰাম ডেকাই। অৱশেষত টিউচন কৰিবলৈকে মন মেলিলে আৰু কে'বা ঠাইতো টিউচন গোটালে। কিন্তু তেওঁৰ বিশেষ আৰ্থিক উন্নতি নহ'ল, বৰং বহুতেই টকা নিদিলে, কিছুমানে দিলেও কিস্তি কিস্তিকৈ দিলে। অৰ্থ আৰু বিভিন্ন কথাত এই টিউচনী কাৰবাৰ তেওঁৰ বাবে হতাশাপূৰ্ণহে হ'ল। নানা ধৰণৰ তিক্ত অভিজ্ঞতায়ো হলীৰামক নিজৰ সংকল্পৰ পৰা আঁতৰ কৰিব নোৱাৰিলে। এই ক্ষেত্ৰত ৰুদ্ৰকান্ত শৰ্মা, তুলসী নাৰায়ণ শৰ্মা, দীননাথ শৰ্মা আদি বন্ধুসকলে তেওঁক বিভিন্ন ধৰণে সহায় কৰিলে।

১৯২৫ চনত হলীৰাম ডেকাই বঙলা ভাষাত প্ৰথম শ্ৰেণীৰ পঞ্চম স্থান লৈ এম এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰ পাছৰ বছৰত তেওঁ আইনৰ ডিগ্ৰীও ল'লে। শিক্ষা সমাপ্ত কৰি হলীৰাম ডেকাই গুৱাহাটীত ওকালতি আৰম্ভ কৰে। পাঁচ-ছয় বছৰ ওকালতি কৰাৰ পাছত কলিকতা উচ্চ ন্যায়ালয়ৰ খ্যাতনামা অধিবক্তা ড° বিদ্যা বিনোদ পালৰ স'তে হলীৰামৰ সম্পৰ্ক ঘটিল আৰু সেই সম্পৰ্ক দৃঢ় হ'ল। তাৰ পাছত ড°পালৰ পৰামৰ্শমতেই ডেকা কলিকতালৈ গ'ল আৰু কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি আৰম্ভ কৰিলে। ১৯৩১ চনৰ পৰা ১৯৪৬ চনলৈ কলিকতা উচ্চ ন্যায়ালয়ত সুখ্যাতিৰে ওকালতি কৰি এগৰাকী বলিষ্ঠ অধিবক্তা হিচাপে মৰ্যাদা লাভ কৰিব ধৰিলে। সেই সময়তে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অংশকালীন অধ্যাপক হিচাপেও হলীৰাম ডেকাই নিযুক্তি পালে। তেতিয়া কলিকতালৈ পঢ়িবলৈ যোৱা অসমীয়া ছাত্ৰসকলক বিভিন্ন ধৰণে সহায় কৰা ব্যক্তি হিচাপেও তেওঁ যথেষ্ট সন্মানৰ পাত্ৰ হ'ল।

১৯৪৬ চনত অসম চৰকাৰৰ অনুৰোধ মৰ্মে 'ৰেভিনিউ ট্ৰিবিউনেল'ৰ সদস্য ৰূপে তেওঁ অসমলৈ আহে আৰু ছিলঙত থাকিব ল'লে। ১৯৪৮ চনত গুৱাহাটীত উচ্চ ন্যায়ালয় স্থাপন কৰা হয় আৰু উচ্চ ন্যায়ালয়ৰ প্ৰথমগৰাকী পঞ্জীয়কৰূপে ডেকাই নিযুক্তি লাভ কৰে। ১৯৪৯ চনত তেওঁ যোৰহাটৰ জিলাৰ ন্যায়াধীশ হিচাপে নিযুক্তি পায়। সেই সময়ত তেওঁৰ পিতৃ জয়ৰাম ডেকা জীৱিত আছিল। ন্যায়াধীশ ৰূপে নিযুক্তি পাই তেওঁ যেতিয়া পিতৃৰ আশীৰ্বাদ বিচাৰি সেৱা জনালে, তেতিয়া পিতৃয়ে ক'লে-'তোমাক চৰকাৰে বিচাৰক পাতিছে, আমাক সমাজে বিচাৰক পাতিছিল। আমিও জীৱনত বহু বিচাৰ কৰিছিলো। বিচাৰক হিচাপে এই কথা সদায় মনত ৰাখিবা যাতে যদি কেতিয়াবা দোষীয়ে কোনো কাৰণত শাস্তি লাভ নকৰে- নকৰক, কিন্তু কোনো নিৰ্দোষী লোকে যেন তোমাৰ হাতত কেতিয়াও কোনো শাস্তি ভোগ নকৰে।' এই কথা অহৰহ মনত ৰাখিছিল হলীৰাম ডেকাই। বংশৰ পৰম্পৰা (!) মতেই তেওঁ বিচাৰকৰ আসনত অধিষ্ঠিত হৈছিল আৰু এই কাম অতি নিষ্ঠাৰে তেওঁ পালন কৰিছিল।

১৯৫০ চনত হলীৰাম ডেকাই অসমৰ উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ হিচাপে নিযুক্তি পালে আৰু ১০ বছৰ এই পদত থাকে। ১৯৬১ চনত প্ৰথমগৰাকী অসমীয়া হিচাপে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশৰ আসনত অধিষ্ঠিত হয় আৰু সেই বছৰতে অৱসৰ গ্ৰহণ কৰে। আইনী ব্যৱসায়ত সিদ্ধহস্ত ডেকাই বিচাৰক হিচাপেও যথেষ্ট সুনাম অৰ্জন কৰিছিল।

উচ্চ ন্যায়ালয়ৰ প্ৰথমগৰাকী অসমীয়া মুখ্য বিচাৰপতি হিচাপে হলীৰাম ডেকাৰ সুনাম যিমান, এগৰাকী সাহিত্যিক হিচাপেও তেওঁৰ সুনাম কম নহয়। লিখিছিল কম, জীৱনকালত তেওঁৰ মাথো দুটা গল্প সংকলনেই প্ৰকাশ পাইছিল, কিন্তু অসমীয়া গল্প সাহিত্যত তেওঁ যি ধাৰাৰ জন্ম দিলে, সেই ক্ষেত্ৰত তেওঁক নিঃসন্দেহে যুগস্ৰষ্টা গল্পকাৰৰ মৰ্যাদা দিব পাৰি। অলকালৈ চিঠি (১৯৪৯) আৰু যৎকিঞ্চিৎ (১৯৬২) নামৰ গল্প সংকলন দুটাৰ লেখক হলীৰাম ডেকাই 'আবাহন'ত চিত্ৰসেন যখবীয়া নামেৰে এলানি ব্যঙ্গ ৰচনাও লিখিছিল। লিখিছিল বহুকেইটা প্ৰবন্ধও। মুনীন বৰকটকীৰ মতে, '....সৰহ পৰিমাণে লিখাৰ আহৰি নাপালেও হলীৰাম ডেকাৰ আছিল এটা সুপৰিপুষ্ট অধ্যয়ন সমৃদ্ধ, সু-স্পষ্ট সাহিত্যিক দৰ্শন আৰু আছিল কৃতিত্বপূৰ্ণ সাহিত্য কৰ্মৰ প্ৰতি এক সহজাত গভীৰ অনুৰাগ আৰু উদাৰ স্বীকৃতি।... ডেকাৰ প্ৰত্যেকখন পুথিয়েই এক এক সুকীয়া সোৱাদৰ বস্তু।... তেওঁৰ লিখাত এটা উগ্ৰ যৌন চেতনা, প্ৰণয় ঘটিত কাণ্ডৰ প্ৰতি দুৰ্বলতা আৰু আদি ৰসৰ প্ৰতি অহৈতুক আসক্তি থকা সন্দেহ নকৰি নোৱাৰি। ই দুৰ্বলতাই সঁচা- কিন্তু সময়ৰ পৰিপ্ৰেক্ষিতত চালে হয়তো দুৰ্বলতা নহয়ো। যি হওক সেয়ে মানুহজনৰ ৰচনাখিনিত এনে এটা অন্তৰঙ্গতা আৰু অকপট মুক্ততা দিছে যে তাৰ প্ৰসাদত তেওঁৰ অৰিহণাখিনি তত্ত্ববহুল নহ'লেও উপভোগ্য আৰু ৰমণীয় হ'ব পাৰিছে। ডেকাৰ ৰসিকতা, বৌদ্ধিকতা আৰু ভণ্ডামি বা 'Humbug' ৰ পৰা সম্পূৰ্ণ মুক্তিয়ে অসমীয়া সাহিত্যত এটা নতুন 'ডাইমেনশ্যন' যোগ দিছিল।... তথাপি হলীৰাম ডেকা মানুহজনৰ সান্নিধ্যলৈ নহাকৈ, তেওঁৰ সৈতে কথা নপতাকৈ তেওঁ হাঁহি হাঁহি মৰা

বাক্যবাণ আৰু নিৰ্দোষ বিদ্ৰূপৰ ভুক্তভোগী নোহোৱাকৈ, কেইখনমান ৰচনাৰ জৰিয়তে হলীৰাম ডেকাক জুখি চাব নোৱাৰি আৰু তেনে কৰিবলৈ যোৱাটো যুক্তি সঙ্গতো নহ'ব। প্ৰকৃতাৰ্থত ডেকাৰ কীৰ্তিতকৈ তেওঁ মানুহজনৰ প্ৰশস্ত, ঘনিষ্ঠ, বিপুল আৰু গভীৰ জীৱন উপভোগৰ ক্ষমতাহে অধিক তাৎপৰ্যপূৰ্ণ।'

ব্যঙ্গ সাহিত্যৰ ক্ষেত্ৰতো হলীৰাম ডেকা ওৰফে চিত্ৰসেন যখৰীয়াৰ অসমীয়া সাহিত্যলৈ যি অৱদান সেয়া স্বীকাৰ কৰিবই লাগিব। সেইবাবেই মুনীন বৰকটকীয়ে এই ক্ষেত্ৰত কৈছে অতি সুন্দৰ কথা কিছুমান- 'চিত্ৰসেন যখৰীয়াৰ 'আত্মবিবৃতি' হয়তো অতিপাত ব্যক্তিগত আৰু 'টপিকেল' আছিল- যিকেইটা গুণ বা দোষে সাংবাদিকৰ ক্ষেত্ৰত হ'লেও সাহিত্যৰ ক্ষেত্ৰত সাধাৰণতকৈ স্থায়ী মূল্য নাপায়। তথাপি আবাহনত ওলোৱা সেই ৰচনাখিনিৰ সৌন্দৰ্য, শৈলী, সম্পদ আৰু আবেদন এনে এক উচ্চ ৰসবোধেৰে স্পন্দিত আৰু অন্তৰ্দৃষ্টিৰে আলোকিত হৈছিল যে সংগৃহীত হৈ গ্ৰন্থৰ আকাৰে প্ৰকাশিত হোৱা হ'লে কিজানি বঙলা সাহিত্যৰ বীৰবল বা পৰশুৰামৰ দৰে দৰবাৰী, আলাপী, মজলিচি লেখকৰ যশস্যা ডেকাৰো লাভ হ'লহেতেন।'

সাধাৰণ মানুহৰ পৰা উচ্চ মধ্যবিত্তলৈ বিভিন্ন মানুহৰে চৰিত্ৰ আৰু জীৱন- দৰ্শনক লৈ চৰিত্ৰ নিৰ্মাণ কৰি হলীৰাম ডেকাই গল্প লিখিছিল। এই বিভিন্ন স্তৰৰ মানুহৰ অভাব-অভিযোগ, সুখ-দুখ, প্ৰেম-যন্ত্ৰণা আদিক বিশ্লেষণ কৰি যি অপূৰ্ব সাহিত্যৰ সৃষ্টি কৰিছিল, সেয়া বিৰল। চুটি গল্প আৰু প্ৰবন্ধৰ লগতে তেওঁ যি ব্যঙ্গ ৰচনা লিখিছিল, সি যে কেৱল চিত্ৰসেন যখৰীয়াৰ ('আবাহন'ত) নামতেই লিখিছিল তেনে নহয়, বিভিন্ন কাকতে-পত্ৰই ব্যঙ্গ ৰচনা লিখা হলীৰাম ডেকাৰ অন্য ছদ্মনামসমূহ আছিল ভোলাই শৰ্মা, কেৰপাই শৰ্মা, জ্ঞানানন্দ জগতী, হয়বৰ অভয়পুৰীয়া, শূলপাণি ফুকন আৰু অপগণ্ড শৰ্মা।

ডেকা আছিল সঁচা অৰ্থত এগৰাকী ভদ্ৰলোক। নিজস্ব কৰ্মক্ষেত্ৰত অতি শৃংখলাবদ্ধভাৱে কাম কৰি শীৰ্ষতম পদ লাভ কৰা এইগৰাকী ব্যক্তিৰ আচাৰ-ব্যৱহাৰ, মাৰ্জিত ৰুচিবোধ, প্ৰচণ্ড যুক্তিবাদী মন আৰু অভাৱনীয় সৰলতাই তেওঁক সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ কৰিছিল। গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজ প্ৰতিষ্ঠাকে ধৰি ভালেমান সামাজিক কৰ্মত তেওঁ শেষ বয়সত মনোনিবেশ কৰিছিল। শিক্ষকৰ অভাৱত তেওঁ প্ৰাগজ্যোতিষ কলেজত কিছুদিন শিক্ষকতাৰ কামো কৰিছিল।

১৯৬১ চনত গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ হিচাপে অৱসৰ গ্ৰহণ কৰা হলীৰাম ডেকাই বৰ বেছিদিন অৱসৰৰ জীৱন যাপন কৰাৰ সুযোগ নাপালে। সচৰাচৰ আইন-শৃংখলাৰ পৰা মুক্ত হৈ স্বাধীনভাৱে সমাজৰ বাবে কাম কৰি যোৱাৰ তেওঁৰ যি অনন্ত আগ্ৰহ আছিল, সি ফলৱতী নহ'ল। ১৯৬২ চনৰ ২০ ডিচেম্বৰৰ দিনাখন এইগৰাকী 'প্ৰচণ্ড' ব্যক্তিত্বৰ অধিকাৰী আইনজ্ঞ তথা সাহিত্যিকে শেষ নিশ্বাস ত্যাগ কৰে।



(২৮)

# জ্যোতিপ্ৰসাদ আগৰৱালা

বিখ্যাত আগৰৱালা পৰিয়ালৰ যিসকল সন্তানে অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু ৰাজনীতিলৈ যি বিশাল বৰঙণি আগবঢ়াইছে সেইসকলৰ ভিতৰত জ্যোতিপ্ৰসাদ আগৰৱালা নিঃসন্দেহে শ্ৰেষ্ঠ। মাথো সেয়াই নহয়, অসমৰ সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা এই 'ৰূপকোঁৱৰ' গৰাকী নিঃসন্দেহে যুগশ্ৰেষ্ঠ পুৰুষ। এগৰাকী শ্ৰেষ্ঠ 'জীৱন শিল্পী'ৰ আখ্যাৰে বিভূষিত অসমীয়া মানুহৰ অন্তৰৰ নিভৃততম কোণত স্থান পোৱা এইগৰাকী ব্যক্তি আছিল একেধাৰে কবি-সাহিত্যিক, গীতিকাৰ, সঙ্গীতজ্ঞ, স্থাপত্য শিল্পী, নাট্যকাৰ, অভিনেতা, বোলছবি পৰিচালক, দেশপ্ৰেমিক আৰু স্বাধীনতা যুঁজাৰু। অসমৰ সাংস্কৃতিক জগতলৈ জ্যোতি প্ৰসাদৰ যি অৱদান, অসমীয়া জাতি থাকে মানে সেই অৱদানৰ কথা অসমৰ মাটিয়ে-বতাহে প্ৰতিধ্বনিত হৈ থাকিব। এটা ত্যাগী, পৰিশ্ৰমী আৰু সম্ৰান্ত পৰিয়ালৰ সন্তান জ্যোতিপ্ৰসাদে নিজা কৰ্মেৰে নিজকে অমৰ কৰি ৰখাৰ উপৰি অসমৰ সাহিত্য আৰু সংস্কৃতিৰ জগতক মহীয়ান কৰি থৈ গৈছে। তেওঁৰ পূৰ্বপুৰুষৰ বিষয়ে আমাৰ এই ৰচনালানিৰ (প্ৰথম খণ্ড) চন্দ্ৰকুমাৰ আগৰৱালা (৪৩) অধ্যায়ত ইতিমধ্যে আলোচনা কৰা হৈছে। ৰাজস্থানৰ পৰা অহা মাৰোৱাৰী সম্প্ৰদায়ৰ লোক হ'লেও এই আগৰৱালা পৰিয়ালৰ লোক আন সকলো অসমীয়া পৰিয়ালতকৈ 'অধিক অসমীয়া' হৈ পৰিছিল, অসমীয়া সাহিত্য-সংস্কৃতি আৰু সামাজিক-ৰাজনৈতিক ইতিহাসত যুগজয়ী 'খোজ' পেলাই থৈ গৈছিল।

১৯০৩ চনৰ ১৭ জুনত ডিব্ৰুগড়ৰ তামোলবাৰী চাহ বাগিচাত জ্যোতিপ্ৰসাদ আগৰৱালাৰ জন্ম। পৰমানন্দ আৰু কৰুণাময়ী আগৰৱালাৰ এইগৰাকী সন্তানে সৰুৰে পৰাই ঘৰখনত এক সাহিত্য আৰু সাংস্কৃতিক বাতাবৰণ পাইছিল। বৰদেউতাক চন্দ্ৰকুমাৰ আগৰৱালাৰ সান্নিধ্য সৰুৰে পৰাই পাইছিল জ্যোতিয়ে। ডিব্ৰুগড়তে প্ৰাথমিক শিক্ষা লাভ কৰি ডিব্ৰুগড় চৰকাৰী হাইস্কুল, জৰ্জ স্কুল আদিত হাইস্কুলীয়া জীৱন কটাই তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা ১৯২১ চনত প্ৰৱেশিকাৰ বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈছিল যদিও সেই বছৰতে অসহযোগ আন্দোলন আৰম্ভ হোৱাত প্ৰৱেশিকাৰ চূড়ান্ত পৰীক্ষাত বহা নহ'ল জ্যোতিৰ। তাৰ পাছৰ বছৰত তেওঁ কলিকতালৈ যায় আৰু তাৰ দেশবন্ধু চিত্তৰঞ্জন দাস প্ৰতিষ্ঠিত কলিকতা জাতীয় বিদ্যালয়ৰ পৰা পৰীক্ষা দি দ্বিতীয় বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত তেওঁ কলিকতাৰ নেছনেল কলেজৰ আই এ শ্ৰেণীত নাম লিখায়। কিন্তু আই এ পৰীক্ষা সম্পূৰ্ণ নকৰাকৈ ঘৰলৈ উভতি আহে আৰু স্বাধীনতা আন্দোলনত জঁপিয়াই

পৰে। এই সময়ছোৱাতে বৰদেউতাক চন্দ্ৰকুমাৰ আগৰৱালাই গুৱাহাটীত স্থাপন কৰা 'নিউ প্ৰেছ' চলায। সেই সময়ত 'নিউ প্ৰেছ'ৰ পৰা 'অসমীয়া' নামৰ কাকতখন প্ৰকাশ পাইছিল। 'অসমীয়া' কাকতখনে তেতিয়া স্বাধীনতা আন্দোলনৰ সপক্ষে মাত মাতিছিল আৰু ইংৰাজ চৰকাৰৰ ৰোষতো পৰিছিল।

১৯২৬ চনত একাডেমীক শিক্ষা সম্পূৰ্ণ কৰিবলৈ জ্যোতিপ্ৰসাদ বিলাতলৈ যায় আৰু তাতেই কিছুদিন থাকি এডিনবৰা বিশ্ববিদ্যালয়ত প্ৰাক স্নাতকৰ বাছনি পৰীক্ষা দিয়ে। এই পৰীক্ষাত তেওঁ অকৃতকাৰ্য হয় যদিও জ্যোতিপ্ৰসাদৰ প্ৰতিভা দেখি বিশ্ববিদ্যালয় কৰ্তৃপক্ষই তেওঁক চৰ্তসাপেক্ষে এম এ পঢ়িবলৈ অনুমতি দিয়ে। কিন্তু অংকত একেবাৰে কেঁচা জ্যোতিপ্ৰসাদে বিশ্ববিদ্যালয়ৰ চৰ্ত পালন কৰিব নোৱৰাত তেওঁৰ পঢ়া-শুনাৰো অন্ত পৰে। বিশ্ববিদ্যালয়ৰ কোনো ডিগ্ৰী লাভ কৰিব নোৱাৰি জ্যোতিপ্ৰসাদে বিলাতৰ পৰা জাৰ্মানীৰ ৰাজধানী বাৰ্লিনলৈ গুচি যায়।বাৰ্লিনত তেওঁ সাত মাহ থাকি বিখ্যাত চলচ্চিত্ৰকাৰ হিমাংশু ৰায়ৰ তত্ত্বাৱধানত চিনেমা নিৰ্মাণ আৰু পৰিচালনাৰে প্ৰশিক্ষণ লয়।তাৰ পৰা তেওঁ মধ্য প্ৰাচ্যলৈ গৈ তুৰস্ক, আৰব আদি দেশত কিছুদিন থাকে।

ইতিমধ্যে মহাত্মা গান্ধীৰ নেতৃত্বত আইন অমান্য আন্দোলনে এক বিৰাট ৰূপ ধাৰণ কৰে। সেই সময়ছোৱাতে অৰ্থাৎ ১৯৩০ চনত জ্যোতিপ্ৰসাদ অসমলৈ উভতি আহে আৰু স্বাধীনতা আন্দোলনৰ ব্যাপক প্ৰসাৰ ঘটাবলৈ দেহে-কেহে লাগি যায। হাইস্কুলীয়া জীৱনৰে পৰা স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰা দেশপ্ৰেমিক জ্যোতিপ্ৰসাদে ১৯২৩-২৪ চনত 'অসমীযা' কাকতত দেশপ্ৰেম উজ্বাৰি গল্প লিখিছিল। সেই সময়ত লিখা গল্প 'সন্ধ্যা'ৰ নায়ক ৰুদ্ৰকান্তই কৈছে, 'অসমীয়াৰ শৌৰ্য-বীৰ্য পৰাধীনতাৰ ছাঁত ম্লান পৰি যাব প্ৰভু! কেতিয়াকৈ আকৌ এই অসমীয়াই অৱসাদ দূৰ কৰি স্বাধীনতাৰ কাৰণে হুঙ্কাৰি উঠিব?' আকৌ 'যুঁজাৰু' গল্পত লিখিছিল-'বীৰহুৱে ভাবিলে আমাৰ পৰাধীন ভাৰত আৰু স্বাধীন ফ্ৰান্স। ইয়াৰ (ফ্ৰান্স) সামান্য এটা বনুৱাৰো কেনে ভাব। ইয়াৰ যেন সকলোৱেই স্বাধীন। বতাহ স্বাধীন, নৈ-পৰ্বত, সকলো স্বাধীন। স্বাধীন দেশৰ বতাহ পাই বীৰহুৰ মনটো আৰু দৃঢ় হ'ল।'

বিদেশত থকা কালছোৱাত স্বাধীন দেশৰ বতাহ পাই জ্যোতিপ্ৰসাদে স্বাধীনতাৰ মৰ্ম উপলব্ধি কৰিছিল। তেওঁ বুজি উঠিছিল স্বাধীন জাতি এটাই সাহিত্য-সংস্কৃতি, সামাজিক-ৰাজনৈতিক.. সকলো ক্ষেত্ৰতে কেনেদৰে দোপতদোপে উন্নতি কৰে। এই সকলোবোৰ জ্ঞান আৰু অভিজ্ঞতাৰে সমৃদ্ধ হৈ নিজা দেশলৈ উভতি আহি জ্যোতিপ্ৰসাদে মন-প্ৰাণ ঢালি '৩০ চনৰ আইন অমান্য আন্দোলনত জঁপিয়াই পৰিছিল, সেই বছৰতে ভাৰত ব্যাপী ভাৰতৰ স্বাধীনতাৰ পতাকা উত্তোলন কৰা হৈছিল। তেজপুৰৰ গাওঁ অঞ্চলত স্বাধীনতাৰ কাৰ্যসূচী প্ৰচাৰৰ বাবে উদাত্ত কণ্ঠেৰে বক্তৃতা দিছিল, তেজোদ্দীপ্ত গীত লেখি সেয়া পৰিবেশন কৰি ৰাইজক আন্দোলনত উঠি পৰি লাগিবলৈ অনুপ্ৰেৰণা যোগাইছিল। শ্ৰীমন্ত শংকৰদেৱ মাধৱদেৱ আদিয়ে সত্ৰ অথবা নামঘৰক কেন্দ্ৰ কৰি অসমীয়া সাহিত্য-সংস্কৃতিৰ জাগৰণ তুলিছিল। এই কথা মনে-

প্ৰাণে উপলব্ধি কৰি জ্যোতিপ্ৰসাদেও নামঘৰ-সত্ৰবোৰক স্বাধীনতা আন্দোলনৰ আখৰা দিয়া কেন্দ্ৰৰূপে গঢ়ি তুলিছিল। ওখ-পাখ, সুন্দৰ শ্ৰীচেহেৰা, স্নিগ্ধ মুখমণ্ডলৰ 'ৰূপকোঁৱৰ' গৰাকীৰ ব্যক্তিত্ব ওজস্বী ভাষণ আৰু তেজোদ্দীপ্ত গীত-মাতে ৰাইজৰ মন মুহিছিল। তেওঁ য'লৈ গৈছিল, তাত হেজাৰ হেজাৰ লোকে ভিৰ কৰিছিল আৰু জ্যোতিপ্ৰসাদৰ নিৰ্দেশমতে কাম কৰি গৈছিল। অৱশ্যে স্বাধীনতা আন্দোলনত লাগি থাকোতেই জ্যোতিপ্ৰসাদৰ সুন্দৰ স্বাস্থ্য ভাঙি পৰিছিল, মাৰাত্মক পিত্ত ৰোগ এটাই উক দিছিল, কিন্তু সেইবোৰলৈ মুঠেই কেৰেপ নকৰি স্বাধীনতাৰ কামত দিন-ৰাতি এক কৰি দিছিল জ্যোতিপ্ৰসাদে। সেই সময়ত তেজপুৰ অঞ্চলত স্বাধীনতা আন্দোলনৰ প্ৰচাৰত আগভাগ লোৱা কংগ্ৰেছ কৰ্মীসকলৰ ভিতৰত জ্যোতিৰ বাহিৰেও অমিয় কুমাৰ দাস, গহন চন্দ্ৰ গোস্বামী, বিজয় চন্দ্ৰ ভাগৱতী, পুষ্পলতা দাস আদি আছিল অন্যতম। অমিয় কুমাৰ দাস আৰু জ্যোতিপ্ৰসাদ প্ৰায়েই একেলগে বিভিন্ন সভা-সমিতিত যোগদানৰ বাবে ঘূৰি ফুৰিছিল। পিত্ত ৰোগত আক্ৰান্ত জ্যোতিয়ে যেতিয়া খোজ কাঢ়ি বা চাইকেলেৰে অমিয় দাসৰ লগত গৈছিল , তেতিয়া যাত্ৰাপথতেই বহু সময়ত ৰুগীয়া জ্যোতিৰ বিঁলৈ নোহোৱা হৈছিল। পিত্ত ৰোগৰ বিষৰ যন্ত্ৰণাত কেতিয়াবা মাটিত বাগৰি পৰিছিল, পঁথৰ দাঁতিত ঘাঁহনিত শুই অথবা কেতিয়াবা ওচৰৰে কাৰোবাৰ ঘৰত কিছুপৰ জিৰণি লৈছিল। অমিয় দাসক কৈছিল, 'দাদা তুমি যোৱা। ৰাইজে অপেক্ষা কৰি থাকিব, আমি গৈ নাপালে তেওঁলোকে চিন্তা কৰিব। তুমি চিন্তা নকৰিবা, বিষটো কিছু উপশম হ'লেই মই তোমাৰ পিছে পিছে গৈ ওলামগৈ।' কে'বাবাৰো ঘটিছিল এনে ধৰণৰ ঘটনা। অথচ জ্যোতিৰ চকুত কেতিয়াও দেখা নগৈছিল ক্লান্তি অথবা অৱসাদ। ভাৰতবৰ্ষক স্বাধীন কৰি ৰাইজক প্ৰগতিৰ অভিমুখে আগবঢ়াই নিয়াই যাৰ জীৱনৰ মূল লক্ষ্য আছিল, সেইজন লোকে পিত্তৰোগক লাই দিব কিয়? কিন্তু এই ৰোগটোৱেই পাছত মাৰাত্মক যক্ষ্মাৰোগ আৰু কেন্সাৰ ৰোগৰ ৰূপ লৈছিল আৰু ৰূপকোঁৱৰজনাক কাল নিয়তিয়ে আমাৰ কাষৰ পৰা অকালতে কাঢ়ি নিছিল।

সশস্ত্ৰ বাহিনীৰ অস্ত্ৰতকৈও চোকা, ইংৰাজ সেনাবাহিনীৰ বন্দুকৰ গুলিতকৈও শক্তিশালী আছিল জ্যোতিৰ গান, জ্যোতিৰ নাটক। স্বাধীনতা আন্দোলনত ৰাইজক জগাই তুলিবলৈ জ্যোতিৰ গানবোৰে যিমানখিনি মন্ত্ৰৰ দৰে কাম কৰিছিল, আন কংগ্ৰেছ নেতাসকলৰ একত্ৰিত শক্তিয়েও যেন সিমানখিনি কৰিব পৰা নাছিল। সেই সময়ত অসমীয়া স্বাধীনতা পিয়াসীৰ মনত অহৰহ জ্যোতিৰ গানেই ক্ৰিয়া কৰিছিল। বিশ্ববিজয়ী ন-জোৱান/শক্তিশালী ভাৰতৰ / ওলাই আহা, ওলাই আহা/সন্তান তুমি বিপ্লৱৰ।। ...দুষ্কৃতি নাশি/সংস্কৃতিৰে পৃথিৱী মুক্ত কৰি/শিল্পীৰূপেৰে ওলা জনতা/সুন্দৰেৰেই বিৰাট ৰূপ ধৰি।। ...মোৰে ভাৰতৰে/মোৰে সপোনৰে/চিৰ সুন্দৰ সংস্কৃতি।। ...লুইতৰ পাৰৰে আমি ডেকা ল'ৰা মৰিবলৈ ভয় নাই।। আদি জ্যোতিপ্ৰসাদৰ প্ৰায় প্ৰতিটো গীত-কবিতাই অসমীয়া জনমানসত যিমান ক্ৰিয়া কৰিছিল, বিষ্ণু ৰাভাৰ বাহিৰে আন কাৰো গীতে সিমানখিনি ক্ৰিয়া কৰিছিল বুলি ক'ব নোৱাৰি। আচলতে সঙ্গীত আৰু সাহিত্যৰ ক্ষেত্ৰত, আনকি জনগণৰ বাবে কাম কৰাৰ

ক্ষেত্ৰতো শংকৰদেৱৰ সুযোগ্য উত্তৰসূৰী হিচাপে বোধহয় কেৱল জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাকেই চিহ্নিত কৰিব পাৰি। সংস্কৃতিৰ মাজতেই মানৱ জীৱনৰ সমস্ত শ্ৰেষ্ঠত্বখিনি উজ্জীৱিত হয় বুলি বিশ্বাস কৰা জ্যোতিপ্ৰসাদে কৈছিল-'সংস্কৃতি মাথোন কবিৰ কবিতা, ছান্দিকৰ লীলায়িত ৰজনজনাই যোৱা ঝংকৃত ছন্দ, কাব্যিতিক সাহিত্যিকৰ কাব্য সাহিত্য, শিল্পীৰ মনোমোহা আলেখ্য, কালবিজয়ী স্থাপত্য, ভাস্কৰ্য, সঙ্গীত বিশাৰদৰ সুৰ-লয়-তাল-মান, নৃত্য কুশলীৰ অভিনৱ অঙ্গী-ভঙ্গী, ৰূপ-ৰস-গন্ধ-বৰ্ণ আৰু গানৰ মন ভুলোৱা জোনাকী মেলা নিশ্চয় নহয়।' (আইদেউৰ জোনাকী বাট)। 'সংস্কৃতি যদি এটা ত্ৰিভুজ আকাৰত লোৱা যায় তেন্তে দেখা যায় সি ওপৰলৈ যিমান উঠিব, সি সেই ওপৰলৈ উঠাৰ অনুপাতে তাৰ গুৰিটো বহলাব লাগিব, তেহে সি এটা শক্তিশালী গাঁথনি হিচাপে তিষ্ঠিব পাৰিব' (শিল্পীৰ পৃথিৱী)।... শংকৰদেৱে গীত ৰচনাৰ মাজেদি একেজন ঈশ্বৰৰ মহিমা প্ৰচাৰ কৰি, সেই ঈশ্বৰে সন্তান মানুহৰ মাজত যাতে ঐক্য-ভাতৃত্ববোধ আৰু প্ৰগতিশীল চেতনাৰ ভাব জাগৃত কৰিব বিচাৰিছিল, সেই একে ৰূপত সকলোৰে মাজত সম অধিকাৰ প্ৰতিষ্ঠা কৰি পৃথিৱীখনক সুন্দৰ ৰূপ দিব বিচাৰিছিল জ্যোতিপ্ৰসাদে। জনতাৰ বুকুত সংস্কৃতিৰ চিৰ শাশ্বত বীজ পজাঁব বিচাৰিছিল।....

সভা-সমিতি অনুষ্ঠিত কৰি, বিৰাট সমদল উলিয়াই, স্বাধীনতাৰ বীজ তেতিয়াৰ অশিক্ষিত ৰাইজৰ মাজত বিয়পাবলৈ সক্ষম হোৱা জ্যোতিপ্ৰসাদে কিন্তু কাহানিও ৰাজনীতিৰ নেতৃত্ব লোৱাৰ কথা চিন্তা কৰা নাছিল। তেওঁ আছিল সংস্কৃতিৰ পূজাৰী। ৰাইজৰ মনত অতীত গৌৰৱৰ স্মৰণ কৰোৱা আৰু প্ৰগতিশীল চেতনা ঐক্যভাবৰ উন্মেষ ঘটোৱাটোৱেই আছিল তেওঁৰ কাম। ৰাজনীতি আৰু সংস্কৃতিক একেখন মঞ্চত থিয় কৰাবলৈ সক্ষম হোৱা জ্যোতিপ্ৰসাদে শংকৰদেৱৰ 'চিন্তা-ভাৱনা আৰু দৰ্শন'ৰ পৰাই শিক্ষা লৈছিল আৰু তেওঁৰ এই সাংস্কৃতিক যাত্ৰাৰ অন্যতম সহযোগী আছিল তেতিয়াৰ নিকামুল সত্ৰৰ সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামী। ন বছৰ বয়সতে ঐতিহ্যমণ্ডিত নিকামূল সত্ৰৰ সত্ৰাধিকাৰ হোৱা গহন চন্দ্ৰ গোস্বামী (১৯০০-১৯৭৯) য়ে সংস্কৃতৰ পণ্ডিত হিচাপে 'কবিৰত্ন' উপাধি পাইছিল। তেওঁ বৈষ্ণৱ সঙ্গীত আৰু আধুনিক সঙ্গীতৰ সমন্বয় সাধকো আছিল।

তেজপুৰৰ স্বাধীনতা আন্দোলনৰ অন্যতম ঘাটি হিচাপে খ্যাতি পোৱা নিকামূল সত্ৰৰ শিবিৰৰ পৰাই গহন চন্দ্ৰ গোস্বামী, অমিয় কুমাৰ দাস আদিক ১৯৩২ ৰ ২০ ফেব্ৰুৱাৰীত ইংৰাজ বাহিনীয়ে গ্ৰেপ্তাৰ কৰে। পলাই থকা জ্যোতিপ্ৰসাদো কেইদিনমানৰ পাছতেই ধৰা পৰে। বিচাৰত আনসকলৰ দৰেই জ্যোতিপ্ৰসাদৰো এবছৰৰ সশ্ৰম কাৰাদণ্ড আৰু ৫০০ টকা জৰিমনা অনাদায়ে পুনৰ ছমাহৰ সশ্ৰম কাৰাদণ্ড ৰায় দিলে ইংৰাজ চৰকাৰে। তদুপৰি অসমৰ যিকোনো ঠাইতে জ্যোতি প্ৰসাদৰ গান গোৱাটো সম্পূৰ্ণ নিষিদ্ধ কৰা হ'ল। সম্পূৰ্ণ ডেৰটা বছৰ তেজপুৰ আৰু শিলচৰৰ কাৰাগাৰত থকা সেই সময়ছোৱাতে জ্যোতিপ্ৰসাদৰ শৰীৰত যক্ষ্মা ৰোগৰ বীজাণুৱে উক দিলে।

কাৰাবাসৰ পৰা ওলাই অহাৰ পাছত জ্যোতিপ্ৰসাদ গহপুৰৰ ওচৰৰ ভোলাগুৰি বাগিচাত থাকিবলৈ লয়। সেই সময়ত আন্দোলনৰ তীব্ৰতা কিছু মন্থৰ হোৱাত তেওঁ সংস্কৃতি চৰ্চাত পুনৰ নামি পৰে। গান, নাটক, প্ৰবন্ধ, কবিতা আদি লিখি অসমীয়া সাহিত্য সংস্কৃতিলৈ বিৰাট অৰিহণা আগবঢ়োৱাৰ পাছত তেওঁ এইবাৰ চিনেমা নিৰ্মাণৰ বাবে প্ৰস্তুতি চলায়। অসমীয়া জাতিৰ ঐতিহ্যৰ গৌৰৱত গৌৰৱী যিগৰাকী জ্যোতিপ্ৰসাদে ১৪ বছৰ বয়সতে তেওঁৰ প্ৰথম নাটক 'শোণিত কুঁৱৰী' লিখিছিল, সেই জ্যোতিয়েই তেওঁৰ কথাছবিৰ বিষয়বস্তু হিচাপে ল'লে দেশ তথা স্বামীৰ স্বাৰ্থত 'জয়মতী'য়ে কৰা মহান স্বাৰ্থত্যাগক। কোনো ধৰণৰ যন্ত্ৰপাতিৰ সুবিধা নথকা সেই সময়ৰ নিৰক্ষৰ অসমৰ ভোলাগুৰিৰ দৰে ঠাইত 'চিত্ৰবন' নামেৰে ষ্টুডিঅ' নিৰ্মাণ কৰি, বহু আলৈ-আহুকালৰ মাজেৰে 'জয়মতী'ৰ শ্যুটিং কৰি ১৯৩৫ চনত ছবিখনৰ মুক্তি দিছিল। সেই সময়ত শিশুৰেই হৈ থকা ভাৰতীয় ছবি জগতলৈ প্ৰথম অসমীয়া ছবি 'জয়মতী' আছিল মহত্তম দান। লাহোৰৰ পৰা কেমেৰা আদি আনি প্ৰায় ৫০ হেজাৰ টকা খৰচ কৰি নিৰ্মাণ কৰা এই 'জয়মতী' মুক্তি পাইছিল '৩৫ চনৰ ১০ মাৰ্চত কলিকতাৰ 'ৰাউনাক মহল' চিনেমা হলত। সেই সময়ৰ বিখ্যাত ছবি 'অচ্যুত কন্যা' (হিমাংশু ৰায়, ১৯৩৫) আৰু 'দেৱদাস' (প্ৰমথেশ বৰুৱা, ১৯৩৬)ৰ ভাব-ভাষা, টেকনিক আদিৰ স'তে সহজেই ফেৰ মাৰিব পৰা 'জয়মতী'খনৰ সম্পৰ্কে জ্যোতিপ্ৰসাদে 'অসমৰ ফিল্ম শিল্প...' নামৰ নিবন্ধত লিখিছে-'....মই জয়মতী ছবিখন আৰু তাৰ অভিনেতাক বাস্তৱিক দৃষ্টিৰে পৰিচালনা কৰিছো- যিটো সকলো ইংৰাজ, মাৰ্কিন, ৰুছীয়া প্ৰথম শ্ৰেণী ফিল্মৰ লক্ষণ। সেই কাৰণে মোৰ জয়মতীয়ে ৰাজসভাত বক্তৃতা দি আন ঠাইত নানা ভাবপ্ৰৱণ বক্তৃতাৰে গোৰোহণি মৰা নাই...। নীৰৱতাহে অসমীয়া চৰিত্ৰৰ প্ৰধান লক্ষণ। সেই লক্ষণ জয়মতী চৰিত্ৰত মই পৰিস্ফুট কৰিবলৈ চেষ্টা কৰিছো।' জয়মতীৰ চাৰি বছৰৰ পাছতেই জ্যোতিপ্ৰসাদে নিৰ্মাণ কৰিছিল তেওঁৰ দ্বিতীয় ছবি 'ইন্দ্ৰ মালতী' (১৯৩৯)। মাথো ছবি নিৰ্মাণৰ কামতেই ব্যস্ত নাথাকি অসমত স্থায়ী চলচ্চিত্ৰ গৃহ নিৰ্মাণ কৰি সমগ্ৰ পৃথিৱীত শ্ৰেষ্ঠতম মিডিয়াৰ ৰূপত প্ৰকাশ লাভ কৰা এই 'চিনেমা শিল্প'ৰ প্ৰকৃত ৰূপ ৰাইজক অৱগত কৰাৰব বিচাৰিছিল আৰু তাৰ বাবেই ১৯৩৬-৩৭ চনত নিৰ্মাণ কৰি উলিয়াইছিল তেজপুৰৰ ঐতিহ্যমণ্ডিত 'জোনাকী' চিনেমা গৃহ। সেই সময়ছোৱাতে জ্যোতিপ্ৰসাদে বিষ্ণু ৰাভাৰে লগ লাগি কলিকতাত জয়মতী আৰু শোণিত কুঁৱৰী নাটক ৰেকৰ্ডিং কৰে। ১৯৩৬ চনতেই জ্যোতিপ্ৰসাদে তেওঁৰ জীৱন যুঁজৰ লগৰী দেৱযানী ভূঞাক বিয়া কৰায় আৰু কালক্ৰমত দুজন পুত্ৰ আৰু পাঁচগৰাকী কন্যাৰ জনক হয়। ৰাজনৈতিক আৰু সাংস্কৃতিক আন্দোলনৰ এগৰাকী মুখ্য কৰ্মী হৈয়ো নিজৰ সংসাৰৰ দিশতো তেওঁ সততে তীক্ষ্ণ দৃষ্টি ৰাখিছিল।

অসমত এখন বিশ্ববিদ্যালয় স্থাপনৰ বাবেও তেওঁ সৰব প্ৰচাৰ চলাইছিল। এই বিশ্ববিদ্যালয়ৰ স্থাপত্যৰ আৰ্হিও তেওঁ নিজে প্ৰস্তুত কৰিছিল আৰু চৰকাৰৰ হাতত অৰ্পণ কৰিছিল। ১৯৪০ চনত জ্যোতি প্ৰসাদে 'তেজপুৰ সঙ্গীত মহাবিদ্যালয়' প্ৰতিষ্ঠা কৰিছিল।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত তেওঁ ইংৰাজ চৰকাৰৰ বিৰুদ্ধে মৰণপণ যুঁজ দিছিল। বিয়াল্লিছৰ আন্দোলনৰ সময়ত তেওঁ কংগ্ৰেছ শান্তি বাহিনীৰ অধিনায়ক হিচাপে নিৰ্বাচিত হৈছিল। আন্দোলনৰ এবছৰ পূৰ্বেই তেওঁ নিজে উদ্যোগ লৈ কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনী গঠন কৰিছিল। ইটালীৰ 'গেৰিবল্ডী'ৰ আৰ্হিত বাছকবনীয়া সেনাদল গঠন কৰি আন্দোলন চলাই নিয়াৰ কামত আগবাঢ়িছিল। ফলত ইংৰাজ চৰকাৰে তেওঁক গ্ৰেপ্তাৰ কৰিব বিচাৰে আৰু তেওঁ আন্দোলনৰ প্ৰচাৰ কাৰ্যত সুবিধাৰ বাবে কলিকতালৈ গৈ আত্মগোপন কৰিছিল। সেই সময়তে মহাত্মা গান্ধীয়ে নিৰ্দেশ দিছিল যে প্ৰকৃত কোনো সত্যাগ্ৰহীয়ে আত্মগোপন কৰি থকা উচিত নহয়। ১৯৪৩ চনৰ আগষ্ট মাহত মহাত্মাৰ আদেশ শিৰোধাৰ্য কৰি জ্যোতিপ্ৰসাদে গ্ৰেপ্তাৰ বৰণ কৰে, অৱশ্যে উপযুক্ত প্ৰমাণৰ অভাৱত তেওঁ তৎকালেই খালাচ পায়। ১৯৪৪ চনত ইতিমধ্যে বন্ধ হোৱা 'দৈনিক অসমীয়া' কাকতখন পুনৰ প্ৰকাশ কৰি সম্পাদক হিচাপে সাত মাহ কাল কাকতখন চলাই যায়, যদিও স্বাস্থ্য ভাঙি পৰাত কাকতৰ কাম এৰি থৈ ডিব্ৰুগড়ত তামোলবাৰী বাগিচাত থাকিবলৈ লয়।

১৯৪৮ চনত প্ৰতিষ্ঠিত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ কামতো জ্যোতিপ্ৰসাদে দেহে-কেহে খাটিছিল। ১৯৩৫ চনত নিৰ্মিত 'জয়মতী' ছবিৰ বহু শব্দ অস্পষ্ট হোৱাত ১৯৪৯ চনত সেইখিনি অংশ পুনৰ ৰেকৰ্ডিং কৰিবলৈ কলিকতালৈ গৈছিল যদিও ভাগি পৰা স্বাস্থ্যৰ বাবে সেই কাম সম্পূৰ্ণ নহ'ল। তেজপুৰৰ 'বাণ থিয়েটাৰ' প্ৰতিষ্ঠাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা জ্যোতিপ্ৰসাদ পাছৰছোৱা কালত বাওঁপন্থী আদৰ্শৰ প্ৰতি অনুপ্ৰাণিত হৈছিল আৰু অসমত ভাৰতীয় গণনাট্য সংঘৰ শাখা স্থাপন কৰাত আগভাগ লৈছিল। এই গণনাট্য সংঘৰ তেখেতে সভাপতি আৰু হেমাঙ্গ বিশ্বাসে সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি অসমত প্ৰগতিশীল সংস্কৃতিক আগুৱাই নিয়াৰ বাবে বিশেষ যত্ন কৰিছিল।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱন আছিল যথেষ্ট চুটি। কিন্তু জীয়াই থকা ক্ষন্তেকীয়া কালতেই তেওঁ দেশৰ-জাতিৰ বাবে যি কাম কৰি গ'ল, সেই সকলোবোৰ ইয়াত সন্নিবিষ্ট কৰাটো সম্ভৱ নহয়। বহু গীত লিখা জ্যোতিপ্ৰসাদৰ সাহিত্য ক্ষেত্ৰত অবদানো যথেষ্ট। তেওঁৰ গল্প আৰু উপন্যাসধৰ্মী ৰচনাসমূহ হ'ল ৰূপহী, সন্ধ্যা, বগীতৰা-সোণতৰা, সোণটিৰ অভিমান, যুঁজাৰু, প্ৰত্নতাত্ত্বিকৰ কলা ঘুমটি, আমাৰ গাওঁ, সতীৰ সোঁৱৰণি আদি। তেখেতৰ প্ৰবন্ধ সমূহৰ ভিতৰত নতুন পূজা, অসমীয়া সংস্কৃতি, মহাত্মা গান্ধীৰ জীৱন সোঁৱৰণী, শিল্পীৰ পৃথিৱী, আইদেউৰ জোনাকী বাট, পোহৰ, অসমীয়া সংগীতৰ ধাৰা, অসমত ফিল্ম শিল্প গঢ়াত অসমীয়া দৰ্শকৰ দায়িত্ব, প্ৰগজ্যোতিকা, তৰুণ তৰ্পণ, বেজবৰুৱাৰ প্ৰতিভা, বিয়াল্লিছৰ কাহিনী, নতুন দিনৰ কৃষ্টি, অসমীয়া স্থাপত্যৰ নৱৰূপ আদি উল্লেখযোগ্য। তদুপৰি শোণিত কুঁৱৰী, কাৰেঙৰ লিগিৰী, ৰূপালীম, নিমাতী কইনা, লভিতা আদি নাটক, গীতি ৰামায়ণ নামৰ শিশু গ্ৰন্থ, চন্দ্ৰকুমাৰ আগৰৱালাৰ জীৱনী, লুইতৰ পাৰৰ অগ্নিসুৰ নামৰ কবিতা সংকলন আদিৰ নাম ল'ব পাৰি।

পিত্তৰ ৰোগ আৰু যক্ষ্মা ৰোগত জ্যোতিপ্ৰসাদ পূৰ্বৰে পৰা আক্ৰান্ত হৈছিল; কিন্তু ১৯৫০ চনত ডাক্তৰে যেতিয়া ঘোষণা কৰিলে যে ৰূপকোঁৱৰৰ কেন্সাৰ হৈছে, তেতিয়া সঁচাই জ্যোতিপ্ৰসাদৰ অনুৰাগীসকলৰ মূৰত সৰগ ভাঙি পৰিল। ইতিমধ্যে '৪৯ চনত পত্নী দেৱযানীৰ পৰলোক প্ৰাপ্তি ঘটিছিল। জ্যোতিক ছিলঙৰ বেলছ মিছন হাস্পাতালত ভৰ্তি কৰোৱা হ'ল। কিন্তু চিকিৎসা শাস্ত্ৰই নিয়তিক বাধা দিব নোৱাৰিলে। ১৯৫১ চনৰ ১৭ জানুৱাৰীত মাথো ৪৮ বছৰ বয়সতে এইজনা মহান প্ৰতিভাধৰ অসমীয়াই ছিলঙত ইহলীলা সম্বৰণ কৰিলে।



(২৯)

# ভীমবৰ দেউৰী

ভীমবৰ দেউৰী আছিল অসমৰ জনজাতিসকলৰ বাবে অহৰহ কাম কৰা এগৰাকী ৰাজনীতিক। 'অসম ট্ৰাইবেল লীগ'ৰ প্ৰতিষ্ঠাতা এইগৰাকী ব্যক্তিক 'জননেতা' আখ্যা দি লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে কৈছিল-'বহুতো আমাৰ মাজৰ নেতাই ভীমবৰ দেউৰীক জাতিগত নেতা বুলি ক'ব খোজে, কিন্তু স্বৰ্গীয় ভীমবৰ দেউৰী সমগ্ৰ অসমবাসী তথা ভাৰতবৰ্ষৰ বাবে প্ৰকৃত বন্ধু বা জননেতাহে আছিল।' গোপীনাথ বৰদলৈৰ মতে, অহৰহ অসমীয়া ভাষাৰ কথা চিন্তা কৰা এগৰাকী ব্যক্তিয়ে অসমীয়া ভাষাক ৰাজ্য চৰকাৰে ৰাজ্যভাষা হিচাপে লিপিবদ্ধ কৰাৰ সময়ত চৰকাৰক সকলো ধৰণে সহায় কৰিছিল। অসমৰ থলুৱা লোকসকলেহে যাতে সকলো ধৰণৰ সা-সুবিধা লাভ কৰে আৰু অন্যসকল সুবিধা লাভৰ পৰা বঞ্চিত হয়, সেই দিশত তীক্ষ্ণ নজৰ ৰাখিছিল ভীমবৰ দেউৰীয়ে। এই বিষয়ত এক আঁচনি যুগুত কৰি সেয়া কাৰ্যকৰী কৰাৰ বাবে সকলো ধৰণেৰে চেষ্টা চলাইছিল। সেই আঁচনি অনুসৰি (১) সাৰ্বজনীন কংগ্ৰেছৰ নামত অসমৰ বহিৰাগতৰ সহায়ত মুষ্টিমেয় বৰ্ণহিন্দুৱে যাতে নিজৰ ক্ষমতাৰে কোনো ধৰণৰ স্বেচ্ছাচাৰিতা কৰিব নোৱাৰে তাৰ প্ৰতি দৃষ্টি ৰখা। (২) ছাৰ চৈয়দ ছাদুল্লাই যাতে বাহিৰৰ পমুৱা মুছলমানক আনি অসমৰ ভূমিখণ্ড অবাধভাৱে দখল কৰিব নোৱাৰে, তাৰ প্ৰতি সচেষ্ট থকা।... ছাদুল্লাৰ দ্বিতীয়খন মন্ত্ৰীসভাৰ বনমন্ত্ৰী হিচাপে কাৰ্যনিৰ্বাহ কৰা এইগৰাকী ব্যক্তিয়ে সকলো কথাই নিৰ্মোহভাৱে চালি-জাৰি চাইহে কাম কৰিছিল।

অসমৰ সকলো থলুৱা জনগোষ্ঠীৰে সম বিকাশ, সমৰাজনৈতিক অধিকাৰ, সামাজিকভাৱে সমমৰ্যাদা দাবী কৰা বিশিষ্ট অসমীয়া ভীমবৰ দেউৰীৰ জন্ম ১৯০৩ চনত শিৱসাগৰ জিলাৰ পানীদিহিং মৌজাৰ বৰগএগ্ৰা দেউৰী গাঁৱত। পিতৃ গদাৰাম দেউৰী আৰু মাতৃ ৰাজং দেউৰী। প্ৰাথমিক বিদ্যালয়ত থকা কালৰে পৰা সদায়েই পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰা ভীমবৰ দেউৰীয়ে ১৯২৩ চনত শিৱসাগৰ চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত ১৯২৭ চনত কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লৈ ১৯২৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আইনৰ ডিগ্ৰী লাভ কৰে। সেই সময়তে তেওঁ কলিকতা বিশ্ববিদ্যালয়ত এম এ পঢ়ি আছিল যদিও পঢ়া-শুনা আধাতে এৰি ঘৰলৈ উভতি আহে। স্বাধীনতা আন্দোলনতো সামান্য আগভাগ লোৱা ভীমবৰ দেউৰীয়ে ১৯৩২ চনৰ পৰা ডিব্ৰুগড় কাছাৰীত ৰায়বাহাদুৰ সদানন্দ দুবৰাৰ অধীনত ওকালতি কৰিবলৈ লয়। চোকা বুদ্ধিৰ দেউৰীয়ে কম দিনৰ ভিতৰতে ওকালতি ব্যৱসায়ত যথেষ্ট সফলতাৰ মুখ দেখে।

কিন্তু মাথো ওকালতিতে আবদ্ধ নাথাকি তেওঁৰ চিন্তা-চৰ্চাই ৰাজনৈতিক ক্ষেত্ৰতো ব্যাপ্তি লাভ কৰে। বিশেষকৈ অসমৰ ভূমিপুত্ৰ জনজাতিসকল উচ্চ সম্প্ৰদায়ৰ পৰা পৰোক্ষভাৱে শোষিত আৰু তেওঁলোকে কোনো বিশেষ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক মৰ্যাদা লাভ কৰিবলৈ সক্ষম নোহোৱা দেখি ভীমবৰ দেউৰীয়ে অত্যন্ত দুখ পাইছিল। তেওঁৰ চেষ্টাতেই ১৯৩৩ চনত 'অসম ট্ৰাইবেল লীগ' গঠিত হয় আৰু ৰহাত অনুষ্ঠিত লীগৰ প্ৰথমথন অধিবেশনত ৩০ বছৰীয়া যুৱক ভীমবৰক 'সাধাৰণ সম্পাদক' হিচাপে নিৰ্বাচিত কৰা হয়। তেতিয়াৰ পৰা ১৯৪৫ চনলৈ অৰ্থাৎ ১২ বছৰ ধৰি ভীমবৰ দেউৰী এই পদতেই আছিল।

আহোম লীগ, মুছলিম লীগ আদিৰ দৰেই ট্ৰাইবেল লীগৰ ভূমিকাও অসমৰ ৰাজনীতিত সুদূৰ প্ৰসাৰী আছিল। বড়ো, কছাৰী, ৰাভা, দেউৰী, কাৰ্বি, খাচী, লালুং, মিচিং আদি বিভিন্ন জনগোষ্ঠীৰ বছা বছা লোকেৰে পৰিচালিত 'অসম ট্ৰাইবেল লীগ'ৰ নেতৃত্ব দিছিল ভীমবৰ দেউৰী আৰু ৰূপনাথ ব্ৰহ্মাই।

এইখিনিতে অসমৰ জনজাতিসকলৰ অবিসম্বাদী নেতা ৰূপনাথ ব্ৰহ্মাৰ বিষয়ে কিছু কথা উল্লেখ কৰাটো সমীচীন হ'ব। ১৯০২ চনৰ ১৫ জুনত কোকৰাঝাৰৰ ওচৰৰ ঔৰাবাৰী গাঁৱত জন্মগ্ৰহণ কৰা ৰূপনাথ ব্ৰহ্মা আঢ্যবন্ত পৰিয়ালৰ সন্তান। পিতৃ ধ্বজেন্দ্ৰ নাথ নাজৰী আৰু মাতৃ খাদৈমেশ্ৰী। ৰূপনাথৰ বয়স এবছৰ নৌহওঁতেই মাতৃৰ মৃত্যু ঘটিছিল। মাহী মাকৰ যত্নত ডাঙৰ-দীঘল হোৱা ৰূপনাথৰ পৰিয়ালে তেওঁৰ কন্যাৱস্থাতে কালীচৰণ ব্ৰহ্মা প্ৰচাৰিত ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল। কোকৰাঝাৰৰ প্ৰাথমিক বিদ্যালয়ৰ পৰা প্ৰাথমিক শিক্ষা সাং কৰি ৰূপনাথে ধুবুৰী হাইস্কুলত পঢ়া-শুনা কৰে আৰু তাৰ পৰাই ১৯২১ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত কটন কলেজত পঢ়া-শুনা কৰি ১৯২৫ চনত স্নাতক উপাধি লাভ কৰে। তাৰ পাছত কলিকতাৰ পৰা ওকালতিৰ ডিগ্ৰী লয় যদিও এম এ পঢ়া অৰ্ধ সমাপ্ত হৈ ৰয়। বড়ো জনজাতিসকলৰ প্ৰথম বি এ আৰু বি এল ৰূপনাথ ব্ৰহ্মাই ধুবুৰীত ওকালতি কৰে আৰু সেই সময়তে ৰাজনীতিৰ পথাৰখনত আৰম্ভ হয় তেওঁৰ বিচৰণ। ধুবুৰীত লোকেল ব'ৰ্ডৰ সদস্য হিচাপে ৰাজনীতিৰ পথাৰত নামি পৰা ৰূপনাথ ব্ৰহ্মাই ১৯৩৩ চনত ভীমবৰ দেউৰীৰ স'তে লগ লাগি 'অসম ট্ৰাইবেল লীগ' গঠন কৰে। জনজাতীয় সমাজৰ উন্নতিকল্পে অহৰহ চিন্তা কৰা ৰূপনাথ ব্ৰহ্মাই ১৯৩৭ চনৰ বিধানসভা নিৰ্বাচনত বিনা প্ৰতিদ্বন্দ্বিতাৰে ধুবুৰীৰ পৰা জয়লাভ কৰে আৰু চৈয়দ ছাদুল্লা মন্ত্ৰীসভাৰ সদস্য হয়। তাৰ পাছত ১৯৩৮ চনত গোপীনাথ বৰদলৈ নেতৃত্বাধীন চৰকাৰৰ মন্ত্ৰী হয়। পুনৰ ছাদুল্লা আৰু বৰদলৈ মন্ত্ৰীসভাৰ সদস্য হয়। বিষ্ণুৰাম মেধি আৰ বিমলা প্ৰসাদ চলিহা মন্ত্ৰীসভাৰো সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰা ৰূপনাথ ব্ৰহ্মা ১৯৬৭ চনলৈকে অসমৰ স্বাস্থ্য, বন, যোগান, আইন, জেইল আদি বিভিন্ন বিভাগৰ মন্ত্ৰিত্বৰ দায়িত্বত আছিল। অসমৰ জনজাতিসকলৰ আশা-আকাংক্ষাৰ প্ৰতীক এইজনা ব্যক্তিৰে জ্যেষ্ঠা কন্যা কমলাৱতী ব্ৰহ্মাক ১৯৪০ (!) চনত ভীমবৰ দেউৰীয়ে বিয়া কৰাইছিল। ১৯৬৭ চনত ৰাষ্ট্ৰীয় ৰাজনীতিত ৰূপনাথ ব্ৰহ্মাই প্ৰৱেশ কৰিছিল সংসদ সদস্য হিচাপে।

অৱশ্যে এই পদত কাৰ্যনিৰ্বাহ কৰা এবছৰ নৌহওঁতেই ১৯৬৮ চনৰ ২৩ জানুৱাৰীত ৰূপনাথ ব্ৰহ্মাই ইহলীলা সম্বৰণ কৰে।

অসমৰ থলুৱা জনগোষ্ঠীসমূহক একত্ৰিত কৰি তেওঁলোকৰ আশা-আকাংক্ষাক বাস্তৱত ৰূপ দিয়াৰ ক্ষেত্ৰত আগভাগ লোৱা ভীমবৰ দেউৰীয়ে প্ৰাথমিক শিক্ষাৰ বহল প্ৰচাৰ, স্বাস্থ্যৰ উন্নতিৰ বাবে গাঁৱে গাৱেঁ স্বাস্থ্যকেন্দ্ৰ খোলা, প্ৰাপ্য দাবী আদায় কৰিব পৰাকৈ জনজাতিসকলক সচেতন কৰা আদি কামেৰে অসমৰ সামাজিক জীৱনলৈ জনজাগৰণ আনিব বিচাৰিছিল আৰু এই ক্ষেত্ৰত তেওঁ সফলো হৈছিল। কৃষি খণ্ডৰ উন্নতিৰ জৰিয়তেই অসমীয়া দৰিদ্ৰ ৰাইজৰ উন্নতি হ'ব পাৰে বুলি বিশ্বাস কৰা ভীমবৰ দেউৰীয়ে ক্ষোভ প্ৰকাশ কৰি কৈছিল-'আমাৰ মানুহৰ হাতত মাত্ৰ খেতিটোহে আছে, খেতিৰ দ্বাৰা উৎপন্ন বস্তুবিলাক বজাৰত বিক্ৰীৰ উপযোগী কৰা শিল্প আৰু বেপাৰ-বাণিজ্য আনৰ হাতত আছে। খেতিয়কৰ সংঘবদ্ধতা নথকা কাৰণে আৰু গভৰ্ণমেণ্টেও তেওঁলোকৰ ব্যৱসায়ৰ অৱস্থালৈ নোচোৱাৰ কাৰণে তেওঁলোকৰ পৰিশ্ৰমৰ গোটেই লাভাংশ বিদেশী ব্যৱসায়ীসকলৰ মালিকসকলে কাঢ়ি লয়।' দৰিদ্ৰ খেতিয়কৰ শ্ৰমৰ অংশ কাঢ়ি নি যাতে ব্যৱসায়ীসকল অধিক লাভান্বিত হ'ব নোৱাৰে, তাৰ প্ৰতি অহৰহ তীক্ষ্ণ দৃষ্টি আছিল ভীমবৰ দেউৰীৰ।

ট্ৰাইবেল লীগৰ যোগেদি জনজাতিসকলৰ বাবে ভূমি সংৰক্ষণ. লোকসভা-বিধানসভা আৰু চৰকাৰী সমিতি সমূহত আসন সংৰক্ষণ, উচ্চ শিক্ষা আৰু চৰকাৰী চাকৰিৰ বাবে আসন সংৰক্ষণ আদিৰ ব্যৱস্থা যাতে চৰকাৰীভাৱে প্ৰয়োগ কৰা হয়, তাৰ বাবে তেওঁ অহৰহ চেষ্টা চলাই গৈছিল। ভীমবৰ দেউৰীৰ এই চেষ্টাৰ ফলতেই পাছত ভাৰতৰ সংবিধানত এনে ধৰণৰ সংৰক্ষণ ব্যৱস্থা আৱদ্ধ হৈছিল।

ট্ৰাইবেল লীগৰ সমৰ্থন লাভ কৰি ১৯৩৭ চনত চৈয়দ ছাদুল্লাই অসমত প্ৰথমখন চৰকাৰ গঠন কৰিছিল। কিন্তু ছাদুল্লা চৰকাৰৰ যেতিয়া পতন ঘটে তেতিয়া ট্ৰাইবেল লীগেই গোপীনাথ বৰদলৈ নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰক সমৰ্থন দিছিল। এই সমৰ্থনৰ মূলতে আছিল জনজাতীয়সকলৰ স্বাৰ্থ ৰক্ষা। এই সমৰ্থন দিয়াৰ ক্ষেত্ৰত ভীমবৰ দেউৰীয়ে সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতি অবলম্বন কৰিছিল। চৰকাৰ গঠনৰ বাবে যেতিয়া ছাদুল্লা আৰু বৰদলৈয়ে ট্ৰাইবেল লীগৰ সমৰ্থন বিচাৰিছিল, তেতিয়া দেউৰীয়ে এই দুয়োজন নেতাকে প্ৰস্তাৱ দিছিল যে ট্ৰাইবেল লীগৰ বিশেষ অধিবেশন অনুষ্ঠিত কৰা হ'ব আৰু তাত শ্ৰোতা হিচাপে থকা জনজাতীয় ৰাইজৰ সন্মুখত বৰদলৈ আৰু ছাদুল্লা ডাঙৰীয়াই নিজা বক্তব্য দাঙি ধৰিব। জনজাতীয় সকলৰ বাবে তেওঁলোকৰ চৰকাৰে কি আঁচনি ল'ব, সেই কথা তেওঁলোকে প্ৰকাশ কৰিব লাগিব আৰু সেই অনুসৰি ৰাইজে বিচৰা দলক চৰকাৰ গঠনৰ বাবে লীগে সমৰ্থন দিব। সেইবাবে ছাদুল্লা আৰু বৰদলৈ, এই দুয়োগৰাকীয়ে নেতৃত্ব দিয়া চৰকাৰত অংশগ্ৰহণ কৰিলেও ট্ৰাইবেল লীগে নিজৰ পদ্ধতিৰেই কাম কৰিছিল আৰু জনজাতিসকলৰ স্বাৰ্থ সুৰক্ষিত কৰাৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল। বিভিন্ন সভা-সমিতিত বক্তা হিচাপে যোগদান কৰি ভীমবৰ দেউৰীয়ে প্ৰায়েই কৈছিল-'মোৰ জীৱনৰ উদ্দেশ্য সুকীয়া, ইংৰাজী পঢ়ি চাকৰি কৰা বা ধন ঘটা

নহয়। মোৰ জাতিৰ, মোৰ ওপজা ঠাইৰ গাঁৱলীয়া খেতিয়ক সম্প্ৰদায় আৰু জননী অসমৰ উন্নতি কল্পে কাম কৰি যোৱাহে মোৰ লক্ষ্য।' প্ৰাক স্বাধীনতা যুগৰে পৰা অসমৰ খেতিয়কসকলক তেওঁ বিজ্ঞানসম্মত কৃষি পদ্ধতি অবলম্বন কৰিবলৈ আহ্বান জনাইছিল। মাথো ধান খেতিকে কৰি জীৱিকা নিৰ্বাহ কৰা অসমৰ দৰিদ্ৰ খেতিয়কসকলক চাহ আৰু ৰবৰৰ খেতি কৰিবলৈকো তেওঁ উদগনি দিছিল আৰু সেই মতে কাম কৰাত যাতে সুবিধা হয়, সেই অনুসৰি অসমৰ ৰাজহ, বন, উদ্যোগ আৰু শ্ৰম আইনসমূহো কৃষক ৰাইজৰ স্বাৰ্থত ব্যৱহাৰ কৰিব পৰাকৈ গঢ় দিয়াৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল।

লোকপিয়লৰ ক্ষেত্ৰতো অসমৰ থলুৱা জনজাতিসকলক নিজৰ পৰিচয় সুৰক্ষিত কৰি ৰাখিবলৈ দিয়া নাছিল এক বিশেষ চক্ৰই। বহুতো জনজাতি লোকৰ নামৰ লগত মাথো হিন্দু পৰিচয় দি সেয়া লোকপিয়ল আৰু ভোটাৰ তালিকাসমূহত অন্তৰ্ভুক্ত কৰা হৈছিল, যাৰ ফলত অসমত প্ৰকৃততে জনজাতিৰ সংখ্যা কিমান, সেই কথা জনাৰ কোনো সুযোগ নাছিল। এনেবোৰ কাৰ্যৰ যোগেদি কংগ্ৰেছৰ বৰ্ণহিন্দু সম্প্ৰদায় আৰু মুছলিম লীগৰ নেতা কেইজনমানে নিজৰ ৰাজনৈতিক ভৱিষ্যতৰ পথ সুচল কৰি লৈছিল। ভীমবৰ দেউৰীয়ে এই কথা গভীৰভাৱে উপলব্ধি কৰি বক্তব্য প্ৰকাশ কৰিছিল যে জনজাতিসকলক প্ৰকৃত পৰিচয়ৰ পৰা বঞ্চিত কৰি তেওঁলোকৰ ক্ষিপ্ৰ উন্নতিৰ ক্ষেত্ৰত বাধা প্ৰদান কৰি অহা হৈছে। এই খিলঞ্জীয়া জনগোষ্ঠীসমূহক কেৱল হিন্দু বুলি পৰিচয় দিয়া কাৰ্যই অসমৰ বহিৰাগত সকলকো সাঙুৰি বৃহৎ হিন্দু প্ৰদেশৰ জন্ম দি মুনাফা লাভৰ চক্ৰান্তত এচাম নেতাই অৰিহণা যোগোৱা বুলি দেউৰীয়ে অভিযোগ কৰিছিল। তদুপৰি বাহিৰৰ পৰা মুছলমানৰ আমদানি কৰি মুছলমান প্ৰদেশ হিচাপে মুছলিম লীগৰ নেতাসকলে অসমক চিহ্নিত কৰিব বিচৰা বুলিও দেউৰীয়ে অভিযোগ কৰিছিল। সেইবাবে '৩১ চনৰ লোকপিয়ল আৰু তাৰ পাছৰ ভোটাৰ তালিকাৰ তীব্ৰ বিৰোধিতা কৰি ১৯৩৮ চনৰ ১০ ছেপ্টেম্বৰত তেতিয়াৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰে স'তে দেউৰীয়ে চুক্তি কৰিছিল যে অসমৰ সকলো থলুৱা লোকক নিজা ধৰ্ম আৰু জাতিৰে পৰিচয় দিবলৈ অধিকাৰ দিয়া হওক। '৪১ চনৰ লোকপিয়লত জনজাতিসকলে নিজকে জনজাতি বুলি পৰিচয় দিছিল। সেই অনুসৰি ভূমি সংৰক্ষণৰ ব্যৱস্থা কৰিও জনজাতিসকলৰ স্বাৰ্থ সুৰক্ষিত ৰখা হৈছিল।

১৯৩৯ চনত ভীমবৰ দেউৰী অসম ব্যৱস্থাপক সভালৈ মনোনীত হৈছিল। এই ব্যৱস্থাপক সভা (বিধানসভা)ৰ সদস্য হিচাপে তেওঁ চৈয়দ ছাদুল্লা মন্ত্ৰীসভাত বন বিভাগৰ মন্ত্ৰীৰ দায়িত্বও লাভ কৰিছিল। অসমৰ খিলঞ্জীয়া লোক আৰু জনজাতিসকলৰ সুৰক্ষাৰ বাবে অহৰহ কাম কৰা এইজনা ব্যক্তিয়ে গোটেই বৰ অসমখনতেই 'ইনাৰ লাইন' প্ৰথাটো কাৰ্যকৰী কৰিবলৈ দাবী জনাই আহিছিল। অসমৰ ভৱিষ্যৎ বংশধৰৰ অস্তিত্বলৈ যাতে কোনো ধৰণৰ ভাবুকি নাহে, তাৰ বাবে এই 'ইনাৰ লাইন' ব্যৱস্থাটো আছিল অতি জৰুৰী। দুখৰ বিষয় অৰুণাচল, মণিপুৰ, নগালেণ্ড, মিজোৰাম আদি ৰাজ্যই এই 'ইনাৰ লাইন' ব্যৱস্থা কাৰ্যকৰী কৰিলে, কিন্তু এই প্ৰথাটোৱে অসমৰ ক্ষিপ্ৰ

উন্নতিত বাধা প্ৰদান কৰিব বুলি মুছলিম লীগ আৰু কংগ্ৰেছে ইয়াৰ বিৰোধিতা কৰিলে। এই ব্যৱস্থা কাৰ্যকৰী কৰা হ'লে আজিৰ দৰে ভয়াবহ বিদেশীৰ সমস্যাত অসমবাসীয়ে নুভুগিলেহেঁতেন আৰু এচাম ক্ষমতাখোৰ ৰাজনীতিকে ইয়াৰে চেলু লৈ জাতি ধ্বংস কাৰ্যসূচীও তৈয়াৰ কৰিব নোৱাৰিলেহেঁতেন। ইনাৰ লাইনৰ কাৰ্যকৰীতাৰ বাবে অৱশ্যে দেউৰী লাগিয়েই আছিল। চৈয়দ ছাদুল্লা মন্ত্ৰীসভাৰ কাৰ্যকালত ১৯৪০-৪৬ চনত এই লাইন চিষ্টেমৰ ক্ষেত্ৰত চৰকাৰে একো কামেই কৰা নাই বুলি ভৱিষ্যতৰ ভয়াবহতাৰ বিষয়ে অনুভৱ কৰি ভীমবৰ দেউৰীয়ে বিধানসভাৰ মজিয়াত কৈছিল -'I must with all emphasis at my command say that this issue should no longer be postponded. It must be solved immediately. The policy of drift and in action so long adopted by sir sadula's Successive Government could not be justified. Such drift and delay could nothing but encourage hordes of immigrants and make the solution of the problem more and more difficult.' (P-103-104 of Assam Legislative Council Debate-1945 at Shillong.) অসমৰ শিক্ষা আৰু সাহিত্য জগতখনৰ উত্তৰোত্তৰ উন্নতি কামনা কৰা এইগৰাকী ব্যক্তিয়ে ১৯৩৩ চনতে অসম সাহিত্য সভাৰ 'আজীৱন সদস্য' পদ গ্ৰহণ কৰিছিল। অসমৰ সকলো অঞ্চলতে শিক্ষাৰ পূৰ্ণ বিকাশ হোৱাৰ লগতে উচ্চ শিক্ষাৰ বাবে ৰাজ্যখনত এখন বিশ্ববিদ্যালয়ৰ প্ৰয়োজনীয়তাৰ বিষয়ে অহৰহ চিন্তা কৰা ভীমবৰ দেউৰীয়ে ১৯৩৯ চনত তেওঁৰ বাজেট ভাষণত এখন বিশ্ববিদ্যালয় স্থাপনৰ বাবে সুকীয়া পুঁজিৰ ব্যৱস্থা কৰিবলৈকো চৰকাৰক পৰামৰ্শ দিছিল।

১৯৪৬ চনত গোপীনাথ বৰদলৈয়ে গঠন কৰা দ্বিতীয়খন চৰকাৰতে শ্ৰম আৰু বনমন্ত্ৰীৰ দায়িত্ব লাভ কৰিছিল ভীমবৰ দেউৰীয়ে। গ্ৰুপিং ব্যৱস্থাৰ বিৰুদ্ধে গোপীনাথ বৰদলৈয়ে যি তীব্ৰ আন্দোলন চলাইছিল, তাৰ অন্যতম সহযোগী আছিল ভীমবৰ দেউৰী। ১৯৪৬ চনত দিল্লীত অনুষ্ঠিত হৈছিল অসমক পূব, পাকিস্তানত অন্তৰ্ভুক্ত কৰাৰ বিৰুদ্ধে প্ৰতিবাদ সভা। সেই সভাত মহম্মদ আলি জিন্না আৰু জৱহৰলাল নেহৰুৰ ওচৰত প্ৰতিবাদ সাব্যস্ত কৰি দেউৰীয়ে কৈছিল যে ব্ৰিটিছ অহাৰ আগতে অসম ভাৰতৰ ভিতৰুৱা নাছিল আৰু আগৰে পৰা স্বাধীন দেশ হিচাপে অসম জাকত-জিলিকা আছিল। এটি পূৰ্ববঙ্গৰ জমিদাৰ প্ৰথাৰ দ্বাৰা নিষ্পেষিত কৃষকসকলক মাটি দিয়াৰ অজুহাতেৰে অসম পাকিস্তানৰ অঙ্গ হ'ব নোৱাৰে। মুছলমান ৰজা আৰু মোগলসকলে বহুবাৰ অসম আক্ৰমণ কৰিও অসম দেশ অধিকাৰ কৰিব নোৱাৰিলে। এতিয়া আপোনালোকে কেনেকৈ অসমক মুছলমানৰ অঙ্গৰাজ্য কৰিব? অসমখন কোনো মুছলমান বা হিন্দুৰ ৰাজ্য নহয়। ই ট্ৰাইবেলসকলৰহে। গতিকে অসম কাৰ লগত থাকিব তাৰ সিদ্ধান্ত ল'ব অসমবাসীয়ে। আমি দেহত এটোপাল তেজ থকা পৰ্যন্ত অসমক পাকিস্তানৰ অঙ্গৰাজ্য হ'বলৈ নিদিওঁ।

অসমৰ খিলঞ্জীয়া জাতি-গোষ্ঠীৰ স্বাৰ্থৰক্ষাৰ বাবে ১৯৪৫ চনৰ ২১ মাৰ্চৰ পৰা ২৩ মাৰ্চলৈ তিনিদিনীয়া কাৰ্যসূচীৰে ছিলঙত বড়ো, কছাৰী, সোণোৱাল, ৰাভা, মেছ,

লালুং, টিৱা, আহোম, চুতীয়া, নগা, মৰাণ, মটক, খামতি, দেউৰী, মিজো, কাৰ্বি, খাচী, কোচ, ৰাজবংশী, কৈবৰ্ত, নাথ, গাৰো, চিংফৌ, হিৰা, হাৰী, আদিৰ লগতে বিহাৰ, *মধ্যপ্ৰদেশ উৰিষ্যা আদি ঠাইৰ পৰা* আহি অসমত বসবাস কৰা চাহ জনজাতিসকলৰ *প্ৰতিনিধিবৰ্গৰ* উপস্থিতিত অসমৰ খিলঞ্জীয়া আৰু স্থায়ী বাসিন্দাসকলক সমন্বয়ৰ *এনাজৰীৰে* বান্ধিবৰ বাবে 'চেণ্ট্ৰেল অৰ্গেনাইজেছন অৱ আসাম ট্ৰাইবছ', আৰু 'আসাম ট্ৰাইবছ এণ্ড ৰেচেচ ফেডাৰেছন' নামেৰে দুটা সংগঠনৰ জন্ম দিছিল ভীমবৰ দেউৰীয়ে। অসমৰ সকলো পিছপৰা জনগোষ্ঠীয়ে যাতে ঐক্যবদ্ধভাৱেৰে কাম কৰি যাব পাৰে, তাৰ বাবেই এই সংগঠন দুটাৰ জন্ম তেওঁ দিছিল আৰু ভৱিষ্যৎ কাৰ্যসূচী গ্ৰহণৰ বাবে ষ্টেণ্ডিং কমিটীও গঠন কৰি দিছিল। কিন্তু ভীমবৰ দেউৰীৰ অকাল মৃত্যুৰ বাবে সংগঠন দুটা সক্ৰিয় হ'ব নোৱাৰিলে।

ভীমবৰ দেউৰীক মাথো জনজাতিসকলৰ বাবে কাম কৰা নেতা বুলি ক'লে তেওঁৰ চিন্তাধাৰাক ঠেক গণ্ডী এটাৰ ভিতৰতহে আবদ্ধ কৰি ৰখা হ'ব। তেওঁ আছিল মনে-প্ৰাণে এগৰাকী অসমীয়া আৰু বহল অৰ্থত ভাৰতীয়। ১৯৩৮ চনত 'ট্ৰাইবেল লীগ'ৰ অধিবেশনৰ মুকলি সভাত কৈছিল- 'আমি আমাৰ দুখ-দুৰৱস্থাৰ কথা কওঁতে আৰু আমাৰ দাবীবোৰক দাঙি ধৰোতে এইটো পাহৰি যোৱা উচিত নহ'ব যে আমি অসমীয়া জাতিৰ এটা অঙ্গ! সমূহ অসমীয়া জাতিৰ উন্নতি হ'লে আমাৰ অৱস্থাৰো উন্নতি ঘটিবলৈ বাধ্য । আমাৰ উদ্দেশ্য হ'ব লাগিব অসমীয়া জাতীয়তাবাদক বলীয়ান কৰি তোলা।'

দেউৰীৰ কৰ্মপন্থাক বহু নেতাই জনজাতিৰ ঠেক পৰিসৰতে আবদ্ধ কৰি ৰাখিব বিচাৰে আৰু এগৰাকী প্ৰকৃত অসমীয়া ৰাজনীতিক বুলি স্বীকৃতি দিব নিবিচাৰে। গোপীনাথ বৰদলৈয়ে এই কথাৰ বিৰোধিতা কৰি কৈছিল, 'মোৰ মনেৰে ভীমবৰ দেউৰী আচলতে অসমৰ এজন জননেতা আছিল। জীৱিত অৱস্থাত তেওঁৰ সহকৰ্মী আৰু অনুসৰণকাৰীসকলে আৰু ঠিক তেনেকৈ তেওঁৰ প্ৰতিদ্বন্দীসকলে তেওঁক পূৰ্ণমাত্ৰাই সাম্প্ৰদায়িক বা ছেকশ্যনেল নেতা বুলি প্ৰতিপন্ন কৰা চেষ্টা কৰিছিল আৰু এতিয়াও কৰি আছে। কিন্তু দেউৰীক মই যিদৰে জানিছিলো; তাৰ পৰাই মই ইয়াকে ডাঠি ক'ব পাৰো যে তেওঁ ট্ৰাইবেলৰ নেতৃত্ব কৰিলেও, তেওঁ সমস্ত অসমৰ নেতা আছিল।'

অসমীয়া সমাজৰ তৃণমূল পৰ্যায়ৰ দৰিদ্ৰ লোকৰ কথাহে চিন্তা কৰি ৰাজনীতিৰ পথাৰত ভৰি দিয়া ভীমবৰ দেউৰীৰ বিষয়ে বিষ্ণু ৰাভাই কৈছিল-'আমি যদি ভীমবৰৰ আদৰ্শাৱলী মানি নচলো, তেন্তে তেওঁৰ প্ৰতি অন্যায় কৰা হ'ব।' ৰাজনীতিক দুলাল বৰুৱাৰ ভাষণত, 'অসমৰ ৰাজনৈতিক জগতৰ যিসকল ব্যক্তিক আমি সততে শ্ৰদ্ধাৰে সোঁৱৰণ কৰা উচিত- সেইসকলৰ ভিতৰত দলিত বন্ধু ভীমবৰ দেউৰী এগৰাকী অনন্য ৰাজনীতিক।'

১৯৪৬ চনৰ ১১ ছেপ্টেম্বৰত গোপীনাথ বৰদলৈ নেতৃত্বাধীন মন্ত্ৰীসভাৰ সদস্য হিচাপে তেওঁ মাথো ছমাহমানহে কাম কৰি যাব পাৰিলে ভীমবৰ দেউৰীয়ে। কাৰণ

তেওঁ ১৯৪৭ চনৰ এপ্ৰিল মাহত শাৰীৰিকভাৱে অসুস্থ হোৱাত মন্ত্ৰিত্ব ত্যাগ কৰিলে। এই সম্পৰ্কত তেওঁৰ বক্তব্য আছিল যে মন্ত্ৰিত্ব ত্যাগ নকৰিলে চৰকাৰী খৰচেৰে চিকিৎসা কৰাব লাগিব আৰু নিজৰ চিকিৎসাৰ বাবে ৰাইজৰ টকা খৰচ কৰাটো অপৰাধ।

অসমৰ ৰাজনৈতিক জগতৰ সম্পূৰ্ণ নিষ্কলুষ এই গৰাকী নেতাই মন্ত্ৰিত্ব ত্যাগ কৰি ছিলঙতে চিকিৎসাধীন হৈ কিছুদিন থাকে। তাৰ পাছত ভালদৰে চিকিৎসা কৰাবলৈ মাদ্ৰাজলৈ যায়। মাদ্ৰাজৰ 'আৰোগ্যভৰম'ত চাৰি মাহকাল চিকিৎসাধীন হৈ থকাৰ পাছত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ তিনিমাহ মানৰ পাছতে ১৯৪৭ চনৰ ৩০ নৱেম্বৰৰ আবেলি অসমৰ ৰাজনীতিৰ এক বলিষ্ঠ আসন শূন্য কৰি থৈ ভীমবৰ দেউৰীয়ে পৰলোকলৈ গতি কৰে। মাথো ৪৪ বছৰ জীয়াই থাকি অসমৰ জনজাতিসকলৰ বাবে, বহল অৰ্থত অসমীয়াসকলৰ বাবে দেউৰীয়ে যি কৰ্ম কৰি গ'ল সেয়া তেওঁৰ উত্তৰ পুৰুষসকলে সদায়েই সোঁৱৰি থকা উচিত।



(৩০)

# প্ৰমথেশ বৰুৱা

ৰূপকথাৰ নায়ক প্ৰমথেশ বৰুৱা, যাৰ জীৱনটো আছিল চিনেমাৰ দৰেই কমেডি আৰু ট্ৰেজেদিৰ অদ্ভুত এক সমন্বয়। মুখত সোণৰ চামুচ লৈ তেওঁ জন্মলাভ কৰিছিল, কিন্তু বিষয় সম্পদৰ মোহত বন্দী হোৱা নাছিল, বৰং প্ৰেম আৰু শিল্প সাধনাৰ বাবেই যেন ত্যাগ কৰিছিল জীৱনৰ সৰ্বস্ব। গুৱাহাটীত অনুষ্ঠিত এখন ছাত্ৰ সভাত প্ৰমথেশ বৰুৱাই তেওঁৰ জীৱন-কৰ্ম আৰু শিল্পৰ বিষয়ে কৈছিল এনেদৰে- 'মই অসমৰ ৰাজনীতিত আছিলো।.. যেতিয়া স্থানীয় ৰাজনীতিক বৰ বেছি আত্মকেন্দ্ৰী পালো, তেতিয়া তাক মই পৰিত্যাগ কৰিলো। আৰ্ট তাতকৈ ভাল, আৰ্ট সাৰ্বজনীন-ইয়াত আত্মশ্লাঘাৰ ঠাই নাই; ইয়াত স্বাধীনভাবে চিন্তা কৰিব পাৰি। মই ৰাজনীতিৰ পৰা কলাৰ জগতলৈ আঁতৰি গ'লো আৰু মোৰ প্ৰদেশৰ সীমা অসমৰ পৰা বিস্তৃততৰ অঞ্চললৈ স্থানান্তৰ কৰিলো। তাৰদ্বাৰা মই যদি কিবা অপৰাধ কৰিছো, তেন্তে মই অপৰাধী। মই মোৰ গাঁৱৰ ঘৰখনক ভাল পাওঁ, মই অসমক ভাল পাওঁ। মোৰ যদি গৌৰৱ কৰিবলগীয়া কিবা আছে, তেন্তে সেই সকলোখিনি অসমৰ কাৰণেই হৈছে।...মই ভাৰতক ভাল পাওঁ, মই বিশ্বখনকে ভাল পাওঁ। মই বহল বিশ্বখন দেখিছো , বিভিন্ন জাতি-উপজাতি আৰু বিশ্বৰ বিভিন্ন সমাজ দেখিছো; আজি আমি যেতিয়া নিজকে বঙালী, অসমীয়া, বিহাৰী আদি বুলি কওঁ আৰু থলুৱা লাভালাভৰ কাৰণে পৰস্পৰে পৰস্পৰৰ ডিঙিত ৰেপ দিব খোজো, তেতিয়া এনে কাম অৰ্থহীন যেন লাগে। আমি যে মানুহ, এই কথা আমাৰ পাহৰাই দিছে আমাৰ ক্ষতিকাৰক শিক্ষাই।... মোৰ ইউৰোপ ভ্ৰমণে ভাৰতীয় সংস্কৃতি আৰু ঐতিহ্যক স্বীকৃতি দিবলৈ মোক শিকালে আৰু স্থানীয় সীমাৰেখাৰ বাহিৰলৈ মোক উলিয়াই নিলে।...'

জীৱনতে কিম্বদন্তিৰ আখ্যা পোৱা প্ৰমথেশ বৰুৱা সঁচাই অতি উদাৰ ব্যক্তি আছিল। ১৯০৩ চনৰ ১০ অ'ক্টোবৰত প্ৰমথেশ বৰুৱাৰ জন্ম হৈছিল গৌৰীপুৰত, এক আঢ্যবন্ত জমিদাৰ (ৰাজা) পৰিয়ালত। পিতৃ প্ৰভাত চন্দ্ৰ বৰুৱা আছিল এগৰাকী নিষ্ঠাবান সমাজকৰ্মী, অসম এছ'চিয়েছনৰ অন্যতম প্ৰতিষ্ঠাতা, বহু বিদ্যালয় গঢ়ি তোলোতা আৰু সমাজৰ সকলো স্তৰৰে মানুহৰ অতি প্ৰিয় ব্যক্তি। সুদক্ষ চিকাৰী এই প্ৰভাত চন্দ্ৰই নাৰী শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট কাম কৰাৰ লগতে গৌৰীপুৰত সমবায় বেংক, পুথিভঁৰাল, ক্লাব আদি গঢ়ি তুলিছিল। সঙ্গীত বিদ্যাত পাৰ্গত এইগৰাকী ব্যক্তিক কলিকতা, লক্ষ্ণৌ আদি বিভিন্ন ঠাইত অনুষ্ঠিত প্ৰতিযোগিতাত বিচাৰকৰ দায়িত্ব ল'বলৈ বিশেষভাৱে নিমন্ত্ৰণ জনোৱা হৈছিল। সাহিত্যৰ প্ৰতি আগ্ৰহ থকা এই প্ৰভাত চন্দ্ৰ বৰুৱাৰ উদ্যোগতে এবাৰ গৌৰীপুৰত উত্তৰ বঙ্গ সাহিত্য পৰিষদৰ অধিবেশনো

পতা হৈছিল। তদুপৰি প্ৰমথেশৰ মাতৃ সৰোজ বালা আছিল শংকৰদেৱৰ আদৰ্শৰে অনুপ্ৰাণিত এগৰাকী বৈষ্ণৱ পণ্ডিতৰ কন্যা। স্নেহশীলা এই গৰাকী বিদুষী মাতৃ আৰু প্ৰখ্যাত পিতৃৰ প্ৰভাৱ জ্যেষ্ঠপুত্ৰ প্ৰমথেশৰ ওপৰত নিশ্চয় পৰিছিল। সেইবাবেই সৰুৰে পৰা তেওঁ আছিল উদাৰ, দানশীল কৌতূহলপ্ৰিয় বিদোৎসাহী আৰু অতিশয় জনপ্ৰিয়।

আঢ্যৱন্ত এই জমিদাৰ পৰিয়ালৰ সন্তান প্ৰমথেশক নিজৰ প্ৰাসাদতে গৃহশিক্ষকৰ অধীনত বিদ্যাশিক্ষা দিয়া হৈছিল। বিভিন্ন বিষয়বস্তুৰ লগতে বাৰাণসীৰ পৰা ওস্তাদ আনি সৰুৰে পৰা সঙ্গীতৰ শিক্ষাও দিয়া হৈছিল। সঙ্গীতৰ প্ৰতি প্ৰমথেশৰ বিৰাট অনুৰাগ আছিল আৰু সেইবাবেই তেওঁ অতি সোনকালেই তবলা, হাৰমোনিয়াম, পিয়ানো আদি বজোৱাত পাকৈত হৈ উঠে। তাৰ লগতে তেওঁ ধ্ৰুপদী আৰু ৰবীন্দ্ৰ সংগীতৰো তীব্ৰ অনুৰাগী হৈ পৰে। অৱশ্যে হাপানীৰ অসুখ থকাৰ বাবে তেওঁ নিজে তেনেকৈ গান গাব নোৱাৰিছিল।

সঙ্গীতৰ লগতে খেলা-ধূলাৰ প্ৰতি ৰাপ থকা এইজনা ব্যক্তিয়ে সৰুৰে পৰা বিলিয়াৰ্ড, টেনিছ আদি খেলিছিল। তদুপৰি জমিদাৰ পৰিয়ালৰ সন্তান হিচাপে বন্দুক চলাব শিকাটোও আছিল তেতিয়াৰ পৰম্পৰা। দেউতাকে ভালদৰে প্ৰশিক্ষণ দিয়াৰ বাবে সৰুতে যথেষ্ট দক্ষ চিকাৰী হৈ উঠিছিল প্ৰমথেশ। মাথো বন্দুক চলোৱাই নহয়, ঘোঁৰা চেকুৰাই লক্ষ্যভেদ কৰা আৰু হাতীত উঠি বাঘ চিকাৰলৈ যোৱা এগৰাকী পাৰদৰ্শী চিকাৰী হিচাপে পাছত তেওঁৰ সাহসৰ প্ৰশংসা বহুতেই কৰিছিল। ১২ বছৰ বয়সতে প্ৰথমটো ৰয়েল টাইগাৰৰ চিকাৰ কৰা প্ৰমথেশ বৰুৱাই পিছলৈ মুঠ ৫২ টা ৰয়েল টাইগাৰৰ উপৰি বহু চিতা বাঘ, ভালুক, বনৰীয়া ম'হ, পহু আৰু অসংখ্য চৰাই-চিৰিকতিৰ চিকাৰ কৰিছিল। অথচ এইজনা শক্তিশালী চিকাৰীয়ে ১২ বছৰ বয়সলৈকে লুচিৰ ফুলা অংশ আৰু গাখীৰৰ বাহিৰে আন একোৱেই মুখত দিয়া নাছিল। নিৰামিষ ভোজনৰ প্ৰতি বিশেষ আগ্ৰহী এইজনা ব্যক্তিয়ে গোটেই জীৱন ধৰি খোৱা-বোৱাৰ ক্ষেত্ৰত কোনো ধৰণৰ গুৰুত্বই আৰোপ কৰা নাছিল।

গৌৰীপুৰত গৃহশিক্ষাৰ এদিন সমাপ্তি ঘটিল। তাৰ পাছত পিতৃ প্ৰভাত বৰুৱাই প্ৰমথেশক উচ্চ শিক্ষাৰ বাবে কলিকতালৈ নিয়ে আৰু বিখ্যাত হেয়াৰ স্কুলত তেওঁ পঢ়া-শুনা আৰম্ভ কৰিলে। কলিকতাত তেতিয়া নাট্য আন্দোলনে যথেষ্ট ব্যাপকতা লাভ কৰিছিল, সেইবাবেই হেয়াৰ স্কুলত পঢ়া-শুনা কৰি থকাৰ সময়তে প্ৰমথেশৰ মনত নাট্যপ্ৰীতিয়ে যেন বাহ বান্ধি লয়। তেওঁ স্কুলত নাটক কৰিবলৈ লয় আৰু গৌৰীপুৰলৈ আহিলেই ৰাজপ্ৰাসাদৰ লগতে লাগি থকা কুলদেৱী মহামায়া মন্দিৰৰ প্ৰাঙ্গণত প্ৰমথেশ বৰুৱাই নাটকৰ আয়োজন কৰিছিল। ১৯১৮ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰমথেশে প্ৰেচিডেন্সি কলেজত নাম লগালে। বয়স হ'ল-অভিজ্ঞতাও পূৰঠ হ'ল আৰু বিভিন্ন ক্ষেত্ৰইদি তেওঁৰ অভিনয় জীৱনো সমৃদ্ধ হ'ল। কলেজীয়া জীৱন কালত ঘৰলৈ আহোতেই যাতে নাটক কৰিব পৰা যায়, তাৰ বাবে গৌৰীপুৰৰ ডেকা ল'ৰাবোৰক লগ লগাই এই নাট্য সংঘও তেওঁ স্থাপন কৰিছিল। প্ৰমথেশে কলিকতা আৰু গৌৰীপুৰত নাটক মঞ্চস্থ কৰাত আগভাগ লোৱাৰ উপৰি

অভিনয়, নাট পৰিচালনা, আলোক নির্দেশনা আনকি সুৰ সংযোজনাও কৰিছিল। প্ৰমথেশৰ বন্ধুসকলে প্ৰায়েই স্মৰণ কৰিছিল যে চন্দ্ৰগুপ্ত, ইৰাণেৰ ৰাণী, ষোড়শী, নুৰজাহান, বিবাহ বিভ্ৰাট, কিন্নৰি আদি নাটকবোৰৰ মূল ভূমিকাত প্ৰায়েই অভিনয় কৰাৰ উপৰি স্ত্ৰী চৰিত্ৰতো তেওঁ দক্ষতাৰে অভিনয় কৰিছিল। কলেজৰ দ্বিতীয় বাৰ্ষিকত পঢ়ি থাকোতেই মাতৃ সৰোজবালাৰ একান্ত অনুৰোধ এৰাব নোৱাৰি প্ৰমথেশে কলিকতাৰ বাগবজাৰৰ বীৰেন্দ্ৰ নাথ মিত্ৰৰ কন্যা মাধুৰীলতাক বিয়া কৰাইছিল। প্ৰমথেশে কলিকতাত পঢ়া-শুনা কৰা অৱস্থাত মাধুৰীলতা প্ৰায়েই পিতাকৰ ঘৰত আৰু গৌৰীপুৰত আছিল। ১৯২৪ চনত প্ৰমথেশ বৰুৱাই পদাৰ্থবিজ্ঞান বিষয়ত সন্মানসহ প্ৰেচিডেন্সি কলেজৰ পৰা বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছৰ বছৰতে প্ৰমথেশৰ মাতৃ বিয়োগ হ'ল। ১৯২৬ চনত তেওঁ প্ৰথমবাৰৰ বাবে বিলাতলৈ যায় আৰু তাৰ পৰা আহি গৌৰীপুৰৰ জমিদাৰী চম্ভালিবলৈ লয়। অতি অভিজাত পৰিয়ালৰ সন্তান যদিও কোনো ক্ষেত্ৰতে অহংকাৰ আৰু গোড়ামি নথকা এইজনা ব্যক্তি গৌৰীপুৰৰ সকলো মহলৰ মাজতে অদ্ভুতভাৱে জনপ্ৰিয় হয় আৰু জমিদাৰীৰ দায়িত্ব পালন কৰাতো কৃতকাৰ্যতা দেখুৱায়। ব্ৰিটিছ বিষয়াসকলৰ সৈতেও যথেষ্ট সুসম্পৰ্ক ৰখা প্ৰমথেশে কলিকতাত বহা চাইমন কমিছনত গোৱালপাৰা জিলাৰ প্ৰজাসত্ত্ব আইনৰ বিষয়ে সাক্ষ্য দিছিল। দুখীয়া ৰায়তসকলৰ অতি শ্ৰদ্ধাৰ এইজনা ব্যক্তি ৰাজনীতিৰ স'তেও জড়িত হৈ পৰে আৰু অসম বিধান পৰিষদৰ সদস্যও মনোনীত হয়।

১৯৩০ চনত প্ৰমথেশ বৰুৱা দ্বিতীয়বাৰৰ বাবে ইংলণ্ডলৈ যায়। অৱশ্যে তেওঁৰ মূত্ৰাশয়ত পাথৰ হোৱাত তাৰ চিকিৎসাৰ বাবেহে এইবাৰ তেওঁ লণ্ডনলৈ গৈছিল। লণ্ডনতেই তেওঁ কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰক প্ৰথমবাৰৰ বাবে লগ পাইছিল আৰু ৰবীন্দ্ৰনাথৰ পৰা চুপাৰিছ লৈ পেৰিচৰ এখন ষ্টুডিঅ'ত চিনেমাত আলোকসম্পাত সম্পৰ্কে কেতবোৰ কথা শিকি লৈছিল। লণ্ডনত থাকোতেই তেওঁ বিধায়ক হিচাপে মনোনীত হৈছিল, তাৰ পৰা আহি তেওঁ ৰাজনীতিত নামি পৰিছিল আৰু মন্ত্ৰীপদো লাভ কৰিছিল। কিন্তু ক্ষমতাৰ প্ৰতি বিশেষ মোহ নথকা প্ৰমথেশ বৰুৱাই মন্ত্ৰীপদ গ্ৰহণ নকৰি ৰাজ্যৰ স্বৰাজ্য পাৰ্টিৰ 'চিফ হুইপ' হিচাপে অসম বিধান কাউন্সিলৰ বিভিন্ন বিষয়ত যথেষ্ট যুক্তি তৰ্কত তেওঁ নামি পৰিছিল। দেউতাক প্ৰভাত চন্দ্ৰই বিচাৰিছিল যে গৌৰীপুৰৰ জমিদাৰী চম্ভালি অসমৰ ৰাজনৈতিক জগতৰ আবৰ্তৰ মাজত ভালদৰে সোমাই যাওক প্ৰমথেশ। কিন্তু শিল্পকলাৰ ভিতৰত সোমাই থকা গভীৰ আকৰ্ষণে প্ৰমথেশক হাত বাউলী দি মাতিব ল'লে আৰু পিতৃৰ লগতে ভায়েক প্ৰকৃতেশ চন্দ্ৰ আৰু প্ৰণবেশ চন্দ্ৰৰ হাতত গৌৰীপুৰৰ জমিদাৰী অৰ্পণ কৰি এক অনিশ্চিত, দুৰ্গম পথেৰে যাত্ৰাৰম্ভ কৰিলে প্ৰমথেশ বৰুৱাই। অৱশ্যে চিনেমাৰ জগতত ভৰি দিয়াৰ যো-জা তেওঁ চলাইছিল বহু দিনৰ আগতেই।

১৯২৬ চনৰ পৰা প্ৰমথেশ বৰুৱা চিনেমা জগতৰ স'তে জড়িত হৈ পৰে। সেইবাৰ অতি বিচক্ষণ চিত্ৰ নিৰ্মাতা ধীৰেণ গাঙ্গুলীৰ অনুৰোধতে প্ৰমথেশ বৰুৱাই 'দি ব্ৰিটিছ ডমিনিয়ন ফিল্ম লিমিটেড' নামৰ চলচ্চিত্ৰ সংস্থা এটাৰ পৰিচালক মণ্ডলীৰ সদস্য

হিচাপে যোগ দিছিল। ধীৰেণ গাঙ্গুলীৰ স'তে প্ৰমথেশৰ চিনাকি হৈছিল শান্তি নিকেতনত আৰু দুয়ো ঠিক কৰিছিল যে ভাৰতীয় ছবিৰ জগতক সবল কৰিবলৈ তেওঁলোকে সকলোখিনি শক্তি ব্যৱহাৰ কৰিব। তাৰ পাছত ১৯৩০ চনত ৰবীন্দ্ৰনাথৰ সহায়ত পেৰিচত 'আলোক নিক্ষেপণ'ৰ শিক্ষা লৈ আহি কলিকতাৰ ১৪ নম্বৰ বাণীগঞ্জ চাৰ্কুলাৰ পথত 'বৰুৱা ফিল্ম ইউনিট' প্ৰতিষ্ঠা কৰে। ২৭ বছৰীয়া যুৱক এজনৰ এই সাহসৰ তুলনা নহয়। সেই বছৰতে দেৱকী বসুৰ পৰিচালনাত 'অপৰাধী' নামৰ নিৰ্বাক ছবি এখন শুটিং কৰালে আৰু সেই বছৰৰে ২৮ নৱেম্বৰত ছবিখনে মুক্তিও পালে। এই প্ৰথমখন ছবিত প্ৰমথেশে নিজেই কৃত্ৰিম আলোকেৰে দৃশগ্ৰহণ কৰি সকলোকে আচৰিত কৰি দিছিল, অথচ সেই পৰ্যন্ত ভাৰতত সূৰ্যৰ বাহিৰে অন্য পোহৰৰ সুবিধা লৈ ছবিৰ শুটিং কৰাটো আছিল নোহোৱা-নোপোজা কাণ্ড।

বৰুৱা ফিল্ম ইউনিটে প্ৰযোজনা কৰা দ্বিতীয়খন ছবি আছিল 'একদা'। একদা-পৰিচালক আছিল সুশীল মজুমদাৰ। প্ৰমথেশ বৰুৱাৰ কাহিনী আৰু প্ৰযোজনাৰে নিৰ্মিত 'একদা'খন আছিল তেওঁৰ শেষ নিৰ্বাক ছবি। এইখিনিতে উল্লেখ কৰাটো ভাল হ'ব যে পূৰ্বতেই ধীৰেণ গাঙ্গুলী, প্ৰমথেশ বৰুৱা সহ আঠগৰাকী পৰিচালকৰ দ্বাৰা গঠিত 'দি ব্ৰিটিছ ডমিনিয়ন ফিল্ম লিমিটেডে' কে'বাখনো ছবি নিৰ্মাণ কৰিছিল। সেইবোৰৰ ভিতৰত কামনাৰ আগুন, টাকায় কি না হয়, নটি বয়, অলীক বাবু, মৰণেৰ পৰে, চৰিত্ৰহীন আদি উল্লেখযোগ্য।

'একদা' নিৰ্মাণৰ পাছত মুলেন ষ্টীটত ষ্টুডিঅ' প্ৰতিষ্ঠাৰ কামত তেওঁ নামি পৰে আৰু এই ষ্টুডিঅ'ৰ বাবে প্ৰয়োজনীয় সকলোবোৰ আধুনিক আহিলা-পাতি আনে মুম্বাইৰ পৰা । এইবাৰ আধুনিক যন্ত্ৰপাতিৰে সুসজ্জিত হৈ 'বৰুৱা ফিল্ম ইউনিটে' দুখন সবাক চিনেমাৰ কাম হাতত লয়। তাৰে প্ৰথমখন 'বাংলা ১৯৮৩' আৰু দ্বিতীয়খন 'অনাথ'। কিন্তু প্ৰথমখন ছবিয়ে চূড়ান্ত হতাশা আৰু ব্যৰ্থতা নমাই আনিলে বৰুৱাৰ জীৱনলৈ। 'অনাথ'খনে মুক্তিৰ মুখেই নেদেখিলে। বহু টকাৰ লোকচান ভৰি বৰুৱা ফিল্ম ইউনিটৰ কাম-কাজ বন্ধ হৈ পৰে।

ইতিমধ্যে প্ৰমথেশ বৰুৱাৰ জীৱনত অন্য এক ঘটনা ঘটি গৈছিল। 'বৰুৱা ফিল্ম ইউনিট' স্থাপন কৰাৰ সময়তে প্ৰমথেশৰ জীৱনলৈ আহিল লক্ষ্মীপুৰ ইষ্টেটৰ গৰাকীৰ কন্যা অমলা । অমলা দেৱী পাগলীৰ দৰে বৰুৱাৰ প্ৰেমত পৰিছিল আৰু হেজাৰ চেষ্টাতো তেওঁক কাষৰ পৰা আঁতৰাব নোৱাৰিছিল প্ৰমথেশে। বিশ্বৰ সকলোকে আদৰিব পৰা বহল হৃদয়ৰ গৰাকী প্ৰমথেশে অমলাকো বুকুত ঠাই দিলে আৰু তাৰ বাবে তেওঁ ঘৰৰ, সমাজৰ সকলোৰে ধিক্কাৰৰ পাত্ৰ হ'ল। অৱশ্যে এই সকলোবোৰ 'নিয়তিৰ বিধান' বুলি প্ৰথমা পত্নী মাধুৰীলতাই সহজভাৱে মানি লৈছিল। বিয়াৰ দুবছৰ মানৰ পাছতেই অমলাৰ স'তে প্ৰমথেশৰ বিবাদ আৰম্ভ হৈছিল আৰু দুয়ো কিছুদিন বেলেগেও থাকিব লৈছিল। অৱশ্যে ১৯৩৭ চনত যক্ষ্মা ৰোগত আক্ৰান্ত হৈ মৃত্যুমুখত পৰা অমলাক মৃত্যুৰ তিনি বছৰৰ আগতে সামাজিক পদ্ধতিৰে বিয়া কৰাই প্ৰমথেশে পত্নীৰ মৰ্যাদা দিছিল।

বৰুৱা ফিল্ম ইউনিট ভাঙি যোৱাৰ পাছত প্ৰমথেশ বৰুৱাক 'নিউ থিয়েটাৰ্ছ'ৰ গৰাকী বীৰেন্দ্ৰ চৰকাৰে তেওঁৰ প্ৰতিষ্ঠানত যোগ দিবলৈ নিমন্ত্ৰণ জনালে। নিউ থিয়েটাৰ্ছ'ৰ প্ৰথমখন ছবি 'ৰূপলেখা'ৰে সবাক ছবি পৰিচালনাৰ কাম আৰম্ভ কৰিলে প্ৰমথেশ বৰুৱাই। ৰূপলেখা অতি সফল ছবি হিচাপে চিহ্নিত হ'ল। বাংলা তথা ভাৰতীয় চলচ্চিত্ৰ জগতক এক উচ্চ স্তৰৰ মৰ্যাদা দান কৰিলে প্ৰমথেশ বৰুৱাই এখনৰ পাছত আন এখন সফল ছবিৰে। ৰূপলেখাৰ পাছত দেৱদাস (১৯৩৫), গৃহদাহ (১৯৩৬), মায়া (১৯৩৬), মুক্তি (১৯৩৭), অধিকাৰ (১৯৩৯) আৰু ৰজত জয়ন্তী (১৯৩৯), এই আটাইবোৰ সফল ছবিতেই নিউ থিয়েটাৰ্ছৰ প্ৰযোজনাত প্ৰমথেশ বৰুৱাই পৰিচালনা আৰু অভিনয় কৰাৰ লগতে বিভিন্ন কাৰিকৰী দিশতো চকু দিছিল। শেহৰখনৰ বাহিৰে নিউ থিয়েটাৰ্ছৰ আটাইবোৰ ছবিৰেই হিন্দী ৰূপান্তৰ কৰা হৈছিল আৰু সেই সময়ত ভাৰতৰ চুকে-কোণে এইবোৰ ছবি প্ৰদৰ্শিত হৈছিল। এই আটাইবোৰ সফল ছবিৰ ভিতৰতো অৱশ্যে দেৱদাসে চুইছিল সফলতাৰ শীৰ্ষবিন্দু। শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ দেৱদাস উপন্যাসখনৰ নাট্যৰূপ দিছিল বৰুৱাই নিজে। দেৱদাসৰ নাম ভূমিকাত অভিনয় কৰি ৩২ বছৰীয়া প্ৰমথেশ বৰুৱা যেন তেতিয়াই কিম্বদন্তিৰ নায়ক হৈ পৰিছিল। তেতিয়াৰ পৰা প্ৰমথেশৰ অন্য নাম হৈ পৰিছিল দেৱদাস। সাতবছৰ ধৰি 'নিউ থিয়েটাৰ্ছ'ৰ পৰিচালক হিচাপে কাম কৰাৰ পাছত এইবাৰ 'কৃষ্ণা মুভিটোন'ৰ প্ৰযোজনাত প্ৰমথেশ বৰুৱাই নিৰ্মাণ কৰিবলৈ ল'লে 'শাপমুক্তি' (১৯৪০) নামৰ বিয়োগান্ত ছবিখন। শাপমুক্তিৰ চিত্ৰগ্ৰহণ কৰিছিল বৰুৱাই নিজে। 'শাপমুক্তি'ৰ পাছত এইবাৰ প্ৰমথেশ বৰুৱাই নিজে গঢ়ি তুলিলে 'এম পি প্ৰডাকচন', য'ত সহযোগী প্ৰয়োজক হিচাপে থাকিল মূৰলীধৰ চট্টোপাধ্যায়। এই নিজস্ব প্ৰডাকচনৰ বেনাৰত প্ৰমথেশ বৰুৱাই পৰিচালনা কৰিলে চাৰিখন ছবি। দুটা বছৰত নিৰ্মাণ কৰি উলিওৱা ছবিকেইখন আছিল মায়েৰ প্ৰাণ, উত্তৰায়ণ (১৯৪১), শেষ উত্তৰ আৰু তাৰ হিন্দী ৰূপ জবাব (১৯৪২)। ইয়াৰে প্ৰথম দুখন ছবিৰ চিত্ৰগ্ৰহণো প্ৰমথেশ বৰুৱাই নিজে কৰিছিল। চাৰিওখনেই হৈছিল অত্যন্ত কলাসুলভ আৰু বক্স অফিচত হিট ছবি, কিন্তু তথাপি কোনো বিষয় সম্পদৰ প্ৰতি আগ্ৰহ নথকা প্ৰমথেশে সহযোগী প্ৰযোজক মুৰলীধৰক দি দিছিল চাৰিওখন চলচ্চিত্ৰৰে স্বত্ব।

অমলাৰ পাছত প্ৰমথেশৰ জীৱনলৈ আকৌ আহিছিল প্ৰেম। ১৯৩৪ চনত 'নিউ থিয়েটাৰ্ছ'ৰ হৈ পৰিচালনা কৰা প্ৰথমখন ছবি 'ৰূপলেখা'ত সৰু চৰিত্ৰ এটাত অভিনয়ৰ সুযোগ পাইছিল যমুনা দেৱীয়ে। এই গৰাকী অভিনেত্ৰীয়ে 'দেৱদাস' ছবিত প্ৰমথেশৰ বিপৰীতে নায়িকা হিচাপে দুৰ্দান্ত অভিনয় কৰিছিল আৰু লাহে লাহে দুয়ো কাষ চাপি গৈছিল। যমুনা মাথো ছবিৰ নায়িকা নহৈ প্ৰমথেশৰ জীৱনৰো নায়িকা হৈ পৰিল। যমুনাক তেওঁ বিয়া কৰাই পত্নীৰ মৰ্যাদা দিয়া নাছিল, কিন্তু নিজৰ অভিন্ন সত্তা কৰি লোৱাৰ লগতে তিনিটা পুত্ৰ সন্তানৰ জননীৰ মৰ্যাদাও দিছিল।

এম পি প্ৰডাকচনৰ পাছত এইগৰাকী দক্ষ আৰু প্ৰতিভাশালী পৰিচালকে ইন্দ্ৰপুৰী ষ্টুডিঅ'ই প্ৰযোজনা কৰা দুখন ছবি পৰিচালনা কৰিলে 'চাঁদেৰ কলংক' আৰু তাৰেই

হিন্দী ৰূপান্তৰ 'সুবহ-সাম' (১৯৪৪)। তাৰ পাছত এছ'চিয়েটেড পিকচাৰ্ছৰ হৈ পৰিচালনা কৰিলে 'আমিৰী' আৰু নিজাকৈ নিৰ্মাণ কৰিলে 'ৰাণী' নামৰ ছবিখন। পহচান (১৯৪৫) নামৰ হিন্দী ছবিখনেই প্ৰমথেশ বৰুৱাই পৰিচালনা কৰা অন্তিমখন সম্পূৰ্ণ ছবি বুলি কোৱা হয় যদিও এই ছবিখনৰ মুক্তিৰ বিষয়ে কোনো তথ্যই পোৱা নাযায়।

সৰুৰে পৰাই সাহসী অথচ স্পৰ্শকাতৰ এইগৰাকী শিল্পীৰ জীৱন আছিল উচ্ছৃংখল। শৃংখলাবদ্ধ ভাবে কাম কৰিলেও বেছিভাগ সময়েই তেওঁ হৈ থাকিছিল অসতৰ্ক। তেওঁ অত্যন্ত মদ্যপান কৰিছিল আৰু শৰীৰক দিছিল অযথা কষ্ট। শিল্প কলাৰ প্ৰতি তীব্ৰ লালসা থকা এইগৰাকী ব্যক্তিৰ 'নিজৰ জীৱন'ৰ প্ৰতি বিশেষ স্নেহ নাছিল। ১৯৩০ চনতে এই ব্যক্তিজনে বন্ধু এজনলৈ লিখিছিল-'মানুহৰ জীৱনটো এটা লুকাভাকু খেল। এই কিবা এটা কৰিলো বুলি ভাবিলা- তাৰ পাছত দেখিলা যে সেইটো ভুল। সেইটো এৰি আকৌ নতুনত ধৰা। এয়েই সকলো-এয়েই জীৱন। পৃথিৱীত কোনটো যে সত্য তাক জনাৰ উপায় নাই। মাত্ৰ এইকণ বুজা যায় যে ভগবানেই একমাত্ৰ সত্য। সেয়ে ডাঙৰ দাৰ্শনিকসকলে কৈ গৈছে- ভগবান সত্য, জগৎ মিছা আৰু চকু বান্ধি ঘূৰি ফুৰাটোৱেই জীৱন। এয়ে মানুহৰ সৰ্বস্ব। আৰু একো নাই...।' আকৌ তাৰ তিনি বছৰৰ পাছত চিঠি এখন (১০ এপ্ৰিল '৩৩)ত লিখিছিল- 'জীৱন আৰু নৈতিকতা সম্বন্ধে মোৰ আদৰ্শসমূহৰ পৰীক্ষা চলিব লাগিছে। আজি বিশ্বই চিএৰি চিএৰি মোক মূৰ্খ বুলিছে, মোৰ আদৰ্শসমূহক মোৰ আগতে নিন্দা কৰিছে। কিন্তু তথাপি সেই বিলাককে মই সাবটি আছো- কাৰণ সেই বিলাকেই মই। মই মোৰ আদৰ্শসমূহৰ ছাঁয়াৰ বাহিৰে আন একো নহওঁ। যিদিনাই মোৰ আদৰ্শত, প্ৰেমত-ভালপোৱাত মই বিশ্বাস হেৰুৱাম, সেইদিনাই মোৰ অস্তিত্ব নোহোৱা হ'ব।'

জীৱনৰ প্ৰতি কোনো ধৰণৰ মোহ নথকা অথচ নিজৰ কাম আৰু ইচ্ছাক নিজস্ব পথেৰে পৰিচালনা কৰাৰ ক্ষেত্ৰত নিয়তিৰ ওচৰতো কোনো ধৰণৰ আপোচ নকৰা প্ৰমথেশ বৰুৱাৰ বিষয়ে জীৱনীকাৰ ফণী তালুকদাৰে লিখিছে-'অবিচ্ছিন্ন গতিৰে বহু সংখ্যক বাংলা আৰু হিন্দী ছবি পৰিচালনা তথা অভিনয়ত ব্যস্ত থকা প্ৰমথেশ বৰুৱাৰ চমু জীৱন কালত অৱসৰৰ মুহূৰ্ত কমেই আছিল। হয়ত স্বাস্থ্যৰ বাবে আৰু লগতে আবেগ উত্তেজনাত স্বাস্থ্যৰ প্ৰতি অসতৰ্কতাৰ কাৰণেও কে'বাবাৰো চিকিৎসাৰ অৰ্থে বিদেশলৈ যোৱা কালতো বিশ্ৰাম লোৱা বুলি ক'ব নোৱাৰি। সেয়েহে এইগৰাকী কৰ্মযোগীৰ বাবে ষ্টুডিঅ', লেবৰেটৰী, অভিনয় মঞ্চ (ফ্লোৰ), সম্পাদনাৰ কোঠা, চিত্ৰনাট্য ৰচনাৰ ব্যস্ততা, বিভিন্ন যন্ত্ৰপাতিৰ পৰীক্ষা-নিৰীক্ষাই আছিল সৰ্বক্ষণৰ সহচৰ। তাৰ মাজতো অৱশ্যে অৱসৰ বিনোদন বা 'হবি' হিচাপে ঘোঁৰা দৌৰত তেওঁৰ ৰাপ আছিল। মৃত্যুৰ এমাহ আগলৈকো তেওঁৰ 'ৰেচৰ ঘোঁৰা' আছিল আৰু কথাছবিৰ কামৰ ব্যস্ততাৰ মাজতো নিতৌ দোকমোকালিতে উঠি ৰেচকোৰ্ছলৈ গৈ ঘোঁৰাবোৰক তদাৰক কৰিহে ঠিক সময়ত ষ্টুডিঅ'-লেবৰেটৰী পাইছিলগৈ।...'

১৯৪৭ চনৰ পৰাই নানা ধৰণৰ ৰোগত আক্ৰান্ত হৈ স্বাস্থ্য ভাঙি আহিল প্ৰমথেশৰ। সেই সময়তে তেওঁৰ অভিযান মায়াকানন, অগ্ৰগামী, ইৰাণ কী এক ৰাত

আদি ছবি পৰিচালনা আৰম্ভ কৰিছিল যদিও সেয়া অসমাপ্ত হৈ ৰয়। অৱশ্যে নৰিয়া পাটীত পৰি থাকোতেই তেওঁ সহযোগীসকলৰ হতুৱাই 'ইৰাণ কী এক ৰাত'খন সম্পূৰ্ণ কৰি মুক্তি দিয়ে।.... চলচ্চিত্ৰৰ ক্ষেত্ৰত তেওঁৰ যিদৰে নিষ্ঠা আছিল, সেইদৰে পাৰিবাৰিক ক্ষেত্ৰতো তেওঁ এগৰাকী দায়িত্বপূৰ্ণ অভিভাৱক আছিল। তিনিগৰাকী পত্নীৰ মাজত যাতে কোনো ধৰণৰ খেলিমেলি, ভুল বুজাবুজি নহয় সেই ক্ষেত্ৰত তেওঁ অহৰহ সজাগ আছিল, সন্তানকেইটাৰ বাবেও তেওঁ আছিল সকলো ক্ষেত্ৰতে দায়দায়িত্ব মূৰ পাতি লোৱা নিষ্ঠাবান পিতৃ। স্বামীৰ মৃত্যুৰ পাছত প্ৰথমা পত্নী মাধুৰীলতাই কৈছিল- 'আচল মানুহজন কেনে আছিল কোনেওতো নিচিনিলে। বহুতেতো তেওঁ মদ খোৱা আদিকে ডাঙৰকৈ দেখিলে। কিন্তু ভিতৰত তেওঁৰ মনটো কিমান সুন্দৰ আছিল কেইজনে জানিলে?' আকৌ তৃতীয়া পত্নী যমুনাই কৈছিল-'মই গৌৰীপুৰৰ ৰাজকুমাৰৰ কথা নেজানো, মই নেজানো শিল্পীশ্ৰেষ্ঠ বৰুৱা চাহাবৰ কথা; মই নেজানো এই শিল্পী প্ৰতিভাৰ উচ্চতা কিমান?... কিন্তু সকলোৰে চকুৰ আঁৰত যিজন 'ৰাজাক' লৈ মই মুলেন ষ্ট্ৰীটৰ ঘৰত দীৰ্ঘকাল ঘৰ কৰিছো, তেওঁ যে কিমান মহৎ ঐশ্বৰ্যবান পুৰুষ আছিল, সেই কথা কোনেও নেজানে...।'

এজন সুদক্ষ চিকাৰী হ'লেও পোহনীয়া জীৱ-জন্তুৰ প্ৰতি তেওঁৰ যিদৰে মৰম আছিল, নিজৰ জীৱনৰ ক্ষেত্ৰত চূড়ান্ত উচ্ছৃংখল আৰু বেপৰুৱা হ'লেও পাৰিবাৰিক দায়দায়িত্বৰ ক্ষেত্ৰত কোনোদিনেই মূৰ পোলোকা নমৰা এইগৰাকী ব্যক্তিয়ে ১৯৫১ চনৰ ১৫ মাৰ্চৰ শেষ ইচ্ছা পত্ৰত লিখিছিল- 'মই ঘোষণা কৰো যে মই তিনিবাৰ বিয়া কৰাইছো। মোৰ দুটি পুত্ৰ যথাক্ৰমে অলকেশ চন্দ্ৰ বৰুৱা আৰু শ্যামলেশ চন্দ্ৰ বৰুৱা মোৰ প্ৰথমা পত্নী মাধুৰীলতা বৰুৱাৰ গৰ্ভজাত আৰু তেওঁলোকে বৰ্তমানে মাকৰ লগত ১৪ নম্বৰ বাণীগঞ্জ চাৰ্কুলাৰ ৰোড, কলিকতাত বাস কৰি আছে। মোৰ দ্বিতীয়া পত্নী অমলাবালাৰ মৃত্যু হৈছে। মোৰ উক্ত দ্বিতীয়া পত্নীৰ গৰ্ভজাত এজন পুত্ৰ আছে-অৰূপ কুমাৰ বৰুৱা। বৰ্তমানে মোৰ তৃতীয়া পত্নী তথা সুবিখ্যাত চলচ্চিত্ৰ অভিনেত্ৰী যমুনা বৰুৱাৰ গৰ্ভজাত তিনিজন পুত্ৰ আছে- তেওঁলোক ক্ৰমে দেৱ প্ৰসাদ বৰুৱা, ৰজত কুমাৰ বৰুৱা আৰু প্ৰসুন কুমাৰ বৰুৱা।'

১৯৫১ চনৰ ২৯ নৱেম্বৰত মৃত্যুবৰণ কৰা প্ৰমথেশ বৰুৱা শেষত ক্ষয় ৰোগত আক্ৰান্ত হৈছিল। বহুবাৰ তেওঁ চিকিৎসাৰ বাবে বিদেশলৈ গৈছিল যদিও জীৱনৰ প্ৰতি বেপৰুৱা প্ৰমথেশে নিজকেই যেন শেষ কৰিব বিচাৰিছিল! ভাৰতীয় চলচ্চিত্ৰক বিশ্বদৰবাৰত প্ৰতিষ্ঠা কৰিব বিচৰা বৰুৱাই 'ইণ্ডিয়ান ফিল্ম ছ'চাইটি' গঢ়ি তুলিবলৈ নিজে আহ্বায়ক হৈ জৱহৰলাল নেহৰুক চেয়াৰমেনৰ দায়িত্ব দিছিল। বিখ্যাত ৰাজনীতিক, কূটনীতিক আৰু পণ্ডিত ভি কে কৃষ্ণমেনন আছিল প্ৰমথেশৰ এই ছ'চাইটি গঢ়ি তোলা বিষয়ৰ সহযোগী। ইংলণ্ডত হাই কমিচনাৰ হৈ থকা কালত কৃষ্ণমেননে ১৯৪৯ চনত চিকিৎসাৰ বাবে যোৱা প্ৰমথেশক আদৰিবলৈ ইণ্ডিয়া হাউছত এক অভ্যৰ্থনা সভা অনুষ্ঠিত কৰি কৈছিল-'প্ৰমথেশ বৰুৱাৰ মাজতেই আমাৰ কৃষ্টি আৰু সভ্যতা মূৰ্ত হৈ উঠিছে।' বাংলা আৰু হিন্দী ছবি জগতৰ ভেটি সবল কৰা আৰু নিজৰ

কর্মৰাশিৰে উত্তৰসূৰী সত্যজিৎ ৰায়, মৃণাল সেন আদিক প্ৰেৰণা যোগোৱা প্ৰমথেশ বৰুৱাৰ বিষয়ে চলচ্চিত্ৰ জগতৰ পুৰোধা ব্যক্তি ফণী মজুমদাৰে কৈছিল- 'অকল প্ৰয়োগ শিল্পৰ তথা কাৰিকৰী দিশৰ ক্ষেত্ৰতেই নহয়, ভাৰতীয় চিত্ৰজগতৰ সকলো ক্ষেত্ৰতে তেওঁৰ বিশেষ গুণেৰে তেওঁ এক বিৰাট নেতৃত্ব দি গৈছে।' ৪৮ বছৰীয়া জীৱনকালতে সংস্কৃতিৰ বাবে, দেশৰ বাবে প্ৰমথেশে কৰি গ'ল বহু কাম, তথাপি তেওঁৰ পুত্ৰ অলকেশ চন্দ্ৰ বৰুৱাৰ কথা এযাৰহে এই ব্যক্তিজনাৰ ক্ষেত্ৰত যেন প্ৰযোজ্য- 'তেওঁৰ জীৱনটো আছিল এক বিৰাট দৌৰ প্ৰতিযোগিতা। যিটো আৰম্ভ হৈছিল এটা আকস্মিক জোঁকাৰণিৰে আৰু শেষ হৈছিল এটা গেঙনিৰে।'



(৩১)

# গুৰুপ্ৰসাদ দাস

ভাৰতবৰ্ষ এনে এখন দেশ, য'ত মানুহৰ প্ৰতিভাৰ উচিত বিচাৰ কৰা নহয়, চালিজাৰি চোৱা নহয় যোগ্যতাৰ বিষয়েও, কাৰণ ভাৰতবৰ্ষত ডিগ্ৰী আৰু কাগজৰ চাৰ্টিফিকেট কিছুমানকেই প্ৰতিভাৰ স্বাক্ষৰ বুলি গণ্য কৰা হয়। যাৰ ডিগ্ৰী আছে তেৱেঁই 'শ্ৰেষ্ঠ' বুলি বাৰে বাৰে বিবেচিত হয়। একঘেঁয়ী একাডেমিক শিক্ষা ব্যৱস্থা আৰু কৌটিকলীয়া সমাজ ব্যৱস্থাত আজিও প্ৰতিভাবানৰ সলনি সুযোগ সন্ধানী আৰু ডিগ্ৰীধাৰী মানুহকহে সদায় বৰপীৰা দিয়া হয়। অৰ্থাৎ প্ৰচলিত শিক্ষা ব্যৱস্থাৰ প্ৰতি যি অনুৰাগী নহয়, তেওঁ বাহ্য।... কিন্তু পৃথিবীখন এনে ভুৰি ভুৰি উদাহৰণেৰে পূৰ্ণ হৈ আছে য'ত বিশেষ ডিগ্ৰী নথকা লোকেহে বহু ক্ষেত্ৰত প্ৰতিভাৰ স্বাক্ষৰ দিব পাৰিছে। এই ক্ষেত্ৰত টমাছ আলভা এডিছনৰ পৰা গুৰুপ্ৰসাদ দাসলৈ, মেক্সিম গৰ্কী, মাৰাডোনাৰ পৰা শচীন তেণ্ডুলকাৰলৈ বহু প্ৰতিভাবান ব্যক্তিৰ নাম ল'ব পাৰি।

সকলোৰে পৰাই কাণেৰে ভালদৰে নুশুনা টমাছ আলভা এডিছনে (১৮৪৭-১৯৩১) স্কুলীয়া শিক্ষা ব্যৱস্থাৰ প্ৰতি যেন অনাস্থা দেখুৱাইছিল। ১৫ বছৰ হোৱাৰ আগতেই তেওঁ স্কুল এৰিছিল আৰু ৰেলৰ যাত্ৰীক বাতৰি কাকত বিলোৱা আৰু আলপৈচান ধৰা কামত সোমাইছিল। পাছত এইগৰাকী ল'ৰাই উন্নত মানৰ টেলিগ্ৰাফৰ পৰা বিজুলী চাকিলৈ বহু সামগ্ৰীৰ আবিষ্কাৰেৰে পৃথিবীৰ শ্ৰেষ্ঠ বিজ্ঞানী আৰু আবিষ্কাৰক হিচাপে অনন্ত কাললৈ খ্যাতি ৰাখি থৈ গ'ল। এনে এজন বিজ্ঞানীয়েই হ'ল অসমৰ গুৰুপ্ৰসাদ দাস। ৰেলৰ ভেকুৱাম ব্ৰেকৰ আবিষ্কৰ্তা হিচাপে বিশ্বজুৰি খ্যাতি অৰ্জন কৰা এইগৰাকী অল্প শিক্ষিত বিজ্ঞানীয়ে জীৱন কালত বহু কাম কৰি উজ্জ্বল প্ৰতিভাৰ স্বাক্ষৰ থৈ গৈছে অথচ এইগৰাকী ব্যক্তিৰ বিষয়ে আমাৰ অসমত কোনো ধৰণৰ চৰ্চাই হোৱা নাই। গুণীৰ মোল নুবুজা অসমীয়াই তেওঁৰ প্ৰতি আনকি কোনো ধৰণৰ কৌতূহল দেখুওৱাটোও আমাৰ চকুত পৰা নাই।

কুৰি শতিকাৰ প্ৰথম ভাগত জন্মলাভ কৰা অসমীয়া বিজ্ঞানী বুলিলে সাধাৰণতে আমাৰ মনত তিনিগৰাকী ব্যক্তিৰ কথাহে ভাহি আহে। ড° হিৰণ্য চন্দ্ৰ ভূঞা (১৯০৫-১৯৭৩), হৰিশ চন্দ্ৰ গোস্বামী (১৯০৬-১৯৯২) আৰু ৰোহিনী কান্ত বৰুৱা (১৯১০-১৯৬৮)। হিৰণ্য চন্দ্ৰ ভূঞাৰ বিষয়ে পাছত আলোচনা কৰিছো। ১৯৩০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম এছ চি ডিগ্ৰী লাভ কৰা হৰিশ চন্দ্ৰ গোস্বামীয়ে গৱেষণা কৰি জৈৱ যৌগত ছালফাৰৰ পৰিমাণ নিৰ্ণয় কৰাৰ নটা সূক্ষ্ম পদ্ধতি আৱিষ্কাৰ কৰিছিল। এইগৰাকী ৰসায়ন বিজ্ঞানীয়ে খনিজ পদাৰ্থৰ সূক্ষ্ম আৰু অৰ্ধ সূক্ষ্ম উভয় কাৰ্যতে দক্ষতা

দেখুওৱাৰ উপৰি বিৰল মৃত্তিকা পদাৰ্থৰ ট্ৰিপ'ল নাইট্ৰাইট আৰু মন' ফ্লুৰ' ফছফেট নামৰ যৌগৰ বিষয়ে উচ্চস্তৰৰ প্ৰশংসনীয় গৱেষণা কৰিছিল।

ৰোহিনী কান্ত বৰুৱাও আছিল ৰসায়ন বিজ্ঞানত কৃতিত্ব দেখুওৱা বিজ্ঞানী। ১৯৩২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম এছ্ চি পাছ কৰি ১৯৪৬ চনত লিভাৰপুল বিশ্ববিদ্যালয়ৰ পৰা 'ভিটামিন-এ আৰু মানৱ দেহাৰ বিপাক প্ৰণালীৰ লগত ইযাত ভৌত ৰাসায়নিক বিক্ৰিয়া'ৰ ওপৰত গৱেষণা কৰিছিল। কৰ্ম জীৱনৰ আৰম্ভণিতে ডিব্ৰুগড়ত ওকালতি কৰা ৰোহিনী বৰুৱাই পাছত ক্ৰমে কটন কলেজ, অসম মেডিকেল কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। দেশীয় মদৰ ওপৰতো গৱেষণা কৰা ড° বৰুৱাৰ প্ৰসিদ্ধি দেশে-বিদেশে বিয়পি পৰিছিল।

ওপৰত আমি উল্লেখ কৰা তিনিওজন বিজ্ঞানীৰে সমসাময়িক আছিল গুৰুপ্ৰসাদ দাস। কিন্তু তেওঁৰ বিশেষ কোনো পঢ়া-শুনা নাছিল। অথচ এইজনা ব্যক্তিৰ প্ৰসিদ্ধিয়ে দেশৰ সীমা অতিক্ৰম কৰিছিল। সামান্য গেৰেজ এটাৰ যোগালি হিচাপে কৰ্ম জীৱন আৰম্ভ কৰা গুৰুপ্ৰসাদ দাসে পাছলৈ এনে কিছুমান উল্লেখযোগ্য পদত নিযুক্তি পাইছিল, যি পদমৰ্যাদা আন কোনো অসমীয়াই আজি পৰ্যন্ত পোৱা নাই বুলি ক'ব পাৰি। কোনো বিশেষ পঢ়া-শুনা নথকাকৈ, বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নথকাকৈ সমগ্ৰ পৃথিৱীতে নিজা কৰ্মেৰে খলকনি তোলা এইগৰাকী ব্যক্তিৰ বিষয়ে অসমত কোনো চৰ্চা হোৱা নাই। বিশেষ একো ডিগ্ৰী নথকাকৈয়ো যে পৰিশ্ৰম আৰু সাধনাৰ বলত বিশ্ববাসীৰ বাবে মহৎ কাম কৰিব পাৰি- এই কথা আজিও হীনমন্যতাত ভোগা অসমীয়াৰ বাবে সঞ্জীৱনী ঔষধৰ দৰে হ'ব পাৰে। উত্তৰ পুৰুষৰ বাবে গুৰুপ্ৰসাদ দাসৰ জীৱনটো হ'ব পাৰে প্ৰেৰণা স্বৰূপ। অতি সাধাৰণ অৱস্থাৰ পৰা নিজৰ প্ৰতিভা আৰু পৰিশ্ৰমৰ বলত এজন মানুহ কেনেকৈ সফলতাৰ জখলাৰে ওপৰলৈ উঠিব পাৰে, নিজৰ জীৱনত এই কথাষাৰ প্ৰমাণ কৰাৰ বাবেই গুৰুপ্ৰসাদ দাসৰ নাম শ্ৰেষ্ঠ অসমীয়াৰ তালিকাতো অন্তৰ্ভুক্ত হ'ব পাৰে।

১৯০৪ চনৰ ১২ ফেব্ৰুৱাৰীৰ দিনাখন ঐতিহ্যমণ্ডিত বৰপেটাৰ বিলৰতাৰী হাটীৰ মৰানদীৰ পাৰত গুৰুপ্ৰসাদ দাসৰ জন্ম হয়। গুৰুপ্ৰসাদৰ পিতৃ ৰামপ্ৰসাদ দাস আৰু মাতৃ পদ্মাৱতী দাস। মুঠ সাতটা সন্তানৰ পিতৃ ৰামপ্ৰসাদ দাস আছিল আইনজীৱী। সাধাৰণ স্নাতক ডিগ্ৰীৰ পাছত আইনৰো স্নাতক ডিগ্ৰী (বি এল) লাভ কৰা ৰামপ্ৰসাদ দাস আছিল সেই অঞ্চলৰ প্ৰথম উকীল।

সম্ভ্ৰান্ত বংশত জন্মলাভ কৰা গুৰু প্ৰসাদ দাসে সৰুৰে পৰা এক সুস্থ আৰু অধ্যয়নৰ পৰিবেশ পাইছিল ঘৰখনত। তেওঁৰ অগ্ৰজ সহোদৰো আছিল পঢ়া-শুনাৰ প্ৰতি ৰাপ থকা। ১৯১০ চনত ছবছৰ বয়সত গুৰুপ্ৰসাদ দাসৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় স্থানীয় আমোলাপট্টি প্ৰাথমিক বিদ্যালয়ত। গুৰুপ্ৰসাদে যাতে পঢ়া-শুনাত ভালদৰে মনোযোগ দিয়ে, তাৰ প্ৰতি তেওঁৰ পিতৃ-মাতৃ আৰু শিক্ষকসকল সচেষ্ট আছিল। প্ৰাথমিক বিদ্যালয়ৰ পৰা ভালদৰেই শিক্ষা লাভ কৰাৰ পাছত গুৰুপ্ৰসাদ দাসৰ নাম লিখাই দিয়া হয় বৰপেটা উচ্চ মাধ্যমিক বিদ্যালয়ত। সেই তেতিয়াৰে পৰা তেওঁ পঢ়া-শুনাত অমনোযোগী হৈ পৰে। নিয়মিতভাৱে শিক্ষা গ্ৰহণ কৰাৰ পৰাও আঁতৰি থাকে।

ফলত তেওঁ পঢ়া-শুনাত কৃতিত্ব প্ৰদৰ্শন কৰিবলৈ অক্ষম হয়। স্কুলৰ শিক্ষকসকলে তেওঁৰ এই কাৰ্যৰ বিষয়ে, দেউতাকৰ ওচৰত অভিযোগ কৰে, দেউতাকে সৰু-সুৰা শাস্তিও দিয়ে, তথাপিও গুৰুপ্ৰসাদে পঢ়া-শুনাত মন বহুৱাব নোৱাৰিলে।

দিনটো লগৰ বন্ধুবোৰৰ লগত টিঘিল-ঘিলাই থাকি, স্কুলত উপস্থিত নথকা গুৰুপ্ৰসাদ দাসে 'বদমাছ' আৰু 'অঘাইটং' ল'ৰা হিচাপে সুনাম (!) অৰ্জন কৰিব ল'লে। শ্ৰেণীৰ ভূগোলৰ শিক্ষক ভোগৰাম নাথে গুৰুপ্ৰসাদক নাম দিছিল 'গৰু' আৰু সেই নামেৰেই তেওঁ প্ৰসিদ্ধি পাইছিল। স্কুলৰ পৰীক্ষাবোৰত কাণে কাণ মাৰি উত্তীৰ্ণ হ'লেও তেওঁৰ যে পঢ়া-শুনাত মন নাই, এই কথা গুৰুপ্ৰসাদৰ অভিভাৱক আৰু শিক্ষকসকলে বুজি উঠিছিল। কাৰণ সকলোৱে ভৰ্ৎসনা কৰাৰ পাছতো গুৰু প্ৰাসাদে সেইবোৰলৈ কাণ দিয়া নাছিল।

ইতিমধ্যে মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হোৱা অসহযোগ আন্দোলনে সমগ্ৰ ভাৰতবৰ্ষতে তীব্ৰৰূপ ধাৰণ কৰিছিল। ছাত্ৰ-ছাত্ৰীয়ে পঢ়া-শুনা বৰ্জন কৰি ১৯২১ চনৰ সেই আন্দোলনত জঁপিয়াই পৰিছিল। স্কুল-কলেজ বন্ধ হৈছিল। পঢ়া-শুনা কৰিব নলগীয়া সেই কালছোৱালৈকে যেন গুৰুপ্ৰসাদে অপেক্ষা কৰি আছিল। অইন ছাত্ৰ-ছাত্ৰীৰ লগতে তেৰোঁ পঢ়া-শুনা এৰিলে আৰু আন্দোলনতো যোগ দিলে। অৱশ্যে এই আন্দোলনৰ প্ৰতি ১৬/১৭ বছৰীয়া গুৰুপ্ৰসাদৰ কিমান অনুৰাগ আছিল জনাৰ কোনো উপায় নাই।

বৰপেটাৰ অৰবিন্দ দাস আৰু উপেন্দ্ৰ নাথ ওজাই সেই সময়ত কলিকতাৰ বজাৰত অসমৰ তাঁতশালৰ কাপোৰৰ লগতে এণ্ডি কাপোৰৰো ব্যৱসায় কৰিছিল। বৰপেটাৰ পৰা এই সামগ্ৰী সমূহ নি কলিকতাত বিক্ৰী কৰি তেওঁলোক যথেষ্ট লাভবান হৈছিল। সেইবাৰ ২৫ ব'হাগত (১৯২১ চনৰ মে' মাহ) বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ জন্মদিন উপলক্ষে হ'ব লগা প্ৰদৰ্শনীত যোগ দিয়াৰ উদ্দেশ্য অসমত উৎপাদিত সাজ-পাৰৰ লগতে অন্য সামগ্ৰীও নিব লগাত পৰিছিল অৰবিন্দ দাস আৰু উপেন্দ্ৰ ওজাই। কিন্তু মাথো দুজন মানুহে সিমানখিনি বস্তু নিবলৈ অসমৰ্থ হৈছিল। এই কথাৰ উমান পাইছিল গুৰপ্ৰসাদ দাসে। সেই বাবেই তেওঁ গৈ ওজা আৰু দাসৰ ওচৰত কলিকতালৈ যোৱাৰ ইচ্ছাৰ বিষয়ে প্ৰকাশ কৰি তেওঁলোকক বস্তু-বাহানি নিয়াত সহায় কৰি দিব বুলি প্ৰতিশ্ৰুতি দিয়ে। দাস আৰু ওজা গুৰুপ্ৰসাদৰ কথাত সৈমান হ'ল আৰু সেই সুযোগতে ঘৰত একো নোকোৱাকৈ দুই ব্যৱসায়ীৰ স'তে কলিকতালৈ গুচি গ'ল।

সেইবাৰ ৰবীন্দ্ৰনাথৰ জন্মদিন উপলক্ষে কলিকতাৰ টাউন হলত বিৰাট প্ৰদৰ্শনীৰ আয়োজন কৰা হৈছিল। বৰপেটাৰ দুই ব্যৱসায়ীয়ে যাতে ভালদৰে প্ৰদৰ্শনীত যোগ দিব পাৰে তাৰ সকলো ব্যৱস্থা কৰি দিছিল কামেশ্বৰ দাসে (১৮৯২-১৯৬৬)। কামেশ্বৰ দাসে ১৯১৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ গণিতত এম এছ চি ডিগ্ৰী লাভ কৰিছিল। বি এল ডিগ্ৰীও তেওঁ লাভ কৰিছিল আৰু তাৰ পাছত প্ৰথমে কলিকতাৰ বেংকত চাকৰি আৰু মটৰৰ ব্যৱসায় কৰিছিল। (পাছত তেওঁ বৰপেটালৈ আহি ওকালতি ব্যৱসায় কৰিছিল। বিধায়কো হৈছিল ১০ বছৰ কাল। শেষত বজালী কলেজ স্থাপন কৰি অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰিছিল।)

লাহে লাহে কামেশ্বৰ দাসৰ লগত সু-সম্পৰ্ক গঢ়ি উঠিছিল গুৰুপ্ৰসাদ দাসৰ আৰু তেওঁৰ যোগেদিয়েই বিখ্যাত ব্যৱসায়ী ভোলানাথ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদিৰ লগতে বিখ্যাত ঠাকুৰ পৰিয়াল আৰু সেই সময়ৰ কলিকতাৰ কমিচনাৰ এছ কে ৰাহাৰ পৰিয়ালৰ স'তে গুৰুপ্ৰসাদৰ সম্পৰ্ক ঘটিছিল।

কলিকতাত গুৰুপ্ৰসাদ দাসৰ অভিভাৱক স্বৰূপ হৈ পৰে কামেশ্বৰ দাস, তদুপৰি বিভিন্নজন বিশিষ্ট ব্যক্তিৰ সান্নিধ্য লাভ কৰাৰ পাছত গুৰুপ্ৰসাদৰ কৰ্মস্পৃহা জাগে আৰু একাগ্ৰ সাধনা আৰু পৰিশ্ৰমেই যে মানুহৰ উন্নতিৰ মূলমন্ত্ৰ সেই কথা তেওঁ উপলব্ধি কৰে। কলিকতাত সেই সময়ছোৱাত চলি থকা অসহযোগ আন্দোলনতো তেওঁ কিছু পৰিমাণে নামি পৰে। অসহযোগ আন্দোলনৰ শাম কটাৰ পাছত ১৯২২ খ্ৰীষ্টাব্দত গুৰুপ্ৰসাদ দাসে বিশিষ্ট ব্যৱসায়ী ভোলানাথ বৰুৱাৰ মটৰৰ গেৰেজত যোগালি হিচাপে কামত সোমায়। সেই সময়ছোৱাতে তেওঁ কলিকতাৰ চিতনুৰ হাইস্কুলৰ নিশাৰ শ্ৰেণীত নামভৰ্তি কৰে আৰু ইংৰাজী বিষয়টো গভীৰ অন্তঃকৰণেৰে শিকিবলৈ যত্ন কৰে। ১৯২৪ চনত চিতনুৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় গুৰুপ্ৰসাদ দাস।

মটৰৰ গেৰেজত যোগালিৰ কামত সোমোৱা গুৰুপ্ৰসাদ লাহে লাহে মটৰৰ এজন ভাল মেকানিক হৈ উঠে। সেই সময়তে এজন ইংৰাজ বিষয়াই ভোলানাথ বৰুৱাৰ গেৰেজত মটৰ ভাল কৰিবলৈ দিছিল। উক্ত গেৰেজৰ মেকানিক হিচাপে গুৰুপ্ৰসাদৰ দক্ষতা দেখি ইংৰাজ চাহাব অভিভূত হয় আৰু তেওঁৰ অনুগ্ৰহতে গুৰুপ্ৰসাদ দাসে হাওৰাৰ 'বাৰ্ণ এণ্ড কোম্পানী'ত এপ্ৰেণ্টিছ হিচাপে কামত সোমোৱাৰ সুযোগ পায়। তাতো কম দিনৰ ভিতৰতে গুৰুপ্ৰসাদে মেকানিক হিচাপে প্ৰসিদ্ধি লাভ কৰে। তাৰ পাছত উক্ত 'বাৰ্ণ এণ্ড কোম্পানী'ৰ লণ্ডনস্থ ৰেল ইঞ্জিনৰ কাৰিকৰী প্ৰতিষ্ঠান এটাত প্ৰশিক্ষণ লাভৰ বাবে গুৰুপ্ৰসাদ নিৰ্বাচিত হয়।

ইংলণ্ডলৈ যোৱাৰ সুবিধা পোৱাৰ পাছত গুৰুপ্ৰসাদ দাস বৰপেটালৈ আহি পিতৃৰ সহযোগত অসমৰ তেতিয়াৰ ৰাজধানী শ্বিলঙৰ পৰা ১৯২৫ চনৰ সাত আগষ্টত পাছপোৰ্ট সংগ্ৰহ কৰে আৰু অসমৰ তেতিয়াৰ গৱৰ্ণৰ ছাৰ বেটচন বেলে গুৰুপ্ৰসাদে লণ্ডনলৈ যোৱাৰ সুবিধা পোৱাৰ কথা শুনি বিশেষ এটা বৃত্তি প্ৰদান কৰি উৎসাহিত কৰে। এইদৰেই জাহাজত উঠি ১৯২৫ চনৰ শেহভাগত গুৰুপ্ৰসাদ দাস লণ্ডনত উপস্থিত হয় আৰু কোম্পানীৰ নিৰ্দেশ মৰ্মে 'ইনষ্টিটিউট অৱ্ মেকানিকেল ইঞ্জিনিয়াৰিঙ'ত প্ৰশিক্ষণ ল'ব ধৰে। কম দিনৰ ভিতৰতে ৰেলগাড়ীৰ বিভিন্ন কাৰিকৰী ক্ষেত্ৰত তেওঁ পাৰ্গত হৈ পৰে। প্ৰশিক্ষণ সফলভাৱে সম্পাদন কৰাৰ পাছত গুৰুপ্ৰসাদ দাসে ৰেলগাড়ীৰ ব্ৰেকৰ বিষয়ে বিশেষ গৱেষণা কৰাৰ সুযোগ পায়।

গুৰুপ্ৰসাদৰ পিতৃ ৰামপ্ৰসাদ দাস যে মাথো উকীলেই আছিল, তেনে নহয়। তেওঁ এজন সংস্কৃত পণ্ডিতো আছিল। সংস্কৃতৰ বিভিন্ন কাব্য তেওঁ সুৰ লগাই পাঠ কৰি সকলোকে মোহিত কৰিছিল, নানা শাস্ত্ৰ পাঠ কৰি নিৰাকাৰ নিৰঞ্জন ঈশ্বৰৰ বিষয়ে মানুহক বুজাইছিল। সেই সময়তে গুৰুপ্ৰসাদে পিতাকক প্ৰশ্ন কৰিছিল-'ভগৱান

নিৰাকাৰ নিৰঞ্জন কিয়? তেওঁ অস্তিত্ব শূন্য কিয়?' দেউতাকে বিশদভাৱে সেয়া ব্যাখ্যা কৰি দিছিল আৰু গুৰুপ্ৰসাদে সেয়া গভীৰভাৱে উপলব্ধি কৰিছিল। ৰেলৰ ব্ৰেকৰ বিষয়ে গৱেষণাৰ কালতো যেন গুৰুপ্ৰসাদৰ মনলৈ আহিছিল সেই নিৰাকাৰ নিৰঞ্জন ঈশ্বৰৰ কথা। অবচেতন মনত খেলোৱা নিৰাকাৰৰ অস্তিত্বৰ কথাই যেন ব্ৰেকৰ বিষয়ে গৱেষণা কৰোতে উপলব্ধি কৰিছিল। এটা কঠিন বন্ধ পাত্ৰৰ ভিতৰখিনি সম্পূৰ্ণ বায়ুশূন্য কৰি তাৰ পৰাই বিভিন্ন কাৰিকৰী পদ্ধতিৰে শক্তি উলিয়াই তেওঁ এবিধ নতুন ব্ৰেক পদ্ধতিৰ আবিষ্কাৰ কৰে, যাক সম্পূৰ্ণকৈ কোৱা হ'ল ঃ 'Transmission system of vacuum brake' এই ব্ৰেকৰ বিষয়ে গৱেষণা কৰোতে দাসৰ সময় লাগিছিল সম্পূৰ্ণ পাঁচ বছৰ (১৯২৬ ৰ পৰা ১৯৩০ চনলৈ)।

গুৰুপ্ৰসাদ দাসৰ অভিনৱ ব্ৰেকৰ যোগেদি বাৰ্ণ এণ্ড কোম্পানীয়ে বিশ্বৰ ৰেল জগতলৈ বিশিষ্ট অৰিহণা যোগালে আৰু ইংৰাজ চৰকাৰে দাসৰ প্ৰশংসাত পঞ্চমুখ হৈ তেতিয়া সকলো ৰেলতে প্ৰয়োগ আৰম্ভ কৰা উক্ত ভেকুৱাম ব্ৰেকৰ নাম ৰাখিলে 'জি পি ব্ৰেক' (গুৰুপ্ৰসাদ গতিৰোধক)। লগতে তেওঁক 'Associated member of Institute of Mechanical Engineers' উপাধিৰেও বিভূষিত কৰা হ'ল। তাৰ পাছতে Indian Railway Service ত পদমৰ্যাদা দি লণ্ডনস্থ ভাৰতীয় ৰেলসেৱাৰ বিষয়া পদত কাম কৰাৰ সুবিধা দিয়া হ'ল। এই I.R.S. পদ মৰ্যাদা লাভ কৰা দাসেই হ'ল প্ৰথম গৰাকী ভাৰতীয়।

১৯৩১ চনত লণ্ডনৰ পৰা উভতি আহি ভাৰতীয় ৰেল বিভাগৰ মুম্বাইস্থ কাৰ্যালয়ৰ বিষয়া হিচাপে গুৰুপ্ৰসাদ দাসে নিযুক্তি পালে। তাৰ পাছত ব্ৰিটিছ আৰু আমেৰিকা চৰকাৰৰ যুটীয়া আমন্ত্ৰণত নৌসেনা বিভাগৰ কামত কে'বামাহো আমেৰিকাত থাকি পুণৰ ভাৰতীয়ৰেলৰ কলিকতাস্থ কাৰ্যালয়ত চাকৰি কৰে আৰু তেতিয়াৰে পৰা তেওঁৰ বাসস্থান হৈ পৰে কলিকতা। উল্লেখযোগ্য যে ১৯৩২ চনৰ ২০ ফেব্ৰুৱাৰীত কমিচনাৰ এছ কে ৰাহাৰ কন্যা চঞ্চলা ৰাহাক বিয়া কৰাই সংসাৰী হয়।

১৯৩৩ চনত তেওঁ ৰেল বিভাগৰ চাকৰি ত্যাগ কৰে আৰু বাৰ্মা তেল কোম্পানীৰ পৰিচালক হিচাপে যোগ দিয়ে। গুণী লোকৰ কামৰ অভাৱ নাই। সেই বাবেই বাৰ্মা তেল কোম্পানীত চাকৰি ত্যাগ কৰি কলিকতা পৌৰ নিগমৰ কৰ্ম ব্যৱস্থাপক হিচাপে যোগ দিয়ে। ১৯৩৯ চনত দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হোৱাৰ সময়তে তেওঁ সেই চাকৰি ত্যাগ কৰে আৰু কাণপুৰত ভাৰত চৰকাৰৰ অস্ত্ৰ-শস্ত্ৰৰ কাৰখানাৰ পৰিচালক হিচাপে কাম আৰম্ভ কৰে। সেই সময়তে লণ্ডনলৈ গৈ তেওঁ আৱিষ্কাৰ কৰা ব্ৰেকৰ পদ্ধতি কিছু সালসলনি কৰি একেবাৰে আধুনিক ৰূপ দিয়ে। ভাৰতৰ সামৰিক বিভাগত কাম কৰি থকা অৱস্থাতে ই এম ই, এ এম আই, এম ই চি এইচ ই আদি বহু উপাধি লাভ কৰে আৰু শেষত কৰ্ণেল উপাধি লাভ কৰি অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পাছত কলিকতাৰ কে'ৰাটাও কোম্পানীৰ ডিৰেক্টৰ হোৱাৰ উপৰি অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ অনুৰোধত অসমৰ এ এছ আই ডি চি, এ আই, ডি চি আদি উদ্যোগ নিগম আৰু অসম পেট্ৰ'কেমিকেলচ লিমিটেডৰ ডিৰেক্টৰ হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল।

কৰ্মত বিশ্বাস ৰখা গুৰুপ্ৰসাদ দাস এগৰাকী সম্পূৰ্ণ প্ৰচাৰ বিমুখ ব্যক্তি আছিল। নিজৰ সম্পৰ্কে এজন ব্যক্তিৰ স'তে হোৱা তেওঁৰ এক কথোপকথন আছিল এনে ধৰণৰ-

? আপোনাৰ আত্মজীৱনী হিচাপে কিবা আছেনে?

ঃ নাই। কাৰণ কাগজত চিঞাহীৰে লিখা কথাখিনি, কৰ্মৰ মাজেৰে লিখা কথাৰ দৰে স্থায়ী নহয়।

? তেনেহ'লে আপোনাৰ নাম লোকে কেনেকৈ ক'ব?

ঃ নাম! কৰ্মৰদ্বাৰা আৰ্জিত গুণেহে কথা কয়-কাগজৰ পাতে নকয়।

? ডায়েৰী লিখিছিলনে আপুনি?

ঃ ডায়েৰী লিখি মই অমৰ হ'বলৈ ইচ্ছা নকৰিলো।

অতি স্পষ্টবাদী আৰু অমৰ হ'ব নিবিচৰা এইজনা ব্যক্তি, যিগৰাকীয়ে নিজৰ পৰিশ্ৰম শক্তি, প্ৰতিভা আৰু কৰ্মৰ বলত কাৰিকৰী বিভাগৰ ইতিহাসত নিজৰ নাম সুখ্যাতিৰে লিপিবদ্ধ কৰি থৈ গ'ল। তেওঁ সঁচাই অমৰ হ'ল আৰু তেওঁৰ বিষয়ে আমি উত্তৰপুৰুষে জনাটো একান্তই প্ৰয়োজনীয়। ১৯৮২ চনত দাসে পত্নীৰ লগতে দুই সুযোগ্য পুত্ৰ বাসুদেৱ আৰু ৰণদেৱক এৰি পৰলোকলৈ গতি কৰে। বয়সেৰে জীৱন জোখা নাযায়, আত্মপ্ৰচাৰেৰে নিজক মহীয়ান কৰিব পৰা নাযায়, কৰ্মৰেহে জীৱন জোখা হয় আৰু তাৰ পৰাই আহে অমৰত্ব প্ৰাপ্তি। অমৰ হ'ব নোখোজা গুৰুপ্ৰসাদ দাস আজি মৰিও অমৰ।

*(এই নিবন্ধৰ তথ্য গুৰুপ্ৰসাদৰ ভতিজা, বৰপেটাৰ মুনীন্দ্ৰ প্ৰসাদ দাসৰ পৰা পোৱা।)*



## (৩২)

# কুশল কোঁৱৰ

মহান দেশপ্ৰেমিকসকল, যিসকলে দেশৰ বাবে আত্মবলিদান দিবলৈ হাঁহিমুখে আগুৱাই আহিছে, সেইসকলৰ কথা স্মৰণ কৰিলেই প্ৰথমে কুশল কোঁৱৰৰ কথাহে মন দাপোণত ভাহি আহে। বিয়াল্লিছৰ গণ আন্দোলনৰ ছহিদ কুশল কোঁৱৰে ভগৎ সিং, ক্ষুদিৰাম বসু, উধম সিং আদিৰ দৰেই মহান আত্মত্যাগৰ উজ্জ্বল উদাহৰণ প্ৰতিষ্ঠা কৰি গ'লেও তেওঁ কোনোদিনে ৰাষ্ট্ৰীয় পৰ্যায়ৰ মৰ্যাদা নাপালে। ভাৰতৰ স্বাধীনতা আন্দোলনৰ আদিৰ পৰা অন্তলৈ অসমৰ মুঠ পাঁচগৰাকী জাতীয় বীৰে ফাঁচিশালত মূৰ পাতি প্ৰাণাহুতি দিবলৈ আগুৱাই আহিছিল। ১৮৩০ চনত ব্ৰিটিছৰাজৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰাম কৰাৰ অপৰাধত শিৱসাগৰ পুখুৰীৰ পাৰত পতা ফাঁচিশালত পিয়লী বৰফুকন আৰু জীউৰাম দুলীয়া বৰুৱাই প্ৰাণ দিলে। তাৰ পাছত ১৮৫৮ চনত যোৰহাটত মণিৰাম দেৱান আৰু পিয়লী বৰুৱাই আত্মাহুতি দিলে আৰু ১৯৪৩ চনত ভাৰতত স্বাধীনতা সংগ্ৰামী হিচাপে ফাঁচিকাঠত প্ৰাণ দিয়া শেহৰজন ব্যক্তি হ'ল কুশল কোঁৱৰ। মাথো দেশৰ বাবে ফাঁচিকাঠত প্ৰাণ দিয়া ছহিদ হিচাপেই কুশল কোঁৱৰ 'অমৰ' নহয়, তেখেতৰ জ্ঞান-বৌদ্ধিকতা, দাৰ্শনিক চিন্তা, অসীম সাহস আৰু ত্যাগৰ কাহিনীৰ মাজেৰেহে কোঁৱৰৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন হয়।

১৯০৫ চনৰ ২১ মাৰ্চত গোলাঘাট জিলাৰ ঘিলাধাৰী মৌজাৰ চাওদাং চাৰিআলিত কুশল কোঁৱৰৰ জন্ম। পিতৃ সোণাৰাম কোঁৱৰে কাঠৰ ব্যৱসায় কৰিছিল আৰু মাতৃৰ নাম আছিল কনকেশ্বৰী। বাঁহী আৰু ঢোল বজোৱাতো পাৰ্গত সোণাৰাম কোঁৱৰৰ আৰ্থিক অৱস্থা আছিল টনকিয়াল। তদুপৰি তেওঁৰ যি বংশ মৰ্যাদা আছিল, কোনো এজন অসমীয়াৰ বাবে সেয়া হ'ব পাৰে অতি গৌৰৱৰ। কে'বাশ বছৰীয়া আহোম ৰাজ ইতিহাসৰ অতি গুৰুত্বপূৰ্ণ কালছোৱাত ৰাজত্ব কৰা তুঙ্গখুঙীয়া ফৈদৰ সন্তান আছিল কুশল। এই ফৈদে গোবৰ ৰজাৰ দিনৰ পৰা ৰাজত্ব আৰম্ভ কৰিছিল যদিও গদাধৰ সিংহইহে এই বংশৰ ৰাজ শাসনৰ ভেটি সুদৃঢ় কৰিছিল। আহোম ৰাজবংশৰ শ্ৰেষ্ঠ ৰজা ৰুদ্ৰ সিংহ আছিল এই ফৈদৰেই। মুঠতে গোবৰ ৰজাৰ পৰা আহোম ৰাজত্বৰ সূৰ্য অস্তমিত হোৱালৈ এই তুঙ্গখুঙীয়া ফৈদেই আছিল অতি শক্তিশালী আহোম ৰাজবংশ।

'এইখিনিতে এটা কথা উল্লেখ কৰাটো উচিত হ'ব যে কুশল কোঁৱৰ প্ৰকৃততে আহোম নে চুতীয়া বংশৰ সেই লৈ সমগ্ৰ অসম জুৰি ব্যাপক বিতৰ্কৰ সূত্ৰপাত হৈছে। সদৌ চুতীয়া জাতি সন্মিলনে কোঁৱৰক চুতীয়া বুলি দাবী কৰিছে। এই দাবী সত্য বুলি প্ৰতিপন্ন হয়নে নহয় সেয়া ভৱিষ্যতে নিশ্চয় সিদ্ধান্ত এটা হ'ব।....কুশলৰ আদি পুৰুষ লালৈ

কোঁৱৰে লাকুৱা কোঁৱৰ গাঁৱত বাস কৰিছিল যদিও তেওঁৰ পুত্ৰ তথা কুশলৰ আজোককাক নদৰাম কোঁৱৰ গোলাঘাটৰ চাওদাং গাঁৱলৈ মানৰ আক্ৰমণৰ সময়তে উঠি গৈছিল। নদৰামৰ পুত্ৰ খাটাং কোঁৱৰ। এই খাটাঙৰে জ্যেষ্ঠ পুত্ৰ সোণাৰাম আৰু সোণাৰামৰ মুঠ নজন সন্তানৰ ভিতৰত পঞ্চম সন্তান কুশল।

১৯১২ চনত কুশল কোঁৱৰৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় ঘৰৰ ওচৰৰে বালিজান প্ৰাথমিক বিদ্যালয়ত। ১৯১৮ চনত প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা সাং কৰি তেওঁ গোলাঘাটৰ বেজবৰুৱা মধ্য ইংৰাজী বিদ্যালয়ত নাম লিখায়। গোলাঘাট চহৰৰ বিশিষ্ট সমাজকৰ্মী ৰজনী বৰুৱাৰ ঘৰত কুশলে অন্য দুজনৰ স'তে মেচ কৰি থাকিবলৈ ল'লে।

খেলা-ধূলাত ৰাপ থকা কুশল কোঁৱৰ গাঁৱৰ পৰিবেশৰ পৰা নগৰৰ বহল বুকুলৈ ওলাই আহিল, চিন্তা-চৰ্চাও বহল হ'ল। পৰিয়ালৰ কথা, গাওঁ-চহৰৰ কথাৰ লগতে পৰাধীনতাৰ শিকলিৰে বান্ধ খোৱা দেশখনৰ কথাও তেওঁ চিন্তা কৰিব ধৰিলে।

১৯১৯ চনত পঞ্জাবৰ জালিৱানাৱালাবাগত জেনেৰেল ডায়াৰৰ নেতৃত্বত যি অমানুষিক হত্যাকাণ্ড সম্পন্ন হয়, তেতিয়াৰে পৰাই দেশৰ ভয়াবহ পৰিস্থিতিৰ প্ৰতি অধিক সচেতন হয় কুশল। তাৰ দুবছৰৰ পাছতে আৰম্ভ হোৱা অসহযোগ আন্দোলনে অসমৰ সৰ্বত্ৰতে আকাশ-বতাহ কঁপাই তোলাৰ সময়তে স্বাধীনতাপ্ৰিয় কুশল কোঁৱৰে অন্যান্য বন্ধু-বান্ধৱৰ লগতে স্কুলীয়া জীৱন ত্যাগ কৰি আন্দোলনত যি পাৰে সামান্য অৰিহণা যোগাবলৈ বুলি গাঁৱৰ ঘৰলৈ উভতি আহিল। সৰুৰে পৰা ঢোল আৰু বাঁহী বাদনত পাকৈত সুস্থ-সবল চেহেৰাৰ কুশলে যি সময়ত দেশৰ স্বাধীনতা বিচাৰি স্কুলীয়া পঢ়া-শুনা ত্যাগ কৰিলে, সেই সময়ত তেওঁৰ বয়স আছিল ১৭ বছৰ।

স্বাধীনতা আন্দোলনৰ কাৰ্যসূচী আৰু মহাত্মা গান্ধীৰ নীতি প্ৰচাৰ কৰাত লাগিল কুশল কোঁৱৰ। কিন্তু সেই সময়ত পিতৃ সোণাৰাম কোঁৱৰৰ কাঠৰ ব্যৱসায়ত মাৰঘাত পৰিল, আৰ্থিক অৱস্থাও শোচনীয় হৈ পৰিল। নটা সন্তানেৰে ১১ জনীয়া পৰিয়ালটো পোহপাল দিয়াৰ ক্ষেত্ৰত সোণাৰামক বিভিন্ন ধৰণৰ সংকটে জুমুৰি দি ধৰিলে। সেই সময়তে উপায় নাপাই সোণাৰাম কোঁৱৰে বালিজান ত্যাগ কৰি ৰেংমাই অঞ্চললৈ উঠি যাবলৈ স্থিৰ কৰে আৰু সেই মতে ৰেংমাই অঞ্চললৈ ১৯২৪ চনত উঠি গৈ খেতিবাতি কৰাৰ লগতে এখন দোকান দি পৰিয়ালৰ পোহপাল দিব ধৰিলে। সেই সময়ত ৰেংমাইত বিভিন্ন ঠাইৰ পৰা মানুহ গৈ বসতি কৰিবলৈ লৈছিল, সেই সকলো নতুন বাসিন্দাৰ মাজত মিলামিচাৰ জৰীডাল নিকপকপীয়া হ'ল। এই ঠাইতে সমাজ সংগঠনৰ কামত ভালদৰে জড়িত হৈ পৰা কুশল কোঁৱৰে বিভিন্ন ধৰণৰ সাংস্কৃতিক কাৰ্যসূচী আৰু শিক্ষাৰ ক্ষেত্ৰতো নিজৰ অৰিহণা আগবঢ়ায়। ৰেংমাই অঞ্চলত আন্দোলনৰ বীজ সিঁচাৰ লগতে শিক্ষিত সমাজ গঢ়ি তোলাৰ মানসেৰে ১৯২৫ চনত তেওঁ স্থাপন কৰে ৰেংমাই প্ৰাথমিক বিদ্যালয়। সেই বছৰৰে জানুৱাৰী মাহৰ পৰা শিক্ষাৰম্ভ হোৱা বিদ্যালয়খনৰ প্ৰধান শিক্ষকৰ দায়িত্বও তেৱেঁই গ্ৰহণ কৰে। সেই সময়ছোৱাত তেওঁলোকৰ পৰিয়ালৰ আৰ্থিক অৱস্থা পুনৰ শোচনীয় হৈছিল। অবৈতনিক শিক্ষক কুশলক এটা ভাল চাকৰি কৰিবলৈ দেউতাকে

বাবে বাবে শিকনি দিছিল, আনকি চাকৰিও যোগাৰ কৰি দিছিল, কিন্তু ব্ৰিটিছৰ অধীনত চৰকাৰী চাকৰি নকৰে বুলি সিদ্ধান্ত লোৱা কুশল আছিল নিজৰ সিদ্ধান্তত অচল-অটল।

সেই সময়ৰ বিপ্লৱীসকলৰ পৰা ত্যাগ, সাহস আৰু সততাৰ শিক্ষা গ্ৰহণ কৰা কুশল কোঁৱৰে কিন্তু নিজৰ ঘৰখনৰ বাবেও চিন্তা কৰিবলৈ বাধ্য হ'ল। সেইবাবেই অবৈতনিকভাৱেই শিক্ষকৰ কাম কৰি যাব বুলি নিজৰ মততেই অচল-অটল হৈ থকা কুশলে ঘৰৰ কথা চিন্তা কৰিয়েই উপায়হীন হৈ ১৯২৭ চনৰ জুন মাহত বাগানৰ কেৰাণীৰ চাকৰিত সোমাবলৈ বাধ্য হয়। এইদৰেই বৰমহৰী তথা সম্পৰ্কীয় মোমায়েক গুণাৰাম শইকীয়াৰ সহায়ত বালিজান বাগিচাৰ চাকৰিটোত সোমাই পিতৃ-মাতৃৰ পৰামৰ্শ মতেই জীৱিকা নিৰ্বাহৰ নতুন পথত কুশলে ভৰি দিলে। বাগিচাত চাকৰি কৰিলেও তেওঁ বালিজানত থকা নিজৰ ঘৰটোতে থাকিছিল আৰু চাকৰিৰ সময়খিনিৰ বাদে স্বাধীনতা আন্দোলনৰ বিভিন্ন কামত লাগি থাকি দেশৰ উন্নতিৰ স্বাৰ্থতেই আত্মনিয়োগ কৰিছিল।

টকা-পইচা, বিলাস-বৈভৱ, পৰিয়াল-সংসাৰৰ প্ৰতি সদায়েই পিঠি দিয়া কুশলক লৈ পিতৃ-মাতৃ অহৰহ চিন্তিত হৈছিল বাবেই বহু চেষ্টা কৰি প্ৰভাৱতী দুৱৰা নামৰ এগৰাকী গাভৰুৰ স'তে বিয়াত বহিবলৈ কুশলক সৈমান কৰালে। ১৯২৯ চনৰ ২৪ ফাগুনৰ দিনাখন কুশল আৰু প্ৰভাৱতীৰ বিবাহ সম্পন্ন হয়। সেই ফাগুন মাহৰে প্ৰথম সপ্তাহত কুশল কোঁৱৰে পৰিয়ালৰ পূৰ্বৰ ব্যক্তিসকলে কৰি অহাৰ দৰে ঐতিহ্যমণ্ডিত আউনীআটি সত্ৰত শৰণ লয়। সেই সময়ত সত্ৰৰ সত্ৰাধিকাৰ আছিল সাহিত্যিক পণ্ডিত শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী।

১৯৩০ চনৰ নৱেম্বৰ মাহৰ শেহৰ সপ্তাহত ভাৰতৰ গভৰ্ণৰ জেনেৰেল লৰ্ড আৰউইন যোৰহাটলৈ আহে। আৰউইনৰ বিৰুদ্ধে প্ৰতিবাদ সব্যক্ত কৰিবলৈ সেই সময়ত যোৰহাটৰ কৰ্মীসকলে দেৱেশ্বৰ শৰ্মা আৰু শংকৰ বৰুৱাৰ নেতৃত্বত সমদল বাহিৰ কৰাৰ সিদ্ধান্ত লয় আৰু সেই উদ্দেশ্যে ৫৭ জন কৰ্মীৰ এটা দল প্ৰস্তুত কৰা হয়। কুশল কোঁৱৰ আছিল এই দলৰ অন্যতম সদস্য। প্ৰতিজন সদস্যই হাতত একোখন ক'লা পতাকা আৰু জাতীয় পতাকা লৈ প্ৰতিবাদ সাব্যস্ত কৰি 'মহাত্মা গান্ধীকী জয়' আৰু 'অৰ্ডিনেন্স আৰউইন গ' বেক' ধ্বনিৰে যোৰহাট মুখৰিত কৰে।...কুশল কোঁৱৰ আছিল আজন্ম বিদ্ৰোহী, অৱশ্যেই অহিংস পন্থাৰ। ১৯২১ চনৰ পৰাই স্বাধীনতা আন্দোলনত জড়িত এইগৰাকী ব্যক্তিয়ে ১৯২৬ চনত পাণ্ডু অধিবেশনত মহাত্মা গান্ধীক দূৰৰ পৰাই দেখিছিল। তাৰ পাছত ১৯৩৪ চনত মহাত্মা গান্ধী যেতিয়া গোলাঘাটলৈ আহে তেতিয়া মহাত্মাক ওচৰৰে পৰা পাই কোঁৱৰৰ জীৱনৰ ৰূপেই যেন সলনি হৈ পৰিল। ইয়াৰ ফলত পূৰ্বৰ যি সামান্য 'ডেকা তেজ' আছিল সেইখিনিকো নিয়ন্ত্ৰণ কৰি কুশল হৈ পৰিল সম্পূৰ্ণ অহিংস, নিৰামিষভোজী আৰু নিয়মিতভাৱে গীতা অধ্যয়ন কৰোতা। তদুপৰি আজীৱন স্বদেশী বস্ত্ৰ গ্ৰহণ কৰি স্বাৱলম্বী হ'বলৈ তেওঁ দৃঢ়সংকল্প লৈছিল। স্বাধীনতাৰ বিভিন্ন কাৰ্যসূচীত ভাগ লোৱাটো বাদেই 'কানি বৰ্জন' আৰু 'অস্পৃশ্যতা' বৰ্জন আন্দোলনতো একনিষ্ঠভাৱে নামি পৰিছিল কুশল কোঁৱৰ।

স্বাধীনতা আন্দোলনৰ কামত একনিষ্ঠভাৱে লাগি থাকিবলৈকে কুশল কোঁৱৰে ১৯৩৬ চনৰ ৩১ জুনৰ দিনাখন বাগিচাৰ চাকৰি ত্যাগ কৰে। মহাত্মা গান্ধীক লগ পোৱাৰ পিছৰে পৰা তেওঁ চাকৰি ত্যাগ কৰাৰ চেষ্টা কৰিছিল যদিও মনত বল পোৱা নাছিল। কিন্তু অৱশেষত পত্নী প্ৰভাৱতীৰ প্ৰেৰণাত তেওঁ চাকৰি জীৱন ত্যাগ কৰি সৎ সাধনাত লাগি যোৱাৰ লগতে স্বাধীনতা আন্দোলনত জঁপিয়াই সৰ্বস্ব ত্যাগ কৰিবলৈ তেওঁ আগুৱাই গ'ল। স্বাধীনতা আন্দোলনৰ অন্যতম কাৰ্যসূচী হিচাপে তেতিয়া প্ৰতি ঠাইতে মৌজা বা আঞ্চলিক ভিত্তিত একোখন ৰায়ত সভা সংগঠিত হৈছিল। সৰুপথাৰ অঞ্চলৰ ৰায়ত সভা সংগঠনৰ দায়িত্ব কোঁৱৰে গা পাতি লৈছিল আৰু দিনে-ৰাতিয়ে এই কাম সফল কৰিবলৈ ঘূৰি ফুৰিছিল। সভাৰ সম্পাদক হিচাপে মানুহক ঐক্যবদ্ধ কৰিবলৈ মানুহক ব্যক্তিগতভাৱে বুজনি দিছিল আৰু সভাবোৰত যথেষ্ট বাগ্মিতাৰে বক্তৃতা দিছিল। লাহে লাহে কোঁৱৰ গোলাঘাটৰ এগৰাকী উল্লেখযোগ্য কংগ্ৰেছ কৰ্মী হিচাপে চিহ্নিত হৈছিল।

ভাৰতৰ স্বাধীনতাৰ বাবে কৰা আন সকলো আন্দোলনতকৈ '৪২ৰ ভাৰত ত্যাগ আন্দোলন আছিল সঁচাই অভূতপূৰ্ব। ব্ৰিটিছৰ সাম্ৰাজ্যবাদী হাতোৰাৰ পৰা মুক্তি পোৱাৰ বাবে সেয়া যেন আছিল এক চূড়ান্ত সংকল্প। সৰুপথাৰত ৰায়ত সভা গঠন ক... সম্পূৰ্ণ সফল হোৱাৰ পাছত কুশল কোঁৱৰে কংগ্ৰেছৰ কামত মনোনিবেশ কৰিছিল আৰু সৰুপথাৰ কংগ্ৰেছৰ সম্পাদকৰ দায়িত্বও তেৱেঁই গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। নিজেই মেচিনত টুপী আৰু খদ্দৰৰ কাপোৰ চিলাই কৰি কংগ্ৰেছ কৰ্মীক বিলাই ফুৰা কোঁৱৰৰ বাবে কংগ্ৰেছৰ কাৰ্যালয়েই বাসগৃহ স্বৰূপ হৈ পৰিছিল। ইতিমধ্যে দুটি সন্তানৰ পিতৃ হোৱা কোঁৱৰৰ ঘৰখনৰ সমস্ত দায়িত্ব লৈছিল পত্নী প্ৰভাৱতীয়ে। ইতিমধ্যে 'কৰিম নহ'লে মৰিম' ধ্বনিৰে জাগি উঠিল কংগ্ৰেছৰ বহুতো কৰ্মী। কুশল কোঁৱৰেও এই আন্দোলনত হাত উজান দিলে। কংগ্ৰেছৰ শীৰ্ষনেতাসকলক ইংৰাজে জেলত ভৰাই থ'লে। নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ পাছত এদল লোকে হিংসাত্মক বিপ্লৱ আৰম্ভ কৰিলে। তেওঁলোকৰ লক্ষ্য আছিল যিকোনো উপায়েৰে ভাৰতৰ পৰা ইংৰাজক খেদিব লাগে। তাৰ পাছতেই কংগ্ৰেছক বে-আইনী বুলি ঘোষণা কৰা হ'ল। কংগ্ৰেছৰ 'মৃত্যু বাহিনী' গঠন কৰা হ'ল, দেশৰ স্বাৰ্থত সৰ্বস্ব ত্যাগ কৰিবলৈ এই মৃত্যু বাহিনী সাজু হ'ল। 'জীৱনৰ পণ পত্ৰ'ত চহী কৰি 'কৰিম নহ'লে মৰিম' বুলি বহু কৰ্মী ওলাই আহিল। এইদৰেই সম্পূৰ্ণ অহিংস ৰূপত আত্মপ্ৰকাশ কৰা ভাৰতৰ স্বাধীনতা আন্দোলন উগ্ৰ হৈ পৰিল। আৰম্ভ হ'ল ৰেলপথ বিচ্ছিন্ন কৰা, টেলিগ্ৰাফ-টেলিফোনৰ খুঁটা আৰু দলং ভঙা, সৈন্যৰ ছাউনী পোৰা আদি হিংসাত্মক কাৰ্য। অহিংস আন্দোলনত নামি আনকি নিৰামিষ ভোজী হৈ পৰা কুশল কোঁৱৰে অৱশ্যে ধৈৰ্য ধৰি বহি থাকিল। ইতিমধ্যে পলাতক হৈ থকা গোলাঘাট জিলা কংগ্ৰেছৰ সম্পাদক তথা কুশল কোঁৱৰ আদিৰ নেতা শংকৰ বৰুৱাৰ মূৰৰ মূল্য ১০ হেজাৰ টকা বুলি ইংৰাজ চৰকাৰে ঘোষণা কৰে। ইতিমধ্যে সৰুপথাৰৰ ওচৰৰ চাংপুলত ৰেল দুৰ্ঘটনা ঘটাবলৈ মৃত্যু বাহিনী সাজু হ'ল।

ৰেল দুৰ্ঘটনাৰ কামটো যাতে সুচাৰুৰূপে সম্পন্ন হয় তাৰ বাবে সকলো ব্যৱস্থা সম্পূৰ্ণ হ'ল। সেই সময়ত অহিংস কুশল কোঁৱৰৰ মনত তীব্ৰদ্বন্দ্ব-সংঘাতৰ সৃষ্টি হ'ল। এনেবোৰ

হিংসাত্মক পন্থা গ্ৰহণ কৰিবলৈ সাজু নহ'ল কোঁৱৰ। তেওঁ এনেবোৰ কামৰ বিৰোধিতা কৰিলে। ৰেল দুৰ্ঘটনা কৰিবলৈ সাজু হোৱাসকল অৱশ্যে এই কামৰ পৰা আঁতৰি নাহিল। তেওঁলোকৰ নগৰাকীয়ে দলপতি বৈকুণ্ঠ সিঙ (এওঁ বিহাৰৰ লোক)ৰ নেতৃত্বত সৰুপথাৰৰ ওচৰত সৈন্যবাহিনী অনা এখন ৰেল বগৰালে, যাৰ ফলত ইংৰাজৰ কে'বাশ সৈন্যৰ মৃত্যু ঘটিল। এই দলত সৰুপথাৰ কংগ্ৰেছৰ সম্পাদক কুশল কোঁৱৰ নাছিল যদিও ইংৰাজৰ পুলিচ বাহিনীয়ে তেওঁক গ্ৰেপ্তাৰ কৰে। দিনটো আছিল ১৯৪২ চনৰ তিনি নৱেম্বৰ। ইংৰাজৰ মেজিষ্ট্ৰেটে কুশল কোঁৱৰক ৰেল দুৰ্ঘটনা কৰা দলটোৰ দলপতি বুলি অভিযুক্ত কৰিলে আৰু পাঁচ নৱেম্বৰত কোঁৱৰক যোৰহাটৰ জেললৈ পঠিয়াই দিয়া হ'ল। বগা পাৰ্চিয়ান কোট, খদ্দৰৰ সেউজীয়া পাৰি থকা চাদৰ আৰু মূৰত গান্ধী টুপী পিন্ধা ৩৭ বছৰীয়া কুশল কোঁৱৰৰ ব্যক্তিত্বত তেতিয়া জেলত বন্দী হৈ থকা সকলো নেতাই মোহিত হৈছিল। দৰ্শনত অগাধ ব্যুৎপত্তি থকা নিষ্ঠাবান এই সাধকগৰাকীৰ আদৰ্শ আৰু পৰিশ্ৰম শক্তি দেখি সকলোৱে তবধ মানিছিল।

যোৰহাটৰ জেলত কুশল কোঁৱৰে মুঠ ২২ দিনৰ কাৰাদণ্ড ভুগিব লগা হৈছিল। প্ৰথম ১২ দিন বিচাৰাধীন বন্দী হিচাপে আৰু বাকী ১০০ দিন তেওঁ কটাইছিল কাৰাগাৰৰ-নিজান কক্ষত। কোঁৱৰৰ বিৰুদ্ধে বিচাৰ চলিছিল। ইংৰাজৰ ফলীয়া সাক্ষী কেইজনমানে কোঁৱৰক ৰেল দুৰ্ঘটনাৰ এক নম্বৰ আচামী বুলি অভিহিত কৰিছিল। ছয় মাৰ্চ (১৯৪৩)ৰ দিনাখন যোৰহাট কাছাৰীত ৰায় দিয়া হ'ল যে কুশল কোঁৱৰৰ ফাঁচি বলবৎ কৰিব লাগে। কোঁৱৰৰ লগতে ৰেল দুৰ্ঘটনাৰ স'তে জড়িত ধৰ্মকান্ত ডেকা, ঘনশ্যাম শইকীয়া আৰু কনকেশ্বৰ কোঁৱৰৰো ফাঁচিৰ হুকুম হয়। অৱশ্যে এইসকলৰ ফাঁচিৰ হুকুম ২৬ এপ্ৰিল ('৪৩)ৰ দিনাখন বাতিল কৰে অসমৰ ৰাজ্যপালে। কোঁৱৰৰ ক্ষেত্ৰত ৰাজ্যপালে মৃত্যুদণ্ডৰ আদেশ বাতিল নকৰাত যথাসময়ত ভাৰত গভৰ্ণৰ জেনেৰেল লৰ্ড লিনলিথগোলৈ ক্ষমাৰ আবেদন পঠিওৱা হ'ল যদিও '৪৩ চনৰ মে' মাহৰ শেষ সপ্তাহত ভাৰতৰ গৱৰ্ণৰ জেনেৰেলজনে সেই আবেদন নামঞ্জুৰ কৰিলে। ইতিমধ্যে ১৫ জুনৰ দিনাখন কোঁৱৰক ফাঁচি কাঠত ওলমোৱা হ'ব বুলি ঘোষণা কৰা হ'ল।

কুশল কোঁৱৰ যোৰহাটৰ জেলত বন্দী হৈ থকাৰ সময়তে অসমৰ শীৰ্ষ কংগ্ৰেছী নেতাসকল, যেনে- গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমেদ, বিমলা প্ৰসাদ চলিহা, পীতাম্বৰ দেৱ গোস্বামী আদিও যোৰহাটৰ জেলতে আছিল। তেওঁলোকে কুশল কোঁৱৰৰ নৈষ্ঠিক আচাৰ-আচৰণ, অদ্ভুত সাহস আৰু ব্যক্তিত্ব দেখি তবধ মানিছিল। গোপীনাথ বৰদলৈয়ে এই সম্পৰ্কত যি কথা লিখিছে, সেয়া পঢ়িলেই কোঁৱৰৰ সমস্ত ব্যক্তিত্ব আৰু দাৰ্শনিক প্ৰতিভা স্পষ্ট হৈ উঠিব। বৰদলৈ ডাঙৰীয়াই লিখিছে- 'আমি কুশল কোঁৱৰৰ ওচৰলৈ গৈছিলো অন্তিম মুহূৰ্তত অলপ সান্ত্বনা দিবৰ মনেৰে। কিন্তু আমি সান্ত্বনা লৈ উভতিলো আৰু লগে লগে আমাৰ অন্তৰত যি অনুপ্ৰেৰণা লাভ কৰিলো, সেই অণুপ্ৰেৰণা আমাৰ জীৱনত আজীৱন থাকিব।.... মুখখনলৈ চালো-এই নিবিড় শক্তি বিৰাজ কৰিছে। মৃত্যুলৈ আৰু কেইঘণ্টামান বাকী, তাৰ আগতে এনে অশান্তি কি মনোমোহা। মোৰ অনুভৱ

হ'ল মানুহজনৰ অন্তৰত শান্তি, গভীৰ নীৰৱতা আৰু ঈশ্বৰ বিশ্বাস বিৰাজমান। সেই ৰূপ দেখি মই অভিভূত হৈ পৰিলো।... কুশল কোঁৱৰে কৈছিল - মোক যি শাস্তি দিছে, সেই শাস্তি মোৰ প্ৰাপ্য নহয়। যি দোষত মোক মৃত্যুদণ্ড দিছে, সেই দোষ মই কৰা নাই।

কিন্তু মই মহাত্মা গান্ধীৰ অনুগামী আৰু তেওঁৰ অহিংস পন্থাত মোৰ দৃঢ়বিশ্বাস আছে। যোৱা ১৭ বছৰ ধৰি মই নিৰামিষ ভোজন কৰি অহিংস জীৱন-যাপন কৰিছো। যোৱা ন বছৰ ধৰি মই নিমখ মুখত দিয়া নাই। মই ৰেল বগৰাই পবিত্ৰ মানৱ জীৱন ধ্বংস কৰাৰ কথা ভাবিব পাৰোনে?... কিন্তু ভাগ্যৰ ফেৰ যে মই মৃত্যুদণ্ড ভুগিব লগা হ'ল। তাৰ কাৰণে মই অলপো দুখীত বা চিন্তিত নহয়। জেলৰ ভিতৰত থকা ৫০০ মানুহৰ ভিতৰত দেশৰ কাৰণে পৰমেশ্বৰে মোকহে বাছিলে। ঈশ্বৰৰ ইচ্ছা আৰু কৃপা বুলি মই এই দণ্ডাজ্ঞা শিৰত তুলি ল'লো। সকলোৰে মাজৰ পৰা মোক বছা বাবে মই তেওঁৰ ওচৰত কৃতজ্ঞ।.... মোৰ ল'ৰা-তিৰোতাই দুখত কান্দোতেও মই কৈছো মানুহৰ শক্তিয়ে পৰা হ'লে মোক বচালেহেঁতেন। ইয়াত দুখ আৰু শোকৰ স্থল ক'ত?

....জন্মিলে মৰণো হয়। জন্মোতে মই প্ৰায় ডেৰ ঘণ্টা কাল জীয়াতু ভুগিছিলো। কিন্তু মৰোতে মাত্ৰ ১৫ মিনিটহে যাতনা ভুগিম। দেহে যাতনা ভুগিব, কিন্তু আত্মাক কোনে মাৰে? আত্মা স্বাধীন, স্পৰ্শৰ অতীত। ব্ৰিটিছ চৰকাৰে বা আপোনালোকেও মোৰ আত্মাক চুব নোৱাৰে।

এইখিনি কথা কৈ ২০০ কংগ্ৰেছ কৰ্মীৰ মুখলৈ চাই কুশল কোঁৱৰ নীৰৱ হ'ল। সেই নিৰ্ভীক আত্মাৰ ওচৰত সকলোৰে মূৰ দোঁ খাই গ'ল।'

১৫ জুনৰ পুৱা কোঁৱৰক ফাঁচি দিয়া হ'ব। তাৰ আগদিনা অৰ্থাৎ ১৪ জুনৰ আবেলি দুই বজাৰ পৰা চাৰিবজাৰ ভিতৰত জেলত থকা কংগ্ৰেছ কৰ্মীসকলে কোঁৱৰক নিজান চেলৰ সন্মুখত শাৰীপাতি থিয় দি কথা পাতিব পাৰিব বুলি অনুমতি পালে। সকলো কংগ্ৰেছ কৰ্মী যেতিয়া চেলৰ সন্মুখত উপস্থিত হৈছিল তেতিয়া কোঁৱৰে একান্তমনে ভাগৱত গীতা পঢ়ি আছিল। তেওঁ উঠি আহি জালনাৰ ওচৰ পালেহি। চেলৰ ভিতৰৰ পৰাই সকলোৰে লগত একান্ত মনোযোগেৰে কথা পাতিলে। সেই সময়ছোৱাতে কোঁৱৰে গোপীনাথ বৰদলৈয়ে উদ্ধৃত কৰা ওপৰৰ কথাখিনি কৈছিল। কোঁৱৰে আৰু কৈছিল-'চিৰস্বাধীন অসমভূমি, ভাৰতভূমি স্বাধীন হ'বলৈ আৰু বেছিদিন নাই।' বৰদলৈয়ে কৈছিল-'কোঁৱৰ দেশৰ কাৰণে বাণী এটি আমাক দিয়ক।' কোঁৱৰে স্বভাৱসুলভ মিঠা হাঁহিৰে কৈছিল-'মোৰ দৰে সাধাৰণ মানুহ এজনে দেশৰ কাৰণে কি বাণী দিম? দেশৰ কাৰণে, দেশৰ কোটি কোটি জনতাৰ মুক্তিৰ কাৰণে মই নিজৰ জীৱন দিয়েই পূজা কৰি গ'লো। মোৰ আশা এয়ে যে দেশখন স্বাধীন কৰি এনে এখন দেশ গঢ়িব-য'ত দেশৰ প্ৰতিটো সন্তানৰ বাবে এমুঠি অন্ন, এখন বস্ত্ৰ আৰু এটি বাসগৃহৰ অভাৱ নহ'ব। য'ত মানুহ, ধৰ্ম-কৰ্ম আৰু জাতি-বৰ্ণৰ ওপৰত প্ৰতিষ্ঠা নহৈ, সকলো এখন ভাৰতৰে সন্তান আৰু এজন পৰম পিতাৰ সন্তান হিচাপে প্ৰতিষ্ঠা হ'ব।' নিজৰ পুত্ৰদ্বয় আৰু পত্নীৰ বিষয়ে তেওঁ কৈছিল-'মই দেশৰ বাবে জীৱন দিম, দেশেই মোৰ

বাবে সকলো। গতিকে মোৰ সতি-সন্ততি, পুত্ৰ-পৰিবাৰক দেশে চাব। মই দেশৰ মানুহৰ হাততেই তেওঁলোকক এৰি গ'লো।'

সেইদিনা চেলৰ বাহিৰৰ পৰাই গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামীয়ে কোঁৱৰৰ একান্ত অনুৰোধত তেওঁক শৰণ দিলে। নিজান সেই চেলত কোঁৱৰ এশ দিন বন্দী হৈ আছিল। সেই সময়ছোৱাত জেল কৰ্তৃপক্ষই দিয়া গীতাখনেই মাত্ৰ তেওঁৰ লগৰীয়া আছিল। ৰথীয়া-চন্তৰীয়ে কোঁৱৰক অশেষ শ্ৰদ্ধা কৰিছিল। ১৫ জুনৰ পুৱা ধাৰাসাৰে বৰষুণ পৰিছিল। পুৱা ৪-৩০ বজাত হেড ৱাৰ্ডাৰে যেতিয়া সশস্ত্ৰ প্ৰহৰী লৈ কোঁৱৰক চেলৰ পৰা আনিব গৈছিল, তেতিয়া তেওঁ পৰম শান্তিত শুই আছিল মুখত সেই পৰম প্ৰশান্তি লৈয়েই ধীৰ স্থিৰভাৱে প্ৰহৰীৰ স'তে আগুৱাই আহিছিল নিশ্চিত মৃত্যুৰ চেৰলৈ, ফাঁচি কাঠলৈ...।

এইদৰে ১৯৪৩ চনৰ ১৫ জুনত ফাঁচি দিয়া হ'ল এগৰাকী নিৰপৰাধী ৩৮ বছৰীয়া আদৰ্শবাদী যুৱকক, যিজনে জীৱনত কথা আৰু কামৰ মাজত অতি নিষ্ঠাৰে গভীৰ সম্পৰ্ক গঢ়ি তুলিছিল। ফাঁচিৰ দণ্ডেৰে দণ্ডিত হোৱাৰ বাবে নহয়, সত্যনিষ্ঠ আদৰ্শবাদী আৰু যিটো অনিবাৰ্য তাক হাঁহিমুখে গ্ৰহণ কৰাৰ বাবেহে কোঁৱৰ এগৰাকী শ্ৰেষ্ঠ অসমীয়াৰ শাৰীলৈ উত্তীৰ্ণ হৈছে। মৃত্যুক ইমান ওচৰত দেখিও সদায়েই স্থিতপ্ৰজ্ঞৰ দৰে তেওঁ যি কাম কৰি গ'ল-সেই কৰ্ম আৰু সাহসৰ অপৰূপ 'সৌন্দৰ্য' অসমীয়া জাতিয়ে হৃদয়ৰ নিভৃত কোণত সদায়েই অনুভৱ কৰি থাকিব।



(৩৩)

# ড° হিৰণ্য চন্দ্ৰ ভূঞা

অসমত বিজ্ঞান-চৰ্চাক যিসকল ব্যক্তিয়ে নিজস্ব সাধনাৰে আগুৱাই নিছে, সেইসকলৰ ভিতৰত ড° হিৰণ্য চন্দ্ৰ ভূঞা অন্যতম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ তৃতীয় গৰাকী 'উপাচাৰ্য' হিচাপে পদ অলংকৃত কৰা ড° ভূঞা আছিল কটন কলেজৰ পদাৰ্থবিজ্ঞান বিভাগৰ অধ্যাপক আৰু পাছলৈ অধ্যক্ষ। অতি সৎ আৰু অমায়িক এইগৰাকী ব্যক্তিয়ে নিজৰ প্ৰতিভা আৰু পৰিশ্ৰম শক্তিৰে অসমৰ দৰে এখন দৰিদ্ৰ ৰাজ্যত জন্মগ্ৰহণ কৰিও বিজ্ঞান চৰ্চাৰ ক্ষেত্ৰত অতি উচ্চ স্থানত উপনীত হৈছিল। 'অসম বিজ্ঞান সমিতি'ৰ অন্যতম প্ৰতিষ্ঠাপক এইগৰাকী শিক্ষাবিদ আৰু বিজ্ঞানীজনে সমিতিৰ দ্বাৰা প্ৰকাশিত আলোচনী 'বিজ্ঞান জেউতি'ৰ সহায়ত বিভিন্ন ধৰণৰ বৈজ্ঞানিক ধ্যান-ধাৰণা প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। দৰং কলেজৰ প্ৰাক্তন অধ্যক্ষ তথা ৰাজনীতিজ্ঞ বিপিনপাল দাসে ড° ভূঞাৰ ব্যক্তিত্বৰ বিষয়ে লিখিছে- 'সেইকালৰ বিজ্ঞানৰ প্ৰায় সকলো ছাত্ৰ-ছাত্ৰীয়ে ভূঞা ছাৰক আটাইতকৈ উচ্চ আসন দিছিল। তাৰ কাৰণ আছিল তেখেতৰ গাম্ভীৰ্যপূৰ্ণ অথচ মধুৰ ব্যক্তিত্ব, অতি কঢ়া শাসন অথচ ছাত্ৰ-ছাত্ৰীৰ প্ৰতি বন্ধুত্বপূৰ্ণ আৰু সহানুভূতিশীল আচৰণ, অতি তীক্ষ্ণ মেধাশক্তি, পদাৰ্থ বিজ্ঞান সম্বন্ধে গভীৰ জ্ঞান, ভাষাৰ ওপৰত নিখুঁত দখল, তেখেতৰ অতি শ্ৰেষ্ঠ পঢ়োৱা প্ৰণালী আৰু খেলা-ধূলা আদিত তেখেতৰ ৰাপ আৰু যোগদান। প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰে তেখেতলৈ আছিল ভয়, শ্ৰদ্ধা আৰু মৰমৰ এটি আচৰিত ধৰণৰ মিশ্ৰিত অনুভূতি।... তেখেতৰ ক্লাছত উপস্থিত থাকিলে ঘৰলৈ গৈ আৰু পঢ়িবলগীয়া নহৈছিল বুলিয়েই ক'ব পাৰি।... তেখেতে ক্লাছলৈ আহোঁতে ইমান পৰিপাটিকৈ আৰু প্ৰণালীবদ্ধভাৱে পাঠ প্ৰস্তুত কৰিছিল যে আৱশ্যকতকৈ এটাও শব্দ বেছিকৈ প্ৰয়োগ নকৰিছিল আৰু প্ৰত্যেক দিনে তেখেতে পাঠ শেষ কৰি চকমাটি টুকুৰা টেবুলত থোৱাৰ লগে লগে বাহিৰত ক্লাছ শেষ হোৱাৰ ঘণ্টা বাজিছিল।'

১৯০৫ চনত ৰহাৰ ওচৰৰ কঁহাৰ গাঁৱত ড° হিৰণ্য চন্দ্ৰ ভূঞাৰ জন্ম। পিতৃ গোপালচন্দ্ৰ ভূঞা আছিল এজন শিক্ষক আৰু কবি। কবি হিচাপে তেওঁৰ গুৰুত্ব বৰ বিশেষ নহ'লেও যজ্ঞেশ্বৰ শৰ্মাৰ 'শতপত্ৰ' আৰু অতুল চন্দ্ৰ হাজৰিকাৰ 'মৰহা ফুলৰ কৰণি' নামৰ কাব্য সংকলনত গোপাল চন্দ্ৰৰ কবিতাই ঠাই পাইছিল। নগাঁৱত চৰকাৰী হাইস্কুলৰ শিক্ষক হিচাপেও সুনাম থকা গোপাল চন্দ্ৰ ভূঞা (১৮৭০-১৯২৫) ৰ কবিতা কেইটামান 'জোনাকী' কাকতত প্ৰকাশ পাইছিল।

নগাঁও চৰকাৰী হাইস্কুলৰ পৰা ১৯২২ চনত প্ৰৱেশিকা পৰীক্ষাত অসম উপত্যকাৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি কটন কলেজত আই এছ চি পঢ়িবলৈ লয়। আই এছ চি পৰীক্ষাতো প্ৰথম স্থান অধিকাৰ কৰি বি এছ চি পঢ়িবলৈ লয় কলিকতাৰ প্ৰেচিডেন্সী কলেজত। তাৰ পৰা পদাৰ্থ বিজ্ঞানত প্ৰথম শ্ৰেণী লাভ কৰি বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত ১৯২৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত প্ৰথম শ্ৰেণীৰ দ্বিতীয় স্থান লাভ কৰি স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু সেই বছৰতে কটন কলেজত প্ৰবক্তা হিচাপে যোগদান কৰে। ১৯২৯ চনৰ পৰা ১৯৪৭ চনলৈ ১৮ বছৰকাল কটন কলেজৰ পদাৰ্থ বিজ্ঞান বিভাগত অধ্যাপনা কৰি গৱেষণাৰ বাবে বিলাতৰ ব্ৰিষ্টল বিশ্ববিদ্যালয়লৈ যাত্ৰা কৰে আৰু তাত Imperfection, in Crystals অৰ্থাৎ স্ফটিকৰ ত্ৰুটি সম্পৰ্কীয় গৱেষণা আৰম্ভ কৰে। গৱেষণাৰ ক্ষেত্ৰত অতি সুনাম অৰ্জন কৰা ভূঞাই ১৯৪৯ চনত গৱেষণা সম্পূৰ্ণ কৰি পি এইছ ডি উপাধি লাভ কৰে। তাৰ পাছতেই তেওঁ অসমলৈ উভতি আহি পুনৰ কটন কলেজত অধ্যাপনা কৰিবলৈ লয়। ১৯৫১ চনত তেওঁ কটন কলেজৰ অধ্যক্ষ হিচাপে দায়িত্বভাৰ গ্ৰহণ কৰে। তাৰ পাছত ১৯৫৫ চনত অসমৰ শিক্ষাধিকাৰ (ডি পি আই) আৰু শিক্ষা সচিব হিচাপে দায়িত্ব গ্ৰহণ কৰি ১৯৫৯ চনত চৰকাৰী চাকৰিৰ পৰা ড° ভূঞাই অবসৰ গ্ৰহণ কৰে। ১৯৬০ চনৰ ২৩ ফেব্ৰুৱাৰীত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হিচাপে দায়িত্ব গ্ৰহণ কৰে, কিন্তু কৰ্তৃপক্ষ আৰু অন্যসকলৰ স'তে মনোমালিন্য হৈ ১৯৬২ চনৰ ১২ মাৰ্চত পদত্যাগ কৰে। ১৯৫৪ চনত যোৰহাটত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ বিজ্ঞান শাখাৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰা এইগৰাকী ব্যক্তিয়ে '৬২ চনৰ পৰা ছিলঙৰ নংথিমাইৰ নিজা ঘৰত থাকিবলৈ লয়। এই সময়ছোৱাত তেওঁ 'অসম বিজ্ঞান সমিতি'ৰ উন্নয়নৰ বাবে দেহেকেহে খাটিছিল। অসম লোকসেৱা আয়োগৰ অধ্যক্ষ হিচাপে কিছুকাল কাৰ্যনিৰ্বাহ কৰা ড° ভূঞাক মেঘালয় চৰকাৰে মেঘালয় বিধানসভাৰ সদস্য হিচাপেও মনোনীত কৰিছিল।

ড° হিৰণ্য চন্দ্ৰ ভূঞাৰ প্ৰতিভা আছিল যিকোনো আন্তঃৰাষ্ট্ৰীয় বিজ্ঞানীৰ স'তে ফেৰ মাৰিব পৰা কিন্তু সেই ধৰণে তেওঁ কোনো বিশেষ সা-সুবিধা নাপালে। বিজ্ঞান চৰ্চা আৰু গৱেষণাৰ ক্ষেত্ৰত শীৰ্ষবিন্দুত আৰোহণ কৰা অথচ তাক ব্যৱহাৰিক ক্ষেত্ৰত প্ৰয়োগৰ সুবিধা নোপোৱা এইগৰাকী ব্যক্তিৰ গৱেষণাৰ বিষয়ে বিশিষ্ট বিজ্ঞানী ড° ভূমিধৰ চৌধুৰীয়ে লিখা কিছুমান কথা এইখিনিতে তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলো। 'ক্ৰিষ্টেলৰ ত্ৰুটিৰ বিষয়ে ড° হিৰণ্য চন্দ্ৰ ভূঞাৰ গৱেষণা' (অনূদিত) নামৰ প্ৰবন্ধটোত ড° চৌধুৰীয়ে লিখিছে-'পদাৰ্থৰ কঠিন অৱস্থাৰ বৈশিষ্ট্য হ'ল, ইয়াৰ লেটিছ সংৰচনাত ইয়াক গঠন কৰা পৰমাণু, আয়ন বা অণুসমূহৰ নিয়মিত পৰ্যাবৃত্ত সজ্জা। বৈজ্ঞানিক ভাষাত ইয়াকে ক্ৰিষ্টেলীভূত বা দানাকাৰ অৱস্থা বুলি কোৱা হয়। ক্ৰিষ্টেলৰ বহিঃ আকৃতি বিজ্ঞানৰ অধ্যয়নৰ পৰা পুৰাতন ক্ৰিষ্টেলবিদ সকলে কৈছিল যে পৰমাণু, আয়ন বা অণুৰ দৰে সদৃশ বস্তুৰ নিয়মিত সান্নিধ্যয়েই ক্ৰিষ্টেলবোৰৰ বাহ্যিক সমমিত সংৰচনাৰ কাৰণ। ১৯১২ চনত ফন লাৱেৰে কৰা ক্ৰিষ্টেলৰ দ্বাৰা এক্স ৰশ্মি

অপবৰ্তনৰ ঐতিহাসিক আৱিষ্কাৰে কঠিন পদাৰ্থৰ দানাকাৰ প্ৰকৃতিৰ ধাৰণাক এক অনাক্ৰম্য ভেটিত প্ৰতিষ্ঠা কৰিলে। কিন্তু পৰীক্ষাসমূহৰ কৌশলৰ বিকাশ হোৱাৰ লগে লগে আৰু বিভিন্ন উৎসৰ পৰা অধিক পৰিমাণে তথ্যপাতি গোট খোৱাৰ লগে লগে এই কথা লাহে লাহে অধিকৰ পৰা অধিকতৰ স্পষ্ট হৈ পৰিব ধৰিছে যে লেটিছৰ নিখুঁত পৰ্যাবৃত্তিত বিভিন্ন প্ৰকৃতিৰ অনিয়মীয়তাই প্ৰায়েই বাধা জন্মায়। ফলত ক্ৰিষ্টেলৰ ত্ৰুটিৰ সৃষ্টি হয়। লেটিছৰ কোনো স্থানত অনিয়মীয়তাৰ জন্ম দিব পাৰে। নিয়মিতভাৱে অধিকৃত স্থানৰ মাজৰ খালী ঠাইত এটা ওপৰঞ্চি পৰমাণু বহুওৱাৰ ফলত অন্তৰ্বৰ্তী ত্ৰুটিয়ে দেখা দিব পাৰে। নাইবা কোনো লেটিছ স্থান অন্য কোনো পৰমাণুৱে অধিকাৰ কৰাৰ ফলত অপদ্ৰব্যৰ সৃষ্টি হ'ব পাৰে। আন ত্ৰুটিৰ ভিতৰত থাকে স্থানচ্যুতি- ই হ'ল কোনো ৰেখাত ত্ৰুটি, স্কটকি ত্ৰুটি- ই হ'ল আয়নীয় ক্ৰিষ্টেলৰ অন্তস্থ লেটিছ অৱস্থানলৈ আয়নৰ স্থানান্তৰণৰ বাবে হোৱা ত্ৰুটি। কঠিন দ্ৰৱনৰ ক্ষেত্ৰত প্ৰতিস্থাপনীয় কঠিন দ্ৰৱনৰ দ্ৰাবৰ চাৰিওফালে স্থানীয় বিকৃতিয়ে দেখা দিব পাৰে। এই ত্ৰুটিবোৰে কঠিন পদাৰ্থৰ কেতবোৰ ধৰ্মৰ ওপৰত প্ৰভূতভাৱে প্ৰভাৱ বিস্তাৰ কৰে। ত্ৰুটিৰ প্ৰতি সুবেদী কঠিন পদাৰ্থৰ এই ধৰ্মবোৰৰ কেতবোৰ দিশৰ তাত্ত্বিক অধ্যয়নেই ড° ভূএগ্ৰাৰ গৱেষণাৰ প্ৰধান বিষয়বস্তু আছিল।

....ভূএগ্ৰাই এই অমিলৰ কাৰণ দৰ্শাই ক'লে যে ধাতুৰ পৃষ্ঠভাগ পালিছ কৰাৰ ফলত লেটিছৰ অনিয়মীয়তা সৃষ্টি হোৱা বাবে এনে হয়। ধাতু আদিৰ দৰে অস্বচ্ছ মাধ্যমৰ আলোকীয় ধ্ৰুৱক নিৰ্ণয় কৰিবলৈ হ'লে তাৰ পৃষ্ঠভাগ পালিছ কৰি মিহি কৰি ল'বলগীয়া হয়। এ' ৰশ্মিয়ে ধাতুৰ বহু গভীৰলৈ ভেদ কৰিব পাৰে বাবে এক্স ৰশ্মিৰ ক্ষেত্ৰত পালিছ কৰাৰ প্ৰয়োজন নহয়। কিন্তু আলোকীয় অঞ্চলৰ মাত্ৰ কেই তৰঙ্গ দৈৰ্ঘ্যমানলৈহে অৱশোষণ ঘটে। গতিকে পৃষ্ঠভাগৰ অৱস্থাই জোখ-মাখৰ ওপৰত প্ৰভূত প্ৰভাৱ বিস্তাৰ কৰে।

ভূএগ্ৰাই কোৱাণ্টাম বলবিদ্যাৰ নীতিৰ পৰা পোনপটীয়াকৈ অৱশোষণ হিচাপ কৰি উলিয়ালে। তেওঁ ক'লে যে নিখুঁতভাৱে পৰ্যাবৃত্ত লেটিছত ভ্ৰমণ কৰা ইলেকট্ৰনবোৰে পোহৰ অৱশোষণ নকৰে। কিন্তু লেটিছৰ অনিয়মীয়তাৰ লগত সংঘৰ্ষ কৰা ইলেক্ট্ৰনে পোহৰ অৱশোষণ কৰে, কাৰণ তেনে অনিয়মীতাই, গতিশীল ইলেকট্ৰনটোৰ প্ৰতি এক স্থিতি বৈদ্যুতিক ক্ষেত্ৰৰ সৃষ্টি কৰে।....এইবোৰ নীতিৰ ওপৰত ভিত্তি কৰি ভূএগ্ৰাই উলিওৱা সমীকৰণটো সমীপ অৱলোহিত অঞ্চলত মটে [Mott] ১৯৩৬ চনত উলিওৱা সমীকৰণতকৈ অধিক পৰিমাণে খাটে।'

মাথো বিজ্ঞান চৰ্চাতেই লাগি থকা হ'লে ড° ভূএগ্ৰাৰ নাম আজি আমি চি ভি ৰমণ, জগদীশ চন্দ্ৰ বসু আদিৰ শাৰীতে ল'ব পাৰিলোহেঁতেন। তেওঁ মৌলিক গৱেষণাতে লাগি থাকি বিজ্ঞানীৰ বৃত্তি ল'ব নোৱৰাৰ দুটা কাৰণ চিহ্নিত কৰিছে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই। প্ৰথমটো, পাৰিবাৰিক আৰু সাংসাৰিক দায়িত্বই তেওঁক যথেষ্ট হেঁচা দিছিল। টকা-পইচাৰ ক্ষেত্ৰতো তেওঁৰ যথেষ্ট টান পৰিছিল। দ্বিতীয়টো অসমত তেতিয়া কোনো ধৰণৰ উন্নতমানৰ যন্ত্ৰপাতি আৰু পৰীক্ষাগাৰ নাছিল। অসমৰ

গ্ৰাম্য অৰ্থনীতিত বিশেষ ভূমিকা লোৱা ঢেঁকীৰ নতুন ডিজাইন তৈয়াৰ কৰি কাৰ্যক্ষমতা বৃদ্ধি কৰাৰ ক্ষেত্ৰত তেওঁ যত্নবান হৈছিল। তদুপৰি চাহপাত তোলা যন্ত্ৰ এটাও তেওঁ আবিষ্কাৰ কৰিছিল বুলি শুনা যায়, অৱশ্যে এই ক্ষেত্ৰত নিবনুৱাৰ সমস্যা বৃদ্ধি পাব বুলি সেয়া কাৰ্যক্ষম কৰা নহ'ল। উন্নতমানৰ চক আৰু ৰেকৰ্ড উৎপাদনৰ পদ্ধতিও তেওঁ আবিষ্কাৰ কৰিছিল। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ মতে, 'হিৰণ্য ভূঞাই শিক্ষকতা আৰু প্ৰশাসন কাৰ্যত স্বাধীনচিতীয়া মনোভাব দৰ্শাইছিল কিন্তু তেওঁৰ অভিমানী স্বভাৱ আৰু মৌলিক সংস্কাৰৰ প্ৰবৃত্তিৰ অভাৱত উচিত সিদ্ধান্ত কাৰ্যকৰী কৰাৰ পথত সদায় আগবাঢ়িব নোৱাৰিছিল। মানুহে পৰিবেশৰ অসুবিধা জয় কৰি, বুদ্ধি আৰু বোধিৰ প্ৰেৰণাৰ নিৰ্দেশত নতুন কাম কৰিবলৈ সামৰ্থ্য তেতিয়াহে লাভ কৰে, যেতিয়া মানুহে সম্পূৰ্ণৰূপে আত্মবলেৰে নিজক পুনৰ নিৰ্মাণ কৰিবলৈ সমৰ্থ হয়।.... বিজ্ঞানৰ আবিষ্কাৰ আৰু যৌৱনৰ শক্তিৰ মাজত হেনো অবিচ্ছেদ্য সম্পৰ্ক। যৌৱনকাল ভূঞাই শিক্ষকতা আৰু সংসাৰৰ ভাৰ বহন কৰিয়েই কটালে। গুৱাহাটী বিশ্ববিদ্যালয় ১৯৪৮ চনত হ'ল; পদাৰ্থ বিজ্ঞানৰ বিভাগ হওঁতে আৰু পলম ঘটিল। অসমত আশুতোষ মুখাৰ্জীৰ দৰে সংগঠকো নোলাল। নিজে পৰিবেশ গঢ়ি তোলাৰ জোখাৰে মনোবল, ধন আৰু ইচ্ছাশক্তিও তেওঁৰ নাছিল। গতিকে ভূঞাই বিজ্ঞানৰ ক্ষেত্ৰত কিবা মৌলিক বৰঙণি যোগাব পাৰিলেহেঁতেননে নাই সেই কথা এতিয়া আলোচনা কৰা অবান্তৰ। তেওঁৰ কৃতকাৰ্যতা ঘাইকৈ বিজ্ঞান শিক্ষাত। বহুতো ছাত্ৰই আজিও তেওঁৰ কথা সশ্ৰদ্ধাৰে স্মৰণ কৰে। এই ছাত্ৰসকলেই তেওঁৰ কীৰ্তিস্তম্ভ।'

শিক্ষাবিদ হিচাপে সকলোৰে পৰা অতি শ্ৰদ্ধা আৰু স্বীকৃতি লাভ কৰা ড° ভূঞা প্ৰশাসক হিচাপেও আছিল নিৰপেক্ষ বিচাৰ বোধ সম্পন্ন আৰু অতি সৎ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হিচাপে তেতিয়াৰ সুধী সমাজে তেওঁৰ পৰা বহু কিছু আশা কৰিছিল। তেওঁৰ পূৰ্ববৰ্তী উপাচাৰ্য ড° সূৰ্য কুমাৰ ভূঞাৰ দিনত বিশ্ববিদ্যালয়ত বহু খেলিমেলি হৈছিল। বহু লোকে বিশ্ববিদ্যালয়ৰ ধন আত্মসাৎ কৰাৰ অভিযোগো উঠিছিল। ১৯৫৯ চনত 'Mystery of Gauhati University' "(গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰহস্য) নামৰ এখন পুস্তিকা প্ৰকাশিত হৈছিল য'ত বিশ্ববিদ্যালয়ৰ কেইগৰাকীমান পদাধিকাৰীৰ বিৰুদ্ধে ধনৰ অপচয়, পুঁজিৰ আত্মসাৎ, নিয়ম উলংঘা, স্বজন-তোষণ আদি কেইটামান গুৰুত্বপূৰ্ণ অভিযোগ উত্থাপিত হৈছিল। উপাচাৰ্যৰ দায়িত্ব গ্ৰহণ কৰিয়েই ন মাৰ্চৰ ('৬০) আসাম ট্ৰিবিউন কাকতত ড° হিৰণ্য চন্দ্ৰ ভূঞাই এটা সাক্ষাৎকাৰ দিলে, যিটোক Mystery of Gauhati University ৰ দৰেই এটা কটাক্ষ বুলি বিশ্ববিদ্যালয়ৰ পদাধিকাৰীসকলে গণ্য কৰিলে, যাৰ বাবে আৰম্ভণিৰে পৰা বিশ্ববিদ্যালয়ৰ প্ৰশাসন যন্ত্ৰৰ স'তে ড° ভূঞাৰ সংঘাত আৰম্ভ হ'ল।

বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হিচাপে দায়িত্ব লৈয়েই ড° ভূঞাই প্ৰশাসনক নিকা কৰাৰ লগতে জালুকবাৰী অঞ্চলৰ উন্নয়নৰ বাবে বহুতো কৰ্মসূচী গ্ৰহণ কৰিছিল। তদুপৰি উচ্চ শিক্ষাৰ সম্প্ৰসাৰণ আৰু শিক্ষণ পদ্ধতিক আধুনিক ৰূপ দিবৰ বাবে ড° ভূঞাই তিনিখন আঁচনি বিশ্ববিদ্যালয় একাডেমিক কাউন্সিলৰ যোগেদি মঞ্জুৰ কৰাই

লৈছিল। সেই আঁচনিসমূহ হ'ল (১) উচ্চতৰ মাধ্যমিক বিদ্যালয়সমূহত স্নাতকোত্তৰ ডিগ্ৰী থকা লোকৰ প্ৰয়োজনীয়তা অনুসৰি শিক্ষকসকলৰ বাবে বন্ধকালীন পাঠ্যক্ৰমৰ প্ৰবৰ্তন। (২) স্নাতকোত্তৰ মহলাত প্ৰিভিয়াছ আৰু ফাইনেল, এই দুটা ভাগত শিক্ষণ ব্যৱস্থা আৰু (৩) বিশ্ববিদ্যালয়ৰ বিভাগসমূহত শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত যাতে স্বজন-তোষণ নচলে তাৰ বাবে 'ৰেছনেলাইজেছন' কমিটী গঠন। এইবোৰৰ বাহিৰেও বিশ্ববিদ্যালয়ৰ উন্নতিৰ বাবে ড° ভূঞাই বহুকেইটা আঁচনি লৈছিল। যিবোৰৰ বেছিভাগেই তেওঁ কাৰ্যত ৰূপায়িত কৰিব পৰা নাছিল স্বজন-তোষণত মত্ত, দুৰ্নীতিগ্ৰস্ত শিক্ষক, বিষয়াসকলৰ গোপন বিৰোধিতাৰ বাবেই।... ড° ভূঞা আছিল অন্তৰ্মুখী ব্যক্তিত্বৰ লোক। সাহসেৰে যুদ্ধ ক্ষেত্ৰত যুঁজ কৰাতকৈ বহু ক্ষেত্ৰত তেওঁ যুদ্ধক্ষেত্ৰ এৰি পলায়ন কৰিবলৈকে ভাল পাইছিল। সেই বাবেই বিশ্ববিদ্যালয়ৰ কুৰু বাহিনীৰ লগত আত্মবলেৰে বলীয়ান হৈ যুঁজ দিয়াতকৈ ৰণভঙ্গ দিছিল এইগৰাকী অভিমন্যুৱে। উপাচাৰ্যৰ পদত মাথো দুটা বছৰ কাম কৰিয়েই ড°ভূঞাই পদত্যাগ কৰিছিল। অৱশ্যে ড°ভূঞাই যিবোৰ আঁচনি প্ৰস্তুত কৰিছিল সেয়া পাছত পৰিস্থিতিৰ হেঁচাত পৰি সেইবোৰ প্ৰৱৰ্তিত হয়। বিশ্ববিদ্যালয়ৰ প্ৰশাসন আৰু শিক্ষা ব্যৱস্থাৰ সংস্কাৰৰ ক্ষেত্ৰত তেওঁ যি আঁচনি প্ৰস্তুত কৰিছিল, সেইবোৰে গুৱাহাটী বিশ্ববিদ্যালয়ক উচ্চ স্তৰলৈ নিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য (এতিয়া প্ৰাক্তন) ড° দেৱ প্ৰসাদ বৰুৱাৰ মতে- 'বিশ্ববিদ্যালয়ৰ দীঘলীয়া জীৱনত কম সময়ৰ কাৰণে হ'লেও উপাচাৰ্য হিচাপে ড° ভূঞাই সামূহিক প্ৰগতিৰ কাৰণে যি বাটকটীয়াৰ ভূমিকা লৈছিল, এইটো বিশ্ববিদ্যালয়ৰ বুৰঞ্জী লেখাৰ সময়ত, বিশেষভাৱে উল্লেখযোগ্য বিষয় হ'ব।'

অসমৰ শিক্ষা ব্যৱস্থাৰ উন্নতিৰ বাবে ড°হিৰণ্য চন্দ্ৰ ভূঞাই যথেষ্ট চেষ্টা কৰিছিল। বৰ্তমান শিক্ষা ব্যৱস্থাৰ 'উচ্চতৰ মাধ্যমিক' শ্ৰেণীটোৰো তেৱেঁই আছিল প্ৰতিষ্ঠাপক। তেখেত শিক্ষাধিকাৰ থকাৰ সময়খিনিতে ১৯৫৮ চনত অসমত উচ্চতৰ মাধ্যমিক আৰু উচ্চতৰ বহুমুখী স্কুলৰ আৰম্ভণি হৈছিল। সেই বছৰতে ৫০ খন মৰ্যাদাসম্পন্ন হাইস্কুল উচ্চতৰ মাধ্যমিকলৈ ৰূপান্তৰিত হৈছিল। শিক্ষাৰ ক্ষেত্ৰত ভূঞাই অন্যান্য বহু কামেই কৰিছিল, যিবোৰ আমাৰ এই চুটি আলোচনাত ঠাই দিয়াটো সম্ভৱ নহয়।

ড° ভূঞা আচলতে কিমান প্ৰতিভাশালী আছিল এই সম্পৰ্কত এটা কাহিনীৰ উল্লেখ কৰিলেই বিষয়টো স্পষ্ট হ'ব। কটন কলেজৰ পৰা আই এছ চি পৰীক্ষা দিওঁতে অংকৰ পৰীক্ষাৰ প্ৰথম কাকতখন ভাল হ'ল । ফলত আনন্দত মতলীয়া ভূঞাই হোষ্টেললৈ গৈয়েই কিবা নিচা খাই শুই পৰিল। দ্বিতীয় প্ৰশ্ন কাকতৰ পৰীক্ষা আৰম্ভ হোৱাৰ আগে আগে তেওঁৰ প্ৰিয় শিক্ষক হৰ্ষনাথ সেনে দেখিলে যে হিৰণ্য পৰীক্ষা গৃহত নাই। লগে লগে দুজনমান ল'ৰাক সুধি জানিব পাৰি হোষ্টেললৈ গৈ তেওঁ দেখিলে যে হিৰণ্য টোপনিত লালকাল। হৰ্ষ সেনে বহুবাৰ মতাৰ পাছতো ভূঞাৰ সাৰসুৰ নাই। ভূঞাৰ মুখত আৰু মূৰত পানী দিয়া হ'ল, নেমুটেঙাও শুঙাই দিয়া হ'ল, তথাপি ভূঞাৰ সাৰসুৰ নাই। কান্দো কান্দো হৈ হৰ্ষ সেনে ল'ৰা কেইজনমানৰে সৈতে

ভূঞাক দাণ্ডি আনি পৰীক্ষাগৃহ পোৱালেহি। পৰীক্ষা আৰম্ভ হোৱাৰ কিছু সময়ৰ পাছত যেতিয়া ভূঞাৰ জ্ঞান আহিল, তেতিয়া তেওঁ ক'লে যে, তেওঁ ১০০ৰ ভিতৰত ১০০ নম্বৰেই পাব যেতিয়া দ্বিতীয় প্ৰশ্ন কাকতৰ পৰীক্ষাত নবহে। হৰ্ষ সেনে বহু বুজনি দি ভূঞাক সেই পৰীক্ষাত বহুৱালে। পৰীক্ষাৰ ফলাফলত দেখা গ'ল যে ভূঞাই অংকৰ প্ৰথম প্ৰশ্ন কাকতত পাইছে ৯৮ আৰু দ্বিতীয় প্ৰশ্ন কাকতত পাইছে ১০০ৰ ভিতৰত ১০০ নম্বৰ।

এনে প্ৰতিভাবান ব্যক্তিৰ পৰা অসমে বহু কিবাকিবি পালেহেঁতেন, কিন্তু অন্তৰ্মুখী ব্যক্তিত্বৰ ভূঞাই জীৱনত বৰ বেছি উধাবলৈ চেষ্টা নকৰিলে। এগৰাকী বিজ্ঞানী হৈয়ো, যুক্তিবাদৰ কছৰৎ কৰিও ড° ভূঞাই নিজৰ জীৱনটোৰ ক্ষেত্ৰত 'যুক্তিবাদ' প্ৰয়োগ নকৰিলে। আনক খুৱাই ভালপোৱা এইগৰাকী খৰচী ব্যক্তিয়ে নিজৰ বাবে একোতো নকৰিলেই, কিছু টকাও ভৱিষ্যতৰ বাবে সঞ্চয় কৰি নপালে। ফলত শেষ বয়সত তেওঁ অত্যন্ত দৰিদ্ৰ জীৱন-যাপন কৰিবলৈ বাধ্য হ'ল। নিজৰ বুদ্ধিমত্তাৰ বলত সফলতাৰ চূড়ান্ত শিখৰত আৰোহণ কৰাৰ ক্ষমতা থাকিলেও, এজন ট্ৰেজিক নায়ক হিচাপেই তেওঁ থাকি গ'ল। দৰিদ্ৰ অসমৰ 'ব্ৰেইন ড্ৰেইন'ৰ তালিকাতেই মাথো তেওঁ নিজৰ নামটো লিপিবদ্ধ কৰি ৰাখিলে।

১৯৭৩ চনৰ ২৩ ডিচেম্বৰৰ ৰাতি এঘাৰ বজাত ছিলঙৰ চিভিল হাস্পাতালত ৬৮ বছৰ বয়সতে এইজনা পৰম প্ৰতিভাশালী ব্যক্তিয়ে শেষ নিশ্বাস ত্যাগ কৰিলে।



(৩৪)

# ফখৰুদ্দিন আলি আহমেদ

ভাৰতৰ ৰাষ্ট্ৰপতি হিচাপে নিৰ্বাচিত হৈ বিৰল সন্মানৰ অধিকাৰী হোৱা (আজি পৰ্যন্ত) একমাত্ৰ অসমীয়া হ'ল ফখৰুদ্দিন আলি আহমেদ। আহমেদৰ জন্ম অসমত হোৱা নাছিল, অৱশ্যে পূৰ্বপুৰুষৰ জন্মস্থান অসম হোৱাৰ বাবেই কৰ্মভূমি হিচাপে অসমকে বাছি লৈছিল তেওঁ। ১৯৭৪ চনত তেওঁ পৃথিবীৰ সৰ্ববৃহৎ গণৰাজ্য ভাৰতবৰ্ষৰ প্ৰথমগৰাকী নাগৰিক অৰ্থাৎ ৰাষ্ট্ৰপতি ৰূপে নিৰ্বাচিত হৈছিল। অৱশ্যে ভাৰতবৰ্ষৰ এই পঞ্চম গৰাকী ৰাষ্ট্ৰপতিয়ে নিজৰ কাৰ্যকাল সম্পূৰ্ণ কৰিবলৈ নাপালে। ৰাষ্ট্ৰপতিত্বৰ সোৱাদ পোৱা তিনিবছৰ নৌহওঁতেই তেওঁৰ পৰলোক প্ৰাপ্তি ঘটিল। জন্মস্থান অসম নহ'লেও আজীৱন অসমৰ বাবেই কাম কৰি মৃত্যুৰ সময়লৈ 'অসমীয়া' হিচাপেই পৰিচয় দি গ'ল মহাত্মাৰ অহিংসা আদৰ্শৰে অনুপ্ৰাণিত হোৱা এইগৰাকী বিশিষ্ট কংগ্ৰেছ কৰ্মীয়ে।

সম্প্ৰীতিৰ বাৰ্তাবাহক ফখৰুদ্দিন আলি আহমেদৰ পূৰ্বপুৰুষ গোলাঘাটৰ। তেওঁৰ পিতৃ জালনুৰ আলি আহমেদ আৰু মাতৃ ৰোকুৱা চুলতানা। অতি দুখীয়া পৰিয়ালৰ সন্তান জালনুৰে ১৮৬৪ চনত গুৱাহাটীৰ কলেজিয়েট স্কুলৰ (তেতিয়া চেমিনাৰী স্কুল) পৰা আনন্দৰাম বৰুৱা, মাধৱচন্দ্ৰ বৰদলৈ, কৰ্ণেল শিৱৰাম বৰা আদিৰে সৈতে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮৪৮ চনত জন্মগ্ৰহণ কৰা এইগৰাকী ব্যক্তিয়ে এণ্ট্ৰেন্স পাছ কৰাৰ পাছতেই হেজাৰ দুখ-কষ্টৰ মাজতো সংগ্ৰাম কৰি প্ৰথমতে কলিকতা, তাৰ পাছত বিলাতৰ গ্লাছগো বিশ্ববিদ্যালয়ৰ পৰা চিকিৎসা বিদ্যাৰ ডিগ্ৰী লৈ ভাৰতীয় সেনাবাহিনীৰ চিকিৎসক হিচাপে চাকৰি আৰম্ভ কৰে আৰু ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত চাকৰি কৰি 'কৰ্ণেলে' উপাধি লৈ দিল্লীৰ সম্ভ্ৰান্ত উৰ্দুভাষী নবাবৰ কন্যা ৰোকুৱা চুলতানাক বিয়া কৰাই অৱসৰৰ পাছত দিল্লীতেই নিগাজিকৈ বসবাস আৰম্ভ কৰে। ১৯৩১ চনত দিল্লীতেই এইগৰাকী ব্যক্তিৰ মৃত্যু হয়।

ফখৰুদ্দিন আলি আহমেদৰো জন্ম দিল্লী চহৰতেই, ১৯০৫ চনৰ ১৩ মে'ৰ দিনাখন। দিল্লীতেই প্ৰাথমিক শিক্ষা গ্ৰহণ কৰি উত্তৰ প্ৰদেশৰ 'গোণ্ডা'ত পঢ়া-শুনা কৰি পঞ্জাব বিশ্ববিদ্যালয়ৰ অধীনত পৰীক্ষা দি ১৯২১ চনত ফখৰুদ্দিন আলি আহমেদ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত দিল্লীৰ চেণ্ট ষ্টিফেন্চ কলেজত কিছুদিন পঢ়ি বিলাতলৈ যায় আৰু চেণ্ট কেথাৰিণ কলেজত পঢ়ি কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত স্নাতক ডিগ্ৰী লাভ কৰে। সৰুৰে পৰা চোকা বুদ্ধিৰ আহমেদে তাৰ পাছত লণ্ডনৰ 'ইনাৰ টেম্পল' কলেজৰ পৰা আইনৰ ডিগ্ৰীও লয়। শিক্ষা সমাপ্ত কৰি লণ্ডনত কিছুদিন তেওঁ চাকৰিও কৰিছিল।

লণ্ডনৰ পৰা উভতি আহি তেওঁ পঞ্জাৱ উচ্চ ন্যায়ালয়ত ওকালতি কৰিব লয়। তাৰ পাছত তেওঁ মহাত্মা গান্ধীৰ আদৰ্শত দীক্ষিত হৈ অসমলৈ আহি (১৯২৮ চনৰ) স্বাধীনতা আন্দোলনৰ নিষ্ঠাবান কৰ্মী হিচাপে কাম আৰম্ভ কৰে। অৱশ্যে প্ৰথমে গুৱাহাটীত থকা পিতাকৰ সম্পত্তি চোৱা-চিতা কৰাৰ দায়িত্বও তেওঁৰ আছিল। গুৱাহাটীৰ লাখটকীয়াত থকা তেওঁৰ পিতাকৰ মোমায়েকৰ ল'ৰা তথা আবকাৰী বিভাগৰ অধীক্ষক ইক্ৰাম ৰছুলৰ লগত থাকি আহমেদে পিতৃৰ সম্পত্তি চোৱা-চিতা কৰিবলৈ লয় আৰু ১৯৩১ চনত কংগ্ৰেছৰ সদস্য পদ গ্ৰহণ কৰে। অৱশ্যে এই সময়ছোৱাত তেওঁ গুৱাহাটীতে স্থায়ীভাৱে থাকিবলৈ ল'লেও মাজে-সময়ে কলিকতা উচ্চ ন্যায়ালয়লৈ গৈ ওকালতিও কৰিছিল।

কংগ্ৰেছৰ অতি নিষ্ঠাবান কৰ্মী হিচাপে স্বাধীনতা আন্দোলন পৰিচালনা কৰাত দক্ষতা প্ৰদৰ্শন কৰা বাবে ফখৰুদ্দিন আলি আহমেদ অতি কম দিনৰ ভিতৰতে নবীন চন্দ্ৰ বৰদলৈ, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, বিষ্ণুৰাম মেধি আদি বিশিষ্ট কংগ্ৰেছ নেতাৰ প্ৰিয়ভাজন হৈ উঠে। কংগ্ৰেছ দলৰ অহিংসা, অখণ্ডতা আৰু ঐক্যৰ নীতিবোৰৰ ঘোৰ সমৰ্থক হিচাপে ফখৰুদ্দিন আলি আহমেদে সেই সময়ত মুছলিম লীগৰ কৰ্মসূচীৰ দুৰ্ঘোৰ বিৰোধিতা কৰিছিল। ১৯৩৭ চনত তেওঁ অসম বিধানসভাৰ সদস্য নিৰ্বাচিত হয়। সেইবাৰ ভাৰতৰ ৰাজ্যসমূহক স্বায়ত্তশাসন প্ৰদান কৰি আৰু নিৰ্বাচন অনুষ্ঠিত কৰি স্বায়ত্তশাসিত চৰকাৰ গঠন কৰিবলৈ ইংৰাজ চৰকাৰে অনুমতি দিছিল। সেইবাবে অসমক ১০৮ খন বিধানসভা সমষ্টিত ভাগ কৰি নিৰ্বাচন অনুষ্ঠিত হৈছিল। ১০৮ জনীয়া এই প্ৰথম বিধানসভাত ছৈয়দ ছাদুল্লাই মৰ্চা চৰকাৰ গঠন কৰিছিল মুঠ ৪৫জন সদস্যৰ সমৰ্থন লৈ। কংগ্ৰেছে মুঠ ৪৮ খন আসনত প্ৰাৰ্থী দি ৩৩ খন আসন লাভ কৰিছিল। '৩৭ চনৰ এক এপ্ৰিলত ছৈয়দ ছাদুল্লাই সংযুক্ত মুছলিম পাৰ্টিৰ চৰকাৰ গঠন কৰে যদিও সেই ওলোমা চৰকাৰৰ পতন ঘটে ১৯৩৮ চনৰ ১৮ ছেপ্টেম্বৰত। তাৰ পাছতেই গোপীনাথ বৰদলৈয়ে তেওঁৰ সংযুক্ত চৰকাৰ গঠন কৰে। মন্ত্ৰী হিচাপে প্ৰথম দায়িত্ব গ্ৰহণ কৰে কনষ্টিটিউচনেলিষ্ট পাৰ্টিৰ অক্ষয় কুমাৰ দাস আৰু তিনিগৰাকী নিৰ্দলীয় সদস্য ৰমানাথ দাস, ৰূপনাথ ব্ৰহ্ম আৰু কামিনী মোহন সেনে। তাৰ এমাহৰ পাছতেই আৰু তিনিজন বিধায়কক বৰদলৈয়ে মন্ত্ৰী হিচাপে অন্তৰ্ভুক্ত কৰে। তাৰে দুজন নিৰ্দ্দলীয়, মাহমুদ আলি আৰু এজন কংগ্ৰেছৰ ফখৰুদ্দিন আলি আহমেদ। অৰ্থাৎ অসমৰ প্ৰথমখন কংগ্ৰেছ নেতৃত্বাধীন মন্ত্ৰীসভাত বৰদলৈৰ বাহিৰে মাথো এজন কংগ্ৰেছীয়েহে স্থান পাইছিল, তেওঁ হ'ল ফখৰুদ্দিন অলি অহমেদ। ১৯৩৯ চনত ইউৰোপত আৰম্ভ হোৱা দ্বিতীয় মহাসমৰত যোগ দিবলৈ ভাৰতবাসীৰ মতামত নোলোৱাকৈ ভাৰতকো অন্তৰ্ভুক্ত কৰাত তাৰ প্ৰতিবাদ জনাই ভাৰতৰ সকলো ৰাজ্যৰে কংগ্ৰেছী মন্ত্ৰীসভাই পদত্যাগ কৰে। ফলত বৰদলৈ নেতৃত্বাধীন মন্ত্ৰীসভায়ো পদত্যাগ কৰে। বৰদলৈৰ এই প্ৰথম ১৪ মহীয়া চৰকাৰৰ বিত্ত আৰু ৰাজহ বিভাগৰ কেবিনেট মন্ত্ৰী হিচাপে অতি নিষ্ঠাৰে দায়িত্ব পালন কৰিছিল ৩৩ বছৰীয়া ফৰুৰুদ্দিন আলি আহমেদে। সেই সময়ত তেওঁ বানপীড়িতসকলৰ খাজনা হ্ৰাস কৰি দিয়াৰ লগতে

খেতিয়ক ৰাইজৰ মঙ্গলৰ বাবে নতুন নতুন আঁচনি গ্ৰহণ কৰি তেওঁলোকৰ অৱস্থাৰ উন্নতি ঘটাবলৈ যথাসাধ্য চেষ্টা কৰিছিল। তদুপৰি তেওঁ নিজৰ বুদ্ধিমত্তাৰ বলত চৰকাৰৰ বিত্তীয় অৱস্থা টনকিয়াল কৰিবৰ বাবে প্ৰজাৰ হানি নোহোৱাকৈ উৎপাদিত কৃষি দ্ৰব্যৰ ওপৰত কৰৰ পৰিমাণ বৃদ্ধি কৰিছিল।

বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰাত পুনৰ ছৈয়দ ছাদুল্লাই ১৯৩৯ চনৰ ১৭ নৱেম্বৰত মুখ্যমন্ত্ৰী হিচাপে দায়িত্ব লৈ পুনৰ চৰকাৰ গঠন কৰে। কংগ্ৰেছীসকলে তাৰ পাছতেই আন্দোলনৰ প্ৰকোপ বৃদ্ধি কৰে। ১৯৪০ চনৰ শেষৰফালে কংগ্ৰেছী নেতাসকলে সত্যাগ্ৰহ আৰম্ভ কৰি সভা-সমিতিৰ যোগেদি স্বাধীনতাৰ বাবে তীব্ৰ জনমত গঠন কৰাত লাগে। সেই সময়ত গুৱাহাটীৰ কাছাৰীৰ সন্মুখত গোপীনাথ বৰদলৈয়ে, হাজোৰ দেৱালয়ৰ চোতালত বিষ্ণুৰাম মেধিয়ে আৰু ঘগ্ৰাপাৰত ফখৰুদ্দিন আলি আহমেদে ব্যক্তিগত সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰে। সেইবাৰ এবছৰৰ বাবে কাৰাবাস খাটিব লগা হয় আহমেদে। তাৰ পূৰ্বতে জৱাহৰলাল নেহৰুৱে অসমৰ স্বাধীনতা আন্দোলনৰ সাৰ্থকতাৰ বিষয়ে বুজ ল'বলৈ আহিছিল। নেহৰুৱে অসমৰ বিভিন্ন অঞ্চল পৰিভ্ৰমণ কৰা সময়ত তেওঁৰ মুখ্য সহযোগী আছিল ফখৰুদ্দিন আলি আহমেদ। সেই সময়ৰে পৰা চোকা বুদ্ধিৰ আহমেদ জৱাহৰলালৰ প্ৰিয়পাত্ৰ হৈ উঠে, যাৰ ফলত ইন্দিৰা গান্ধীৰ স'তেও তেওঁৰ মধুৰ সম্পৰ্কই গঢ় লয়। সেই বাবেই পাছত ৰাষ্ট্ৰীয় পৰ্যায়ৰ নেতা হোৱাৰ সুযোগ লাভ কৰিবলৈ আহমেদ সক্ষম হৈছিল।

উল্লেখযোগ্য যে জেলৰ পৰা ওলাই অহাৰ পাছত দ্বিতীয় মহাযুদ্ধৰ প্ৰকোপ আৰম্ভ হ'ল। ব্ৰহ্মদেশত থকা ভাৰতীয়সকলে জাপানী আক্ৰমণৰ পৰা নিস্তাৰ পাবলৈ পলাই আহি অসম পালেহি। অসমৰ কংগ্ৰেছ নেতাসকলে এই শৰণাৰ্থীসকলৰ বাবে ঠায়ে ঠায়ে শিবিৰ খুলি পাৰ্যমানে সহায়ৰ হাত আগবঢ়ালে। কংগ্ৰেছ ৱৰ্কিং কমিটীৰ হৈ শৰণাৰ্থীসকলৰ অৱস্থাৰ বুজ লবলৈ জৱাহৰলাল নেহৰু পুনৰ অসমলৈ আহিল। সেইবাৰো নেহৰুৰ লগত ছাঁৰ দৰে থাকি সহযোগ অগবঢ়াইছিল আহমেদে।

'৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ আগে আগে অসমৰ কংগ্ৰেছ দল তীব্ৰ অৰ্থাভাৱত ভুগিছিল। সেই সময়ত ডাঃ হৰিকৃষ্ণ দাস, গোপীনাথ বৰদলৈ আদিৰ দৰে মুষ্টিমেয় নেতাই নিজৰ সম্পত্তিৰ পৰা যি বিশাল বৰঙণি কংগ্ৰেছলৈ আগবঢ়াইছিল, সেই সকলৰ ভিতৰত ফখৰুদ্দিন আলি আহমেদ আছিল আগৰণুৱা। ভাৰত ত্যাগ আন্দোলনত বিশিষ্ট ভূমিকা ল'লে আহমেদে। যাৰ বাবে ইংৰাজ চৰকাৰে গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, মহম্মদ তৈয়বুল্লা আদিৰ লগতে তেওঁকো গ্ৰেপ্তাৰ কৰে। তাত এবছৰ তিনিমাহ কাৰাদণ্ড ভোগ কৰিছিল তেওঁ। সেই সময়ত ছহীদ কুশল কোঁৱৰো যোৰহাটৰ জেলতেই বন্দী হৈ আছিল। কোঁৱৰৰ ফাঁচিৰ সময়তো আহমেদ সেই জেলতেই আছিল। ফাঁচি কাঠত ওলমিবলৈ হাঁহিমুখে আগবাঢ়ি যোৱা কোঁৱৰৰ সাহস দেখি আহমেদে মনত দুগুণে বল পাইছিল আৰু স্বাধীনতাৰ নামত সৰ্বস্ব ত্যাগ কৰিবলৈকো তেওঁ ৰাজী হৈছিল। যোৰহাট জেলৰ পৰা মুক্তি পাই ঘৰলৈ উভতি আহিলেও আহমেদৰ দৰে তীক্ষ্নধী আৰু সাহসী কৰ্মীৰ কাৰ্যকলাপত ভয় খাই ইংৰাজ

চৰকাৰে তেওঁক পুনৰ জামিন বন্দী হিচাপে চাৰে তিনি বছৰ ৰাখি ১৯৪৫ চনৰ এপ্ৰিল মাহতহে মুক্তি দিয়ে।

১৯৪৬ চনত কেবিনেট মিছন ভাৰতলৈ আহিল। অসমৰ কংগ্ৰেছ দলে গোপীনাথ বৰদলৈক সভাপতি হিচাপে লৈ এখন পাৰ্লিয়ামেণ্টেৰী শাখা গঠন কৰিলে, য'ত ফখৰুদ্দিন আলি আহমেদো সদস্য হিচাপে আছিল। এই শাখাই বিভিন্ন ৰাজ্যৰ সীমা আদি বিষয়ত এক সিদ্ধান্ত লৈছিল। গোপীনাথ বৰদলৈৰ গ্ৰুপিং বিৰোধী আন্দোলনৰো অন্যতম হোতা আছিল আহমেদ। পূৰ্ব পাকিস্তানৰ লগত অসম চামিল হোৱা বিষয়টোৰ বিৰুদ্ধে তেওঁ তীব্ৰ জনমত গঠন কৰিছিল। ইয়াৰ বাবে দিল্লীলৈ তাঁত-বাটি কৰা নেতাসকলৰ দলটোত আহমেদো আছিল।

১৯৪৬ চনৰ ফেব্ৰুৱাৰীত অনুষ্ঠিত নিৰ্বাচনত বিধায়ক হিচাপে জয়যুক্ত হোৱাৰ লগতে অসমৰ এডভোকেট জেনেৰেল হিচাপেও ফখৰুদ্দিন আলি আহমেদ মনোনীত হৈছিল, সেইবাৰ তেওঁ বৰদলৈ মন্ত্ৰীসভাত নাছিল, কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্য হিচাপে মনোনীত হৈ ৰাষ্ট্ৰীয় ৰাজনীতিতহে ভৰি দিছিল। ১৯৫২ চনত তেওঁ ৰাজ্যসভাৰ সদস্য হিচাপে নিৰ্বাচিত হৈ পাঁচ বছৰ কাল কাৰ্যনিৰ্বাহ কৰি ১৯৫৭ চনত পুনৰ বিধানসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দিতা কৰে আৰু বিধানসভালৈ নিৰ্বাচিত হৈ বিমলা প্ৰসাদ চলিহা মন্ত্ৰীসভাৰ সদস্য হিচাপে বিত্ত, ৰাজহ, পঞ্চায়ত, সমাজ কল্যাণ, স্বায়ত্তশাসন আদি গুৰুত্বপূৰ্ণ বিভাগৰ মন্ত্ৰিত্ব লাভ কৰে। এই দায়িত্ব সুচাৰুপে সম্পন্ন কৰাৰ পাছত '৬২ চনৰ বিধানসভা নিৰ্বাচনতো জয়ী হৈ স্থানীয় স্বায়ত্তশাসনৰ বাহিৰে পুনৰ উক্ত বিভাগ কেইটাৰে মন্ত্ৰী হৈছিল। ১৯৬৮ চনত আহমেদ কংগ্ৰেছ পাৰ্লিয়ামেণ্টেৰী ব'ৰ্ডৰ সদস্য নিৰ্বাচিত হয়। তাৰ ডেৰ বছৰ মানৰ পাছত তেওঁ ৰাজ্যসভাৰ সদস্য হিচাপে পুনৰ নিৰ্বাচিত হয় আৰু কেন্দ্ৰীয় মন্ত্ৰীসভাৰ সদস্য হিচাপে '২৯ জানুৱাৰী ('৬৬ চন)ত শপত গ্ৰহণ কৰে। শক্তি আৰু মানৱ সম্পদ বিকাশ দপ্তৰৰ দৰে গুৰুত্বপূৰ্ণ বিভাগৰ মন্ত্ৰী হিচাপে তেওঁ ইন্দিৰা গান্ধীৰ সহযোগী হৈছিলগৈ।

কংগ্ৰেছ নেত্ৰীৰ অন্ধ অনুগত হ'লেও নিজৰ সততা আৰু বুদ্ধিমত্তাৰ বলত কংগ্ৰেছী আদৰ্শৰ পূজাৰী আহমেদে কেন্দ্ৰীয় মন্ত্ৰী হিচাপে সমগ্ৰ ভাৰতবাসীৰে দৃষ্টি আকৰ্ষণ কৰিছিল। ১৯৬৭ চনত বৰপেটা লোকসভা সমষ্টিৰ পৰা প্ৰতিদ্বন্দিতা কৰি আহমেদ বিজয়ী হৈছিল আৰু সেই বছৰৰে ১৩ মাৰ্চত ইন্দিৰা গান্ধী মন্ত্ৰীসভাৰ কেবিনেট মন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰি উদ্যোগ আৰু কোম্পানী বিভাগৰ দায়িত্ব লাভ কৰিছিল। তাৰ পাছত ১৯৭০ চনৰ ২৭ জুনত তেওঁৰ মন্ত্ৰিত্বৰ দপ্তৰ সলনি হৈছিল আৰু তেওঁ ভাৰতৰ কৃষি আৰু খাদ্য বিভাগৰ মন্ত্ৰী হৈছিল। ১৯৭২ চনতো বৰপেটা লোকসভা সমষ্টিত প্ৰতিদ্বন্দিতা কৰি পুনৰ সাংসদ হিচাপে তেওঁ নিৰ্বাচিত হৈছিল আৰু বাংলাদেশৰ মুক্তিযুঁজৰ মূল সহযোগী হিচাপে লাভ কৰা খ্যাতিৰে বলীয়ান ইন্দিৰা গান্ধী চৰকাৰত পুনৰ কৃষি আৰু খাদ্য বিভাগৰে মন্ত্ৰিত্ব পাইছিল। বাংলাদেশৰ স্বাধীনতা যুঁজৰ সময়ত সেই বিষয়ত ইন্দিৰা গান্ধীৰ অন্যতম উপদেষ্টা আছিল আহমেদ। সেই সময়ত কে'বা লাখ লোকে শৰণাৰ্থী হিচাপে ভাৰতত প্ৰৱেশ কৰিছিল। এই

লোকসকলক কেনেকৈ শৰণাৰ্থী হিচাপে ৰাখি তেওঁলোকৰ সমস্যা সমাধান কৰা যায়, সেই সম্পৰ্কত বহু দায়িত্ব তেওঁৰ কান্ধত পৰিছিল। কোনো লোকেই যাতে অযথা হাৰাশাস্তি নোপোৱাকৈ এই সমস্যাৰ সমাধান সূত্ৰ বিচাৰি উলিয়াবলৈ লেবানন, ইজিপ্ত, ইৰাক আদি দেশলৈ গৈ সেই দেশৰ নেতৃত্বৰ স'তে আহমেদে আলোচনা কৰিছিল আৰু সেই সমস্যাৰ সমাধানৰ সূত্ৰ কিছুমানো উন্মোচন কৰিছিল।

ইন্দিৰা গান্ধীৰ অতি ঘনিষ্ঠ সহযোগী আছিল ফখৰুদ্দিন আলি আহমেদ। বহু সময়ত উপদেষ্টাৰ ভূমিকা লৈ সংকটৰ মুহূৰ্তত ইন্দিৰা গান্ধীক বিভিন্ন পৰামৰ্শ দি বিপদৰ পৰা উদ্ধাৰ কৰিছিল। সেই বাবে ১৯৬৬ চনৰ পৰা ১৯৭৪ চনত ৰাষ্ট্ৰপতি নিৰ্বাচিত হোৱালৈ এটা দিনৰ বাবেও তেওঁ মন্ত্ৰিত্ব ত্যাগ কৰিব লগা হোৱা নাছিল। এই ক্ষেত্ৰত তেওঁ কৃতিত্ব লাভ কৰিছিল সততা, বিশ্বাসযোগ্যতা আৰু আইন বিষয়ক পৰিপক্ক জ্ঞানৰ বাবে। ইন্দিৰাৰ ইমান ঘনিষ্ঠ হোৱাৰ বাবেই বোধহয় পাছত তেওঁৰ সম্পূৰ্ণ সহযোগ পোৱাৰ আশ্বাসতেই (বা পৰামৰ্শতেই?) ইন্দিৰাই সমগ্ৰ ভাৰতত জৰুৰীকালীন অৱস্থা ঘোষণা কৰিবলৈ দুঃসাহস কৰিছিল।

১৯৭৪ চনৰ আগষ্ট মাহত ভাৰতৰ পঞ্চমগৰাকী ৰাষ্ট্ৰপতি হিচাপে ফখৰুদ্দিন আলি আহমেদে কাৰ্যভাৰ গ্ৰহণ কৰিছিল। ৰাষ্ট্ৰপতি হিচাপে বিশ্বশান্তিৰ বাবে, বিভিন্ন দেশৰ মাজত মৈত্ৰী ভাব জন্মাবৰ বাবে চেষ্টা কৰিছিল আহমেদে। সেই সময়ছোৱাত বিশ্বশান্তি, মৈত্ৰীৰ বাণী আৰু ভাৰতৰে সহযোগ চুদান, ইন্দোনেছিয়া, হাঙ্গেৰী, ইজিপ্ত, যুগোশ্লাভিয়া, চৌদি আৰৱ, ফিলিপাইন-ব্ৰহ্মদেশ, মালয়েছিয়া আদি বিভিন্ন ৰাষ্ট্ৰ ভ্ৰমণ কৰিছিল। মালয়েছিয়াৰ ৰাজধানী কুৱালালামপুৰত ভ্ৰমণ কৰি থকাৰ সময়তে তেওঁ অসুস্থ হৈ পৰিছিল আৰু ভ্ৰমণৰ সকলো কাৰ্যসূচী বাতিল কৰি দিল্লীলৈ উভতি আহিবলৈ বাধ্য হৈছিল। ৰাষ্ট্ৰপতি হোৱাৰ আগতেও আহমেদে বহুবাৰ বিদেশ ভ্ৰমণ কৰিছিল। ১৯৫৭ চনত ৰাষ্ট্ৰসংঘৰ বিশেষ অধিবেশন এটাত ভাগ ল'বলৈ ভাৰতৰ প্ৰতিনিধি হিচাপে গৈ আমেৰিকা ভ্ৰমণ কৰিছিল। ১৯৬৫ চনত ভাৰতীয় উকীল সন্থাৰ এটা দলৰ নেতৃত্ব লৈ তেওঁ ৰাছিয়ালৈ গৈছিল। ১৯৬৪ চনত পুনৰ পাঁচ সপ্তাহৰ বাবে আমেৰিকা ভ্ৰমণ কৰাৰ লগতে '৬৫ চনত মালয়েছিয়াৰ স্বাধীনতা দিৱসত ভাৰতৰ প্ৰতিনিধি হিচাপে যোগ দিছিল। '৭০ চনত বিশ্ব খাদ্য আৰু কৃষি সন্মিলনত যোগ দিবলৈ আহমেদ অষ্ট্ৰেলিয়ালৈ গৈছিল। তাৰ পাছত '৭১ আৰু '৭৩ চনত দুবাৰকৈ একে উদ্দেশ্যেৰে ৰোমলৈ যায়। বিশ্বৰ বিভিন্ন সভাত দিয়া তেওঁৰ বক্তৃতাত ভাৰতীয় ঐতিহ্য তথা আদৰ্শবাদ আৰু বিশ্বভ্ৰাতৃত্বৰ অমোঘ বাণী ধ্বনিত হৈছিল।

মাথো ৰাজনীতিবিদ তথা আইনজ্ঞ হিচাপেই ফখৰুদ্দিন আলি আহমেদৰ সুনাম নাছিল; ফুটবল, ক্ৰিকেট আৰু টেনিছ খেলুৱৈ হিচাপেও তেওঁ সন্মানিত হৈছিল। খেল-ধেমালিৰ এগৰাকী দক্ষ সংগঠক হিচাপে অনুজ খেলুৱৈসকলৰ অভাৱ অভিযোগ পূৰণ কৰি ভাৰতত সুস্থিৰ খেলৰ পৰিৱেশ গঢ়ি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰা আহমেদে অসম ফুটবল আৰু ক্ৰিকেট এছ'চিয়েছনৰ সভাপতি হিচাপে বহু বছৰ ধৰি কাৰ্যনিৰ্বাহ

কৰিছিল। তদুপৰি ভাৰতীয় টেনিছ এছ'চিয়েছনৰ সভাপতি হিচাপেও তেওঁ কৃতিত্বৰে কাৰ্যনিৰ্বাহ কৰিছিল।

বৈষ্ণৱ সাহিত্য, সংস্কৃতি আৰু ধৰ্মীয় পৰম্পৰাৰো মহৎ অনুৰাগী আছিল ফখৰুদ্দিন আলি আহমেদ। মহেন্দ্ৰ মোহন চৌধুৰীৰ সহযোগী হিচাপে আহমেদে অসমৰ বাহিৰত থকা কিছুমান মৃতপ্ৰায় সত্ৰ, যেনে- মধুপুৰ, জগন্নাথ, পুৰী আদি ঠাইৰ সত্ৰক জীৱনদান কৰিছিল। তদুপৰি শংকৰী কৃষ্টি আৰু সংস্কৃতি প্ৰচাৰৰ বাবেও তেওঁ বহুখিনি কাম কৰি থৈ গৈছে। নিজৰ সংসাৰৰ দিশতো অহৰহ চকু দিয়া আহমেদ আছিল আবেদা বেগমৰ যোগ্য স্বামী আৰু দুই পুত্ৰ তথা এক কন্যাৰ দায়িত্বশীল পিতৃ।

ভাৰতৰ সবাতোকৈ ক্ষমতাশালী সাংবিধানিক পদমৰ্যাদা লাভ কৰা এইগৰাকী একমাত্ৰ অসমীয়াই ৰাষ্ট্ৰপতিৰ কাৰ্যকাল সম্পূৰ্ণ কৰিব নোৱাৰাটো আমি প্ৰতিজন অসমীয়াৰ বাবেই দুখজনক ঘটনা। জীৱনৰ শেহছোৱাত শৰীৰ- স্বাস্থ্য বিশেষ ভালে নথকা এইগৰাকী পৰিশ্ৰমী আৰু বিদ্বান ৰাজনীতিক হঠাতে হৃদৰোগত আক্ৰান্ত হয় আৰু ১৯৭৭ চনৰ ১১ ফেব্ৰুৱাৰীৰ পুৱা তেখেতৰ মৃত্যু ঘটে। নিজৰ একনিষ্ঠতা, পৰিশ্ৰমশক্তি, সততা আৰু বুদ্ধিমত্তাৰ বলত ভাৰতৰ প্ৰথম নাগৰিকৰ পদ বিভূষিত কৰা এইগৰাকী ব্যক্তি ৰাষ্ট্ৰীয় ৰাজনীতিত উত্তৰণৰ দিশত আগবাঢ়িব বিচৰা অসমীয়াসকলৰ বাবে প্ৰেৰণাৰ প্ৰতীক হৈ ৰওক।



(৩৫)

# সীতানাথ ব্ৰহ্মচৌধুৰী

অতি নিষ্ঠাৰে যিসকল জনজাতীয় লোকে অসমীয়া সাহিত্য-সংস্কৃতি, সমাজ আৰু শিক্ষাৰ জগতলৈ বিপুল অৰিহণা যোগাই অসমীয়া ভাষা আৰু জাতিক সমৃদ্ধ কৰিছে, সেইসকলৰ ভিতৰত সীতানাথ ব্ৰহ্মচৌধুৰী অন্যতম। এক ঐতিহ্যমণ্ডিত পৰিয়ালত জন্মগ্ৰহণ কৰা ব্ৰহ্মচৌধুৰীৰ পূৰ্বপুৰুষসকল আছিল গোৱালপাৰা জিলাৰ উত্তৰ-পশ্চিমে ভূটানৰ অধীনত থকা ৰীপুদুৱাৰৰ সামন্ত ৰজা। ৰীপুদুৱাৰ আছিল অসমলৈ ভূটীয়াসকলৰ অহা-যোৱাৰ পদুলি। নৌনগৰ আছিল ৰীপুদুৱাৰৰ ৰাজধানী। গল্লাৰ আছিল ৰীপুদুৱাৰৰ বাহুবলী ৰজা। তেওঁৰ পুত্ৰ কল্লাৰ। কল্লাৰৰ সময়তে ৰীপুদুৱাৰৰ স'তে ইংৰাজৰ বিবাদ আৰম্ভ হ'ল। ইংৰাজৰ স'তে হোৱা যুঁজত কল্লাৰ আৰু তেওঁৰ সহকৰ্মীসকল মৃত্যুমুখত পৰিল। জীয়াই থাকিল মাথো তেওঁৰ গৰ্ভৱতী ৰাণী। তেওঁ নৌনগৰৰ পৰা পলাই গৈ ভালুকমাৰীত থিতাপি ল'লে। তাতেই ৰাণীৰ এজন পুত্ৰ সন্তানৰ জন্ম হ'ল আৰু তেওঁৰ নাম থ'লে গণ্ডৰাম। গণ্ডৰামৰ পুত্ৰ মনবাৰু। প্ৰাইমাৰী স্কুলৰ শিক্ষান্ত পৰীক্ষালৈ পঢ়া মনবাৰুৱে কাঠৰ ব্যৱসায়ৰ যোগেদি নিজৰ অভিজাত পৰম্পৰা ভালদৰেই ৰাখিলে। তদুপৰি তেওঁ ইংৰাজ চৰকাৰৰ মেজিষ্ট্ৰেট হিচাপে নিযুক্তি পাইছিল যদিও সেই পদ গ্ৰহণ নকৰিলে। ছয়টি সন্তানৰ জন্ম দি মনবাৰুৰ প্ৰথমা পত্নী লক্ষ্মীয়ে মৃতুবৰণ কৰিলে। তাৰে কনিষ্ঠ সন্তান সীতানাথ। লক্ষ্মীৰ মৃত্যুৰ পাছত মনবাৰুৱে দ্বিতীয় বিবাহ কৰাইছিল আৰু পুনৰ ছয়টি সন্তানৰ পিতৃ হৈছিল।

১৯০৮ চনৰ আঠ অক্টোবৰৰ দিনাখন ভালুকমাৰীতে জন্মগ্ৰহণ কৰিছিল সীতানাথ ব্ৰহ্মচৌধুৰীয়ে। সীতানাথৰ প্ৰাথমিক শিক্ষা আৰম্ভ হৈছিল দেউতাকে ঘৰতে পাতি দিয়া পঢ়াশালিত। কিন্তু কোনো ধৰণৰ চৰকাৰী সাহায্য নোপোৱাত পঢ়াশালিখন বেছিদিন নচলিল। তাৰ পাছত তেওঁ পঢ়িব ল'লে ঘৰৰ পৰা অলপ দূৰৈৰ ঘিলাগুৰি নিম্ন প্ৰাইমাৰী স্কুলত। ঘিলাগুৰি স্কুলত পঢ়া শেষ কৰাৰ পাছত বিদ্যোৎসাহী দেউতাকে সীতানাথক পুঠিমাৰী মজলীয়া স্কুলত নাম লিখাই দিলে। সৰুৰে পৰা পঢ়া-শুনাৰ ক্ষেত্ৰত যথেষ্ট বুদ্ধিমত্তা প্ৰদৰ্শন কৰা সীতানাথ ১৯২৩ চনত পুঠিমাৰী স্কুলৰ পৰা এম ভি পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত তেওঁৰ নামভৰ্তি কৰি দিয়া হয় ধুবুৰী চৰকাৰী হাইস্কুলত। সপ্তম শ্ৰেণীলৈ সীতানাথে অসমীয়া মাধ্যমত পঢ়িছিল। কিন্তু ধুবুৰী হাইস্কুলত সংখ্যালঘু ছাত্ৰ বেছি থকাৰ বাবে তাত তেতিয়াও বঙলা ভাষাৰ প্ৰচলন আছিল। সীতানাথে কিন্তু অসমীয়া মাধ্যম নেৰিলে, ফলত তেওঁ সহপাঠীসকলৰ পৰা

বিভিন্ন ধৰণৰ ককৰ্থনা শুনিবলৈ বাধ্য হ'ল। অৱশ্যে সীতানাথে হাৰ নামানিলে। তেওঁ অসমীয়া ভাষাক সমৃদ্ধ কৰাৰ স্বাৰ্থত অসমীয়া ভাষাৰ সাহিত্য চৰ্চা কৰিবলৈ ল'লে। তাৰ আগৰে পৰা অৰ্থাৎ ১৩ বছৰ মান বয়সৰ পৰাই তেওঁ অসমীয়া ভাষাত কবিতা লিখিছিল। কিন্তু জেদি সীতানাথে ধুবুৰী হাইস্কুলত পঢ়িবলৈ লোৱাৰ পাছৰে পৰা দুগুণ উৎসাহেৰে সাহিত্য চৰ্চা কৰিবলৈ ল'লে। ১৭ বছৰ বয়সতে প্ৰকাশ হৈ ওলাল তেওঁৰ প্ৰথমখন কবিতাৰ পুথি 'কমল কলি'।

সেই সময়ত আনন্দ চন্দ্ৰ আগৰৱালা গোৱালপাৰা জিলাৰ আৰক্ষী অধীক্ষক হৈ আছিল। কিশোৰ সীতানাথৰ কাব্য-চৰ্চাৰ উমান পাই তেওঁ প্ৰেৰণা দিয়াত লাগিল আৰু ১৯২৬ চনৰ ডিচেম্বৰ মাহত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত ধুবুৰীত অনুষ্ঠিত হোৱা সাহিত্য সভাৰ অধিবেশনত কবিতা পাঠৰ সুযোগ পালে সীতানাথে। সেই অধিবেশনতে আনন্দ চন্দ্ৰ আগৰৱালাই নিজৰ বক্তৃতাত কৈছিল-'আমাৰ সাহিত্যিকসকলক ভিন্ন ভিন্ন বিষয়ৰ ভাল ভাল পুথি লিখি আমাৰ সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰিবলৈ এই সন্মিলনৰ পৰা উৎসাহিত কৰিব লাগে। বৰ সুখৰ বিষয় যে এই জিলাৰ এজন কোমল বয়সীয়া বড়ো ছাত্ৰই এই বয়সতে 'কমল কলি' নামে সুন্দৰ কবিতাৰ পুথি লিখি উলিয়াইছে। তেওঁৰ নাম সীতানাথ ব্ৰহ্মচৌধুৰী। আশা কৰো কালত এইঁ ল'ৰাটি সুকবি হ'ব।' (গোৱালপাৰাৰ পুৰণি বিৱৰণ)। সাহিত্য সভাৰ সেই অধিবেশনত 'কমল কলি'য়ে অসমৰ বহু বৰেণ্য সাহিত্যিক লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, যতীন্দ্ৰনাথ দুৱৰা, দণ্ডিনাথ কলিতা, সূৰ্যকুমাৰ ভূঞা আদিৰ দৃষ্টি আকৰ্ষণ কৰিছিল। সেই সময়ছোৱাৰে পৰা সীতানাথ ব্ৰহ্মচৌধুৰী আনকি তিলোত্তমা বৰুৱা ছদ্মনামেৰে কবিতাও লিখিছিল।

ধুবুৰী হাইস্কুলত অষ্টম শ্ৰেণীলৈ ছাত্ৰাবাসত থাকি পঢ়া-শুনা কৰা সীতানাথে সাহিত্য চৰ্চাৰ ক্ষেত্ৰত প্ৰেৰণা পাইছিল বিখ্যাত সাহিত্যিক দুগৰাকীৰ পৰাও। তেওঁলোক হ'ল তেতিয়াৰ ধুবুৰী হাইস্কুলৰে শিক্ষক ডিম্বেশ্বৰ নেওগ আৰু নিজৰ সহপাঠীৰ পিতৃ কবি দুৰ্গেশ্বৰ শৰ্মা। ক'বলৈ গ'লে ধুবুৰী হাইস্কুলত পঢ়াৰ সময়তে সীতানাথৰ কবিতা পৰিপক্ক হৈছিল আৰু সেয়া কাকত-আলোচনী তথা কিতাপ আকাৰে প্ৰকাশ পোৱাৰ পাছত তেওঁ অসমৰ এগৰাকী জনপ্ৰিয় কবি হিচাপে চিহ্নিত হৈছিল।

পিতৃ মনবাৰুৰ অকাল মৃত্যু ঘটাত তেওঁৰ অন্য এজন অভিভাৱক স্বৰূপ ডাঃ জিনাৰাম নাজৰীয়ে ব্ৰহ্মচৌধুৰীক ১৯২৭ চনত নি তেজপুৰ চৰকাৰী হাইস্কুলত নাম লিখাই দিছিল। সীতানাথ থাকিব লৈছিল বিষ্ণু ৰাভাৰ ঘৰত। তেজপুৰত পঢ়ি থকা কালছোৱাতে ২১ বছৰ বয়সত ব্ৰহ্মচৌধুৰীয়ে বিয়া কৰাইছিল বিষ্ণু ৰাভাৰ ভগ্নী কমলা ৰাভাক। কিন্তু বিয়াৰ তিনি মাহৰ পাছতে পত্নী কমলাৰ অকাল মৃত্যু ঘটিছিল। তেজপুৰ হাইস্কুলো শেষত তেওঁ এৰিছিল আৰু শিৱসাগৰৰ চৰকাৰী হাইস্কুলত এটা বছৰ পঢ়ি প্ৰৱেশিকা পৰীক্ষাত বহিছিল আৰু ১৯৩০ চনত সেই পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল। ১৯২৯ চনত শিৱসাগৰত পঢ়ি থাকোতেই ব্ৰহ্মচৌধুৰীৰ দুখন কাব্যগ্ৰন্থ

প্ৰকাশিত হৈছিল-'চকুলো' আৰু 'আবেগ'। 'চকুলো'খন প্ৰকাশ কৰিছিল সহপাঠী ৰিপুনাথ বুঢ়াগোহাঁয়ে আৰু 'আবেগ'খন প্ৰকাশ কৰি দিছিল তিনিচুকীয়াৰ নগ্ৰাই বাগিচাৰ কৰ্মচাৰী ধনীৰাম গগৈয়ে। উল্লেখযোগ্য যে 'আবেগ'খনৰ পাতনি লিখিছিল বিখ্যাত সাহিত্যিক পদ্মধৰ চলিহাই।

প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ব্ৰহ্মচৌধুৰীয়ে কটন কলেজৰ আই এ শ্ৰেণীৰ কলা শাখাত নামভৰ্তি কৰিলে। তাৰ আগতেই কটনৰ অধ্যাপক সূৰ্যকুমাৰ ভূঞাৰ স'তে ব্ৰহ্মচৌধুৰীৰ ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। ছাত্ৰবাসলৈ যোৱাৰ আগতে তেওঁ ভূঞাৰ ঘৰত আলহী হৈছিল। তেতিয়াৰ স্কুল-কলেজৰ ছাত্ৰাবাসত জাতিভেদ প্ৰথাৰ প্ৰচলিত আছিল। উচ্চ বৰ্ণৰ ছাত্ৰৰ স'তে নিম্নবৰ্ণৰ ছাত্ৰই একেলগে বহি খোৱাৰ নিয়ম নাছিল। শিৱসাগৰ স্কুলৰ ছাত্ৰাবাসতো এনে পৰম্পৰা আছিল। কিন্তু কটন কলেজলৈ আহি জাতিভেদ প্ৰথা দেখি ব্ৰহ্মচৌধুৰী থিৰেৰে থাকিব নোৱাৰিলে। তেওঁ ক'লে, শিক্ষাৰ লগত উচ্চ-নীচ, জাতি-অজাতি সম্পৰ্ক ক'ত? হিন্দু ধৰ্মৰ সংস্কাৰ সাধন কৰা উচিত। সকলোকে একেলগে বহি খাবলৈ দিয়া উচিত। ব্ৰহ্মচৌধুৰীৰ এই কাৰ্যত গোপনে সহায় কৰিছিল সূৰ্যকুমাৰ ভূঞাই। ফলত ব্ৰহ্মচৌধুৰীৰ প্ৰতিবাদ তীব্ৰ হ'ল আৰু এসময়ত সকলো ছাত্ৰই একেলগে বহি খোৱাৰ ব্যৱস্থা কটনৰ ছাত্ৰাবাসত আৰম্ভ হ'ল।

কটন কলেজতো ব্ৰহ্মচৌধুৰীৰ সাহিত্য চৰ্চা অব্যাহত থাকিল। ১৯৩৩ চনত তেওঁ আই এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। অৱশ্যে আৰ্থিক অসুবিধাৰ বাবে তেওঁ ১৯৩৪ চনৰ পৰাহে বি এ শ্ৰেণীত অৰ্থনীতি আৰু দৰ্শনত অনাৰ্চ লৈ পঢ়িব ল'লে আৰু ছাত্ৰাবাস এৰি চোলাপাৰৰ এজন আত্মীয়ৰ ঘৰত থাকিব ল'লে। নিজৰ আৰ্থিক দুৰৱস্থাৰ কথা তেওঁ অত্যন্ত গোপনে ৰাখিছিল। সূৰ্যকুমাৰ ভূঞাৰ দৰেই বাণীকান্ত কাকতী আৰু অন্য কে'বাগৰাকী অধ্যাপকৰ স'তে ব্ৰহ্মচৌধুৰীৰ সহৃদ্যতা বাঢ়িছিল। ১৯৩৬ চনত তেওঁ অনাৰ্চৰ পৰীক্ষা নিদিয়াকৈ বি এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। বি এ পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ আইন শিক্ষা লাভৰ বাবে আৰ্ল ল কলেজত নামভৰ্তি কৰিছিল যদিও আৰ্থিক অসুবিধাৰ বাবে সিমানতে তেওঁ কলেজীয়া শিক্ষাৰ সামৰণি পেলালে।

পুৰণি গোৱালপাৰা জিলাৰ বঙাইগাওঁ অঞ্চলৰ বহুতো শিক্ষানুষ্ঠানৰ জন্মলগ্নৰে পৰা জড়িত আছিল সীতানাথ ব্ৰহ্মচৌধুৰী। কলেজীয়া শিক্ষা শেষ কৰি তেওঁ সামাজিক আৰু ৰাজহুৱা কামত লাগিছিল। বঙাইগাঁৱৰ প্ৰথম ইংৰাজী শিক্ষাৰ অনুষ্ঠান বীৰঝৰা হাইস্কুল প্ৰতিষ্ঠা কৰি ব্ৰহ্মচৌধুৰীয়ে নিজে ১৯৩৯ চনৰ মাৰ্চ মাহৰ পৰা শিক্ষকতাও আৰম্ভ কৰিছিল। তেনেদৰেই বীৰঝৰা হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে নিজৰ কৰ্মজীৱন আৰম্ভ কৰিছিল সীতানাথ ব্ৰহ্মচৌধুৰীয়ে।

ছাত্ৰাৱস্থাত মাথো শিক্ষা লাভ কৰি আৰু কবিতা লিখিয়েই দিন যাপন কৰা নাছিল ব্ৰহ্মচৌধুৰীয়ে। মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা স্বাধীনতা আন্দোলনতো তেওঁ অংশগ্ৰহণ কৰিছিল। কংগ্ৰেছৰ এগৰাকী একনিষ্ঠ কৰ্মী হিচাপে আন্দোলনত অংশগ্ৰহণ কৰাৰ সময়তে এবাৰ পুলিচৰ লাঠিৰ কোব খাই তেওঁৰ আঙুলি এটা ভাঙিছিল। লাহে লাহে শিক্ষাৰ ক্ষেত্ৰতকৈয়ো সামাজিক আৰু ৰাজহুৱা ক্ষেত্ৰৰ প্ৰতি তেওঁৰ মন বেছিকৈ

ঢাল খালে আৰু ১৯৪৫ চনত ধুবুৰী লোকেল ব'ৰ্ডৰ সদস্য হিচাপে তেওঁ নিৰ্বাচিত হ'ল আৰু লোকেল ব'ৰ্ডৰ ভাইচ চেয়াৰমেনো মনোনীত হ'ল। তাৰ এবছৰৰ পাছত তেওঁ ধুবুৰী স্কুল ব'ৰ্ডৰ সদস্য হিচাপেও দায়িত্ব গ্ৰহণ কৰিছিল। সেই সময়ত ধুবুৰী মহকুমাৰ (তেতিয়া কোকৰাঝাৰো ধুবুৰীৰে অন্তৰ্ভুক্ত আছিল।) প্ৰতিটো পিছপৰা অঞ্চললৈ গৈ সমস্যাবোৰৰ বিষয়ে ভালদৰে উপলব্ধি কৰিছিল আৰু সেইবোৰৰ সমাধানকল্পে বিভিন্ন কৰ্মপন্থা হাতত লৈছিল। সেই সময়তে গাঁৱৰ ৰাইজক উৎসাহিত কৰি কে'বাখনো প্ৰাথমিক স্কুল প্ৰতিষ্ঠা কৰিছিল। উল্লেখযোগ্য যে ব্ৰহ্মচৌধুৰীৰ প্ৰচেষ্টাতে তেতিয়াৰ ধুবুৰী অঞ্চলৰ প্ৰাথমিক শিক্ষানুষ্ঠানবোৰত বঙলা ভাষাৰ সলনি শিক্ষাৰ মাধ্যম অসমীয়া কৰা হয়। লোকেও ব'ৰ্ডৰ অৱস্থাও তেতিয়া বিশেষ সচ্ছল নাছিল, তথাপি ব্ৰহ্মচৌধুৰীয়ে সামান্য চৰকাৰী অনুদানৰ লগতে গাঁৱৰ ৰাইজক উৎসাহিত কৰি বহু বাট-পথ, দলং আদিৰ নিৰ্মাণ কৰিছিল।

সীতানাথ ব্ৰহ্মচৌধুৰীৰ কাম-কাজ মাথো লোকেল ব'ৰ্ডতে সীমাবদ্ধ নাথাকিল। তেওঁৰ কৰ্মৰ ক্ষেত্ৰ বাঢ়ি গৈ থাকিল। ১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হ'ল আৰু প্ৰথম সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হ'ল ১৯৫২ চনৰ ১৯ জানুৱাৰীৰ পৰা। এই নিৰ্বাচনত ব্ৰহ্মচৌধুৰীয়ে কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দিতা কৰি গোৱালপাৰা-গাৰোপাহাৰ সমষ্টিৰ পৰা লোকসভালৈ নিৰ্বাচিত হয়। সেইবাৰেই ৰাজ্যসভালৈ নিৰ্বাচিত হৈছিল পুষ্পলতা দাস, মহম্মদ তৈয়বুল্লা, মহম্মদ ৰফিক, লক্ষেশ্বৰ বৰুৱা, থানলুৰা আৰু ব্ৰহ্মচৌধুৰীৰ অতি শ্ৰদ্ধাৰ শিক্ষাগুৰু ড° সূৰ্যকুমাৰ ভূঞা। সেইবাৰেই দিল্লীতো নিজৰ প্ৰিয় গুৰুৰ সান্নিধ্য পালে তেওঁ।

১৩, বি নৰ্থ এভিনিউত সাংসদৰ আবাস গৃহত বাস কৰিছিল সীতানাথ ব্ৰহ্মচৌধুৰীয়ে। অকলেই থাকিছিল, পৰিয়ালক বঙাইগাঁৱতে ৰাখিছিল। চৰকাৰী আবাস গৃহত পৰিয়ালক নি ৰখাটো তেওঁ নীতি বিৰুদ্ধ বুলি গণ্য কৰিছিল। এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে ১৯৩৯ চনত দ্বিতীয়বাৰ ব্ৰহ্মচৌধুৰীয়ে বিয়া কৰাইছিল ঢালিগাঁৱৰ অম্বাৱতী ব্ৰহ্মাক। উজান বজাৰৰ মাইনৰ স্কুলত ইংৰাজী শিক্ষা লাভ কৰা অম্বাৱতী আছিল আধুনিক মনস্ক নাৰী। তেওঁ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত জড়িত হৈ সামাজিক কামতো আত্মোৎসৰ্গ কৰিছিল। সীতানাথ ব্ৰহ্মচৌধুৰীৰ ঔৰষত আৰু অম্বাৱতীৰ গৰ্ভত তিনিজন পুত্ৰ আৰু পাঁচগৰাকী কন্যা সন্তানৰ জন্ম হৈছিল। তেওঁ নিষ্ঠাৰে পালন কৰিছিল সন্তানৰ প্ৰতি থকা পিতৃৰ দায়িত্বখিনি। বৈষয়িক ক্ষেত্ৰত প্ৰায় উদাসীন ব্ৰহ্মচৌধুৰীয়ে এনে অভিজাত সামন্ত ৰজাৰ বংশধৰৰ ঘৰত জন্ম লৈছিল, য'ত সৰুতে তেওঁ দেখিছিল ১০ টা মান বন্দুক। দেখিছিল অসংখ্য ঢাল-তৰোৱাল, বিভিন্ন জন্তুৰ শিং, ছাল আৰু যথেষ্ট ধন-সম্পত্তি। কিন্তু এইবোৰলৈ তেওঁ বিশেষ গুৰুত্ব দিয়া নাছিল। কৈশোৰতে দুজনকৈ প্ৰতিভাবান ককায়েকৰ মৃত্যু আৰু পিতৃৰ অকাল মৃত্যুৰ পাছত তেওঁলোকৰ ঘৰৰ অৱস্থা অত্যন্ত বেয়া হৈছিল, তেতিয়াও কিন্তু ব্ৰহ্মচৌধুৰীয়ে বিশেষ দুখ কৰা নাছিল। জীৱনৰ উত্থান-পতনত যিজনে অযথা আনন্দ আৰু হা-হুমুনিয়াহ কাঢ়ে, তেওঁ জীৱনক সম্পূৰ্ণ উপভোগ কৰাৰ পৰাই বঞ্চিত হয় বুলি তেওঁ

বিশ্বাস কৰিছিল। সেইবাবে বিষয়-সম্পদৰ, সুখ-বিলাসৰ প্ৰতি উদাসীন এইগৰাকী ব্যক্তিয়ে সৎ কৰ্ম আৰু জ্ঞানকহে নিজৰ জীৱনৰ অমূল্য সম্পদ বুলি গণ্য কৰিছিল।

সংসদ সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰা কালছোৱাত ব্ৰহ্মচৌধুৰীয়ে তুলনামূলকভাৱে পিছপৰা জনজাতিসকলৰ উন্নতিৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল। জনজাতিসকলৰ উন্নতিৰ বাবে কাম কৰিবলৈ 'ট্ৰাইবেল এফেয়াৰ্চ' নামৰ সুকীয়া বিভাগ এটাৰ জন্ম দিবলৈকো তেওঁ কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাবী জনাইছিল। অসমত শোধনাগাৰ নিৰ্মাণৰ বাবে লোকসভাত দাবী জনোৱা অন্যতম ব্যক্তিও আছিল ব্ৰহ্মচৌধুৰী। তদুপৰি অসমত ৰেলপথৰ সম্প্ৰসাৰণ আৰু ব্ৰহ্মপুত্ৰৰ ওপৰত এখন দলং নিৰ্মাণ কৰিবলৈকো কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাবী জনাইছিল। এই বিভিন্ন দাবী লৈ আনকি তেওঁ প্ৰধানমন্ত্ৰী আৰু ৰাষ্ট্ৰপতিৰ ওচৰো চাপিছিল।

সেই সময়তে ৰাজ্য গঠন কৰিবলৈ গঠিত হোৱা আয়োগৰ ওচৰতো ব্ৰহ্মচৌধুৰীয়ে অসমৰ অখণ্ডতা ৰক্ষাৰ বাবে দাবী জনাইছিল। তদুপৰি কোচবিহাৰ, জলপাইগুৰি আদিক অসমৰ স'তে চামিল কৰিবলৈকো তেওঁ যুক্তিসহকাৰে দাবী জনাইছিল। সেই সময়ত ভাৰতৰ বিভিন্ন ঠাইত অনুষ্ঠিত বিভিন্ন আন্তঃৰাষ্ট্ৰীয় অধিবেশনত যোগ দিয়াৰ লগতে ভূটান আৰু নেপাল ভ্ৰমণ কৰি চুবুৰীয়া ৰাষ্ট্ৰ দুখনৰ স'তে ভাৰতৰ গভীৰ সম্পৰ্ক গঢ়ি তোলাৰ বাবে পদক্ষেপ গ্ৰহণ কৰিছিল।

কৈ অহা হৈছে, মাথো ১৮ বছৰ বয়সৰে পৰা অৰ্থাৎ ১৯২৬ চনৰে পৰা অসম সাহিত্য সভাৰ স'তে ব্ৰহ্মচৌধুৰীৰ সম্পৰ্ক ঘটিছিল। সেই তেতিয়াৰে পৰা সাহিত্য সভাৰ স'তে সম্পৰ্ক থকাই নহয়, সভাৰ লগত তেওঁ ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিছিল। ১৯৫৬ চনত সাহিত্য সভাৰ ৰূপালী জয়ন্তী উৎসৱ (ধুবুৰী) উদ্বোধন কৰিছিল ব্ৰহ্মচৌধুৰীয়ে। ১৯৭৫ চনৰ তিতাবৰ অধিবেশনত তেওঁক সাহিত্য সভাৰ তৰফৰ পৰা সম্বৰ্দ্ধনা জনোৱা হৈছিল। '৭৭ চনত অভয়াপুৰী অধিবেশনৰ স্মৃতিগ্ৰন্থ উন্মোচন কৰিছিল ব্ৰহ্মচৌধুৰীয়ে। '৮০ চনৰ ৰহা অধিবেশনত তেওঁক কবি সন্মিলনত সভাপতিত্ব কৰিবলৈ আহ্বান জনোৱা হৈছিল যদিও অসুবিধাৰ বাবে যোগদান কৰিব পৰা নাছিল। বৃহত্তৰ অসমক একেডাল এনাজৰীৰে বান্ধিবলৈ অহৰহ চেষ্টা কৰা, অসমীয়া ভাষাৰ আজন্ম প্ৰেমিক ব্ৰহ্মচৌধুৰী ১৯৮১ চনত তিনিচুকীয়াত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনৰ সভাপতি হিচাপে নিৰ্বাচিত হৈছিল। কুৰি শতিকাৰ মধ্যভাগত অসমৰ সকলো শীৰ্ষস্থানীয় কাকত-আলোচনীত কবিতা লিখা আৰু যুক্তাক্ষৰ বৰ্জিত 'গাওঁ সংগঠন' বিষয়ক পুস্তিকা (১৯৪০) লিখা ব্ৰহ্মচৌধুৰীয়ে সভাপতিৰ ভাষণৰ পৰা অসমীয়া মানুহক নিজৰ মাতৃভাষাৰ বাবে সকলো স্বাৰ্থ ত্যাগ কৰিবলৈ আহ্বান জনাইছিল। তদুপৰি অসমৰ ডেকাশক্তিয়ে যাতে ব্যৱসায়-বাণিজ্যত মনোনিবেশ কৰি অসমৰ অৰ্থনীতি সমৃদ্ধ কৰিবলৈ কৈছিল। ভাঙি থান-বান হ'বলৈ বিচৰা বহুল অসমীয়া জাতিক সকীয়াই দি কৈছিল, 'সকলো জনগোষ্ঠীৰ একতাৰ বলত বলিষ্ঠ হোৱা অসমীয়া জাতিৰ একতা নষ্ট হৈ দলাদলি হ'লেই মৰণ।'

১৯৮২ চনত ডিফুত অনুষ্ঠিত সাহিত্য সভাৰ অধিবেশনতো অৰ্থাৎ একেৰাহে দুবাৰকৈ সভাপতি হোৱা বিৰল মৰ্যদাৰ অধিকাৰী হৈছিল সীতনাথ ব্ৰহ্মচৌধুৰী। কোনো সাহিত্যিকৰ সততা, পৰিশ্ৰম শক্তি আৰু সাহিত্য জনপ্ৰিয় নহ'লে কোনো জাতিয়েই কোনো ব্যক্তিক এনে বিৰল সন্মান নিদিয়ে। উল্লেখযোগ্য যে ১৯৭৫ চনত অসম চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন পোৱা এইগৰাকী ব্যক্তিয়ে সেয়া দৃঢ়তাৰে প্ৰত্যাখ্যান কৰিছিল।

সাহিত্য সভাৰ পক্ষৰ পৰা সতীনাথ ব্ৰহ্মচৌধুৰীক সম্বৰ্ধনা জনাই কোৱা হৈছিল, '...প্ৰথম ভাৰতীয় লোকসভাৰ অন্যতম সদস্য, অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ আজীৱন সেৱক সীতানাথ ব্ৰহ্মচৌধুৰী ডাঙৰীয়াৰ মাজত থকা সুকোমল কবি মনটিৰ পৰিচয় অসমীয়া কবিতাৰ পঢ়ুৱৈয়ে কেতিয়াবাই পাই থৈছে। 'নিৰুপমা সৌন্দৰ্য প্ৰতিমা'ৰ অন্বেষণ কৰা কবি ব্ৰহ্মচৌধুৰীয়ে প্ৰথম কবিতা পুথি 'কমল কলি' প্ৰকাশিত হৈছিল ১৯২৫ চনতে। তাৰ চাৰি বছৰৰ পাছত প্ৰকাশিত হৈছিল 'আৱেগ' আৰু 'চকুলো' নামৰ দুখন কবিতা সংকলন। আবাহন যুগৰ এইগৰাকী কবিৰ কবিতাই অসমীয়া কাব্য সাহিত্যৰ বেদীলৈ আগবঢ়াই থৈ যোৱা গন্ধপুষ্প কেইপাহিৰ সৌৰভ এতিয়াও বিয়পি আছে আৰু বিয়পি থাকিব। অসমীয়া ভাষা-সাহিত্য আৰু জাতীয়তাৰ অতন্দ্ৰ প্ৰহৰী স্বৰূপ এই গৰাকী দেশপ্ৰাণ ব্যক্তিৰ দৃষ্টিৰ উদাৰতা তেখেতৰ উজ্জ্বল ব্যক্তিত্বৰ অন্যতম বৈশিষ্ট্য।....'

সৰুতে ঘৰত থকা বন্দুক এটা লৈ সৰু-সুৰা জন্তুৰ চিকাৰ কৰিছিল সীতানাথে। ১৩ বছৰ বয়সতে অৱশ্যে তেওঁ বন্দুক এৰিছিল। হাতত তুলি লৈছিল কলম, কবিতা লিখিবলৈ। তেওঁ আছিল এজন সঁচা কবি, সঁচা মানুহ, সচাঁ অসমীয়া আৰু সঁচা বড়ো। ১৯৭৬ চনত তেওঁৰ শেষ কবিতা গ্ৰন্থ 'ফুলেশ্বৰী দৈমাৰী' প্ৰকাশিত হৈছিল। বড়ো ভাষাৰ শিক্ষাৰ প্ৰতি তেওঁৰ অকুণ্ঠ সমৰ্থন আছিল। তেওঁ কৈছিল- 'বড়ো ভাষাৰে প্ৰাথমিক শিক্ষা দিবই লাগিব, কিন্তু সেই বুলি অসমীয়া ভাষাক সম্পূৰ্ণৰূপে ত্যাগ কৰাটো হ'ব আমাৰ বাবে আত্মহত্যা স্বৰূপ। আমি অসমীয়া সমাজখনৰ বৃহৎ পৰিধিৰ মাজৰ পৰা কেতিয়াও ওলাই যাব নোৱাৰো আৰু নকওঁ বুলি জেদ ধৰি অসমীয়া ভাষা নোকোৱাকৈও বা ব্যৱহাৰ নকৰাকৈও থাকিব নোৱাৰো। অসমীয়া ভাষা ত্যাগ কৰিলে আমাৰ মানসিক বিকাশ স্তব্ধ হৈ যাব।'

অসমৰ সকলো ভাষাৰে সমৃদ্ধি বিচৰা ব্ৰহ্মচৌধুৰীয়ে আকৌ কৈছিল যে অসমীয়াসকলৰ এটা ভ্ৰান্ত ধাৰণা আছে যে জনজাতীয় ভাষাসমূহৰ বিকাশে অসমীয়া ভাষাৰ বিকাশলৈ বাধ্য আনিব। কিন্তু কোনেও কাৰো হানি নকৰে। অসমত অসমীয়া ভাষাৰ বিকাশেও আন্তঃৰাষ্ট্ৰীয়ভাৱে যোগসূত্ৰ আনিব পৰা ইংৰাজী ভাষাৰ প্ৰচলনত (অসমত) জানো বাধা দিব পাৰিলে?

সীতানাথ ব্ৰহ্মচৌধুৰীয়ে যি সময়ত অসমীয়া ভাষাত সাহিত্য চৰ্চা আৰম্ভ কৰিছিল সেই সময়ত সমগ্ৰ গোৱালপাৰা জিলাতে অসমীয়া ভাষাৰ ভেটি উছন যাওঁ যাওঁ অৱস্থা। বঙলা ভাষীৰ সংখ্যা অধিক হোৱাৰ বাবে আৰু গোৱালপৰীয়া ভাষা বঙলা

ভাষাৰ নিকট বুলি এচাম ভাষাবিদ আৰু আমোলাই দাবী কৰাৰ বাবে গোৱালপাৰা পশ্চিমবঙ্গৰ অঙ্গ জিলা হোৱাৰ সম্ভাৱনাই বেছি আছিল। সেই সময়ত নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ লগতে গোৱালপাৰাৰ বহু অসমীয়াপ্ৰেমী ব্যক্তিৰ চেষ্টাৰ বাবেই সেয়া সম্ভৱ নহ'ল। এইসকলৰ লগতে সীতানাথ ব্ৰহ্মচৌধুৰীয়েও নানা প্ৰতিকূলতাক অগ্ৰাহ্য কৰি সোঁতৰ বিপৰীতে গতি কৰি অসমীয়া জাতি, ভাষা আৰু সাহিত্যৰ বাবে দৰিদ্ৰ ৰাইজৰ শিক্ষা আৰু অৰ্থনৈতিক অৱস্থাৰ উন্নতিৰ বাবে যিমানখিনি কাম কৰি গ'ল, তাৰ বাবে তেওঁ অনন্য। দ্বিতীয়বাৰ সাহিত্য সভাৰ সভাপতি হোৱাৰ পাছত তেওঁ সেই কাৰ্যকাল সম্পূৰ্ণ কৰি যাবলৈ নাপালে। ১৯৮২ চনৰ ২৩ নৱেম্বৰত, ৭৪ বছৰ বয়সত এইজনা মহান অসমীয়াৰ পৰলোকপ্ৰাপ্তি ঘটিল।



# ড০ বিৰিঞ্চি কুমাৰ বৰুৱা

অসমীয়া লোকসংস্কৃতিৰ অন্যতম গৱেষক আৰু অসমীয়া সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ সাধক বিৰিঞ্চি কুমাৰ বৰুৱা আছিল এগৰাকী বহুমুখী প্ৰতিভাৰ লোক। অধ্যাপনা আৰু সাহিত্য চৰ্চাৰ বাহিৰেও বহু অনুষ্ঠান-প্ৰতিষ্ঠানক সজীৱ কৰি তোলাত অন্যতম ভূমিকা গ্ৰহণ কৰা বিৰিঞ্চি কুমাৰ বৰুৱা মাথো অসমতে নহয় সেই সময়ৰ ভাৰতৰ বিদ্বৎ সমাজতো এটি চিনাকি নাম। 'অসমৰ লোক-সংস্কৃতি' আৰু 'অসমৰ সাংস্কৃতিক ইতিহাস' আদিৰ দৰে অতি মূল্যবান গ্ৰন্থৰ পৰিশ্ৰমী লেখক ড০ বৰুৱাক প্ৰশংসা কৰি ভাৰতৰ অন্যতম লোকসংস্কৃতিৰ পণ্ডিত ড০ সুনীতি কুমাৰ চট্টোপাধ্যায়ে কৈছিল,-' your cultural history has a special value and I am sure it will have an India wide acceptance and a reputation beyond the shores of India as a first rate study of early Indian civilization in one of its very special settings'.

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সাধক ড০ বিৰিঞ্চি কুমাৰ বৰুৱাৰ জন্ম হৈছিল ১৯০৮ চনৰ ১৬ অক্টোবৰত, নগাঁৱত। তেওঁৰ পিতৃ খৰঙ্গী বৰুৱা বংশৰ বিজয়ৰাম বৰুৱা আৰু মাতৃ লীলাৱতী। বিজয়ৰাম বৰুৱাই নানা প্ৰতিকূল পৰিবেশৰ মাজেৰে কিছু দূৰলৈ শিক্ষা লাভ কৰি ছিলঙৰ সচিবালয়ত চাকৰি কৰিছিল। পাছত তেওঁ সেই চাকৰি ইস্তফা দিছিল আৰু ডাক-তাঁৰ বিভাগৰ পৰিদৰ্শকৰ কামত সোমাইছিল। শেষত সেই বিভাগৰে পোষ্ট মাষ্টৰৰ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল।

মুঠ সাতগৰাকী ভাই-ভনীৰ মাজত ডাঙৰ হোৱা শিক্ষানুৰাগী বিৰিঞ্চি কুমাৰ বৰুৱাক যথা সময়ত নাম লিখাই দিয়া হ'ল নগাঁও সদৰ মধ্য অসমীয়া পঢ়াশালিত। তাৰ পাছত তেওঁ নগাওঁ হাইস্কুলত পঢ়া-শুনা আৰম্ভ কৰে। হাইস্কুলীয়া ছাত্ৰাৱস্থাৰে পৰা পঢ়া-শুনা আৰু সাহিত্যৰ প্ৰতি আকৃষ্ট হোৱা বিৰিঞ্চি কুমাৰে চতুৰ্থ শ্ৰেণীত পঢ়ি থাকোতেই জ্ঞানাগ্ৰহী ছাত্ৰ-ছাত্ৰীসকলক লৈ গঢ়ি তোলে 'বালক সংঘ' নামৰ এক অনুষ্ঠান। এই সংঘৰ যোগেদিয়েই যাতে বিভিন্ন ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীয়ে নিজৰ প্ৰতিভা বিকাশৰ সুযোগ পায়, সেয়াই আছিল তেওঁৰ উদ্দেশ্য। 'বালক সংঘ'ৰ উদ্যোগতেই প্ৰতিষ্ঠিত হয় 'বালক পুস্তকালয়' নামৰ এটি সৰু পুথিভঁৰাল। খেলা-ধূলা, পঢ়া-শুনাৰ প্ৰতি গুৰুত্ব দিয়াই নহয়, বালক সংঘৰ নানা সামাজিক কাম-কাজতো জড়িত হৈ পৰিছিল। তেওঁলোকে আলি-পদূলি নিৰ্মাণত আগভাগ লৈছিল, ৰোগীৰ শুশ্ৰূষা কৰিছিল আৰু চুৰ লগতে গহ পাৰ চুৰ, তামোল চুৰ, শাক-পাচলি চুৰ আদিৰ বিৰুদ্ধে

মাত মাতিছিল আৰু দুষ্টক বিভিন্ন ধৰণৰ শাস্তিও বিহিছিল। বালক সংঘই হাতে লিখা আলোচনী এখনো উলিয়াইছিল। কোৱা বাহুল্য আলোচনীখনৰ প্ৰধান সম্পাদক আছিল বিৰিঞ্চি কুমাৰ বৰুৱা। স্বাধীনতা আন্দোলনতো আগভাগ লোৱা এই সংঘৰ সদস্যসকলে পাছৰ কালত যথেষ্ট সুনাম অৰ্জন কৰিছিল উল্লেখযোগ্য যে সেই সময়ত 'বালক সংঘ'ৰ ইমান সুনাম হৈছিল যে অসমৰ এগৰাকী মন্ত্ৰী তথা গোলাঘাটৰ বিশিষ্ট ব্যক্তি ঘনশ্যাম বৰুৱাই তেওঁলোকক বিভিন্ন ধৰণে সহায় কৰিবলৈ আগবাঢ়ি আহিছিল। তেওঁ কৈছিল যে অসমৰ বিভিন্ন ঠাইত এনে বালক সংঘ থাকিলে সমগ্ৰ অসমৰে প্ৰতিভাবান ছাত্ৰ-ছাত্ৰীয়ে নিজৰ প্ৰতিভা বিকাশৰ সুযোগ পোৱাৰ লগতে সমাজৰ অনেক কাম শৃংখলাবদ্ধভাৱে হ'লহেঁতেন। 'বালক সংঘ'ৰ পুৰোধা বিৰিঞ্চি কুমাৰ বৰুৱাই সাহিত্য চৰ্চা, খেলা-ধূলা আৰু বিভিন্ন সামাজিক কৰ্মত সেই তেতিয়াৰ পৰাই মনে-প্ৰাণে লাগি গৈছিল।

১৯২৪ চনত পিতৃ বিজয় কুমাৰ বৰুৱাৰ মৃত্যু ঘটাত আৰ্থিক দুৰ্যোগৰ মাজত পৰিছিল পৰিয়ালটো। কিন্তু বিৰিঞ্চি কুমাৰৰ জ্যেষ্ঠ ভাতৃ ললিত কুমাৰ বৰুৱাই ঘৰখন চম্ভালিবলৈ আগুৱাই আহিছিল। বিৰিঞ্চি কুমাৰতকৈ আঠ বছৰে ডাঙৰ ললি৩ কুমাৰে তেতিয়া ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ পৰা এল এম পি উপাধি লৈ চিকিৎসক হিচাপে নগাঁৱত স্বাধীন ব্যৱসায় গঢ়ি তুলিছিল। নগাঁৱৰ 'শংকৰ মিছন'ৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰা ললিত কুমাৰে নগাঁৱত ৰেডক্ৰছ ছ'চাইটিৰ শাখাও গঠন কৰিছিল। সমাজ সেৱক হিচাপে সুনাম অৰ্জন কৰা ললিত কুমাৰে ' ইলা ভনীটিলৈ মুকলি চিঠি' নামৰ তিনি খণ্ডত প্ৰকাশিত যৌন বিষয়ক বিখ্যাত গ্ৰন্থখনৰ লগতে অন্যান্য বহু চিকিৎসা বিষয়ক আৰু শিশু সাহিত্য ৰচনা কৰি থৈ গৈছে। ১৯৫৫ চনত প্ৰায় এবছৰ ধৰি ইউৰোপ ভ্ৰমণ কৰা ললিত কুমাৰ বৰুৱাই 'ইউৰোপৰ বাট'ত নামৰ ভ্ৰমণ গ্ৰন্থ এখনো লিখিছিল। মেডিকেল এছ'চিয়েছনৰ অসম শাখাৰ আলোচনী 'আমাৰ স্বাস্থ্য'ও সম্পাদনা কৰা এইগৰাকী ব্যক্তিৰ ১৯৬০ চনত মৃত্যু হৈছিল।

১৯২৮ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত বিৰিঞ্চি কুমাৰ বৰুৱাক পঢ়া-শুনাৰ বাবে ককায়েকে কলিকতালৈ পঠিয়ালে। প্ৰেছিডেন্সী কলেজত নাম ভৰ্তি কৰি ইডেন হোষ্টেলত থাকি একাগ্ৰতাৰে পঢ়া-শুনা কৰিবলৈ ল'লে বিৰিঞ্চি কুমাৰে। ১৯৩০ চনত আই এ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হোৱাৰ পাছত পালি ভাষাত অনাৰ্চ লৈ বৰুৱাই সেই কলেজতে পঢ়া-শুনা কৰি গ'ল। ১৯৩২ চনত ইডান বৃত্তি লাভ কৰি অনাৰ্চ সহ সুখ্যাতিৰে বি এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত তেওঁ আই চি এছ পৰীক্ষাত বহি সুখ্যাতিৰে উত্তীৰ্ণও হৈছিল। কিন্তু পাছত কিবা এটাত তেওঁক অনুপযুক্ত পাই তেতিয়াৰ ইংৰাজ চৰকাৰে তেওঁক প্ৰশাসনীয় বিভাগত নিযুক্তি দিবলৈ অমান্তি হয়।

প্ৰশাসনীয় বিষয়া হিচাপে নিযুক্তি বাতিল হোৱাৰ পাছত বিৰিঞ্চি কুমাৰ বৰুৱাই কলিকতা বিশ্ববিদ্যালয়ৰ পালি ভাষা বিভাগত নাম লিখাই ১৯৩৪ চনত প্ৰথম শ্ৰেণীৰ

প্ৰথম স্থান লাভ কৰি এম এ পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত পুনৰ 'প্ৰাচীন ভাৰতীয় ইতিহাস আৰু সংস্কৃতি'ত এম এ পঢ়াৰ লগতে অইন কলেজতো নাম ভৰ্তি কৰিলে। দুয়োটা পৰীক্ষাত তেওঁ সুখ্যাতিৰে উত্তীৰ্ণও হ'ল। এম এ পৰীক্ষা সম্পূৰ্ণ কৰাৰ আগতে বিৰিঞ্চি কুমাৰ বৰুৱাই কিছুদিন নগাঁৱও চৰকাৰী হাইস্কুলতো শিক্ষকতা কৰিছিল। এইবাৰ পঢ়া-শুনা সম্পূৰ্ণ কৰাৰ পাছত কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা হিচাপে তেওঁ কৰ্ম জীৱন আৰম্ভ কৰে। কলিকতাত থকা কালতে তেওঁ অসম ছাত্ৰ সন্মিলন, অসম সংৰক্ষণী সভা আৰু অসম সাহিত্য সভাৰ স'তে ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিছিল। তদুপৰি 'কলিকতা ইউথ ৱেলফেয়াৰ লীগ' নামৰ অনুষ্ঠানৰ স'তে জড়িত হৈ বিভিন্ন সামাজিক কামত তেওঁ নামি পৰিছিল। এইখিনিতে কৈ থোৱা ভাল হ'ব যে বিভিন্ন সামাজিক কামত জড়িত হৈ এজন সমাজ সেৱক হিচাপেও বৰুৱাই সুনাম অৰ্জন কৰিছিল।

ভাৰতৰ স্বাধীনতা আন্দোলনত বৰ বিশেষভাৱে জড়িত হোৱা নাছিল বিৰিঞ্চি কুমাৰ বৰুৱা। কিন্তু তেওঁৰ ভাষা-সাহিত্যৰ চৰ্চা, শিক্ষকতা আৰু সামাজিক কাজ-কৰ্মই যেন তাতোকৈ বেছি কিবা এটা দিছিল অসমীয়া জাতিক। কলিকতাত পঢ়ি থাকোতেই নগাঁৱত এটি ছপাশাল প্ৰতিষ্ঠা কৰি 'অসম ছাত্ৰ সন্মিলন'লৈ সজীৱতা আনিছিল তেওঁ। তদুপৰি কলিকতা বিশ্ববিদ্যালয়ে প্ৰৱেশিকা পৰ্যন্ত ইংৰাজীৰ সলনি অসমীয়া ভাষাত শিক্ষাগ্ৰহণৰ সুযোগ দিয়া উচিত বুলি দাবী জনাইছিল। কিন্তু অসমৰ তেতিয়াৰ শিক্ষাধিকাৰ গৰাকীয়ে কৈছিল যে প্ৰৱেশিকা পৰীক্ষা পৰ্যন্ত পঢ়া-শুনা কৰিবলৈ যি পাঠ্যপুথিৰ প্ৰয়োজন সেয়া অসমীয়া ভাষাত নাই। এই কথা উপলব্ধি কৰিছিল বৰুৱাই আৰু তাক প্ৰত্যাহ্বান স্বৰূপে লৈ অতি কম দিনৰ ভিতৰতে অশেষ পৰিশ্ৰমেৰে প্ৰৱেশিকা পৰীক্ষাৰ্থীৰ উপযোগীকৈ এলানি পাঠ্যপুথি যুগুত কৰিছিল। সচাঁ কথাত ক'বলৈ গ'লে সেই তেতিয়াৰ পৰাই বিৰিঞ্চি কুমাৰৰ উদ্যমৰ বাবেই প্ৰৱেশিকা পৰীক্ষা পৰ্যন্ত মাতৃভাষাত পঢ়াৰ সুযোগ পাইছিল অসমীয়া ছাত্ৰ-ছাত্ৰীসকলে। ফলত অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত বৰুৱাৰ এয়া এক বিশিষ্ট কৰ্মপন্থা ৰূপে চিহ্নিত হৈছিল। অসমীয়া ভাষাৰ দৈন্যতা দূৰ হৈছিল আৰু বহুতে অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ বাবেও আগুৱাই আহিছিল।

কলিকতাত থাকি অসমীয়া ভাষাৰ সমৃদ্ধিৰ বাবে বৰ বেছি একো কৰিব নোৱাৰি বুলি বিশ্বাস কৰি দুবছৰো অধিক কাল অধ্যাপনা কৰাৰ পাছত ১৯৩৮ চনত বৰুৱাই বিশ্ববিদ্যালয়ৰ চাকৰি ত্যাগ কৰিলে আৰু তাৰ পাছতে কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক হিচাপে যোগদান কৰিলে। কটন কলেজত অধ্যাপনা কৰাৰ কালছোৱাতে তেওঁ সম্পূৰ্ণ একক প্ৰচেষ্টাৰে 'আছামিজ ছেকেণ্ড লেঙ্গুৱেজ' আৰু 'অলটাৰনেটিভ' নামৰ এলানি অসমীয়া বিষয় তথা পাঠ্যক্ৰমৰ সূচনা কৰিলে। এই পাঠ্যক্ৰমৰ বাবেই কলেজ পৰ্যায়ত অসমীয়া ভাষা আৰু সাহিত্য চৰ্চাৰ কলেৱৰ ক্ৰমশঃ বহল হৈ পৰিল। ইতিমধ্যে তেওঁ নিজস্বভাৱে অসমীয়া সাহিত্য আৰু ভাষা চৰ্চাৰ যোগেদি অসমীয়া ভাষাক সমৃদ্ধ কৰিবলৈকো যত্নবান হৈ পৰিল।

কটন কলেজৰ পৰা ছুটী লৈ ১৯৪৫ চনত গৱেষণাৰ বাবে বৰুৱাই লণ্ডনলৈ যাত্ৰা কৰে। তাৰ পাছতে দুটা বছৰত লণ্ডন বিশ্ববিদ্যালয়ত অসমৰ সংস্কৃতিক ইতিহাসৰ ওপৰত গৱেষণা সম্পূৰ্ণ কৰি পি এইছ ডি উপাধি লাভ কৰে আৰু অসম তথা অসমীয়া ভাষা-সাহিত্যৰ সবলতাৰ বিষয়ে বিশ্বৰ পণ্ডিত সমাজৰো দৃষ্টি আকৰ্ষণ কৰে। পি এইছ ডি সম্পূৰ্ণ কৰি তেওঁ পুনৰ কটন কলেজত যোগদান কৰে। অসমত যে সুকীয়া বিশ্ববিদ্যালয় এখন লাগে, তাৰ বাবে ত্ৰিছৰ দশকৰ পৰা বহু বিশিষ্ট ব্যক্তিয়ে চিন্তা-ভাবনা কৰি আহিছিল। চল্লিছৰ দশকৰ পৰা এই ভাবনা তীব্ৰতৰ হ'ল আৰু '৪৪ চন মানৰ পৰা গোপীনাথ বৰদলৈৰ নেতৃত্বত বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ দাবী জনোৱা আন্দোলনে চূড়ান্ত ৰূপ ল'লে। এই আন্দোলনলৈ সক্ৰিয় সহযোগ আগবঢ়াইছিল বিৰিঞ্চি কুমাৰ বৰুৱাই। ইয়াৰ বাবে 'গুৱাহাটী বিশ্ববিদ্যালয় ন্যাস সমিতি' গঠন কৰা হৈছিল আৰু তাৰ যোগেদি পুঁজি সংগ্ৰহৰ কাম আগবাঢ়িছিল। ন্যাস সমিতিৰ সহকাৰী সম্পাদক হিচাপে বিৰিঞ্চি কুমাৰে বিশ্ববিদ্যালয় স্থাপনৰ বাবে যথাসাধ্য পৰিশ্ৰম কৰিছিল।

স্বাধীন ভাৰতবৰ্ষত ১৯৪৮ চনৰ এক জানুৱাৰীৰ দিনাখন গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰা হয়। সেই বছৰৰে মাজভাগৰ পৰা কেতবোৰ বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ পাঠদানো আৰম্ভ হয়। ড০ বিৰিঞ্চি কুমাৰ বৰুৱাই কটন কলেজৰ চাকৰি ইস্তাফা দি অসমীয়া বিভাগৰ ৰিডাৰ হিচাপে বিশ্ববিদ্যালয়ত যোগদান কৰে। তাৰ পাছত ১৯৫০ চনৰ এক ফেব্ৰুৱাৰীৰ পৰা শ্ৰেণীসমূহৰ সচিব হিচাপে দায়িত্ব গ্ৰহণ কৰে। বিশ্ববিদ্যালয় কাৰ্যপালিকাৰ সদস্য হিচাপে বহু দিন কাৰ্যনিৰ্বাহ কৰা ড০ বৰুৱাই ১৯৫৩ চনৰ ফেব্ৰুৱাৰী মাহত অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে দায়িত্ব গ্ৰহণ কৰে। বহুদিন ধৰি তেওঁ অসমীয়াৰ লগতে বঙলা ভাষাৰো মুৰব্বী অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। বিশ্ববিদ্যালয়ৰ আৰ্টচ বিভাগৰ 'কলাগুৰু' পদতো তেওঁ অধিষ্ঠিত হৈছিল।

ড০ বৰুৱা আছিল অতিশয় কৰ্মব্যস্ত লোক। তেওঁৰ এই ব্যস্ততা আছিল অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি নিবেদিত। কটন কলেজত অধ্যাপনা কৰি থাকোতে তেওঁ কলেজখনৰ উন্নতিৰ বাবে যত্নবান হোৱাৰ লগতে অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰো উপ-সঞ্চালক (অবৈতনিক) হিচাপে সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰিছিল। সেই সময়তে অসমৰ বুৰঞ্জী আৰু প্ৰাচীন সাহিত্য সংগ্ৰহৰ বাবে তেওঁ যৎপৰোনাস্তি চেষ্টা চলাইছিল আৰু বহু সাচিপতীয়া পুথিও উদ্ধাৰ কৰিছিল। সাহিত্যৰ লগত বুৰঞ্জীৰ যি ওতঃপ্ৰোত সম্পৰ্ক সেয়া তেওঁ উপলব্ধি কৰিছিল। ১৯৫৫ চনত যতীন্দ্ৰ নাথ দুৱৰাৰ সভাপতিত্বত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি হিচাপে বক্তৃতা দি ড০ বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছিল-'সাহিত্যৰ এটি প্ৰধান অঙ্গ বুৰঞ্জী। বুৰঞ্জী চৰ্চাই সাহিত্যৰ সমৃদ্ধি সাধনত আৰু তাৰ পৰিসৰ বঢ়োৱাত বিশেষ সহায় কৰে। কেৱল কাব্য আৰু কাহিনীয়ে জাতীয় সাহিত্য পূৰ্ণাঙ্গ কৰিব নোৱাৰে। বুৰঞ্জী, বিজ্ঞান, দৰ্শন আদি জ্ঞান-বিজ্ঞানৰ সকলো পুথি প্ৰকাশ হ'লেহে অসমীয়া সাহিত্যৰ অপূৰ্ণতা আৰু অপুষ্টতাৰ অৱসান হ'ব। বিশেষতঃ জাতিক ভালকৈ জানিবলৈ হ'লে স্বদেশৰ পুৰাতত্ত্ব, ইতিহাস, লোক বিৱৰণ এই সকলোৰে আলোচনা

গ্ৰাৰু অনুসন্ধান বিশেষ প্ৰয়োজন। দেশৰ অতীত ইতিহাসৰ মাজতে জাতিৰ সামাজিক চিন্তাধাৰা, দৰ্শন লিপিবদ্ধ হৈ আছে। বুৰঞ্জীৰ জ্ঞান জাতীয় যুদ্ধত জয়লাভৰ আমোঘ অস্ত্ৰ।... বুৰঞ্জীমূলক উপাদানৰ সংগ্ৰহ দুই এজন লোকৰ দ্বাৰা সম্ভৱ নহয়। ইয়াৰ কাৰণে প্ৰয়োজন তৰুণসকলৰ শক্তি, প্ৰবীণসকলৰ প্ৰজ্ঞা, ধনীসকলৰ অৰ্থ আৰু বয়সস্থসকলৰ অভিজ্ঞতা। তাতোকৈ প্ৰয়োজন দেশবাসীৰ ইচ্ছা, আগ্ৰহ আৰু এক নৈষ্ঠিক চেষ্টা।'....

বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে সমগ্ৰ অসমতে শিক্ষাৰ পৰিবেশ গঢ়ি তুলিবলৈ তেওঁ অহৰহ যত্নবান হৈছিল। নিজৰ ঘৰ আৰু বিশ্ববিদ্যালয়ৰ মাজত একো পাৰ্থক্য নৰখা ড° বৰুৱাই বিশ্ববিদ্যালয়ৰ চৌহদত গছপুলি ৰোপণ কৰা, ফুলনি গঢ়ি তোলা আদিৰ লগতে বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰক আধুনিক বৈজ্ঞানিক পদ্ধতিত সংগঠন কৰিবলৈ যত্ন কৰিছিল। তেওঁৰ চেষ্টাতেই বিশ্ববিদ্যালয়ত জন-সংস্কৃতি বিভাগ আৰু প্ৰাচীন পুথিৰ গৱেষণা আৰু সংগ্ৰহ বিভাগো প্ৰতিষ্ঠা লাভ কৰিছিল। বৰুৱাৰ যত্নতে অসমৰ বহু প্ৰাচীন বুৰঞ্জী আৰু সাচিপাতৰ পুথি উদ্ধাৰ হৈছিল। অসমৰ যুৱক-যুৱতীয়ে যাতে ব্যৱসায়িক শিক্ষা লাভ কৰিব পাৰে, তাৰ বাবে গুৱাহাটী কমাৰ্চ কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো ড° বৰুৱাই আগভাগ লৈছিল।

প্ৰায় তিনিশমান চিন্তাশীল প্ৰবন্ধ লিখি অসম ভাষা-সাহিত্যৰ স্বৰূপটো ৰাইজৰ মাজত উন্মোচনৰ চেষ্টা কৰা ড° বৰুৱাই ছাত্ৰাৱস্থাৰ পৰা সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল। মৌলিক গল্প বা উপন্যাস ৰচনা কৰি সেয়া প্ৰকাশ কৰিছিল ছদ্মনামত। প্ৰথমছোৱাত বীণা বৰুৱা আৰু কল্পনা বৰুৱাৰ নামত ভালেমান গল্প প্ৰকাশ কৰিছিল। তেওঁৰ প্ৰথমখন গল্প পুথি- 'পট পৰিবৰ্তন' (১৯৪৮)। তাৰ পাছত ১৯৫০ চনত দ্বিতীয়খন গল্পৰ পুথি 'আঘোণী বাই' প্ৰকাশ পাইছিল। এই দুয়োখনি পুথি প্ৰকাশ পাইছিল 'বীণা বৰুৱা' ছদ্মনামত। অসমীয়াৰ গল্পসমূহ প্ৰকাশ পাইছিল তেতিয়াৰ আগশাৰীৰ আলোচনী আবাহন, জয়ন্তী, সুৰভি আদিত, অসমীয়া উপন্যাস সাহিত্যত আলোড়নৰ সৃষ্টি কৰা 'জীৱনৰ বাটত' (বীণা বৰুৱা ছদ্মনামত) ১৯৪৫ চনত আৰু 'সেউজী পাতৰ কাহিনী' (ৰাস্না বৰুৱা ছদ্মনামত) ১৯৫৮ চনত প্ৰকাশিত হয়।

'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত ড° মহেশ্বৰ নেওগে লিখিছে-'বীণা বৰুৱাৰ 'জীৱনৰ বাটত' (১৯৪৫) যুদ্ধৰ মাজত ৰচিত হৈ নতুন উপন্যাসৰ শুভাৰম্ভ কৰিলে যুদ্ধৰ সামৰণিত। জাতীয় আন্দোলনৰ পটভূমিত অসমীয়া জনসাধাৰণৰ জীৱনৰ এটি অধ্যয়নৰূপে উপন্যাসখনিয়ে পাঠকৰ মনত গভীৰ সাঁচ বহুৱায়। সি যেন বহুতবোৰ সঁচা-সঁচি পৰিস্থিতিৰ আলোক চৰিত্ৰৰ সৃষ্টি, চিত্ৰবোৰ গতিশীল আৰু চৰিত্ৰবোৰৰ মানসিক সংঘাতৰ পৰা সৃষ্ট।... 'সেউজী পাতৰ কাহিনী'ত (১৯৫৮) এটা অসমীয়া ল'ৰাক বেলেগ এখন ৰাজ্যৰ দৰে আদিবাসীসকলৰ প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা চাহ বাগিচাৰ জীৱনৰ পটভূমিত সংস্থাপন কৰি নিজৰ সমাজতাত্ত্বিক দৃষ্টি শুবলৈ নিদি লেখকে চৰিত্ৰৰ চিত্ৰবোৰ আঁকিছে। বনুৱাসকলৰ জীৱনৰ লগত বাগিচাৰ চাহাব-মেমৰ জীৱনৰ ছবি মিলাই ঔপন্যাসিকে সকলোবোৰ কাহিনীৰ সূত্ৰত গাঁথি গৈছে। বৰুৱাৰ দুয়োখনি উপন্যাসেই উচ্চাঙ্গৰ।'

ড° বৰুৱাৰ দ্বাৰা প্ৰণীত প্ৰথমখন গ্ৰন্থ আছিল 'জাতক মালা'। ১৯৩৮ চনত বৌদ্ধ জাতকৰ মুঠ ৬৬ টা সাধু একেলগ কৰি এই সংকলন প্ৰকাশ কৰা হৈছিল। অসমীয়া সাহিত্যৰ অতি উচ্চস্তৰৰ ভ্ৰমণ কাহিনী 'চুইজাৰলেণ্ড ভ্ৰমণ' লিখি সেয়া বৰুৱাই প্ৰকাশ কৰিছিল ১৯৪৮ চনত। তাৰ এবছৰ আগতে তেওঁ ইউৰোপৰ বিভিন্ন দেশৰ লগতে চুইজাৰলেণ্ডো ভ্ৰমণ কৰিছিল। ড° বৰুৱাৰ গৱেষণাৰ ফচল 'অসমীয়া কথা সাহিত্য' ১৯৫০ চনত প্ৰকাশিত হয়। অঙ্কীয়া নাট, মন্ত্ৰ পুথি, গীতা, কথা গুৰু চৰিত, ভূমিদান ফলি, পুৰণি অসম বুৰঞ্জী আদি বহু বিষয়ক গৱেষণাৰ তথ্যৰে সমৃদ্ধ হৈ থকা এই কথা সাত্যিৰ পাছত ড° বৰুৱাৰ পি এইছ ডি লাভ কৰা গৱেষণা গ্ৰন্থ 'অসমৰ সংস্কৃতিৰ ইতিহাস' (১৯৫১) প্ৰকাশ পায়।

সদৌ ভাৰত প্ৰাচ্যবিদ্যা সম্মিলনৰ স'তে ওতঃপ্ৰোতভাৱে জড়িত হৈ ড° বৰুৱাই প্ৰাচ্যবিদ্যা বিষয়ক বহু অধিবেশনত যোগদান কৰিছিল। ভাৰতীয় প্ৰাচ্যতত্ত্ববিদসকলৰ এজন প্ৰতিনিধি ৰূপে তেওঁ ১৯৫৭ চনত কলম্বোলৈকো গৈছিল। '৬৪ চনত প্ৰাচ্যবিদ্যাৰ আন্তৰ্জাতিক সম্মিলনতো যোগদান কৰিছিল। সাহিত্য একাডেমীৰ সদস্য হিচাপে বহু বছৰ কাল কাৰ্যনিৰ্বাহ কৰা ড° বৰুৱাই ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষণা কেন্দ্ৰ 'অসম একাডেমী'ৰো জন্ম দিছিল। কামৰূপ অনুসন্ধান সমিতিৰ পুনৰজীৱন দিওতা ড° বৰুৱা 'ৱাৰ্লড ইউনিভাৰ্চিটি ছাৰ্ভিচ চেণ্টাৰ'ৰো জন্মদাতা আছিল। অসমীয়া তথা সৰ্বভাৰতীয় সাংস্কৃতিক আন্দোলনৰ এই গৰাকী পুৰোধা ব্যক্তি ভাৰতীয় সাংস্কৃতিক মিছনৰ প্ৰতিনিধি স্বৰূপে ১৯৬১ চনত সমগ্ৰ ছোভিয়েট ৰাছিয়া ভ্ৰমণ কৰাৰ বিৰল সুযোগৰ অধিকাৰী হৈছিল।

১৯৬৩ চনত আমেৰিকাৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত সাময়িক অধ্যাপক হিচাপে যোগদান কৰিছিল। পৃথিৱীৰ বিভিন্ন দেশৰ ছাত্ৰ-ছাত্ৰীসকলক শিক্ষাদান কৰাৰ বিৰল সুযোগ পোৱা ড° বৰুৱাই সেই সময়তে আমেৰিকাৰ বিভিন্ন ঠাইৰ লগতে টকিও, হংকং, বেংকক, হনলুলু আদি বিভিন্ন চহৰ ভ্ৰমণ কৰিছিল। ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে বৰুৱাই দেখুওৱা কৃতিত্বৰ কথা সোঁৱৰি সেই বিশ্ববিদ্যালয়ৰে অধ্যাপক ড° ৰিচাৰ্ড এমডৰ্চনে লিখিছিল-'To us Prof Barua appeared imposing, handsome, study and in Continual good spirits. He organized his lectures, the first on yjeir subjects in the United States, with logic and clarify and delivered them with feeling....' ইংৰাজী আৰু অসমীয়া ভাষাত মুঠ ২৭ খন গ্ৰন্থ প্ৰণয়ন কৰাৰ উপৰি ড° বৰুৱাই ১১ খন গ্ৰন্থ সম্পাদনা আৰু ১০ খন পাঠ্যপুথিও যুগুত কৰি উলিয়াইছিল। শিশু সাহিত্যকো টনকিয়াল কৰা এইগৰাকী ব্যক্তিয়ে 'অকণ' আৰু 'ৰংঘৰ' নামৰ দুখন শিশু আলোচনীও সম্পাদনা কৰিছিল। 'জাৰ্ণেল অব দি আসাম ৰিচাৰ্ছ ছ'চাইটি'ৰো বহু বছৰ ধৰি সম্পাদক হৈ থকা ড° বৰুৱা আছিল সাহিত্য আলোচনী 'ৰামধেনু' আৰু দৈনিক কাকত 'নতুন অসমীয়া'ৰো প্ৰতিষ্ঠাপক সম্পাদক।

বহু কেইখন লেখত ল'বলগীয়া গ্ৰন্থৰ লেখক ড° বৰুৱাই ১৯৬৪ চনত 'অসমৰ লোক-সংস্কৃতি' নামৰ গ্ৰন্থখনৰ বাবে সাহিত্য একাডেমী বঁটা লাভ কৰিছিল। এই গ্ৰন্থখনত অসমৰ লোক-সংস্কৃতি, লোক-সাহিত্য, ভৌগোলিক পৰিবেশ, নগ্নতা, অশ্লীলতা, মাছ-কুকুৰা, হাঁহ-পাৰ, তামোল-পাণ, উৎসৱ-অনুষ্ঠান, বেজ-বেজালি, খোৰা-বোৰা, সাজপাৰ, নামঘৰ-গৃহ নিৰ্মাণ পদ্ধতি, ধৰ্ম বাঁহ-বেতৰ আৰু পিতলৰ সা-সঁজুলি আৰু পাত্ৰ, মাছমৰা, খেতিৰ সঁজুলি, দা-কোৰ, অলংকাৰ পাতি, বাদ্য যন্ত্ৰ আদিৰ বিষয়ে বিষদভাৱে আলোচনা কৰিছে।

গোটেই জীৱন ধৰি অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু ইতিহাস চৰ্চাৰে অসমীয়া জনজীৱনৰ ভেটি আৰু সাহিত্যক সফল কৰাৰ চেষ্টা কৰা এইগৰাকী ব্যক্তি জীয়াই থাকিল মাথো ৫৪ বছৰ। গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপকৰ দায়িত্বত থকা কালছোৱাতে বহু কাম আধাতে এৰি ১৯৬৪ চনৰ ৩০ মাৰ্চ তাৰিখে অসমীয়া কৰ্ম-সংস্কৃতিৰ এই গৰাকী পুৰোধা ব্যক্তিয়ে পৰলোকলৈ গতি কৰিলে।



(৩৭)

# বিষ্ণু প্ৰসাদ ৰাভা

এগৰাকী সম্পূৰ্ণ মানৱ আছিল বিষ্ণুপ্ৰসাদ ৰাভা। এগৰাকী ব্যক্তিয়ে লাভ কৰিব পৰা সকলোবোৰ গুণাৱলীতকৈ অধিক 'গুণ' লাভ কৰিছিল তেওঁ। তেওঁ আছিল একেধাৰে বিপ্লৱী, সাহিত্যিক, কবি-গীতিকাৰ, নাট্যকাৰ, খেলুৱৈ, ব্যৱসায়ী, ৰাজনীতিক, অভিনেতা, গায়ক, চিত্ৰকৰ, নৃত্যশিল্পী, দানবীৰ আৰু সকলো ক্ষেত্ৰতে তেওঁ আছিল সৰ্বোত্তম কৃতিত্বৰ অধিকাৰী। তেওঁ য'ত হাত দিছিল, তাতেই পাইছিল সফলতা। অৱশ্যে মনঃসংযোগ আৰু পৰিশ্ৰমৰ অভাৱো আছিল তেওঁৰ চৰিত্ৰত। সেইবাবে তেওঁ এগৰাকী শ্ৰেষ্ঠ 'বহেমিয়ান' হিচাপেও তেওঁ স্বীকৃত। ৰাভাৰ দৰে এগৰাকী ব্যক্তি আমাৰ অসমত জন্মলাভ কৰাটো সঁচাই এক অবিস্মৰণীয় ঘটনা।

বৈচিত্ৰ্যময় জীৱনৰ অধিকাৰী বিষ্ণু ৰাভাৰ জন্ম ১৯০৯ চনৰ ৩১ জানুৱাৰীত। বৃহৎ ভাৰতবৰ্ষৰ (তেতিয়া পাকিস্তান বা বাংলাদেশ ভাৰতৰে অন্তৰ্ভুক্ত) ঢাকা চহৰৰ সেনাৰ ছাউনীত জন্মগ্ৰহণ কৰা ৰাভাৰ পিতৃ গোপাল চন্দ্ৰ ৰাভা আছিল আসাম ৰাইফলছৰ চুবেদাৰ মেজৰ। মাথো গোপাল ৰাভাই নহয়, তেওঁৰ পিতৃ শনিৰাম কছাৰীও আছিল ইংৰাজ সামৰিক বাহিনীৰ চিপাহী। তেজপুৰ হাইস্কুলত মাথো নৱম শ্ৰেণীলৈ পঢ়া গোপাল ৰাভাই পাছলৈ নিজৰ কৃতিত্বৰ বলত তেতিয়াৰ পূৰ্ববঙ্গ আৰু অসমৰ গৱৰ্ণৰৰ এডিকম্পৰ [Aide-de-comp] দৰে উচ্চ পদতো অধিষ্ঠিত হৈছিল। পাঁচজন পুত্ৰ আৰু তিনিজনী কন্যাৰ পিতৃ গোপাল ৰাভা ঢাকাত থকা সময়খিনিতে চতুৰ্থ পুত্ৰ বিষ্ণু প্ৰসাদ ৰাভাৰ জন্ম হৈছিল।

সৰুৰে পৰাই তীক্ষ্ণ বুদ্ধিসম্পন্ন আৰু সাহসী ল'ৰা বিষ্ণুপ্ৰসাদে শৈশৱৰ প্ৰথম পাঠ লৈছিল ঢাকাৰ মিলিটাৰী প্ৰাইমেৰী স্কুলত। তেতিয়া তাত শিক্ষাৰ মাধ্যম আছিল বঙলা ভাষা। সেই সময়তে বঙলা ভাষাৰ লগতে অলপ-অচৰপ উৰ্দুও শিকিছিল। পিতৃৰ মৃত্যুৰ পাছত ঢাকাৰ পৰা আহি তেজপুৰ চৰকাৰী স্কুলত চতুৰ্থ শ্ৰেণীত নামভৰ্তি কৰে আৰু পঢ়াৰ মাধ্যমো বঙলাৰ পৰা অসমীয়ালৈ বদলি কৰে। তাৰ পাছত ১৯২৬ চনত তেতিয়াৰ দৰং জিলাৰ ভিতৰত প্ৰথম হৈ সোণৰ পদক লাভ কৰি প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত উচ্চ শিক্ষা লাভৰ বাবে কলিকতালৈ গৈ ৰাভাই চেণ্ট প'ল কলেজৰ বিজ্ঞান শাখাত নাম ভৰ্তি কৰে। উল্লেখ্য, সেই বছৰতে ৰাভাৰ মাতৃ গেথিবালা ৰাভাৰ মৃত্যু হয়। তাৰ পূৰ্বতে ১৯১৭ চনত পিতৃ গোপাল ৰাভাৰ মৃত্যু হৈছিল।

পঢ়া-শুনাৰ লগতে অন্যান্য বিষয় যেনে খেল, সঙ্গীত, সাহিত্য চৰ্চা আদিতো ৰাপ থকা বিষ্ণু ৰাভাই কলিকতালৈ গৈ বিভিন্ন বিষয়ৰ চৰ্চা আৰম্ভ কৰে আৰু অতি কম দিনৰ ভিতৰতে জনপ্ৰিয় ছাত্ৰ হিচাপে সুখ্যাতি লাভ কৰে। চেণ্ট প'ল কলেজৰ ক্ৰিকেট

সম্পাদক হিচাপেও তেওঁ নিৰ্বাচিত হয়। খেল-ধেমালি, সাহিত্য-সংস্কৃতি আদি বিভিন্ন বিষয়ত লাগি থাকিলেও পঢ়া-শুনাৰ ক্ষেত্ৰত তেওঁ কৃপণালি কৰা নাছিল, যাৰ বাবে ১৯২৮ চনত আই এছ চিৰ ফাইনেল পৰীক্ষাত তেওঁ প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল।

চেণ্ট প'ল কলেজৰ ওপৰ মহলাত বিজ্ঞান শাখা নথকাৰ বাবে বিষ্ণু ৰাভাই পদাৰ্থ বিজ্ঞানত অনাৰ্ছ লৈ কলিকতাৰ ৰিপন কলেজত নাম ভৰ্তি কৰে আৰু কলিকতাৰ ছাত্ৰ সমাজত ঈৰ্ষণীয় জনপ্ৰিয়তা লাভ কৰা ৰাভা প্ৰথম বছৰতে ৰিপন কলেজৰ ফুটবল সম্পাদক নিৰ্বাচিত হয়। খেলৰ ভাল পৰিবেশ থকা কলিকতাত তেওঁ ক্ৰিকেট, ফুটবল আদি খেলত যথেষ্ট কৃতিত্ব দেখুৱাইছিল। আনকি তেওঁ কলেজৰ ক্ৰিকেট আৰু ফুটবল দলৰ কেপ্তেইনো মনোনীত হৈছিল। ১৯২৯ চনত বিষ্ণু ৰাভা ৰিপন কলেজৰ সাধাৰণ সম্পাদকো নিৰ্বাচিত হৈছিল। তদুপৰি পঢ়া-শুনাত অতি তীক্ষ্ণ বুদ্ধিসম্পন্ন ৰাভাই বি এছ চি ফাইনেলৰ (১৯৩০) বাছনি পৰীক্ষাত কলেজৰ ভিতৰত সৰ্বোচ্চ নম্বৰো লাভ কৰিছিল।

১৯৩০ চনত মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হোৱা আইন অমান্য আন্দোলনে ভাৰতৰ আনবোৰ চহৰ বিশেষকৈ কলিকতাৰ আকাশ-বতাহ উত্তাল কৰিছিল। বিষ্ণু ৰাভাও এই আন্দোলনত জঁপিয়াই পৰিছিল। সেই সময়ত ৰিপন কলেজৰ সাধাৰণ সম্পাদক থকাৰ লগতে জনপ্ৰিয় ৰাভাই আন্দোলনত আগভাগ লোৱাত তেওঁৰ ওপৰত নজৰ পৰে ব্ৰিটিছ চৰকাৰৰ। পুলিচে তেওঁৰ হোষ্টেলৰ কোঠা খানাতালাচ কৰে আৰু অভিযুক্ত আচামীৰ দৰে পুলিচে ৰাভাক বাৰে বাৰে হায়ৰাণ কৰে। শেষত কলিকতাত থকাটোৱেই ৰাভাৰ পক্ষে কঠিন হৈ পৰিল। সেই বাবেই ৰিপন কলেজ এৰি কোচবিহাৰৰ ভিক্টোৰিয়া কলেজলৈ তেওঁ গুচি আহে আৰু তাত বিজ্ঞান শাখা নথকাত কলা শাখাতেই নাম ভৰ্তি কৰে।

কোচবিহাৰলৈ আহিও ক্ষান্ত নহ'ল ৰাভা। পঢ়া-শুনা পূৰ্ণোদ্যমে চলাই গৈও তেওঁ স্বাধীনতা আন্দোলনত ভালদৰেই জঁপিয়াই পৰে আৰু ব্ৰিটিছৰ আইন ভঙ্গ কৰাত লাগে। সেই সময়ত ব্ৰিটিছ আৰু তেওঁলোকৰ ভাৰতীয় অনুগতসকলক পঠাৰ স'তে তুলনা কৰি এটা কবিতা লিখি কোচবিহাৰৰ ৰাজপ্ৰাসাদৰ দুৱাৰত আৰি দিয়ে-'ৰাজ্যে আছে দুইটি পাঠা, একটি কালো একটি সাদা; ৰাজ্যেৰ যদি মঙ্গল চাও, দুইটি পাঠাই বলি দাও।' তাৰ পাছতে ৰাজৰোষত পৰি বিষ্ণু ৰাভাই কোচবিহাৰৰ ভিক্টোৰিয়া কলেজো ত্যাগ কৰিবলৈ বাধ্য হয়।

এইবাৰ ৰাভাই পূৰ্ববঙ্গৰ কাৰ্মাইল কলেজত নাম লিখালে। আনকি তেওঁ সেই কলেজৰ ক্ৰিকেট সম্পাদকো নিৰ্বাচিত হয়। সেই সময়ত কাৰ্মাইল কলেজৰ তিনিমহলীয়া প্ৰাসাদৰ ওপৰত উৰি থকা ব্ৰিটিছৰ পতাকাখন নমাই আনি পুৰি পেলায় আৰু তাত ত্ৰিৰঙ্গ পতাকাখন আৰি দিয়ে বিষ্ণু ৰাভা আৰু সহযোগীসকলে। ব্ৰিটিছ প্ৰশাসনে ৰাভা আৰু সহযোগীসকলৰ বিৰুদ্ধে গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰে। তদুপৰি সেই সময়তে ব্ৰিটিছৰ অস্ত্ৰাগাৰ এটা লুট হোৱাত, সেই দায়ো তেওঁৰ ওপৰত পৰিল আৰু ভয়ানক পৰিস্থিতিৰ উদ্ভৱ হোৱাত ৰাভাই কাৰ্মাইল কলেজ ত্যাগ কৰে আৰু

সিমানতে (১৯৩১ চন) অর্থাৎ স্নাতক ডিগ্ৰী নোলোৱাকৈ ৰাভাৰ ছাত্ৰ জীৱনৰো অন্ত পৰে।

কৈশোৰাৱস্থাৰে পৰা ৰাভাৰ মনত প্ৰগতিশীল, বৈপ্লৱিক চিন্তা-চেতনাই বাহ লৈছিল। সকলোৰে সমান অধিকাৰ বিচৰা এইজনা ব্যক্তিয়ে মানুহৰ মুক্তি আৰু স্বাধীনতাৰ জয়গান গাব বিচাৰিছিল। এবাৰ বৰপেটাৰ ভিনিহিয়েকৰ ঘৰলৈ যাওঁতে তেওঁ বিখ্যাত কীৰ্তন ঘৰত সোমাল। তেতিয়াৰ সৰু নগৰ বৰপেটা উত্তাল হ'ল এইবুলি যে মেলেছৰ ল'ৰা এটা কীৰ্তন ঘৰত সোমাই ধৰ্মত কলংক সানিলে। বিচাৰ সভা হ'ল। ৰাভাই কিন্তু হাৰ নামানিলে। তেওঁ উদাত্ত কণ্ঠেৰে যুক্তি আগবঢ়ালে যে মেছ (মেলেছ) নৰনাৰায়ণ ৰজাই সজোৱা কীৰ্তন ঘৰত সোমোৱাৰ অধিকাৰ আচলতে তেওঁৰহে আছে...।

পিতৃৰ মৃত্যুৰ পাছত ঢাকা এৰি তেজপুৰত পঢ়িবলৈ লোৱা হাইস্কুলীয়া ছাত্ৰ ৰাভাই তেতিয়াৰে পৰা সামাজিক আৰু ৰাজনৈতিক আৱহাৱাত সোমাই পৰিছিল আৰু ত্যাগবীৰ হেমচন্দ্ৰ, চন্দ্ৰনাথ শৰ্মা, লক্ষ্মীধৰ শৰ্মা, অমিয় কুমাৰ দাস আদিৰ সান্নিধ্য লাভ কৰিছিল। তদুপৰি জ্যোতিপ্ৰসাদ আগৰৱালা, গহন চন্দ্ৰ গোস্বামী আদি জ্যেষ্ঠ বন্ধুসকলৰ সান্নিধ্যত থাকি সঙ্গীত-নৃত্য কলাৰ চৰ্চা কৰিছিল। কলিকতাত থকা অৱস্থাত জীৱনৰ অভিজ্ঞতা আৰু কলিকতীয়া উচ্চ চিন্তাৰ বাতাবৰণে তেওঁৰ চৰ্চা আগবঢ়াই নিয়াত সহায় কৰিছিল। ১৯২৮ চনত বিশ্ববিখ্যাত ৰুচ শিল্পী বেলেৰিনা আনা পাভলোভাই কলিকতাত নৃত্য পৰিবেশন কৰিছিল। ৰাভাই তেওঁৰ প্ৰতি আকৃষ্ট হৈ বেলেৰিনাৰ অনুগামী হ'বলৈ ইচ্ছা প্ৰকাশ কৰিছিল আৰু তেওঁৰ সন্মুখত নৃত্য প্ৰদৰ্শন কৰিছিল। বেলেৰিনাই ৰাভাক অসমৰ থলুৱা নৃত্য-গীতৰ চৰ্চাৰে সেইখিনি বিশ্বৰ সন্মুখত দাঙি ধৰিবলৈ পৰামৰ্শ দিছিল। এই অনুপ্ৰেৰণাৰ বাবেই এই ক্ষেত্ৰত ৰাভাৰ চৰ্চা দুগুণে বৃদ্ধি পাইছিল। বঙ্গৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ সৈতেও ৰাভাৰ সহৃদয়তা গঢ়ি উঠিছিল।

পঢ়া-শুনা ত্যাগ কৰাৰ পাছত ৰাভা কিছুদিন কলিকতাতে আছিল। সেই সময়তে মাধৱ চন্দ্ৰ বেজবৰুৱা সম্পাদিত 'বাঁহী' আলোচনীত নতুনকৈ আৰম্ভ হোৱা 'চিত্ৰলেখা' শিতানটি পৰিচালনা কৰাৰ দায়িত্ব ৰাভাই পাইছিল। সেই সময়ত ঢাকাত থকা পুলিচ বিষয়া ৰাভাৰ ককায়েক নন্দলাল ৰাভাই এখন জৰুৰী চিঠিৰে বিষ্ণুপ্ৰসাদক মাতি পঠিয়ালে। ৰাভা ঢাকাত উপস্থিত হোৱাৰ পাছত ককায়েকে তেওঁক পুলিচ বাহিনীত ভৰ্তি কৰি দিব বিচাৰিলে। কিন্তু ইংৰাজৰ গোলামী নকৰে বুলি ৰাভাই পুলিচৰ চাকৰি প্ৰত্যাখ্যান কৰি পুনৰ কলিকতালৈ উভতি গ'ল।

কলিকতাত ৰাভাৰ সংস্কৃতি চৰ্চা পুনৰ আৰম্ভ হ'ল। সেই সময়তে জ্যোতি প্ৰসাদে 'জয়মতী'ৰ কাম আৰম্ভ কৰিলে। জ্যোতি প্ৰসাদৰ সহযোগী হ'ল ৰাভা। ককায়েক নন্দলাল ৰাভাই পুনৰ বিষ্ণুপ্ৰসাদক জোৰ কৰি ডি এছ পি পদৰ বাবে বাছনি পৰীক্ষাত বহুৱালে। পৰীক্ষাত তেওঁ প্ৰথম হ'ল। তাৰ পাছত দৰং জিলাৰ আৰক্ষী অধীক্ষক মিঃ বাৰবিজে ৰাভাক মাতি পঠিয়াই ক'লে যে, স্বাধীনতা আন্দোলনত তেওঁ জড়িত নাই

বুলি ৰাভাই লিখি দিলেহে চাকৰিটো দিয়া হ'ব। ৰাভাই উত্তৰত ক'লে- 'ক্ষমা কৰিব বাৰবিজ। এটি সাধাৰণ চৰকাৰী চাকৰিৰ কাৰণে মই মোৰ বক্ত অৱনমিত আৰু কলুষিত কৰিব নোৱাৰো।'

নৃত্য-গীত আৰু অন্যান্য সাংস্কৃতিক কামত কলিকতাত ব্যস্ত হৈ থকাৰ সময়তে ৰাভাই লগ পালে যোৰহাটৰ ১৬ বছৰীয়া গায়িকা প্ৰিয়লতা দত্তক। দুয়ো দুয়োৰে প্ৰতি আসক্ত হয় আৰু ' ৩৬ চনত দুয়ো বিবাহ পাশত আবদ্ধ হয়। কিন্তু বিয়াৰ ছমাহৰ পাছতেই সন্নিপাত জ্বৰত ভুগি প্ৰিয়লতাৰ মৃত্যু হয় কলিকতা মেডিকেলত। ফলত ৰাভা ভাঙি পৰে আৰু 'পৰজনমৰ শুভ লগনত' গীতটো লিখে। সেই সময়তে ৰাভাৰ কমিউনিষ্ট বন্ধু কেইজনমানে উদ্ভ্ৰান্ত আৰু মানসিকভাৱে বিধ্বস্ত ৰাভাক 'মানসিক ভেকুৱাম'ৰ পৰা উলিয়াই আনিছিল। অৱশ্যে সম্পূৰ্ণ সাম্যবাদী চিন্তা-চেতনাৰ এইজনা ব্যক্তিয়ে তেতিয়াই কমিউনিষ্ট দলৰ সভ্য হোৱাৰ কথা চিন্তা কৰা নাছিল।

প্ৰিয়লতা দত্তৰ মৃত্যুৰ পাছত ৰাভাই কলিকতা এৰি তেজপুৰতেই কেইবা মাহো কটায়। ১৯৩৭-৩৮ চনত তেওঁ অসমৰ গাঁৱে-ভূঞে সোমাই পৰে সাংস্কৃতিক কৰ্মী হিচাপে। গাঁৱৰ ৰাইজৰ মাজৰ এজন হৈ পৰিছিল বিষ্ণু ৰাভা। তেওঁ হৈ পৰিছিল সকলোৰে আপোন। অসমীয়া, বড়ো, ৰাভা, বাংলা আৰু ইংৰাজীৰ বাহিৰেও নেপালী, হিন্দী আৰু অন্যান্য ভাষাত সুন্দৰকৈ কথা ক'ব পৰা ৰাভাক সকলোৱে নিজৰ মানুহ বুলি আদৰি লৈছিল। বিষ্ণু ৰাভাই বোধহয় এনে এজন ব্যক্তি, যিজনে শংকৰদেৱৰ সাংস্কৃতিক প্ৰতিভাৰ গুৰুত্ব অনুধাবন কৰি বৈষ্ণৱ সংস্কৃতি আৰু শাক্ত আদি অসমৰ বিভিন্ন জনসমষ্টিৰ সংস্কৃতিৰ সমল গ্ৰহণ কৰি সেইবোৰৰ মাজত সমন্বয় সাধন কৰিছিল। এই সকলোবোৰ সংস্কৃতিৰ স'তে ৰাভাৰ জীৱনৰ যেন ওতঃপ্ৰোত সম্পৰ্ক আছিল। শংকৰদেৱৰ বিশ্বাসযোগ্য চিত্ৰ অংকন কৰা ৰাভাই চিত্ৰশিল্পী আৰু ভাস্কৰ্য বিশাৰদ হিচাপেও অসমৰ থলুৱা কৃষ্টি সংস্কৃতিক ওপৰলৈ তুলি নিছিল। 'অসমীয়া কৃষ্টি' নামৰ প্ৰবন্ধত বিষ্ণু ৰাভাই লিখিছে- 'কৃষ্টি হৈছে, কৃষ্ ধাতু 'ক্তি' প্ৰত্যয়ৰ সংযোগত কৃষ্টি। কৃষি বিষয়ক মাত্ৰেই কৃষ্টি অৰ্থাৎ কৰ্ষণেই কৃষ্টি। ভূমি কৰ্ষণেই কৃষ্টি নহয়, অদৃশ্য অন্তৰীক্ষৰ শূন্যময় পথাৰ কৰ্ষণও কৃষ্টি। আৰু হৃদিস্থানত বা কেৱল হৃদয়ৰ কুণ্ডলনী চক্ৰত নাইবা মস্তিষ্কৰ মগজুৰ মাজত আলোড়ন তোলা মানসিক কৰ্ষণত কৃষ্টি।

সেই কৃষ্টিৰ যেতিয়া সংস্কাৰ হয়, তেতিয়া সেই কৃষ্টি-সংস্কৃতি আৰু সংস্কৃতিত যেতিয়া বিদেশীয় মীনাৰ নক্সা উঠে, তেতিয়া সেই সংস্কৃতি হয় কালচাৰ [culture]। সেই কালচাৰে শেষত সেই আদিম কৃষ্টিৰ কাল হয়, চাৰিওফালৰ পৰা কালে চেপি ধৰে তেতিয়া হয় সেই কৃষ্টিৰ ৰূপান্তৰ।... মানুহৰ সৃষ্টিৰ মূল প্ৰেৰণা হ'ল প্ৰকৃতিৰ দাসত্বৰ পৰা মুক্তি। এই যে মানুহৰ সহজসাধ্য মুক্তি স্বাধীনতাৰ সাধনা, এই সাধনাই হৈছে মানুহৰ জীৱিকা প্ৰয়াস আৰু এই মানুহৰ জীৱিকা প্ৰয়াসেই হৈছে কৃষ্টি-সংস্কৃতি বা কালচাৰৰ মূল তত্ত্ব।' এইদৰেই ৰাভাই কৃষ্টি-সংস্কৃতিক মানুহৰ কৃষি কৰ্ম আৰু শ্ৰমৰ স'তে একাকাৰ কৰি পেলাইছিল আৰু এই শ্ৰমজীৱী মানুহেই যে কৃষ্টি-সংস্কৃতিৰ মূল হোতা সেয়া প্ৰতিপন্ন কৰি মানুহৰ মাজত 'সংস্কৃতি চৰ্চা' বিষয়টো সহজ কৰি পেলাইছিল।

১৯৩৯ চনত বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত নৃত্য পৰিবেশনৰ সুযোগ লাভ কৰে ৰাভাই। সেই সময়ৰ ভাৰতৰ সৰ্বশ্ৰেষ্ঠ নৃত্যবিদ উদয়শংকৰো থৰ লাগি বৈছিল ৰাভাৰ নৃত্য দেখি। সেই সময়ত বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° সৰ্বপল্লী ৰাধাকৃষ্ণণেও তেওঁৰ নৃত্য দেখি মোহিত হৈছিল আৰু ৰাভাৰ সকলো ধৰণৰ গুণৰ বিষয়ে জানিব পাৰি ৰাভাক 'কলাগুৰু' উপাধিৰে বিভূষিত কৰা উচিত বুলি মন্তব্য দিছিল।(অৱশ্যে এই সম্পৰ্কত বিতৰ্কও আছে)।

১৯৪১ চনত বিষ্ণু ৰাভা নিৰুপমা দেৱীৰ সংস্পৰ্শলৈ আহে। ইতিমধ্যে দ্বিতীয় বিশ্বযুদ্ধই সমগ্ৰ বিশ্বৰ লগতে অসমকো উত্তাল (তদুপৰি স্বাধীনতা যুদ্ধ) কৰি ৰাখিছিল। ৪০ ৰ সেই দশকটোত কংগ্ৰেছী আন্দোলনৰ প্ৰতি ৰাভাৰ মোহভঙ্গ হয়। তেওঁ হৈ উঠে সম্পূৰ্ণ বিপ্লৱী। ১৯৪৫ চনত ৰাভাই ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টি (আৰ চি পি আই) ৰ সদস্য পদ লাভ কৰে। ইতিমধ্যে আৰ চি পি আইক ইংৰাজ চৰকাৰে অ-আইনী বুলি (১৯৪৩-৪৬ চন) ঘোষণা কৰিছিল ফলত উক্ত দলৰ সদস্য ৰাভাই আত্মগোপন কৰিছিল।

এই আত্মগোপনৰ পাছত ওলাই আহি বিষ্ণু ৰাভাই ফণী শৰ্মাৰে সৈতে 'চিৰাজ' বোলছবিখন পৰিচালনা কৰিবলৈ লয়। ইয়াৰ আগতে জয়মতী, ইন্দ্ৰমালতী আদি ছবিত জ্যোতিপ্ৰসাদক সহায় কৰা আৰু অভিনয় কৰা শিল্পী ৰাভাই লক্ষ্মীধৰ শৰ্মাৰ হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ কাহিনীৰে তৈয়াৰ কৰা ছবি 'চিৰাজ' পৰিচালনা কৰি ছবিখন '৪৮ চনত মুক্তি দি সুধী সমাজৰ প্ৰশংসা পাইছিল। জ্যোতিপ্ৰসাদৰ স'তে মিলি নাটক বা ছবিৰ ৰেকৰ্ডিং কৰা বিষ্ণু ৰাভাই পাছত বোলছবি পৰিচালক হিচাপে কাম নকৰিলেও তেওঁ বহু ছবিত অভিনয় কৰিছিল। ছাত্ৰ জীৱনৰে পৰা তেওঁ বহু বিখ্যাত নাটকত অভিনয় কৰিও সফলতা পাইছিল। নটসূৰ্য ফণী শৰ্মাৰ অন্তৰঙ্গ বন্ধু আছিল বিষ্ণু ৰাভা। ৩০ৰ দশকত দুয়ো মিলি গুৱাহাটীত কণী, চাউল, মাছ তথা অন্যান্য সামগ্ৰীৰ ব্যৱসায়ো কৰিছিল। সেই সময়ত দুয়ো বিভিন্ন সংঘৰ হৈও ফুটবল খেলিছিল। ফণী শৰ্মাৰো গ'লকীপাৰ হিচাপে যথেষ্ট সুনাম হৈছিল।

১৯৪৭ চনত ভাৰতে লাভ কৰা স্বাধীনতাত আশ্বস্ত হ'ব পৰা নাছিল বিষ্ণু ৰাভা। এদল বগা মানুহৰ পৰা এদল ক'লা মানুহে শাসনভাৰ গ্ৰহণ কৰাৰ বাহিৰে অন্য কোনো পাৰ্থক্য নাই বুলিয়েই ৰাভাই বিশ্বাস কৰিছিল আৰু সেই স্বাধীনতাৰ বিৰুদ্ধে বক্তব্য দি ফুৰিছিল। ১৯৫০ চনৰ ২৬ জানুৱাৰী (গণতন্ত্ৰ দিৱস)ত টিহুৰ দীঘেলীত ৰাইজে ক'লা পতাকা উত্তোলন কৰি 'ইয়ে আজাদী ঝুঠা হেই' ধ্বনি দিছিল। তাত ৰাভাও উপস্থিত আছিল। তাৰ আগৰে পৰা অৰ্থাৎ ১৯৪৮ চনৰ এক মে'ৰ পৰাই ৰাভাক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচ বাহিনী তৎপৰ হয়, আনকি তেওঁক বিচাৰি নাপাই তেওঁক ধৰাই দিব পাৰিলে ১০ হেজাৰ টকা পুৰস্কাৰ হিচাপে দিয়া হ'ব বুলিও চৰকাৰে ঘোষণা কৰিলে। কিন্তু পলাতক ৰাভাক চৰকাৰে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। বিভিন্ন গাঁৱে-ভূঁঞে যাযাবৰী পলাতক জীৱন কটালে ৰাভাই। সেই সময়তে আৰ চি পি আইৰ বিপ্লৱৰ আহ্বানে সমগ্ৰ অসম উত্তাল কৰি তুলিছিল। আত্মগোপন কৰি ফুৰা অৱস্থাত ৰাভাই সাহিত্য-সংস্কৃতি চৰ্চা কৰাৰ লগতে মুক্তি

ফৌজ, নাৰী মুক্তি সংঘ, কৃষক-বনুৱা পঞ্চায়ত আদি অনুষ্ঠান আৰু সংগঠনৰ প্ৰাণ প্ৰতিষ্ঠা কৰিছিল। সেই সময়ত তেওঁ কিছুদিন নলবাৰী জিলাৰ বেলশৰৰ নবীন মেধিৰ ঘৰত আত্মগোপন কৰি আছিল। মেধিৰ কন্যা কনকলতা মেধিও আছিল বিপ্লৱী দলৰ সদস্যা। ক্ৰমশঃ বিষ্ণু-কনকলতা এই দুই তৰুণ বিপ্লৱীৰ মনৰ সাঁকো গঢ়ি উঠিছিল। আত্মগোপন কৰি থাকোতেই দুয়ো বিবাহপাশত আবদ্ধ হ'ল। মানুহৰ মুক্তিৰ সংগ্ৰামত ব্ৰতী এই নৱদম্পতীয়ে সুন্দৰ সংসাৰ গঢ়াৰ কথা চিন্তা কৰা নাছিল কাহানিও। শেষত ১৯৫২ চনৰ ১৭ জুলাইত গোৱালপাৰাৰ ঘিলাগুৰি গাঁৱত দুয়োকে গ্ৰেপ্তাৰ কৰে পুলিচে। (উল্লেখযোগ্য যে, সেই সময়ছোৱাতে উত্তৰ কামৰূপৰ মুছলপুৰ অঞ্চলত আত্মগোপন কৰা অৱস্থাত মোহিনীবালা ব্ৰহ্ম নামৰ এগৰাকী গাভৰুৰ স'তেও ৰাভাৰ আন্তৰিকতা গঢ়ি উঠিছিল। '৬২ চনত কনকলতাৰ মৃত্যুৰ পাছত ৰাভাই মোহিনীবালাক বিয়া কৰাইছিল।)

কনকলতাই জেলৰ পৰা মুক্তি পাইছিল ছমাহৰ পাছত আৰু ৰাভাই পাইছিল প্ৰায় এবছৰৰ পাছত। তেওঁলৈ হত্যাকাৰী, ডকাইত, ৰাষ্ট্ৰদ্ৰোহী আদি বিভিন্ন অভিযোগৰ যাঠি দলিয়াইছিল চৰকাৰে। অৱশ্যে সকলোবোৰ অভিযোগেই যুক্তিহীন বুলি প্ৰমাণিত হ'ল। ৰাভা আকৌ ৰাইজৰ মাজৰ এজন হৈ সোমাই পৰিল। ১৯৫৫ চনত বিপ্লৱী কমিউনিষ্ট দলৰ সৰহসংখ্যকে লোৱা সিদ্ধান্ত অনুসৰি ৰাভায়ো চি পি আইত যোগদান কৰে। ভাৰতীয় সংবিধান আৰু গণতন্ত্ৰত বিশ্বাস ৰখা এই দলৰ এজন সদস্য হৈ ভাৰতৰ দ্বিতীয় সাধাৰণ নিৰ্বাচনত (১৯৫৭ চন) ৰাভাই কোকৰাঝাৰ সংসদীয় সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বীতা কৰি পৰাজয় বৰণ কৰে। সেই বছৰতে তেওঁ এটা পুত্ৰ সন্তানৰো (পৃথ্বিৰাজ) পিতৃ হয়। তাৰ পাছতে তেওঁ কৃষক আন্দোলনত নামি পৰে। নিজৰেই বহু মাটি দান কৰে কৃষক-শ্ৰমিকক। ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ সদস্য হিচাপে দলটোক শক্তিশালী কৰাত জোৰদাৰ প্ৰচেষ্টা চলায়। অসমৰ বিভিন্ন ঠাইত বক্তৃতা দি, গান গাই মানুহক সচেতন কৰাত লাগে। অসমৰ সভ্যতা আৰু সংস্কৃতিৰ ক্ৰমবিকাশৰ ব্যাখ্যা আগবঢ়ায় আৰু পুঁজিবাদে কেনেকৈ নিপীড়িত মানুহৰ তেজ-মাংস শুহিছে, তাক অপূৰ্ব ভাষাৰে বৰ্ণনা কৰে।... এইদৰে ৰাভাৰ সংগ্ৰামী জীৱন চলি থাকে।

১৯৬১ চনৰ শেষ ভাগত পত্নী কনকলতা অসুস্থ হৈ পৰাত ৰাভাৰ চিন্তাৰ অন্ত নাইকিয়া হয়। মৰমৰ পত্নীক ভাল কৰিবৰ বাবে যৎপৰোনাস্তি চেষ্টা চলায় আৰু ডিব্ৰুগড় মেডিকেল কলেজত চিকিৎসাৰ বাবে ভৰ্তি কৰায়। কিন্তু ১৯৬২ চনৰ পাঁচ জানুৱাৰীত কনকলতাই দুই পুত্ৰ পাঁচ বছৰীয়া পৃথ্বিৰাজ আৰু দুবছৰীয়া হেমৰাজ সহিতে বিষ্ণু ৰাভাক অথাই সাগৰত পেলাই থৈ ইহসংসাৰৰ পৰা মেলানি মাগে।

ইতিমধ্যে ভাৰতৰ স'তে চীনৰ বিবাদ আৰু সংঘৰ্ষ আৰম্ভ হয়। কমিউনিষ্ট ৰাভাক দেশদ্ৰোহী সজাই '৬২ চনৰ ১৯ নৱেম্বৰত গ্ৰেপ্তাৰ কৰে পুলিচে। ৰাভাৰ মন আৰু অধ্যয়ন যিদৰে বিশাল আছিল, সেইদৰে দেহটোও আছিল বিশাল। পুলিচৰ হাতকেৰেয়া সোমোৱা নাছিল ৰাভাৰ হাতত। সেইবাবে ৰচীৰে বান্ধি ৰাভাক তেজপুৰৰ ৰাজআলিয়েদি খোজ কঢ়াই নিছিল জনতাৰ শিল্পী বিষ্ণু ৰাভাক। এয়া স্বাধীনতাৰ ইতিহাসত এক কলংকিত

অধ্যায় হিচাপেই সদায় চিহ্নিত হৈ ৰ'ব। ১৯৬৩ চনৰ ২৪ আগষ্টত বহৰমপুৰ কাৰাগাৰৰ পৰা ৰাভাই মুক্তি পাইছিল।

ফুটবল খেলুৱৈ হিচাপে বিষ্ণু ৰাভা আছিল শ্ৰেষ্ঠ চেণ্টাৰ ফৰওৱাৰ্ড। হকী, টেনিছ আৰু ক্ৰিকেট খেলতো তেওঁ সিদ্ধহস্ত আছিল । ঘোঁৰা চেকুৰোৱাতো তেওঁ আছিল পাৰ্গত। শাস্ত্ৰীয় সঙ্গীতৰ সকলোবোৰ কথাই তেওঁৰ আয়ত্তাধীন আছিল। তবলা, চেতাৰ, বাঁহী, বেহেলা, এচৰাজ, বেঞ্জ', খোল আদি বিভিন্ন বাদ্যযন্ত্ৰত তেওঁ নিজৰ দক্ষতা প্ৰতিপন্ন কৰিছিল। গীতিকাৰ, সুৰকাৰ, অভিনেতা, পৰিচালক, চিত্ৰকৰ, সাহিত্যিক, ভাস্কৰ্যবিদ, অধ্যয়ন পিপাসু এইজনা ব্যক্তি বাগ্মী পুৰুষ আছিল। বিপ্লৱ আৰু প্ৰেম, দুয়োটাই তেওঁৰ তেজত আছিল। দেউতাকে এৰি থৈ যোৱা ২৫০০ বিঘা মাটিৰ বিৰাট জমিদাৰী আছিল তেজপুৰত, আছিল ভাল চৰকাৰী চাকৰি পোৱাৰ সুযোগ। কিন্তু অহৰহ মানুহৰ কথা চিন্তা কৰা, মুক্তি আৰু স্বাধীনতাৰ বাবে প্ৰাণ পৰ্যন্ত দিব পৰা বিষ্ণু ৰাভা আজীৱন দৰিদ্ৰ জনগণৰ সেৱক আৰু শিল্পী হৈয়েই থাকিল আৰু সেইবাবেই তেওঁ 'বিষ্ণু ৰাভা' হ'ল।

১৯৬৭ চনত নিৰ্দলীয় প্ৰাৰ্থীৰূপে বিষ্ণু ৰাভাই তেজপুৰ সমষ্টিৰ পৰা প্ৰাতিদ্বন্দিতা কৰি বিধায়ক হিচাপে বিজয়ী হ'ল। সেই সময়ত মাহেকত পোৱা সামান্য দৰমহাখিনিৰেই এশ টকাকৈ দান কৰিছিল চি পি আইৰ পুঁজিলৈ। ১৯৬৮ চনৰ শেষৰ ফালে ৰাভাৰ শৰীৰত কৰ্কট ৰোগ ধৰা পৰে। সেই বছৰৰে ২৮ ডিচেম্বৰত তেওঁক বোম্বাইৰ টাটা মেম'ৰিয়েল হাস্পতাললৈ চিকিৎসাৰ বাবে প্ৰেৰণ কৰে। টাটা মেম'ৰিয়েলত চিকিৎসা কৰি তেওঁ কিছু আৰোগ্য হয় আৰু তাতেই এমাহ জিৰণি ল'বলৈ চিকিৎসকসকলে অনুৰোধ কৰে যদিও অসমৰ মোহ এৰিব নোৱৰা ৰাভা ঘৰলৈ ঘূৰি আহে। লাহে লাহে তেওঁৰ অৱস্থা বৰ বেয়ালৈ ঢাল খালে। আকৌ গুৱাহাটী, বোম্বাইত চিকিৎসা চলিল। কিন্তু ৰাভাই নিজৰ অসুখৰ কথা হৃদয়ঙ্গম কৰি শেষৰ কেইদিন তেজপুৰতেই কটোৱাৰ মানসেৰে ঘৰলৈ উভতি আহিল। ১৯৬৯ চনৰ মে' মাহৰ শেষ সপ্তাহত লিখিলে জীৱনৰ সৰ্বশেষ গীতটো-'এয়ে মোৰ শেষ গান, মোৰ জীৱন নাটৰ শেষ ৰাগিনী, কল্যাণ খৰমান.... ।'

শেষ গান লিখি উঠাৰ পাছত এমাহলৈও বাট নাচালে কাল নিয়তিয়ে। কাল নিয়তিৰ ওচৰত হাঁহিমুখে আত্মসমৰ্পণ কৰিলে ৰাভাই। ১৯৬৯ চনৰ ১৯ জুনৰ ৰাতি প্ৰায় আঢ়ৈ বজাত এহেজাৰ বছৰীয়া অসমীয়া সভ্যতা-সংস্কৃতিৰ এগৰাকী শ্ৰেষ্ঠতম পুৰুষ বিষ্ণু ৰাভাই ইহসংসাৰৰ পৰা বিদায় ল'লে।

ৰাভাৰ বিষয়ে সকলো কথাই এই চুটি নিবন্ধত আলোচনা কৰাটো মাথোঁ বাতুলতা। বহু কবিতা, গীত, গল্প, প্ৰবন্ধৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰা, বিপ্লৱী বীৰ এইজনা ব্যক্তিৰ বিষয়ে বিখ্যাত বঙালী সাহিত্যিক অন্নদ শংকৰ ৰায়ে লেখিছে-'হাতত অস্ত্ৰ লৈ, গান গাই, ছবি আঁকি, জীৱন সংগ্ৰামত আগুৱাই যোৱাৰ উদাহৰণ ইটালীয় নৱন্যাসৰ যুগত আছিল বুলি জনা যায়, কিন্তু এই দেশত এনে সব্যসাচীৰ দৃষ্টান্ত বিৰল।... অসম বহু জাতি-উপজাতি, ভাষা-উপভাষা, কৃষ্টি-সংস্কৃতিৰ

ৰাজ্য হিচাপে ভাৰতৰ অনন্য ক্ষুদ্ৰ সংস্কৰণৰ এখন ভাৰত, ৰাভা আছিল সেই অসমৰ সমন্বয়ৰ প্ৰতীক।'

ৰাভা বীৰৰ প্ৰতীক, ৰাভা পৰিশ্ৰম আৰু ত্যাগৰ প্ৰতীক, ৰাভা নতুন পুৰুষৰ বাবে প্ৰেৰণাৰ প্ৰতীক। কিন্তু ৰাভাৰ জীৱনৰ সকলোবোৰ কাজ-কৰ্মক যেন মাথো যাত্ৰা-ভাওনাৰ ওস্তাদৰ শাৰীত ৰাখি এতিয়া মাথো 'কলাগুৰু' আখ্যাকেই লগত সাঙুৰি দি ৰাভা দিৱস পাতি গান-বাজনাহে কৰা হৈছে। ৰাভাৰ মূল আদৰ্শত যেন আঁৰ কাপোৰহে পৰিছে। সেই বাবেই বামপন্থী ধাৰাৰ লেখক দধি মহন্তই আক্ষেপ কৰিছে-'ৰাভা কলাৰ প্ৰচলিত ধাৰাৰ কলাগুৰু নাছিল। ৰাভা আছিল কলাক উদ্দেশ্য ধৰ্মী- অৰ্থাৎ সমাজ বিবৰ্তনত কলাৰ ভূমিকা ৰূপায়ণ কৰা সংগ্ৰামী জাতিৰ শিল্পী। কলাৰ কাৰণেই ৰাভাই কলাৰ সাধনা কৰা নাছিল। ৰাভাৰ কলা সাধনাৰ চালিকাশক্তি আছিল সমাজতন্ত্ৰৰ দৰ্শন আৰু তাৰেই অভিমুখে সমাজক আগবঢ়াই নিয়াৰ ক্ষেত্ৰত নিজকে বিলীন কৰি দিয়া স্বাধীনতাৰ পাছৰ সংগ্ৰামীসকলৰ সেনানী।'

এইজনা সেনানীৰ আদৰ্শ বুজি পাবলৈ আৰু সেইমতে কাম কৰিবলৈ নতুন পুৰুষসকলে পৰিশ্ৰম আৰু অনুসন্ধিৎসুতাৰে আগুৱাই আহিব লাগিব।



(৩৮)

# ফণী শৰ্মা

অসমৰ বোলছবি আৰু নাট্য জগতক যিসকল নাট্যকাৰ, অভিনেতা আৰু পৰিচালকে জাতিষ্কাৰ কৰি থৈ গৈছে, সেই সকলৰ ভিতৰত ফণী শৰ্মা নিঃসন্দেহে শ্ৰেষ্ঠ। শৈশৱৰ পৰা মৃত্যু পৰ্যন্ত মাথো নাটক আৰু বোলছবিৰ জগততে লাগি থকা সচেতন আৰু তীক্ষ্ণধী অসমীয়া গৰাকীক 'নটসূৰ্য' সন্মানেৰেও বিভূষিত কৰা হ'ল। অসমৰ নাট্য সংস্কৃতিৰ এই পুৰোধা ব্যক্তিগৰাকী আছিল এগৰাকী সুনিপুণ খেলুৱৈও। সেই সময়ছোৱাত তেওঁৰ দৰে পাকৈত গ'লকীপাৰ আৰু উইকেটকীপাৰ খুউব কমেইহে আছিল।

১৯১০ চনত তেজপুৰত ফণী শৰ্মাৰ জন্ম। তেওঁৰ পিতা মোলান চন্দ্ৰ শৰ্মা এগৰাকী চৌখিন আৰু থূলন্তৰ পুৰুষ আছিল। তেজপুৰৰ কাছাৰীত পেস্কাৰৰ কাম কৰা মোলান চন্দ্ৰ শৰ্মা আছিল এজন অভিনেতাও। ঘোঁৰা চেকুৰোৱাত তেওঁৰ আছিল অত্যন্ত চখ। এইগৰাকী নৈষ্ঠিক ব্ৰাহ্মণৰ একমাত্ৰ পুত্ৰ আছিল ফণী শৰ্মা ওৰফে বলীন আৰু ছোৱালীৰ সংখ্যা পাঁচ। সৰুতে মাতৃস্নেহৰ পৰা বঞ্চিত ফণী শৰ্মাই ঘৰখনত প্ৰয়োজনীয় সহচৰ্য পোৱা নাছিল। যাৰ বাবে তেওঁ উদাস হৈ পৰিছিল আৰু মনত যাযাবৰী ভাব-অনুভূতিয়ে ক্ৰিয়া কৰিছিল। ঘৰ বিমুখী ফণী শৰ্মাৰ স'তে লাহে লাহে দেউতাকৰ মানসিক ব্যৱধানো বাঢ়িছিল। দেউতাকে ফণী শৰ্মাক কোনোদিনে বিশ্বাসত ল'ব পৰা নাছিল- আনকি তেওঁৰ মৃত্যুৰ পাছত প্ৰয়োজনীয় শ্ৰাদ্ধদিও নকৰিব পাৰে বুলি সন্দেহ প্ৰকাশ কৰিছিল।

তেজপুৰত প্ৰথমিক শিক্ষা লাভ কৰি হাইস্কুলত কেইশ্ৰেণীমান পঢ়িছিল তেওঁ। কিন্তু লাহে লাহে পঢ়াত মন নবহা হৈছিল। তাৰ পাছত পিতাকে তেওঁক সংস্কৃতজ্ঞ কৰি তোলাৰ আশাৰে কাশী বিদ্যাপীঠত নাম লগাই দিছিল। কিন্তু ফণী শৰ্মা তাৰ পৰা গুচি আহিল। তাৰ পাছত পিতাকে পুনৰ কলিকতালৈ পঠিয়াইছিল 'বেকাৰী'ৰ শিক্ষা ল'বলৈ যাতে তাৰ পৰা উভতি আহি হিন্দু বেকাৰীৰ ভাল দোকান এখন দিব পাৰে। কিন্তু কলিকতাত ডেৰ মাহমান থাকিয়েই ফণী শৰ্মা ঘৰলৈ উভতি আহিছিল। তাৰ পাছত বন্ধুবোৰৰ স'তে টিঘিলঘিলাই ফুৰিব ল'লে তেওঁ। বন্ধুবোৰৰ মাজত ঘোঁৰা চেকুৰোৱাৰ প্ৰতিযোগিতাও পাতিলে। তাৰ পাছত যতীন বৰঠাকুৰ নামৰ বন্ধুজনৰ স'তে মিলি আৰম্ভ কৰিলে 'শৰ্মা-বৰঠাকুৰ এণ্ড কোম্পানী'। এয়া কোনো বিশেষ কোম্পানী নাছিল। কোম্পানীৰ কাম হিচাপে দেখা গ'ল ঘৰে ঘৰে গৈ ছাগলীৰ লাদ আনি দুই বন্ধুৱে ৰ'দত শুকুৱাইছে। পাছত জানিব পৰা গ'ল পি এম বক্চীৰ চিয়াঁহীৰ বৰি কিনি

আনি পানীত গুলি হুগলীৰ লাদবোৰ সেই পানীত কেইবাতিমান তিয়াই শুকুৱাই সেয়াই চিয়াঁহীৰ বৰি বুলি চাপৰিত থকা মুছলমান আৰু নেপালীসকলক বিক্ৰী কৰি ফুৰে 'শৰ্মা-বৰঠাকুৰ এণ্ড কোম্পানী'ৰ দুই ১৫-১৬ বছৰীয়া মালিকে। কোৱা বাহুল্য এই কোম্পানী বেছিদিন নচলিল।

তাৰ আগৰে পৰা ফণী শৰ্মাৰ অভিনয় আৰম্ভ হৈছিল। সেই সময়তে বন্ধু চন্দ্ৰধৰ গোস্বামী, বিষ্ণু ৰাভা আদিৰ স'তে বাণ ৰঙ্গমঞ্চত থিয়েটাৰ চোৱাচোঁও আৰম্ভ হৈছিল। আৰম্ভ হৈছিল ফুটবল আৰু ক্ৰিকেট খেলাও। তেওঁ তেজপুৰ ক্লাবৰ হৈ গ'ল ৰক্ষকৰ ভূমিকাত অৱতীৰ্ণ হৈছিল।... সৰুৰে পৰা খুৰাক চন্দ্ৰনাথ শৰ্মাৰ পৰা অভিনয়ৰ প্ৰেৰণা পোৱা ফণী শৰ্মাই মঞ্চত প্ৰথম নাটক কৰাৰ সুবিধা পাইছিল ১১ বছৰ বয়সত, তেজপুৰ এম ই স্কুলৰ বঁটা বিতৰণী সভাত। সেইবাৰ লাচিত বৰফুকন নাটকত তেওঁ লাচিতৰ ভাও দিছিল। ১৯২৮ চনত দুৰ্গা পূজাত 'ৰাণা প্ৰতাপ' নাটকত বৃদ্ধ আকবৰৰ ভাও দি তেওঁ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। ১৯২৯ চনৰ জাৰকালি ব্ৰজনাথ শৰ্মাৰ নাট্যদলে তেজপুৰৰ বাণ ৰঙ্গমঞ্চ অভিনয় কৰিছিলো কে'বাদিনো ধৰি। তেতিয়াৰ পৰা ফণী শৰ্মাৰো ইচ্ছা হৈছিল ব্ৰজ শৰ্মাৰ দলত ভৰ্তি হৈ নাটক কৰাৰ। সোনকালেই মিলিছিল সেই সুযোগ।

১৯৩০ চনত বিষ্ণুপ্ৰসাদ ৰাভাৰ স'তে লগ লাগি ফণী শৰ্মাই গুৱাহাটীত মাছ, কণী, চাউল আদিৰ ব্যৱসায় কৰিছিল। সেই সময়তে সৰভোগৰ ফালে এখন ফুটবল প্ৰতিযোগিতা চলিছিল। ফণী শৰ্মা আৰু বিষ্ণু ৰাভাক 'হায়াৰ' কৰি নিছিল কোনোবা এটা দলে। সেই ফুটবল ফিল্ডৰ ওচৰতে আছিল ব্ৰজনাথ শৰ্মাই নতুনকৈ খোলা 'কহিনুৰ অপেৰা' পাৰ্টিৰ আখৰা গৃহ। তদুপৰি প্ৰতিযোগিতাৰ 'ৰেফাৰী' আছিল ব্ৰজনাথ শৰ্মা। ফণী শৰ্মাই তেতিয়াই ব্ৰজনাথ শৰ্মাৰ আগত নিজৰ ইচ্ছাৰ কথা ব্যক্ত কৰে আৰু ফণী শৰ্মাৰ প্ৰতিভাৰ উমান পোৱাৰ পাছত ব্ৰজ শৰ্মাই তেওঁক কহিনুৰ অপেৰা দলত অভিনয় কৰিবলৈ সুযোগ দিয়ে। এই অপেৰা পাৰ্টিতেই প্ৰথমবাৰৰ বাবে অভিনেতাসকলক মাহিলি দৰমহা দিয়া আৰম্ভ হৈছিল। ফণী শৰ্মাৰ দৰমহা বন্দবস্ত হৈছিল মাহিলি ২০ টকাকৈ। ১৯৩০ চনৰ দুৰ্গাপূজাৰ সময়তে গোৱালপাৰাত প্ৰথম নাটক প্ৰদৰ্শন কৰিছিল কহিনুৰ অপেৰাই। তাৰ পাছত অসমৰ বিভিন্ন ঠাইত নাটক কৰি কহিনুৰ অপেৰা পাৰ্টি আৰু ফণী শৰ্মাই দৰ্শকৰ মন মুহিলে। ১৯৩৩ চনত ডুমডুমাত কহিনুৰে প্ৰথমবাৰৰ বাবে নাৰীকো অভিনয়ৰ সুবিধা দি অসমত খলক লগালে।

তিনি বছৰমানৰ পাছতে ফণী শৰ্মাই কহিনুৰ অপেৰা ত্যাগ কৰে। হাঁপানী বেমাৰত আক্ৰান্ত হৈ কিছুদিন ঘৰতে থকাৰ পাছত জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰযোজিত আৰু পৰিচালিত প্ৰথম অসমীয়া কথাছবি জয়মতীত গাঠি হাজৰিকাৰ চৰিত্ৰত অভিনয় কৰে। তাৰ পাছত জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাই লগ লাগি কৰা জয়মতী আৰু শোণিতকুঁৱৰী নাটকৰ ৰেকৰ্ডতো তেওঁ অপূৰ্ব বাকভঙ্গীৰে কণ্ঠদান কৰে। জ্যোতিপ্ৰসাদৰ দ্বিতীয় ছবি 'ইন্দ্ৰ মালতী' ('৩৯ চন)তো ফণী শৰ্মাই বিশেষ চৰিত্ৰ এটা ৰূপায়ণ কৰিছিল।

তাৰ পাছত বিভিন্ন মঞ্চত অভিনয় কৰা, আৰু অভিনয় কৰিবলৈ নতুন পুৰুষক শিক্ষা দিয়াৰ কামত লাগিছিল ফণী শৰ্মা। তেজপুৰৰে সাধুৰাম গোস্বামীৰ কন্যা মনোৰমাক বিয়া কৰাই সুখৰ সংসাৰ গঢ়ি তুলিছিল। সেই সময়তে কাঠৰ ব্যৱসায়ত হাত দি আৰ্থিকভাৱে যথেষ্ট সচ্ছল হৈ পৰিছিল। কাঠৰ মহল লৈছিল আৰু কৰতীয়া আনিছিল সুদূৰ নেপালৰ পৰা। ১৯৪১-৪৫ চনৰ কালছোৱাত নিজে লিখা নাটক- হাজোৰ নটী, নৰকাসুৰ, এম এল এ, কুৰঙ্গনয়নী আদিৰ ৰেকৰ্ড কলিকতাত বাণীবদ্ধ কৰি যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছিল তেওঁ।... কাঠৰ ব্যৱসায়ৰ পৰা কেইবছৰমানতে তেওঁ আঁতৰি আহিল, যথেষ্ট লাভবান হোৱা সত্ত্বেও। কাঠৰ ব্যৱসায় ত্যাগ কৰা সম্পৰ্কত বন্ধুবৰ্গক আহি কয়হি-'বুজিছ, এই জিনিচটো মোৰ নহ'বগৈ। কৰতীয়াই কাঠ কাটে, কৰতৰ ৰেপনি শুনি মোৰ মনলৈ আহে অভিনয়ৰ চিন্তা। কৰতখন অগা-পিছাকৈ চলি থাকিলে মোৰ মনটোৱে ইচাটি-বিচাটি কৰি উঠে। মুখত ওলায় বচন, গাত ক'ব নোৱাৰাকৈ আহে অভিনয়ৰ ভঙ্গী, হাতৰ জোঁকাৰণি। কৰতীয়াই গছ কাটিবলৈ এৰি মোলৈ চায় কিজানি মোৰ গাত ভূতে লম্ভিছে। তেতিয়াহে মোৰ গালৈ হুঁচ আহে। ....মাৰ গুলি এই কাৰবাৰক। থিয়েটাৰেই ভাল বুইছ!'

ব্যৱসায় ত্যাগ কৰিলে নাটকৰ পোক ফণী শৰ্মাই। ব্যৱসায় বিক্ৰী কৰি সেই টকাৰে থিয়েটাৰ কৰিলে। ১৯৪৬ চনত চন্দ্ৰধৰ গোস্বামী প্ৰমুখ্যে কে'বাজনো লোকৰ স'তে লগ লাগি 'চিত্ৰাবলী পিকচাৰ্চ লিমিটেড' নামৰ চিনেমা কোম্পানী খুলিলে। এই কোম্পানীৰ পৰা তেওঁৰ চিত্ৰনাট্য আৰু পৰিচালনাত ১৯৪৮ চনত লক্ষ্মীধৰ শৰ্মাৰ কাহিনী 'চিৰাজ' ছবিয়ে মুক্তি পায়। ছবিখনৰ যুটীয়া পৰিচালক আৰু সঙ্গীত পৰিচালক আছিল বিষ্ণু প্ৰসাদ ৰাভা।

লাহে লাহে ফণী শৰ্মাৰ ঘৰৰ অৱস্থা বেয়াৰ ফালে ঢাল খালে। মাথো অভিনয়তে মজি থকা এইগৰাকী লোক অৰ্থনৈতিকভাৱে একেবাৰে দাল-দৰিদ্ৰ হৈ পৰিল। অৱশ্যে ফণী শৰ্মাক মুক্ত বিহঙ্গ হ'বলৈ এৰি দি পত্নী মনোৰমাই সামান্য অভিযোগো নকৰাকৈ সাতটাকৈ ল'ৰা-ছোৱালীৰ দায়িত্ব লৈ (কনিষ্ঠতম পুত্ৰ প্ৰাণজিতৰ ফণী শৰ্মাৰ মৃত্যুৰ কেইমাহমানৰ পাছতহে জন্ম হৈছিল) সংসাৰ চলাই থাকিল। কাপোৰৰ অভাৱত মানুহগৰাকী ঘৰৰ বাহিৰ ওলাব নোৱৰা হ'ল। তথাপি ফণী শৰ্মাই নাটক কৰি গৈ থাকিল। মৃত্যু পৰ্যন্ত তাৰ ছেদ নপৰিল। ৰবপুত্ৰৰ অকাল মৃত্যুৱেও ফণী শৰ্মাৰ এই যাত্ৰাত সামান্য স্থবিৰতাৰো সৃষ্টি নকৰিলে।

ফণী শৰ্মাৰ ব্যক্তিত্ব আৰু নাট্য প্ৰীতিৰ বিষয়ে নিকটতম বন্ধু 'মঞ্চ কোঁৱৰ' চন্দ্ৰধৰ গোস্বামীয়ে লিখিছে - 'সকলো শিল্প সৃষ্টিয়েই হ'ব লাগে অহংকাৰ শূন্য। লাগে স্থৈৰ্য আৰু ধৈৰ্য। মই এজন ডাঙৰ অভিনেতা-এই কথা তেওঁ কাৰ্যৰে বা বাক্যৰে কেতিয়াও প্ৰকাশ কৰা নাছিল। বাটৰ কাষেদি ধীৰ গতিৰে খোজকাঢ়ি যোৱা ফণী শৰ্মাক দেখিলে কোনেও ক'ব নোৱাৰে তেওঁ এজন ইমান ডাঙৰ অভিনেতা।.... ফণী শৰ্মাই অভিনয় পাতে। অভিনেতাসকলক অতি যত্নেৰে শিক্ষা দিয়ে আখৰাৰ সময়ত। পুৱাৰ পৰা দিনটো মেলা এটাত টিকট ভৰাই ঘৰে ঘৰে টলৌ টলৌ কৰি ঘূৰি ফুৰি টিকট বেচে।

কোনোখন থিয়েটাৰত এশ-ডেৰশ ৰাহি হয়, কোনোখনত লোকচান। থিয়েটাৰ কিন্তু কৰি গ'ল। কেতিয়াবা অসহ্য পেটৰ বিষত কোঙা হৈ এচুকত বহি থাকে, কিন্তু মঞ্চত প্ৰৱেশ কৰাৰ লগে লগে সকলো পাহৰি চৰিত্ৰৰ মাজত সোমাই পৰে। অভিনয় শিক্ষা দিয়াৰ ক্ষেত্ৰত তেওঁ আছিল অতি পাৰ্গত। চৰিত্ৰৰ বিভিন্ন সূক্ষ্ম ভাববোৰ আৰু তাৰ প্ৰকাশভংগী অতি ধৈৰ্য আৰু যত্নেৰে সহযোগী অভিনেতা-অভিনেত্ৰীসকলক বুজাই দিছিল আৰু কৰি দেখুৱাই বাৰে বাৰে অভ্যাস কৰোৱাইছিল।

প্ৰায় দুবছৰ কাল তেওঁ অসহ্য পেটৰ যন্ত্ৰণাত ভুগিছিল। তেওঁক অপাৰেচন কৰাৰ সময়লৈকে কিন্তু বুজিব পৰা হোৱা নাছিল যে তেওঁৰ কৰ্কট ৰোগ হৈছিল। এই বেমাৰৰ যন্ত্ৰণা নীৰৱে সহ্য কৰি তেওঁ কিন্তু অভিনয় কৰি গ'ল, শিক্ষা দি গ'ল নতুন শিল্পী দলক। অভিনয়ৰ প্ৰতি কিমানখিনি একাত্মবোধ থাকিলে আৰু কিমানখিনি মনৰ শক্তি থাকিলে এনে যন্ত্ৰণাৰ মাজতো অভিনয় কৰি যাব পাৰি, তাক উপলব্ধি কৰিলেই উপলব্ধি কৰিব পাৰিম শৰ্মাৰ অভিনেতাগত ৰূপটোৰ।'

১৯৫৫ চনত ফণী শৰ্মাই অভিনয় আৰু পৰিচালনা কৰিলে তেওঁৰ দ্বিতীয়খন কথাছবি 'পিয়লি ফুকন'। অভিনয় আছিল ফণী শৰ্মাৰ বাবে পূজা আৰু মঞ্চ আছিল পূজাৰ থলি। মঞ্চত তেওঁ যিদৰে আছিল নিৰ্মম, ক্ষমাহীন, সেইদৰে আছিল ছবিৰ খুটিওতো। তেওঁ গভীৰভাৱে বিশ্বাস কৰিছিল যি যিমান প্ৰতিভাশালী হ'লেও অভিনেতাই যদি নিয়মিত চৰ্চা আৰু সাধনা নকৰে তেন্তে সেই অভিনয় কাহানিও প্ৰাণৱন্ত হৈ উঠিব নোৱাৰে। অভিনেতাসকলক তেওঁ বচন সলসলীয়াকৈ মুখস্থ কৰিবলৈ নিৰ্দেশ দিছিলেই, তদুপৰি শৰীৰ আৰু স্বাস্থ্যৰ চৰ্চা কৰিবলৈকো বাৰে বাৰে সকীয়াইছিল। 'ক্ষমাহীন' ফণী শৰ্মাই 'চলি যাব' ভাবেৰে অভিনয় কৰা অভিনেতা এজনক পিয়লি ফুকনৰ পেংডালেৰে কোবাই অভিনয় কৰাৰে মুদা মাৰি দিছিল।

পিয়লি ফুকনৰ পাছত তেওঁ কে'বাখনো কথাছবি পৰিচালনা আৰু অভিনয় কৰিছিল। তেওঁ পৰিচালনা কৰা কথাছবিসমূহ আছিল ধুমুহা (১৯৫৭), কেঁচাসোণ (১৯৫৯) আৰু পুৱতি নিশাৰ সপোন (১৯৫৯)। ১৯৫৮ চনত গুৱাহাটীত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৬৩ তম অধিবেশনৰ ওপৰত কুৰি মিনিটৰ তথ্যচিত্ৰ 'প্ৰাগজ্যোতিকা'ও পৰিচালনা কৰিছিল। দুখৰ বিষয় ফণী শৰ্মাই জীৱনৰ শেষছোৱাত পৰিচালনা কৰা 'মায়াগুৰ বেজ' নামৰ ছবিখন সম্পূৰ্ণ কৰাৰ সুযোগ নাপালে। উল্লেখযোগ্য যে ফণী শৰ্মা পৰিচালিত 'পিয়লি ফুকন' ছবিখনেই ৰাষ্ট্ৰপতিৰ যোগ্যতাৰ প্ৰমাণ পত্ৰ পোৱা প্ৰথম অসমীয়া ছবি।

ফণী শৰ্মাই জয়মতী, ইন্দ্ৰমালতী, আৰু নিজে পৰিচালনা কৰা ছবি কেইখনৰ বাহিৰেও সতী বেউলা (১৯৫৪), সৰাপাত (১৯৫৫), এৰাবাটৰ সুৰ (১৯৫৬), আমাৰ ঘৰ (১৯৫৯), লাচিত বৰফুকন (১৯৬১), শকুন্তলা (১৯৬১), নৰকাসুৰ (১৯৬২), ইটো সিটো বহুতো (১৯৬৩), মণিৰাম দেৱান (১৯৬৪) আৰু প্ৰতিধ্বনি (১৯৬৪) কথাছবিত অভিনয় কৰিছিল।

ব্ৰজনাথ শৰ্মাৰ নাট্যদলত থাকোতেই ফণী শৰ্মা অসমৰ মঞ্চ জগতৰ শ্ৰেষ্ঠ অভিনেতা হিচাপে পৰিচিত কৰা হৈছিল। সেই নাট্যদলত তেওঁ সাধাৰণতে ৰজা বা ৰাজবিষয়াৰ চৰিত্ৰত অভিনয় কৰিছিল আৰু অসংখ্য সোণৰ আৰু ৰূপৰ মেডেল লাভ কৰিছিল। ফণী শৰ্মাৰ বাকভঙ্গী ইমানেই অপূৰ্ব আছিল যে, এবাৰ বাংলা কথাছবিৰ পুৰোধা ব্যক্তি কমল গাঙ্গুলীয়ে ষ্টুডিঅ'ত কাম কৰি থকা অৱস্থাত হঠাৎ পিয়লি ফুকনৰ চাউণ্ড টেকত গোমধৰ কোঁৱৰৰ ভাওত ফণী শৰ্মাৰ অপূৰ্ব কণ্ঠস্বৰ শুনি মন্তব্য কৰিছিল যে বাংলা ছবিত অভিনয় কৰিলে তেওঁ সকলো অভিনেতাক চেৰ পেলাব।

ন বছৰমান বয়সৰ পৰা ১৬ বছৰ বয়সলৈ ফণী শৰ্মা বাণ ৰঙ্গমঞ্চৰ তিৰোতাৰ গেটৰ গেটকিপাৰ আছিল। সেই সুবাদতে বাণ থিয়েটাৰত প্ৰদৰ্শিত সকলো নাটকৰ অভিনয় চোৱাৰ লগতে অভিনেতাসকলক ওচৰৰ পৰা নিৰীক্ষণ কৰাৰ সুযোগ পাইছিল। সকলো ধৰণৰ প্ৰলোভনৰ পৰা সততে নিজকে আঁতৰাই ৰখা ফণী শৰ্মা মাথো অভিনেতা বা ছবিৰ পৰিচালকেই নাছিল। এগৰাকী নাট্যকাৰ, প্ৰবন্ধকাৰ আৰু আত্মজীৱনীৰ লেখক হিচাপেও তেওঁ অসমীয়া সাহিত্যলৈ উল্লেখযোগ্য বৰঙণি দি থৈ গৈছে। তেওঁৰ দ্বাৰা ৰচিত মৌলিক নাটক কেইখন আছিল- চিৰাজ, কিয়, ভোগজৰা, নাগপাশ আৰু ক'লা বজাৰ। তদুপৰি বিখ্যাত বিদেশী নাটকৰ এমুঠি চাউল, মিছৰ কুমাৰী, এন ইন্সপেক্টৰ কলচ আদি নাম দি অসমীয়ালৈ অনুবাদ কৰিছিল।

অভিনেতাৰ গুণাৱলীৰ বিষয়ে ফণী শৰ্মাই প্ৰায়েই কৈছিল যে অভিনেতাসকল পৰিচালকৰ হাতৰ পুতলা হ'ব নালাগে। অভিনেতাসকলৰ ব্যক্তিত্ব হ'ল এক দ্বিখণ্ডিত সত্তা। এটা সত্তাই চৰিত্ৰৰ লগত একাত্ম হৈ সেই চৰিত্ৰৰ সুখ-দুখৰ সমভাগী হ'ব আৰু আনটো সত্তাই দৰ্শকৰ মনত জন্মোৱা প্ৰতিক্ৰিয়ালৈ চাই তেওঁৰ কৌশল প্ৰয়োগ কৰিব। আনৰ কাহিনীৰ আলম লৈ লিখা অথবা বিদেশী নাটকৰ অনুবাদ কৰা নাটক কেইখনত তেওঁ নিজস্ব মৌলিকত্ব অক্ষুণ্ণ ৰাখিছিল। ফণী শৰ্মাই বিশ্বাস কৰিছিল যে জাতি নিৰ্মাণৰ ক্ষেত্ৰত ৰাজনীতিতকৈ ৰঙ্গমঞ্চ আৰু শিল্পীসকলৰ ভূমিকা অধিক। অভিনয় আৰু বিভিন্ন নাটক ৰচনাৰ যোগেদি তেওঁ নিষ্ঠাৰে এই ভূমিকা পালন কৰিছিল।

ফণী শৰ্মাই দুখনকৈ আত্মজীৱনী লিখিছিল। 'বনৰীয়া ফুল' আৰু 'ৰং-বিৰং' নামৰ এই আত্মজীৱনী দুখনত নিজৰ আৰু সমসাময়িক পৰিবেশ পটভূমিৰ বিষয়ে ভালদৰেই বৰ্ণনা কৰিছে। 'বনৰীয়া ফুল'ত শৰ্মাই তেওঁৰ শৈশৱ আৰু কৈশোৰ কালৰ বৰ্ণনা দিছে। বহু ৰোমাঞ্চকৰ কাহিনীৰে ঠাহ খাই থকা 'বনৰীয়া ফুল'ৰ বিষয়ে ড° নগেন শইকীয়াই কৈছে-'তেওঁৰ শিশু প্ৰাণত চাৰিওফালৰ নৰ-নাৰী আৰু প্ৰকৃতিয়ে পেলোৱা মচিব নোৱৰা প্ৰভাৱৰ কাহিনী আৰু বৰ্ণনাই কল্পনাৰ ৰচনাতকৈ মধুৰ হৈ ধৰা দিছে।'... 'ৰং-বিৰঙ'ত অভিনয় জীৱন আৰু তাৰ আনুষঙ্গিক কাহিনী বৰ্ণিত হৈছে। অপূৰ্ব ৰচনা এই 'ৰং-বিৰঙ'ত তেওঁ লিখিছে-'ইমান পৰিচিত মোৰ এই মাতবিলাক... মাত শুনিয়েই ক'ব পাৰো কি চৰায়ে মাতিছে।... চোতালৰ ৰ'দ চাই ক'ব পাৰো কিমান বেলি হৈছে।

জোনাক চাই ক'ব পাৰো কি তিথি পৰিছে। ছাব শুনিয়েই ক'ব পাৰো ঢেঁকীত কি খুন্দিছে। ইমান পৰিচিত মোৰ এই আন্ধাৰ-পোহৰবিলাক।'

প্ৰবন্ধ সাহিত্যতো নিপুণ লেখকৰ পৰিচয় দিয়া ফণী শৰ্মাৰ লেখা আঙুলি মূৰত জুখিব পৰা। বিভিন্ন অধিবেশনত দিয়া পাঁচখন অভিভাষণ আৰু দুটা চিন্তাশীল ৰচনা 'নাট্যমঞ্চৰ সমস্যা' আৰু 'গোহাঞিবৰুৱাৰ সাহিত্যিক জীৱন'ত তেওঁৰ জ্ঞানৰ পৰিপক্কতাৰ উমান পোৱা যায়। প্ৰগতিশীল চিন্তাধাৰাৰ ফণী শৰ্মাই নাট্যমঞ্চৰ সমস্যা নামৰ প্ৰবন্ধটোত ৰাজনীতিকসকলৰ স্বাৰ্থপৰতাৰ বিষয়েও সজোৰে লিখি কৈছে- 'তাহানি অসমীয়াৰ বহুতো আছিল। এতিয়াও নোহোৱা নহয়। পূৰ্বপুৰুষৰ ৰক্তধাৰা এতিয়াও এই জাতিৰ শিৰাই শিৰাই প্ৰবাহিত। শিলে সাৰ পাইছে। পোৱাই স্বাভাৱিক। নিদ্ৰিত আগ্নেয়াগিৰি বুকুত গুৰু-গম্ভীৰ শব্দ শুনা গৈছে। আৰু বেছি হ'লে উদগীৰণ হ'ব। দেশৰ নেতাসকল সাৱধান হ'বৰ হ'ল।'

'ফাইন আৰ্টৰ আৰম্ভ স্থাপত্যত ঃ দেৱালয়, গিৰ্জা, মছজিদৰ নিৰ্মাণ কৌশলৰ পৰা আৰু ইয়াৰ পূৰ্ণ পৰিণতি নাটকত। নাট্যমঞ্চক বাদ দি নাটক অচল, নাটক বাদ দি নাট্যকাৰ অচল।' বুলি কোৱা আৰু নাটককে কলাৰ পূৰ্ণ পৰিণতি বুলি গণ্য কৰা ফণী শৰ্মাই তেওঁৰ নাটক আৰু অভিনয়ত সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক চিন্তাৰ সমল আগবঢ়াইছিল। মঞ্চকোঁৱৰ চন্দ্ৰধৰ গোস্বামীয়ে লেখিছে- 'সমাজৰ বৰ্তমান পৰিবেশত যেতিয়া চাৰিওফালে আৰ্থিক সম্পদ আহৰণত বেছিখিনিয়েই ব্যস্ত, সমাজত যেতিয়া বস্তুগত সম্পত্তিৰ অধিকাৰীৰ স্থান ওপৰত, তেনে পৰিবেশৰ মাজতো যোগ্যতা, সমল আৰু সুবিধা থকা সত্বেও আৰ্থিক সমৃদ্ধিক নেওচা দি পাৰ্থিব সুখলৈ আওকাণ কৰি দুখ-কষ্ট, দাৰিদ্ৰ্যক হৃষ্ট চিত্তে বৰণ কৰি লৈ ল'ৰা কালৰ পৰা ৬০ বছৰ বয়সত মৃত্যুবৰণ কৰাৰ এমাহ আগলৈকে ফণী শৰ্মাই আন সকলো কথা বাদ দি যোগীৰ দৰে একান্ত মনেৰে আশাশুধীয়াকৈ গভীৰ নিষ্ঠা, শ্ৰদ্ধা আৰু প্ৰীতিৰে জীৱনৰ প্ৰতিটি দিন একমাত্ৰ অভিনয় কৰি গ'ল। এয়েই তেওঁৰ জীৱনৰ অৰিহণা, তেওঁৰ মহত্ত্ব আৰু বৈশিষ্ট্য।' বাংলা ভাষাত অপূৰ্ব দখল থকা এই গৰাকী ব্যক্তি বাংলা ছবি আৰু নাট্য মঞ্চলৈ নগ'ল বহু সুবিধা পোৱা সত্বেও। কাৰণ তেওঁ অসম আৰু অসমীয়াক অন্তঃকৰণেৰে ভাল পাইছিল আৰু কেন্সাৰ ৰোগত আক্ৰান্ত হৈ অতিশয় যন্ত্ৰণাৰ মাজত থাকিও শেষ সময়লৈ অভিনয় কৰি গ'ল।

শেষ বয়সত তেওঁ 'পূৰ্বজ্যোতি থিয়েটাৰ' নাট্যদলতো যোগ দি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰিছিল।

১৯৭০ চনৰ ১৩ জুলাইৰ দিনাখন গুৱাহাটীত মৃত্যুবৰণ কৰা ফণী শৰ্মাই জুন মাহত কলিয়াবৰত 'চিৰাজ' নাটকৰ চিৰাজ উদ্দিনৰ চৰিত্ৰত শেষ অভিনয় কৰিছিল। মে' মাহত তেজপুৰত দুৰাতিকৈ কৰিছিল 'এমুঠি চাউল' নাটকত অভিনয়। অভিনয়, নাটক, অভিনয়... জীৱন কালত মাথো অভিনয়েই কৰিলে ফণী শৰ্মাই। বিভিন্ন চৰিত্ৰৰ মাজত অভিনয়ৰ যোগেদি সম্পৃক্ত হৈ গ'লেও তেওঁৰ নিজস্বতা আছিল, নিজা আদৰ্শৰ পৰা কাহানিও পদচ্যুত হোৱা নাছিল। কোনো সুযোগ-সুবিধা ভোগ কৰাৰ পক্ষপাতী

নাছিল। অৰুণ শৰ্মাৰ 'নিবাৰণ ভট্টাচাৰ্য নাটকৰ মূল চৰিত্ৰ নিবাৰণে (যিটো চৰিত্ৰত ফণী শৰ্মায়ো অভিনয় কৰিছিল) কোবাৰ দৰে যেন ফণী শৰ্মায়ো কৈ গ'ল-"মই কেৱল বৈ যাম, মই কেৱল দি যাম। হে মোৰ দৰদী প্ৰাণ অতিথিবৃন্দ, মোৰ মন ব্ৰহ্মাণ্ডৰ সূৰ্যৰ পোহৰ আৰু আকাশৰ ৰং এয়া মই ছটিয়াই দিছো। এইদৰে মই পোহৰ আৰু ৰং ছটিয়াই যাম মানৱতাৰ মাটিত, সময়ৰ সমুদ্ৰত, কেৱল পোহৰ আৰু ৰং ছটিয়াই যাম।"



(৩৯)

# অমলপ্ৰভা দাস

ভাৰত ৰত্নৰ পাছতেই আমাৰ দেশৰ আটাইতকৈ (ডাঙৰ) অসামৰিক সন্মান 'পদ্ম বিভূষণ' গ্ৰহণ কৰিবলৈ অসন্মতি প্ৰকাশ কৰিছিল ৪৪ বছৰীয়া সমাজ সেৱী অমলপ্ৰভা দাসে। ১৯৫৫ চনত ভাৰত চৰকাৰে যেতিয়া সমাজ সেৱিকা গৰাকীক 'পদ্ম বিভূষণ' প্ৰদান কৰিছিল, তেতিয়া সমাজ সেৱিকাগৰাকীয়ে প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুলৈ লিখিছিল- 'মই সামান্যভাৱে যি কণ সেৱা আগবঢ়াইছো, তাক স্বীকৃতি দিয়াৰ বাবে অন্তৰৰ কৃতজ্ঞতা জনাইছো কিন্তু মই এই উপাধি ল'বলৈ অপাৰগ। কাৰণ ই মোৰ মনলৈ অহংভাব আনি দিব বুলি আশংকা কৰো। সেয়ে এই উপাধি গ্ৰহণ কৰিব নোৱাৰিলো। ইয়াৰ বাবে মোক অনুগ্ৰহ কৰি মাৰ্জনা কৰে যেন...।' নম্ৰতাৰ প্ৰতিমূৰ্তি অমলপ্ৰভা দাঁসে গান্ধীজীৰ আদৰ্শ গ্ৰহণ কৰি এনে এটা পৰ্যায়লৈ উত্তীৰ্ণ হৈছিল, য'ত কোনো কামনা-বাসনা, বিলাস-সম্পত্তি, অভিমান- অহঙ্কাৰৰ সামান্য বিন্দুযেও স্পৰ্শ কৰিব পৰা নাছিল। ত্যাগৰ প্ৰতিমূৰ্ত্তি এইগৰাকী অতি উচ্চ শিক্ষিতা নাৰীয়ে নিজৰ জীৱন সমাজ সেৱাৰ বাবেই উৎসৰ্গা কৰিছিল। সম্পূৰ্ণ প্ৰচাৰ বিমুখ অমলাপ্ৰভাৰ তেওঁৰ এই ত্যাগ , কষ্ট সহিষ্ণুতা আৰু মানৱ সেৱাৰ সেই কাহিনী আজি কিংবদন্তিৰ শাৰীলৈ উত্তীৰ্ণ হৈছে।

ডিব্ৰুগড়ত, ১৯১১ চনৰ ১২ নৱেম্বৰত জন্মগ্ৰহণ কৰা অমলপ্ৰভা এক ঐতিহ্যমণ্ডিত পৰিয়ালৰ সন্তান। তেওঁৰ মাতৃ হেমপ্ৰভা (দেৱী প্ৰভা দত্তৰ কন্যা আৰু ৰাজবালা দাসৰ পেহীৰ ছোৱালী) আছিল বায়েক দুৰ্গাপ্ৰভা দত্তৰ সৈতে অসমৰ বাহিৰলৈ পঢ়িবলৈ যোৱা প্ৰথম অসমীয়া ছোৱালী। কলিকতাত এণ্ট্ৰেন্স শ্ৰেণীলৈ পঢ়া-শুনা কৰি যদিও দুৰ্গাপ্ৰভা ডিব্ৰুগড়লৈ উভতি আহিছিল, হেমপ্ৰভাই কিন্তু এফ-এ পাছ কৰি বি-এ পঢ়িব বিচাৰিলেও পিতৃৰ মৃত্যুৰ বাবে ঘৰলৈ উভতিছিল আৰু পাছত ১৯১৩ চনত ডিব্ৰুগড়ৰ 'মডেল বালিকা স্কুল'ৰ প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিছিল। হেমপ্ৰভাৰ উদ্যোগতেই এইখন স্কুলেই পাছলৈ অসমৰ প্ৰথম ছোৱালী হাইস্কুল হৈছিলগৈ। অমলপ্ৰভাৰ মাতৃ হেমপ্ৰভাই (১৮৮৬-১৯৪৫) হ'ল এফ এ পাছ কৰা প্ৰথম অসমীয়া মহিলা।... আনফালে অমলপ্ৰভাৰ পিতৃ ডাঃ হৰিকৃষ্ণ দাস (১৮৭৫-১৯৫৮) আছিল বৰপেটাৰ কনৰা গাঁৱৰ বিখ্যাত উকীল জুৰোৰাম দাসৰ পুত্ৰ আৰু কলিকতাৰ পৰা চিকিৎসা বিজ্ঞানৰ ডিগ্ৰী লোৱা ডিব্ৰুগড়ৰ বেৰী হোৱাইট মেডিকেল স্কুলৰ অস্ত্ৰোপচাৰ বিভাগৰ শিক্ষক। নগাঁৱৰ চিকিৎসালয়তো তেওঁ চিভিল চাৰ্জন ৰূপে কাম কৰিছিল। কালিৰাম মেধিৰ সহযোগত 'আসাম সেৱক' নামৰ আলোচনী এখন

উলিওৱা ত্যাগী পুৰুষ ডাঃ দাসে ১৯৩৮-৩৯ চনত নিজৰ টকাৰে খাদী আৰু গ্ৰামোদ্যোগ ন্যাস খুলিছিল। বিয়াল্লিছৰ আন্দোলনৰ সময়ত আঢ়ৈ বছৰমান কাৰাবাস খাটিছিল আৰু গুৱাহাটীৰ শৰণীয়াত থকা সমস্ত মাটি-বাৰী দুঃস্থা মহিলাসকলৰ নামত অৰ্পণ কৰি 'কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰক ন্যাস' গঠন কৰিছিল (১৯৪৫)। ১৯৪৭ চনত চান্দমাৰীত শিশু আশ্ৰম এখন খুলিছিল। তদুপৰি মণেপ্ৰানে গান্ধীবাদী ডাঃ দাসে উজান বজাৰৰ 'হেপী ভিলা'ত থকা মাটি-ঘৰ কংগ্ৰেছ দলক দান কৰিছিল।

ডাঃ হৰিকৃষ্ণ আৰু হেমপ্ৰভাৰ মাথো দুজনীয়েই কন্যা তিলোত্তমা (জন্মঃ ১৯০৮ চন) আৰু অমলপ্ৰভা। দুয়োগৰাকীৰ স্কুলীয়া শিক্ষা আৰম্ভ হ'ল মডেল বালিকা স্কুলতেই। স্কুলীয়া শিক্ষাৰ লগতে বিভিন্ন খেল-ধেমালিতো পাৰ্গত হৈ উঠা অমলপ্ৰভা দাসে সঙ্গীততো কৃতিত্ব দেখুৱাইছিল। তদুপৰি সৰুৰে পৰা সাহিত্য চৰ্চা কৰা অমলপ্ৰভাই অসমীয়া ৰচনা প্ৰতিযোগিতাত এবাৰ সোণৰ পদকো পাইছিল।.... পিতৃ-মাতৃৰ ত্যাগী জীৱনাদৰ্শ সৰুৰে পৰা গ্ৰহণ কৰা অমলপ্ৰভাৰ বিলাস আৰু অলংকাৰপাতিৰ প্ৰতি সামান্য মোহো নাছিল। তাৰ পাছতেই যেতিয়া মহাত্মাৰ নেতৃত্বত অসহযোগ আন্দোলন আৰম্ভ হ'ল, সকলো মানুহকে যঁতৰত সূতা কাটি কাপোৰ তৈয়াৰ কৰাৰ পৰা সকলো ক্ষেত্ৰতে স্বাৱলম্বিতাৰ শিক্ষা দিয়া হ'ল; স্কুলীয়া ছাত্ৰী অমল প্ৰভাও আন্দোলন আৰু স্বাৱলম্বিতাৰ শিক্ষাৰ মাজত সোমাই পৰিল আৰু তেনেদৰেই পঢ়া-শুনা চলাই ডিব্ৰুগড়ৰ ছোৱালী হাইস্কুলৰ পৰা ১৯২৭ চনত প্ৰৱেশিকা পৰীক্ষাত অংক আৰু ভূগোলত লেটাৰ সহ তেওঁ প্ৰথম বিভাগত উত্তীৰ্ণ হ'ল।

প্ৰৱেশিকা পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হোৱাৰ পাছতো কটন কলেজত পঢ়াৰ অনুমতি নাপালে অমল প্ৰভাই। ১৯২৭ চনত তেওঁ কলিকতালৈ গ'ল আৰু বেথুন স্কুলৰ আই এছ চি শ্ৰেণীত নাম ভৰ্তি কৰিলে। উল্লেখ্য, ১৯২১ চনৰ পৰা তেওঁ পুৱা-গধূলি যি সূতা কটা অভ্যাস কৰিছিল, কলেজলৈ গৈ হোষ্টেলত থকাৰ পাছতো সেই অভ্যাসৰ সলনি নহ'ল; যঁতৰ-পাঁজি আদি তেওঁ সদায় লগতে ৰাখিছিল। ১৯২৯ চনত অমলপ্ৰভাই প্ৰথম বিভাগত আই এছ চি পাছ কৰিলে আৰু বি এছ চি পঢ়িবলৈ নাম লিখালে বেনাৰছ হিন্দু বিশ্ববিদ্যালয়ত। কিন্তু ১৯৩০ চনত সত্যাগ্ৰহ আন্দোলনে বিৰাট ৰূপ লোৱাত তেওঁ পঢ়া-শুনা এৰি ঘৰলৈ উভতি আহিল আৰু আন্দোলনত লাগিল। ইতিমধ্যে পিতৃয়ে অৱসৰ লৈ আৰু মাতৃ হেমপ্ৰভাই ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰীৰ পদৰ পৰা স্বেচ্ছামূলক অৱসৰ লৈ গুৱাহাটীলৈ গুচি আহি আন্দোলনত নামি পৰিছিল। গুৱাহাটীত তেওঁলোক থাকিব লৈছিল পাণবজাৰত আৰু তেওঁলোকৰ ঘৰখন কংগ্ৰেছৰ কাৰ্যালয় স্বৰূপ হৈ পৰিছিল। ১৯৩৪ চনত মহাত্মা গান্ধী তৃতীয়বাৰৰ বাবে অসমলৈ আহোতে ডাঃ হৰিকৃষ্ণ দাসৰ ঘৰতেই আলহী হৈ আছিল।

সত্যাগ্ৰহ আন্দোলন শেষ হোৱাৰ পাছত বি এছ চি পঢ়িবলৈ কলিকতাৰ স্কটিছ চাৰ্চ কলেজত নাম ভৰ্তি কৰিছিল অমলপ্ৰভাই। তাৰ পৰাই তেওঁ ১৯৩৩ চনত সুখ্যাতিৰে ডিষ্টিংচন সহ বি এছ চি পাছ কৰি, তাৰ পাছত ব্যৱহাৰিক ৰসায়ন বিজ্ঞানত

১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম এছ চি ডিগ্ৰী লাভ কৰিলে। উল্লেখযোগ্য যে, অমলপ্ৰভাই অসমৰ প্ৰথম গৰাকী মহিলা এম এছ চি।

১৯২৭ চনত চৰকাৰী চাকৰি এৰি স্বাধীনভাৱে সমাজ সেৱা কৰিবলৈ হৰিকৃষ্ণ দাসে গুৱাহাটীত ক্লিনিক এখন খুলিছিল। অমলপ্ৰভাই এম এছ চি পাছ কৰি কলিকতাৰ 'ট্ৰিপিকেল স্কুল অব মেডিচিন'ত ছয় মাহৰ এটি প্ৰশিক্ষণ লৈ আহি দেউতাকৰ ক্লিনিকৰ কাষতে 'ক্লিনিকেল লেবৰেটৰী' এখন খুলি ল'লে। তাৰ মাজতে তেওঁ স্বাধীনতা আন্দোলনৰ কাম-কাজো চলাই গ'ল। ১৯৩৮ চনত তেওঁলোকৰ পৰিয়ালৰ সকলো সদস্য গ'ল হৰিপুৰাত বহা কংগ্ৰেছ অধিবেশনলৈ। তাৰ পৰা তেওঁলোক গান্ধীজীৰ আশ্ৰমলৈকো গ'ল। গান্ধীজীয়ে তেওঁলোকক ক'লে, 'তোমালোকে বিনোবা ভাবেক লগ পাইছানে? তেওঁ নলবাড়ীত থাকে। তেওঁৰ লগত দেখা কৰি যাবা।' তেওঁলোক বিনোবাজীৰ ওচৰলৈকো গ'ল। তাৰ পৰা অহাৰ পাছত গান্ধীজী আৰু বিনোবাৰ সমাজ সেৱাৰ বিভিন্ন কাৰ্যসূচীৰ বিষয়ে জানিবলৈ অমলপ্ৰভা উৎসাহী হৈ পৰিল। তাৰ পাছৰ বছৰত মাকৰ সৈতে পুনৰ গান্ধীৰ আশ্ৰমলৈ গ'ল আৰু তাত উৎপাদিত বিভিন্ন স্বদেশী বস্তু তৈয়াৰৰ বিষয়ে প্ৰশিক্ষণো ল'লে।

এইবাৰ অমলপ্ৰভাই নিজৰ জীৱনৰ লক্ষ্য স্থিৰ কৰি ল'লে। সেয়া হ'ব নিঃস্ব-দুখীয়াৰ স্বাৰ্থত আজীৱন কাম কৰি যোৱা। তাৰ বাবে তেওঁ গান্ধীজীৰ আশ্ৰমৰ আৰ্হিৰে দৰিদ্ৰসকলৰ স্বাৱলম্বনৰ ব্যৱস্থা কৰিছিল ঘৰুৱা উদ্যোগৰ প্ৰশিক্ষণ আৰু উৎপাদন কেন্দ্ৰ খুলি। তাৰ পাছত পিতৃ-মাতৃৰ সহযোগত শৰণীয়াত চাবোন আৰু কাগজ তৈয়াৰৰ পৰা, তাঁতশালত কাপোৰ বোৱা, সৰিয়হ পেৰিবলৈ ঘানি স্থাপন, মৌ পালন আদিৰে বিভিন্ন উদ্যোগ স্থাপন কৰিলে। এই কামবোৰ বাস্তবায়িত কৰি অমলপ্ৰভা হৈ পৰিল প্ৰকৃত সত্যাগ্ৰহী।

'৪২ৰ আন্দোলনত জোৰদাৰ প্ৰচাৰ চলালে। অসমৰ বিভিন্ন স্থানত ঘূৰি কংগ্ৰেছ কৰ্মীসকলৰ বিভিন্ন কামত সহায় কৰিলে। '৪৩ চনৰ জানুৱাৰী মাহত চৰকাৰে অমলপ্ৰভাক গ্ৰেপ্তাৰ কৰিলে। জেলত সূতা কটাৰ উপৰি মহিলা কয়েদীসকলক লিখা-পঢ়া শিকোৱাৰ কামত অমলপ্ৰভাই আত্মনিয়োগ কৰিলে। '৪৪ চনৰ শেষৰ ফালেহে জেলৰ পৰা মুক্তি পালে তেওঁ। তাৰ পাছত কস্তুৰবা গান্ধী (মৃত্যুঃ ১৯৪৪ চনৰ ২২ ফেব্ৰুৱাৰীত পুনাৰ আগা খাঁ জেলত) ৰ স্মৃতি ৰক্ষাৰ্থে গঠন কৰা অসমৰ প্ৰাদেশিক সমিতিৰ সম্পাদিকাৰ দায়িত্ব ল'লে তেওঁ। স্মৃতি ৰক্ষাৰ্থে গঠিত পুঁজিৰ বাবে অমল প্ৰভাৰ আপ্ৰাণ চেষ্টাত এক লাখ পঁচিছ হেজাৰ টকা সংগৃহিত হ'ল। সেই সময়তে অমল প্ৰভাৰ মাতৃৰ মৃত্যু হ'ল। মাতৃৰ আদৰ্শ শিৰোগত কৰি তেওঁ এইবাৰ কস্তুৰবা স্মাৰক নিধিৰ কামত দিনে-নিশাই ব্যস্ত হৈ পৰিল।

১৯৪৫ চনৰ জুলাই মাহত অমলপ্ৰভা মহাৰাষ্ট্ৰৰ ৱাৰ্দ্ধালৈ গ'ল আৰু গান্ধী সেৱাশ্ৰমৰ 'হিন্দুস্তানী তালিমী সংঘ'ত 'নঈ তালিম' আৰু 'নিম্ন বুনিয়াদী' শিক্ষাৰ প্ৰশিক্ষণ ল'লে। তাৰ পাছতে মহাত্মা গান্ধীয়ে তেওঁক মাতি নি ক'লে, 'তোমালোকে কস্তুৰবা স্মাৰক নিধিৰ বাবে যি পুঁজি সংগ্ৰহ কৰিছা, সেইখিনিৰে এক স্বাৱলম্বী আঁচনি তৈয়াৰ কৰা।'

অমলপ্ৰভাই অশেষ কষ্ট কৰি আঁচনিখন ৰূপায়ণৰ বাবে আগবাঢ়িল। ১৯৪৬ চনৰ ৯ জানুৱাৰীৰ পুৱা মহাত্মা গান্ধীয়ে সাতগৰাকী মহিলা প্ৰশিক্ষাৰ্থী লৈ শৰণীয়াত স্থাপন কৰা কস্তুৰবা গ্ৰাম সেৱিকা বিদ্যালয় আনুষ্ঠানিকভাৱে উদ্বোধন কৰিলে। গান্ধীজীয়ে চাৰিদিন শৰণীয়াত থাকি কৰ্মীসকলক বিভিন্ন ধৰণে দিহা-পৰামৰ্শ দিছিল। তাৰ পাছত সেই বছৰৰে মাৰ্চ মাহত পুনাত উকলি কাঞ্চনত 'কস্তুৰবা স্মাৰক নিধি'ৰ সৰ্বভাৰতীয় অধিবেশনত যোগদান কৰি আহি অমলপ্ৰভাই নিজৰ আশ্ৰমখনৰ উন্নয়নৰ বাবে বিভিন্ন কাৰ্যসূচী ৰূপায়ণৰ বাবে মনে-প্ৰাণে পৰিশ্ৰম কৰাত লাগিল। লাহে লাহে মহিলা প্ৰশিক্ষাৰ্থীৰ সংখ্যা বৃদ্ধি পাই গৈ থাকিল।

ৰাষ্ট্ৰীয় কস্তুৰবা স্মাৰক নিধিৰ আঁচনি অনুসৰি প্ৰশিক্ষণৰ অন্ত পৰাৰ আগতেই তেওঁলোকৰ কৰ্মস্থল নিৰ্ধাৰণ কৰিব লাগিব যাতে প্ৰশিক্ষণৰ অন্তত প্ৰশিক্ষাৰ্থীসকলে বিভিন্ন গ্ৰামসেৱা কেন্দ্ৰত কাম আৰম্ভ কৰিবগৈ পাৰে। অমলপ্ৰভা এইবাৰ স্মাৰক নিধিৰ কেইজনমান সদস্যক লৈ বিভিন্ন জিলাত গ্ৰামসেৱা স্থাপনৰ কামত লাগিল। বিভিন্ন ঠাইৰ ৰাইজে গ্ৰামসেৱা স্থাপনৰ বাবে মাটিও দিলে। এইদৰেই ১৯৪৭ চনত অসমৰ ভৈয়াম অঞ্চলত ১৪ টা গ্ৰামসেৱা কেন্দ্ৰ নিৰ্মাণ কৰিলে অমলপ্ৰভাই। '৪৭ৰ জুন মাহত গ্ৰামসেৱিকাসকলে গৈ বিভিন্ন কেন্দ্ৰত নিজৰ কাম আৰম্ভ কৰিলে। তাৰ পাছত '৪৯ চনৰ জুন মাহত দ্বিতীয়টো দলৰ প্ৰশিক্ষাৰ্থীয়ে প্ৰশিক্ষণ সমাপ্ত কৰাৰ লগে লগে অসমৰ বিভিন্ন ঠাইত নতুনকৈ পাঁচটা গ্ৰামসেৱা কেন্দ্ৰ স্থাপন কৰা হ'ল। তদুপৰি নতুন প্ৰশিক্ষাৰ্থীসকলৰ বিদ্যাৰ প্ৰসাৰ ঘটাবলৈ 'নাৰ্ছ'ৰো প্ৰশিক্ষণ দিয়াৰ কাম আৰম্ভ হ'ল গুৱাহাটী চিভিল হাস্পতালত। কস্তুৰবা স্মাৰক নিধিৰ লগতে '৪৯ চনত গঠন কৰা হ'ল 'অসম সমগ্ৰ সেৱা সংঘ'। এই সংঘৰ দায়িত্বও অমলপ্ৰভা দাসে কান্ধ পাতি ল'লে। ১৯৫০ চনৰ ১৫ আগষ্টত হোৱা প্ৰলয়ংকৰী ভূমিকম্পত ক্ষতিগ্ৰস্ত লোকৰ পুনৰ সংস্থাপনৰ বাবেও কস্তুৰবা স্মাৰক নিধি আৰু অসম সমগ্ৰ সেৱা সংঘই বহু কাম কৰিলে। মাথো নাৰীয়েই নহয়, পুৰুষেও প্ৰশিক্ষণ ল'বলৈ ধৰিলে কস্তুৰবা আশ্ৰমত।

১৯৫১ চনলৈকে 'কস্তুৰবা স্মাৰক নিধি'ৰ কৰ্ম পৰিসৰ ভৈয়ামৰ পিছপৰা অঞ্চল আৰু জনজাতীয় লোকসকলৰ মাজতে সীমাবদ্ধ আছিল। এইবাৰ চাহ বাগিচাৰ বনুৱাসকলৰ উন্নয়নৰ বাবেও স্মাৰক নিধিয়ে বিভিন্ন কৰ্মপন্থা হাতত ল'লে। কে'বাখনো বাগিচাত স্থাপন কৰা হ'ল 'বনুৱা উন্নয়ন শিক্ষা কেন্দ্ৰ'। তাৰ পাছত আৰম্ভ কৰা হ'ল পাহাৰৰ জনজাতিসকলৰ উন্নয়নৰ বাবে বিভিন্ন কৰ্মপন্থা। মেঘালয়, মিজোৰাম, অৰুণাচল আদি বিভিন্ন ৰাজ্যত গ্ৰাম সেৱা কেন্দ্ৰ স্থাপন কৰা হ'ল। এইদৰেই গুৱাহাটীৰ শৰণীয়া আশ্ৰমতে কস্তুৰবা স্মাৰক নিধিৰ কাম আবদ্ধ নাথাকি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চললৈ ইয়াৰ ব্যাপ্তি ঘটিল। চৰকাৰৰ পৰা বিশেষ সাহায্য নোলোৱাকৈ নিজৰ উৎপাদিত দ্ৰব্য বিক্ৰী কৰি আৰু বিভিন্ন ধৰণে পুঁজি সংগ্ৰহ কৰি অতি পৰিশ্ৰমেৰে অমলপ্ৰভা দাসে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলতেই গ্ৰামসেৱা কেন্দ্ৰ স্থাপন কৰি বিভিন্ন লোকৰ উন্নয়নৰ বাবে, বিশেষকৈ মহিলাসকলৰ স্বাৱলম্বিতাৰ বাবে আন্দোলন চলাই গ'ল।

আৰু সেই ক্ষেত্ৰত মাদাৰ টেৰেছাতকৈয়ো অমলপ্ৰভা বহু অগ্ৰগামিনী বুলি কোৱাৰ থল আছে।

মাথো কস্তুৰবা স্মাৰক নিধিৰ কামেই নহয়, অন্যান্য কামৰো দায়িত্ব ল'লে অমলপ্ৰভা দাসে। মহাত্মা গান্ধীৰ বুনিয়াদী শিক্ষা প্ৰবৰ্তনৰ বাবে গোপীনাথ বৰদলৈয়ে উদ্যোগ লৈ 'অসম বুনিয়াদী শিক্ষা বিভাগ' গঠন কৰিলে আৰু তাৰ অবৈতনিক উপদেষ্টাৰ দায়িত্ব গ্ৰহণ কৰিলে অমলপ্ৰভাই (১৯৪৮)। ১৯৫৩ চনত ভাৰতৰ প্ৰখ্যাত নেত্ৰী দুৰ্গাবাঈ দেশমুখৰ নেতৃত্বত গঠিত 'সমাজ কল্যাণ উপদেষ্টা ব'ৰ্ড'ৰ অসম শাখাৰ অধীক্ষকৰ দায়িত্বও গ্ৰহণ কৰিলে অমলপ্ৰভা দাসে। তদুপৰি ১৯৫০ চনত গঠিত 'গান্ধী স্মাৰক নিধি (অসম)'ৰ সঞ্চালিকা হিচাপেও '৫২ চনৰ পৰা দাসে দায়িত্ব গ্ৰহণ কৰিলে। দাসৰ একান্ত চেষ্টাৰ ফলতেই 'গান্ধী ঘৰ' আঁচনি কাৰ্যকৰী কৰিবলৈ অসমত বিভিন্ন ঠাইত নটা সেবা কেন্দ্ৰ স্থাপন কৰা হ'ল।

গাঁৱত বাস কৰা হতভগীয়া দৰিদ্ৰসকলক কিছু পৰিমাণে হ'লেও মাটি দান কৰিবলৈ ১৯৫১ চনৰ ১৮ এপ্ৰিলৰ দিনাখন 'ভূদান যজ্ঞ' আন্দোলন আৰম্ভ কৰিলে আচাৰ্য বিনোবা ভাবেই। অসমতো ভূদান সমিতি গঠন কৰা হ'ল আৰু '৫২ চনৰ পৰা ইয়াৰ প্ৰচাৰ কাৰ্য আৰম্ভ হ'ল। এই প্ৰচাৰৰ অঙ্গ হিচাপে অমলপ্ৰভা দাস, ৰবীন নবীশ আৰু খৰ্গেশ্বৰ ভূঞাৰ সম্পাদনাত 'সৰ্বোদয়' নামৰ স্মৰণিকা এখন প্ৰকাশ পালে। ১৯৫৪ চনত 'অসম সমগ্ৰ সেবা সংঘ'ৰ তৰফৰ পৰা ভূদান আন্দোলনৰ ব্যাপকতা প্ৰচাৰৰ বাবে পদযাত্ৰাৰ অভিযান আৰম্ভ হ'ল। এই পদযাত্ৰা পৰিচালনাৰ দায়িত্ব পৰিল অমলপ্ৰভা দাসৰ ওচৰত। এই অভিযানৰ সহায়তেই বহু মাটিহীনলৈ মাটি দান সম্ভৱ হৈ উঠে। অসমৰ বিভিন্ন ঠাইত গ্ৰাম স্বৰাজ শিবিৰ মুকলি কৰা হয়। এই শিবিৰ সমূহ পৰিচালনা কৰিলে অমলপ্ৰভা দাসে নিজে।

১৯৬০ চনত ভাষা আন্দোলনৰ সময়ত অসমীয়া আৰু বাঙালীসকলৰ মাজত সাম্প্ৰদায়িক সংঘৰ্ষ আৰম্ভ হ'ল। ভুল বুজাবুজি আৰু অবিশ্বাসৰ ক'লা ধোঁৱাই অসম আৱৰি পেলালে। অমলপ্ৰভা দাসৰ নেতৃত্বত সৰ্বোদয় সেৱা সংঘৰ বহু সদস্য শান্তি সেনাৰ কামত সোমাই পৰিল। সেই সময়তে ভূদান যজ্ঞৰ মূল হোতা বিনোৱা ভাৱে অসমলৈ অহাৰ পৰিপ্ৰেক্ষিতত 'ৰাজ্যিক বিনোৱা আদৰণি সমিতি' গঠন কৰা হ'ল আৰু তাৰ সম্পাদিকাৰ দায়িত্ব ল'লে অমলপ্ৰভা দাসে। বিনোৱাজীয়ে অসমত পদযাত্ৰা কৰি ভূদান যজ্ঞৰ শেষ কাৰ্যসূচী সম্পন্ন কৰাৰ কামত আগবাঢ়িল। বিনোৱাক অনুসৰণ কৰি অমলপ্ৰভাৰ নেতৃত্বত গাঁও-চহৰৰ হেজাৰ হেজাৰ লোকে পদযাত্ৰাত অংশগ্ৰহণ কৰিলে। বিনোৱাজীৰ বিভিন্ন ভাষণ অসমীয়ালৈ অনুবাদ কৰি অমলপ্ৰভাই ৰাইজক শুনালে। প্ৰায় ডেৰ বছৰ কাল এই পদযাত্ৰা চলিছিল আৰু বিনোৱাজীৰ স'তে ছাঁৰ দৰে লাগি আছিল অমলপ্ৰভা দাস। অসমৰ বিভিন্ন জাতি-জনজাতিৰ মাজত বিনোৱাজীৰ পৰামৰ্শত স্থাপন কৰা 'মৈত্ৰী আশ্ৰম'ৰো গুৰি ধৰিলে অমলপ্ৰভা দাসে। মাথো এয়াই নহয়, চীনা আক্ৰমণৰ সময়ত, অসম-নগালেণ্ড বিবাদৰ সময়ত, অসমৰ বিভিন্ন সাম্প্ৰদায়িক সংঘৰ্ষ সংঘটিত হোৱাৰ সময়ত শান্তি আৰু মৈত্ৰী স্থাপনৰ বাবে অমলপ্ৰভা

দাসে যি কাৰ্যসূচী হাতত লৈছিল সেয়া যুগ যুগ ধৰি কৃতজ্ঞতাৰে স্মৰণ কৰি থাকিব অসমীয়া সুধী সমাজে।

বিনোৱা ভাবেৰ ইচ্ছানুসৰি ১৯৭৩ চনত সমগ্ৰ ভাৰততে 'স্ত্ৰী শক্তি জাগৰণ'ৰ কাৰ্যসূচীৰে পদযাত্ৰা আৰম্ভ হ'ল। অসমতো '৭৩ চনৰ ২৭জুলাইত প্ৰাদেশিক পদযাত্ৰা আৰম্ভ হ'ল। কোৱা বাহুল্য যে এই পদযাত্ৰাৰ নেতৃত্বত আছিল অমল প্ৰভা দাসেই।

১৯৭৭ চনৰ পৰা অসমত গীতাৰ বাণী প্ৰচাৰৰ অৰ্থে বিভিন্ন কাৰ্যসূচী চলালে অমলপ্ৰভা দাসে। সেই অনুসৰি বিভিন্ন ঠাইত গীতা সন্মিলন, গীতা শিবিৰ আৰু গীতা পদযাত্ৰাৰ কাৰ্যসূচী ৰূপায়িত হ'ল। অসম আন্দোলন আৰম্ভ হোৱাৰ সময়তে অমলপ্ৰভা দাসে ইয়াৰ প্ৰতি পূৰ্ণ সহানুভূতি দেখুৱাই কৈছিল-'এই আন্দোলন শান্তিময় প্ৰক্ৰিয়াৰে চলিব লাগিব। এয়া আজি অসমৰ প্ৰাদেশিক সমস্যা নহয়, সমগ্ৰ ভাৰতবৰ্ষৰে সমস্যা।'

১৯৮০ চনৰ আৰম্ভণিতে হৃদৰোগত আক্ৰান্ত হৈ অমলপ্ৰভা দাস অসুস্থ হৈ পৰিল। তাৰ পাছত ভাৰতবৰ্ষৰ বিভিন্ন ৰাষ্ট্ৰীয়-কাৰ্যসূচীত অংশ লোৱাটো তেওঁৰ পক্ষে অসম্ভৱ হ'লেও গুৱাহাটীত অনুষ্ঠিত বিভিন্ন কাৰ্যসূচীত তেওঁ অংশগ্ৰহণ কৰি থাকিল। ১৯৮২ চনত সমাজ কল্যাণৰ ক্ষেত্ৰত আগবঢ়োৱা অৰিহণাৰ বাবে অমলপ্ৰভা দাসে লাভ কৰিলে 'যমুনালাল বাজাজ বঁটা'। এই বঁটাৰ এক লাখ টকা 'কস্তুৰবা স্মাৰক নিধি', 'অসম গান্ধী স্মাৰক নিধি', 'শান্তিসেনা সমিতি, অসম', উত্তৰ লক্ষীমপুৰৰ 'মৈত্ৰী আশ্ৰম', 'অসমীয়া বিশ্ব নাগৰী পত্ৰিকা', 'সৰ্বোদয় সেৱক', আৰু 'গো-হত্যা নিবাৰণ সমিতিক' দান কৰে।

১৯৮৩ চনত বিদেশী বিতাৰণ আন্দোলনৰ পৰিপ্ৰেক্ষিতত হোৱা বিভিন্ন সাম্প্ৰদায়িক সংঘৰ্ষ ৰোধ কৰাৰ বাবে গঠিত 'অসম সহায়ক সমিতি'ৰ অধ্যক্ষা হিচাপে দক্ষতাৰ পৰিচয় দিছিল তেওঁ। তদুপৰি ভগ্ন শৰীৰেৰেই বিভিন্ন সংস্থা, সন্মিলনীৰ স'তে তেওঁ ওতঃপ্ৰোতভাৱে জড়িত হৈছিল।

ত্ৰিছৰ দশকতে স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা ঐতিহ্যমণ্ডিত আৰু অভিজাত পৰিয়ালৰ কন্যা অমলপ্ৰভা দাসে বিলাসী জীৱন কটাও বুলিলে কিহৰ অভাৱ আছিল? উচ্চ শিক্ষিতা দাসে ইচ্ছা কৰা হ'লে উচ্চ পদবীধাৰী চাকৰি জীৱন কটাব নোৱাৰিলেহেঁতেন নে? অথবা কংগ্ৰেছৰ হৈ ৰাজনীতি কৰি শীৰ্ষনেতাৰ পৰ্যায় পাবগৈ নোৱাৰিলেহেঁতেননে? তথাপি ওৰেটো জীৱন সমাজ সেৱা কৰি, নিজৰ সমস্ত টকা আশ্ৰম অথবা কোনোবা প্ৰতিষ্ঠানক দান কৰি, দৰিদ্ৰজনৰ সেৱা কৰি যি ত্যাগৰ উদাহৰণ গঢ়ি গ'ল, সেয়া অসমৰ ইতিহাসত স্মৰণীয় হৈ ৰ'ব। সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱাই সেই বাবেই লিখিছে, 'দেশ সেৱাৰ স্পৃহা আৰু পৰিসৰৰ ক্ষেত্ৰতো অমলপ্ৰভা আমাৰ শীৰ্ষস্থানীয়। স্বাধীনতা আন্দোলনত পুৰুষ-মহিলা, ডেকা-বুঢ়া বহুতেই দৃঢ়ভাৱে যোগ দিছিল আৰু ত্যাগ-কষ্ট স্বীকাৰ কৰিছিল। দেশ স্বাধীন হোৱাৰ পাছত প্ৰায়সকলোৱেই কংগ্ৰেছ বা দেশসেৱাৰ পৰা আতৰি গ'ল। স্বাধীন ভাৰতক তেওঁলোকে যেনে ভাৱে নৱ গঠিত কৰিবলৈ সংকল্প গ্ৰহণ কৰিছিল , সেইবিলাক কথা পাহৰি গ'ল আৰু বিষয়বাব

'ন' বা আনপ্ৰকাৰে আত্মোন্নতি কৰাত মনোনিৱেশ কৰিলে।...অমলপ্ৰভাই তেনে বিষয়বাব গ্ৰহণ কৰাৰ কথাই নাই তেওঁৰ সেৱা আৰু কৰ্মৰ পৰিসৰ কংগ্ৰেছ আৰু ৰাজনীতিতকৈও বহল কৰি লৈ দেশসেৱাত লাগি থাকিল। তেওঁ ৰাজনীতিৰ পৰিবৰ্তে বৃহত্তৰ লোক নীতিৰ পোষকতা কৰিবলৈ ধৰিলে, দেশৰ সৰহ সংখ্যকৰ কাৰণেই নহয়-সকলোজনৰ, সৰ্বোদয়ৰ সাধনা কৰিবলৈ ধৰিলে।'

শেষ বয়সত অমলপ্ৰভাৰ 'আভা' শেষ হৈ আহিছিল। থাকিব লৈছিল পাণবজাৰত বাইদেৱেক ডাঃ তিলোত্তমা ৰায়চৌধুৰীৰ স'তে। চকুৰেও প্ৰায় নেদেখা হৈছিল, স্মৃতিশক্তিও যথেষ্ট লোপ পাইছিল। ১৯৯৪ চনৰ ৩০ ডিচেম্বৰত এই গৰাকী মহান সমাজ সেৱিকাই দৰিদ্ৰজনৰ প্ৰতি থকা সকলো মায়া-মোহ ত্যাগ কৰি পৰলোকলৈ গতি কৰিলে।



(৪০)

# হেমাঙ্গ বিশ্বাস

পূৰ্ববঙ্গত জন্মগ্ৰহণ কৰিছিল হেমাঙ্গ বিশ্বাসে, মৃত্যু হৈছিল পশ্চিমবঙ্গত, জাতিত বাঙালী, শিক্ষা গ্ৰহণো বাঙালী মাধ্যমতে; তথাপি হেমাঙ্গ বিশ্বাস আছিল অসমীয়া। অসমীয়া কৃষ্টি-সংস্কৃতি যেন তেওঁৰ সিৰা-ধমনীয়েদি তেজ হৈ প্ৰবাহিত হৈছিল। অসমৰ সংস্কৃতিৰ অন্যতম সাধক পুৰুষ অসমৰ বিভিন্ন জাতি-জনজাতিৰ মাজত সম্প্ৰীতিৰ এনাজৰী বান্ধিবলৈ অহৰহ প্ৰয়াস কৰা হেমাঙ্গ বিশ্বাসে অসমীয়া জনজীৱনলৈ যি অবদান আগবঢ়াইছে, সেয়া জন্মসূত্ৰে এগৰাকী বিশিষ্ট অসমীয়াতকৈও বহু বেছি। হেমাঙ্গ বিশ্বাসৰ নীতি আৰু আদৰ্শক 'হেমাঙ্গ দাইজম' বুলি অভিহিত কৰিছে ড০ ভূপেন হাজৰিকাই। তেওঁ কৈছে- 'সমন্বয়ৰ কথা যদি আমি কওঁ, সমাজ পৰিবৰ্তনৰ গীত যদি আমি গাবলৈ যাওঁ, হেমাঙ্গদাক আমি পাহৰিব নালাগিব। আনকি জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভাৰ চিন্তাধাৰা পৰিবৰ্তনতো হেমাঙ্গদাই বহুত সহায় কৰিছিল। আমাকতো কৰিছেই।..... অসমৰ শ্ৰেষ্ঠ শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু ৰাভা, মঘাই ওজা, ভূপেন হাজৰিকা আদিক অসমীয়া জনজীৱনৰ আশা-আকাংক্ষা, হা-হুতাহ আদিৰ মাজলৈ আনি শিল্পীৰ শিল্পক ৰাইজৰ মাজত বিলোৱা হেমাঙ্গ বিশ্বাস অসমীয়া জাতীয় জীৱন আৰু কৃষ্টি-সংস্কৃতিৰ ভোটাতৰা স্বৰূপে সদায় জিলিকি থাকিব।

নিজৰ জন্মস্থান আৰু শৈশৱৰ বিষয়ে হেমাঙ্গ বিশ্বাসে নিজেই কৈছে- 'মই জন্মিছো অসমত। পিছে আজিৰ অসমত নহয়। মই জন্মা অসমখন বহুত ডাঙৰ আছিল। ব্ৰহ্মপুত্ৰ, সুৰমা, বৰাক উপত্যকাৰে পৰিবেষ্টিত এখন বহল অসম। সেই অসমৰ সুৰমা উপত্যকাৰ চিলেট আৰু শ্ৰীহট্ট জিলাৰ মিৰাঁশী গাঁৱত মোৰ জন্ম। জন্ম চন আছিল ১৯১২, অসমীয়া আঘোণ মাহ। জন্মিয়েই পাইছিলো পকা ধাননি পথাৰ। এই সোণালী ধাননেৰে পৃথিৱী সজোৱা, ৰোৱনী-দাৱনী, হালোৱা-হুজুৱা মানুহখিনিৰ সৈতে শৈশৱতে সখী পাতো।' হেমাঙ্গ বিশ্বাসৰ, দেউতাক হৰকুমাৰ বিশ্বাস আছিল মিৰাঁশীৰ এজন সৰুসুৱা জমিদাৰ। মাতৃ সৰোজনী আছিল সঙ্গীত শিল্পী। শৈশৱৰে পৰা মাতৃৰ অনুপ্ৰেৰণাত সঙ্গীতপ্ৰেমে হেমাঙ্গ বিশ্বাসৰ অন্তৰত গভীৰভাৱে ক্ৰিয়া কৰিছিল। জমিদাৰৰ ল'ৰা হ'লেও, দেউতাকে বেয়া পালেও হেমাঙ্গ বিশ্বাসে সৰুৰে পৰা দুখীয়াৰ ল'ৰা-ছোৱালীৰ স'তে ওমলি-জামলি খেলিছিল, সিহঁতৰ প্ৰতি হেমাঙ্গৰ মাথো সহানুভূতিয়েই নাছিল, অনুভৱ কৰিছিল অবিচ্ছিন্নতাও।

যথা সময়ত হেমাঙ্গ বিশ্বাসৰ পঢ়া-শুনা আৰম্ভ হ'ল গাঁৱৰ পাঠশালাতে। তাৰ পাছত মিৰাঁশীৰে হাইস্কুলত কেইশ্রেণীমান পঢ়ি ১৯২৫-২৭ চনলৈ দুটা বছৰ ডিব্রুগড়ৰ জর্জ স্কুলত পঢ়া-শুনা কৰিলে। জর্জ স্কুলত প্রধান শিক্ষক আছিল বগ্মীবৰ নীলমনি ফুকন। সেই সময়ৰে পৰা অসমীয়া সংস্কৃতি আৰু আচাৰ-আচৰণৰ প্রতি হেমাঙ্গ বিশ্বাস আকৃষ্ট হয়। তদুপৰি লোহিত কাকতি নামৰ এজন লোকৰ পৰা তেওঁ ৰবীন্দ্র সঙ্গীতৰ শিক্ষা লয় ডিব্রুগড়তে। সেই সময়ত বিহুগীত, বনগীতক অশ্লীল বুলি ৰাজহুৱাকৈ গোৱা নহৈছিল। তথাপি হেমাঙ্গই লুকাই চুৰকৈ বিহুগীত, বনগীত আদি শিকিছিল। ডিব্রুগড়ৰ পাছত হৰিগঞ্জ পালেহি স্কুলীয়া ছাত্র হেমাঙ্গ বিশ্বাস। খেল-ধেমালিতো ৰাপ থকা বিশ্বাসে ফুটবল ভাল খেলিছিল। হৰিগঞ্জ হাইস্কুলত পঢ়াৰ সময়ছোৱাত তেওঁ স্কুল টিমৰ গ'লকীপাৰ আছিল। সঙ্গীত, খেল-ধেমালি আদিত বেছি ভাগ সময় ব্যস্ত থকাৰ বাবে হেমাঙ্গ বিশ্বাসৰ পঢ়া-শুনাত যথেষ্ট ক্ষতি হৈছিল বাবেই ১৯৩০ চনত প্রৱেশিকা পৰীক্ষাত বহি তেওঁ উৎকৃষ্ট ফল দেখুৱাব নোৱাৰিলে। তদুপৰি সেই সময়ত স্বাধীনতা আন্দোলনত নামি পৰাৰ স্পৃহাই যেন তেওঁক অহৰহ খেদি ফুৰিছিল, লিখিবলৈ লৈছিল স্বাধীনতাৰ গান। স্কুলত অনুষ্ঠিত বিভিন্ন তর্ক প্রতিযোগিতাসমূহত যোগদান কৰি কৈছিল- স্বাধীনতা কলমেৰে নাহে, আহে তৰোৱালেৰেহে। হাইস্কুলত পঢ়াৰ সময়ত স্কাউটৰ 'ট্রুপ লিডাৰ' আছিল আৰু এবাৰ ব্রিটিছ গৱৰ্ণৰক চেলুট দিবলৈ কওঁতে হেমাঙ্গ বিশ্বাসে সেয়া প্রত্যাখ্যান কৰিছিল। লাহে লাহে তেওঁ বিপ্লবী আন্দোলনত সোমাই পৰিছিল। ১৯৩০ চনৰ মাজভাগত ১৪৪ ধাৰা ভঙ্গ কৰি এখন সভা অনুষ্ঠিত কৰাৰ বাবে হেমাঙ্গ বিশ্বাসে হাজোতবাসো খাটিব লগা হৈছিল।

প্রৱেশিকা পৰীক্ষাত উত্তীর্ণ হোৱাৰ পাছত দ্বিতীয়বাৰৰ বাবে গ্রেপ্তাৰ হয় হেমাঙ্গ বিশ্বাস। কাৰাবাস খাটিলে নগাঁৱৰ জেলত। সেই সময়ত জেলত লগ পোৱা বিমলা প্রসাদ চলিহা (পাছত মুখ্যমন্ত্রী)ক অসমীয়া বনগীত শিকাইছিল তেওঁ। নগাঁও জেলৰ পৰা ওলাই গৈ হেমাঙ্গ বিশ্বাসে মুৰাৰী চাঁদ কলেজত নাম লিখালেও স্বাধীনতা আন্দোলনত যোগ দিয়াৰ বাবে তেওঁ কলেজৰ পৰা বহিষ্কৃত হ'ব লগা হ'ল। তাৰ পাছত বঙ্গ আৰু অসমৰ বিভিন্ন গাঁৱত স্বাধীনতাৰ হকে প্রচাৰ চলালে আৰু পুলিচৰ ওচৰত ধৰা পৰি তেওঁ আকৌ গ্রেপ্তাৰ হ'ল। চিলেট জেল, নগাঁও জেল আৰু গুৱাহাটীৰ চেণ্ট্রল জেলত আঢ়ৈ বছৰ ধৰি কাৰাবাস খটাৰ হুকুম হ'ল তেওঁৰ। সেই সময়ছোৱাৰ বেছিভাগ সময়েই গীত-মাতেই সঙ্গী হ'ল হেমাঙ্গ বিশ্বাসৰ। এদিন কাৰাগাৰত তেওঁ হঠাৎ অসুস্থ হৈ পৰিল। কাহোতে মুখৰ পৰা তেজ ওলাবলৈ ল'লে। তেওঁক হাস্পতালত ভর্তি কৰোৱা হ'ল। কিছু সুস্থ হোৱাৰ পাছত আকৌ জেল। জেইলাৰ ৰায়বাহাদুৰ সতীশ চৌধুৰীয়ে এদিন আহি ক'লে - 'এখন বগা কাগজত মাথো চহী এটা দিলেই তুমি জেলৰ পৰা মুক্তি পাবা। এই শৰীৰ লৈ তুমি জেলত থকিলে, তোমাৰে বিপদ হ'ব।' লগে লগে কাগজত চহী কৰিবলৈ অস্বীকাৰ কৰিলে হেমাঙ্গ বিশ্বাসে। তাৰ পাছত কঠোৰ হৈ পৰিছিল জেইলাৰ চাহাব 'তোমাক আইছ'লেছন চেললৈ পঠাই দিম। তাত বাচিলে বাচিবা, মৰিলেও মৰিবা।' আইছ'লেছন চেললৈ অৱশ্যে যাব লগা নহ'ল

তেওঁ, ১৩ মাহৰ পাছতে মুক্তি পালে। উকা কাগজত চহী নকৰাৰ সম্পৰ্কে তেওঁ পাছত কৈছে-'মোৰ ৰাজনৈতিক জীৱনত এক প্ৰচণ্ড চেলেঞ্জ আছিল। এটুকুৰা বগা কাগজত চহী এটা দি গোটেই জীৱন ৰাজনীতিৰ পৰা অৱসৰ ল'ম? কিছুদিন ধৰি অগ্নিপৰীক্ষা চলিল। তেতিয়া কাহৰ লগত তেজ গৈ আছে। এফালে মৃত্যুৰ সৈতে অদ্ভুত সংগ্ৰাম, আনফালে আদৰ্শৰ সংগ্ৰাম ।..... পৰাজয়ৰ গ্লানি মৃত্যুতকৈও ভয়াবহ হৈ পৰিছিল মোৰ বাবে। হাৰ নামানিলো ।...'

স্কুলত পঢ়ি থাকোতেই বাওঁপন্থী চিন্তা-চৰ্চাৰ প্ৰতি আকৃষ্ট হৈছিল হেমাঙ্গ বিশ্বাস। তেতিয়াৰ কৃষক আন্দোলনকো বাওঁপন্থী চিন্তা-চৰ্চাই প্ৰভাৱিত কৰিছিল। জেলৰ পৰা মুক্ত হোৱাৰ পাছত সুৰমা উপত্যকাৰ সাংস্কৃতিক ফ্ৰণ্ট গঠিত হয় আৰু এই ফ্ৰণ্টৰ অগ্ৰণী কৰ্মীৰ ভূমিকা ল'লে হেমাঙ্গ বিশ্বাসে। এইদৰেই মাথো স্বাধীনতা আন্দোলনে নহয় শ্ৰেণী সংগ্ৰামৰ যুঁজৰো অংশীদাৰ হৈ পৰে তেওঁ। শ্ৰেণী সংগ্ৰামত বিশ্বাস কৰা সাংস্কৃতিক কৰ্মীসকলে মুম্বাইত ১৯৪৫ চনৰ ২০ মে'ৰ পৰা এক জুনলৈ অধিবেশন পাতি গঠন কৰিলে 'ভাৰতীয় গণনাট্য সংঘ'। তেতিয়া গণনাট্য সংঘৰ গুৰুত্বৰ বিষয়ে এনেদৰে কোৱা হ'ল-'বৰ্তমান পৰিস্থিতিত লক্ষ্য কৰা গৈছে যে জনসাধাৰ . ৰ মাজত বিশেষকৈ সংগ্ৰামী কৃষক, মজদুৰ আৰু ছাত্ৰ আন্দোলনৰ মাজেদি ক্ৰমবৰ্ধমান হাৰত নাটক, গান, আবৃত্তি, নাচ ইত্যাদি সম্বলিত এনে কিছু শিল্প-কলা; যি শিল্পকলাই ফেচিষ্ট আক্ৰমণৰ বিৰুদ্ধে, খাদ্যৰ মজুতদাৰৰ বিৰুদ্ধে জাতীয় নেতাসকলৰ মুক্তিৰ আন্দোলনত ইংৰাজ সাম্ৰাজ্যবাদীসকলক খেদি জাতীয় চৰকাৰ গঠন কৰিবলৈ ভাৰতীয় জনগণক বৰকৈ অনুপ্ৰাণিত কৰিছে। এই স্বতঃস্ফুৰ্ত আন্দোলনবোৰক সংগঠিত কৰি সৰ্বভাৰতীয় গণনাট্য আন্দোলনত যুক্ত কৰাটো একান্ত আৱশ্যক।' এই গণনাট্য সংঘৰ আন্দোলনৰ কৰ্মী হিচাপে হেমাঙ্গ বিশ্বাসে যোগ দিলে আৰু অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সংগঠনৰ কামত ঘূৰি ফুৰিব ধৰিলে। অসম গণনাট্যৰ প্ৰথমগৰাকী সভাপতি মনোনীত হ'ল কবি ৰঘুনাথ চৌধাৰী আৰু সাধাৰণ সম্পাদক হ'লগৈ আনন্দিৰাম দাস। দেশৰ বিভিন্ন দুৰ্যোগৰ সময়ত হেমাঙ্গ বিশ্বাসে শিল্পী বাহিনী লৈ ৰাইজৰ মাজত থকা অপসংস্কৃতিৰ বিষবাষ্পৰ বিৰুদ্ধে মাত মাতিব ল'লে। ১৯৪৭ চনত শিলচৰত অসম গণনাট্য সংঘৰ প্ৰথমখন অধিবেশন বহিল। অধিবেশনত জ্যোতিপ্ৰসাদ আগৰৱালাক সভাপতি আৰু হেমাঙ্গ বিশ্বাসক সম্পাদক মনোনীত কৰা হ'ল। ক'বলৈ গ'লে বিশ্বাসৰ যোগেদিয়েই জ্যোতিপ্ৰসাদ গণনাট্য সংঘলৈ আহিছিল। অসমৰ বিভিন্ন শিল্পীয়ে যোগদান কৰি গণনাট্য সংঘক বল দিলে। বিভিন্ন ঠাইত সাংস্কৃতিক অনুষ্ঠানৰ প্ৰচাৰেৰে গণজাগৰণৰ সৃষ্টি কৰিলে। বিষ্ণুপ্ৰসাদ ৰাভা, ভূপেন হাজৰিকা, মঘাই ওজা, চৈয়দ আব্দুল মালিক, নগেন কাকতি, কুলধৰ চলিহা আদি বিশিষ্ট ব্যক্তিসকল গণনাট্য সংঘৰ কৰ্মী হ'ল। হেমাঙ্গ বিশ্বাসৰ মতে, '১৯৪৬-৪৮ চনৰ সময়ছোৱা অসমত গণনাট্য সংঘৰ বিকাশৰ যুগ। '৪৭ ৰ শিলচৰত হৈ যোৱা প্ৰাদেশিক সন্মিলনতে সম্পাদকৰ দায়িত্ব লৈ পাহাৰে-ভৈয়ামে নগৰে-চহৰে ঘূৰিব লগাত পৰো। মোৰ শাৰীৰিক অসুস্থতাৰ হেতু বহু সময়ত সাংগঠনিক কামত যাবলৈ অপাৰগ হওঁ-তেতিয়া জিৰণিৰ

সময়ছোৱা এনেয়ে পাৰ নকৰি গীত লিখা, সুৰ কৰা, শিল্পী বাহিনীক প্ৰশিক্ষণ দিয়াৰ কামত ব্ৰতী আছিলো।' উল্লেখ্য, জ্যোতিপ্ৰসাদৰ অকাল মৃত্যুত গণনাট্য সংঘত তেওঁৰ স্থান পূৰণ কৰিছিল বিষ্ণুপ্ৰসাদ ৰাভাই।

১৯৬০ চনত ভাষা আন্দোলনৰ সময়ত অসমত সাম্প্ৰদায়িক সংঘৰ্ষই যি ভয়াবহ ৰূপ লৈছিল, সেই সময়ত হেমাঙ্গ বিশ্বাস আৰু ভূপেন হাজৰিকাৰ নেতৃত্বত শিল্পী বাহিনীয়ে সংঘৰ্ষ পীড়িত অঞ্চললৈ গৈ অসমীয়া আৰু বাঙালীৰ মাজত সৃষ্টি হোৱা বিভেদৰ বেৰখন ভাঙি খণ্ড-বিখণ্ড কৰি পেলাইছিল। হেমাঙ্গ বিশ্বাসৰ মতে, 'সমগ্ৰ অসম জুৰি তেতিয়া শ্বাসৰুদ্ধকৰ অৱস্থা। অসমত গণতান্ত্ৰিক প্ৰগতিশীলতাৰ বিৰুদ্ধে চিৰদিন প্ৰতিক্ৰিয়াৰ অমোঘ অস্ত্ৰ হ'ল ভাষাগত উগ্ৰ-জাতীয়তাবাদ। ধৰ্মীয় সাম্প্ৰদায়িকতাই তেতিয়াও বিশেষ গা কৰি উঠিব পৰা নাছিল। অসমৰ গণনাট্য আন্দোলন প্ৰথমৰ পৰাই এই বিষয়ে সচেতন আছিল। সেয়ে গণনাট্যৰ মঞ্চৰ পৰা আমি সদায়ে প্ৰচাৰ কৰি আহিছিলো-পিছপৰা বা উন্নত সকলো ভাষা আৰু জাতিৰ সমান অধিকাৰ হ'ব লাগিব। অসম উপত্যকাৰ সুস্থ সংমিশ্ৰণৰ প্ৰচেষ্টাও আমি কৰিছিলো। আমাৰ মঞ্চতেই বিভিন্ন ভাষাৰ শিল্পী সমবেত হৈছিল।'.... এই শিল্পী সকলেই হেমাঙ্গ বিশ্বাসৰ নেতৃত্বতে সমগ্ৰ অসমত সৃষ্টি হোৱা ভাষাগত সাম্প্ৰদায়িকতাৰ বীজ উভালি পেলাবলৈ সক্ষম হৈছিল। ভাষাগত হিংসা-বিভেদৰ জুই নুমুৱাবলৈ হেমাঙ্গ বিশ্বাসৰ নেতৃত্বত হোৱা সেই যাত্ৰা আৰম্ভ হৈছিল ছিলঙত, ১৯৬০ চনৰ ২৭ আগত। হেমাঙ্গ বিশ্বাস, ভূপেন হাজৰিকা আৰু অন্যান্য শিল্পীসকলৰ সম্প্ৰীতিৰ গানে অসমৰ আকাশ-বতাহত প্ৰতিধ্বনি তুলিছিল আৰু মানুহৰ মনৰ পৰা বিভেদৰ কলুষ আঁতৰিছিল। সেই সময়তে ৰচিত হৈছিল 'হাৰাধন-ৰংমনৰ কথা', 'মানুহে মানুহৰ বাবে যদিহে অকণো নাভাবে' আদি বিখ্যাত গীত।

সেই সময়ৰ চৰকাৰেও বিভিন্ন ধৰণে সহায় কৰিছিল এই সম্প্ৰীতিৰ যাত্ৰাত। অৱশ্যে কেইজনমান কট্টৰ কমিউনিষ্টে এই ক্ষেত্ৰত বিৰোধিতা কৰিছিল। কিন্তু উদাৰ হেমাঙ্গ বিশ্বাসে মানুহৰ সেৱাৰ বাবেহে কাম কৰিব বুলি কংগ্ৰেছ, কমিউনিষ্ট ৰাজনীতিৰ কথা মনলৈ অনা নাছিল। ফিলকিন লালু, ওৱালাং গৰ্মাণ বাহাদুৰ, জ্ঞানদা কাকতি, যুগল দাস, কমল চৌধুৰী, সন্ধ্যা দাস আদি মুঠ ৩০ গৰাকী শিল্পীৰে গঠিত এই সাংস্কৃতিক বাহিনীৰ চেষ্টাৰ ফলতেই অসমত ভাষা আন্দোলনৰ সময়ত সৃষ্টি হোৱা ভয়ানক ক'লীয়া ডাৱৰ আঁতৰি আকাশ ফৰকাল হৈছিল।

অসমত সাংস্কৃতিক পৰিবেশ সুন্দৰ ৰূপত গঢ়ি তুলিবলৈ গণনাট্য সংঘ আৰু হেমাঙ্গ বিশ্বাসে যিমানখিনি কাম কৰিছিল আৰু সফল হৈছিল, সিমানখিনি আজি পৰ্যন্ত কোনেও কৰিব পৰা নাই বুলি কোৱাৰ থল আছে। সেই সময়ত মানুহৰ বাবে গান আছিল, শান্তি আৰু প্ৰগতিৰ বাবে কৃষ্টি-সংস্কৃতি আছিল। এই গান-কৃষ্টিয়ে কাহানিও ধন-সম্পদৰ মোহত বন্দী হোৱা নাছিল। নাছিল কোনো ব্যক্তিগত সফলতা লাভৰ প্ৰতিযোগিতা। হেমাঙ্গ বিশ্বাসৰ নেতৃত্বত সেই সময়ত অসমত বিৰাজ কৰিছিল লোভ-লালসাহীন, নিঃস্বাৰ্থ সাংস্কৃতিক পৰিবেশে। সকলো শিল্পীয়ে পাইছিল সমমৰ্যাদা,

অৱশ্যেই অসমৰ মাটিৰ গোন্ধ থকা, বতাহ-পানীত সম্পৃক্ত হৈ থকা সংস্কৃতিয়ে সদায় আগস্থান পাইছিল।

যিয়েই নহওক হেমাঙ্গ বিশ্বাস ভাষা আন্দোলনৰ বহু আগতেই চীনলৈ গৈ তাৰ সংস্কৃতিৰ স'তে যথেষ্ট অন্তৰঙ্গতা গঢ়ি তুলিছিল। কমিউনিষ্ট পাৰ্টি আৰু গণনাট্য সংঘৰ কামত লাগি অত্যধিক খাটনি কৰা হেমাঙ্গ বিশ্বাসৰ শৰীৰ একেবাৰে ভাঙি যোৱাৰ বাবে ১৯৫৬ চনত পাৰ্টিয়ে তেওঁক চিকিৎসাৰ বাবে চীনলৈ পঠিয়ায়। প্ৰথমবাৰৰ সেই যাত্ৰাত আঢ়ৈ বছৰ ধৰি চীনত আছিল তেওঁ। চীনৰ বিভিন্ন উৎসৱ, সভা-সমিতিত যোগ দিয়াৰ লগতে তাৰ মানুহখিনিৰ স'তেও মিলামিচা কৰাৰ অবাধ সুযোগ পাইছিল হেমাঙ্গ বিশ্বাসে। তেওঁ কৈছে- 'চীনৰ ইতিহাস এক প্ৰেৰণাময়, উদ্দীপ্ত ইতিহাস। যি ফালেই গৈছো সেই ফালেই দেখিছো মহাচীনৰ সমুজ্জ্বল সংগ্ৰামী ইতিহাসৰ স্বাক্ষৰ। য'লৈকে গৈছো, ত'তেই শুনিছো গৌৰৱময় জনসংগ্ৰামী ইতিহাসৰ সুৰ। বৰ্তমানৰ আশাব্যঞ্জনা।...'

১৯৭৪ চনত 'কোটনীচ স্মৃতিৰক্ষা প্ৰতিনিধি দল'ৰ সদস্য হিচাপে দ্বিতীয়বাৰ চীনলৈ গৈছিল হেমাঙ্গ বিশ্বাস। মানৱতাবাদী ভাৰতীয় ডাক্তৰ দ্বাৰকানাথ কোটনীচে চীনৰ মুক্তি সংগ্ৰামৰ সময়ত তালৈ গৈ বহু হেজাৰ চীনা লোকৰ চিকিৎসা কৰাৰ লগতে মুক্তি বাহিনীৰ হাস্পতালৰ প্ৰথমগৰাকী পৰিচালক হিচাপে দায়িত্ব লৈছিল। প্ৰায় দুটা বছৰত ৫৫০ টাতকৈও অধিক ডাঙৰ অস্ত্ৰোপচাৰ চলোৱা ডাঃ কোটনীচৰ মৃত্যু ঘটে ('৪২ চনৰ ৯ ডিচেম্বৰ) উপযুক্ত চিকিৎসাৰ অভাৱত। এনে মহান নেতা কোটনীচক সন্মান জনাবলৈ গৈছিল হেমাঙ্গ বিশ্বাস। তেওঁৰ বিশ্বাস হৈছিল, কোটনীচৰ দৰে মাথো এজন মানৱতাবাদী ব্যক্তিৰ বাবেও কেনেকৈ দুখন দেশৰ (ভাৰত আৰু চীন) মাজত বন্ধুত্ব সম্ভৱ হয়! অৱশ্যে বহু সময়ত আত্মস্বাৰ্থৰ কথা ভাবি চীনে আগ্ৰাসনো চলাইছে।

জ্যোতিপ্ৰসাদৰ চিন্তা-চেতনাৰ 'ৰূপকাৰ' হেমাঙ্গ বিশ্বাসে ভূপেন হাজৰিকাকো সৃষ্টিৰ প্ৰেৰণা যোগাইছিল। তেওঁৰ অমৰ সৃষ্টি অথবা মহত্তম কামখিনি সম্পাদন হৈছিল গণনাট্য সংঘত যুক্ত হোৱাৰ সময়তে অৰ্থাৎ হেমাঙ্গ বিশ্বাসৰ প্ৰেৰণাতেই। হেমাঙ্গ বিশ্বাসে কৈছে- 'যি সময়ত অসমৰ তথাকথিত বুৰ্জোৱা শিল্পী-সাহিত্যিকসকল জাত-পাত, ধৰ্ম-সম্প্ৰদায়ৰ সামন্তীয় ধ্যান-ধাৰণাৰ মাজত মজি আছিল বা আজিও তেওঁলোকৰ চিন্তাৰ পৰিবৰ্তন ঘটা নাই, সেই সময়তে গণনাট্যৰ মঞ্চৰ পৰা অসমৰ সৰু-বৰ প্ৰতিটো জাতি সত্তাৰ সামাজিক, সাংস্কৃতিক সমবিকাশৰ কথা ঘোষণা কৰা হৈছিল। বড়ো, কোঁচ, চুতীয়া, কছাৰী, আহোমৰ ভেদাভেদৰ প্ৰাচীৰ ভাঙি নতুন অসম গঢ়াৰ সংকল্প গণনাট্যৰ মঞ্চৰ পৰাই লোৱা হৈছিল। শংকৰদেৱ, জ্যোতিপ্ৰসাদৰ সোঁৱৰণী দিৱস জন্মৰ দিনতে হওক বা মৃত্যুৰ দিনতে হওক প্ৰতিটো শাখাই প্ৰতিটো অঞ্চলত বছৰি উদ্‌যাপন কৰাৰ সিদ্ধান্তও গণনাট্য সংঘই লৈছিল।'।

অসমত বহু শিল্পী-সাহিত্যিকৰ প্ৰতিভাৰ স্ফুৰণ ঘটোৱা গণনাট্য সংঘ কিন্তু পাছলৈ অৰ্থাৎ হেমাঙ্গ বিশ্বাসৰ জীৱন কালতে একেবাৰে নিষ্ক্ৰিয় হৈ পৰিছিল। তাৰ কাৰণ হিচাপে হেমাঙ্গ বিশ্বাসে আক্ষেপেৰে কৈছিল, 'অসম আৰু পশ্চিমবঙ্গত গণনাট্যৰ

সমত যি বিলাক কাম চলি আছে, সেয়া চি পি আই (এম) ৰ প্ৰচাৰ কাৰ্যৰ বাহিৰে আন একো নহয়। গণনাট্যক তেওঁলোকে পাৰ্টিৰ স্বাৰ্থত ব্যৱহাৰ কৰি আছে।' সম্প্ৰতি চি পি এম আদি কমিউনিষ্ট দলবোৰে ভাৰতীয় গণতান্ত্ৰিক আন্দোলনৰ মুখ ভোটা কৰি পেলাইছে বুলিও হেমাঙ্গ বিশ্বাসে অভিযোগ কৰিছিল। সাংস্কৃতিক আন্দোলনৰ কৰ্মী, আজন্ম সংগ্ৰামী হেমাঙ্গ বিশ্বাসে আৰু কৈছিল যে, মানুহৰ মাজত আজি সংগ্ৰামী সত্তা স্তিমিত হৈ পৰিছে। কমিউনিষ্ট পাৰ্টিয়ে যেতিয়াৰ পৰা সংসদীয় গণতন্ত্ৰৰ মজিয়ালৈ গৈ আপোচৰ নীতি অনুসৰণ কৰিবলৈ ল'লে, তেতিয়াৰ পৰাই ভাৰতত বাওঁপন্থীৰ সংগ্ৰামী সত্তাও ক্ৰমশঃ শেষ হৈ আহিল। সংগ্ৰাম নোহোৱাকৈয়ে যদি সমাজ পৰিবৰ্তন হয়, মানুহে বিচৰা সকলোখিনি পায় বুলি ভাবিবলৈ লোৱা হয়, তেন্তে গানৰ সৃষ্টি হ'ব ক'ৰ পৰা? সংগ্ৰামী সত্তাক জগাই তুলিবলৈ তেতিয়া আনৰ প্ৰয়োজনেই বা ক'ত?

বাংলা আৰু অসমীয়া শিল্প-সংস্কৃতিৰ সম্পৰ্ক অতি নিকট। এই দুই সংস্কৃতিকে হাতত ধৰি আগুৱাই নিব বিচাৰিছিল হেমাঙ্গ বিশ্বাসে। মাথো সংগ্ৰামী আৰু গায়কেই নাছিল তেওঁ, লোকসংস্কৃতিৰ বহু তত্ত্ব কথাও তেওঁ উন্মোচন কৰিছিল। 'অসম আৰু বাংলাৰ লোকসঙ্গীত সমীক্ষা' নামৰ বিখ্যাত গ্ৰন্থখনত তেওঁ এই দুই ভাষা-ভাষী লোকৰ সঙ্গীতৰ ইতিহাস ব্যাখ্যা কৰাৰ লগতে সংস্কৃতি আমাৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক জীৱনৰ স'তে কেনেকৈ সম্পৃক্ত হৈ থাকে, সঙ্গীতৰ স'তে প্ৰেম আৰু শ্ৰমৰ সম্পৰ্ক ক'ত আদি কথাবোৰ বিজ্ঞানসন্মতভাৱে ব্যাখ্যা আগবঢ়াইছে। জীৱনৰ শেষ সময়ছোৱাত স্থায়ীভাৱে কলিকতাত থাকিব ল'লেও আজন্ম 'অসমীয়া' এইগৰাকী সংস্কৃতিৰ পূজাৰীয়ে নিজৰ ঘৰৰ নামটো ৰাখিছিল 'জিৰণি' আৰু কন্যাৰ নাম দিছিল 'ৰঙ্গিলী'। অসমীয়া আৰু বাংলা, এই দুই ভাষা আৰু সংস্কৃতিৰ সমন্বয় সাধক হেমাঙ্গ বিশ্বাসৰ ৰচনা দুই ভাষাতেই প্ৰকাশিত হৈছে। কুল খুড়াৰ চোতাল (১৯৭০), চীন চাই আহিলো (১৯৭৫), আকৌ চীন চাই আহিলো (১৯৭৭), জীৱন শিল্পী জ্যোতিপ্ৰসাদ (১৯৮৩) আদি অসমীয়া গ্ৰন্থ, সীমান্ত প্ৰহৰী ('৬১), শংখচিলেৰ গান ('৬০), আমৰা কৰবো জয় (অনুবাদ গীত ('৬৫), চীন দেখে এলাম ('৭৫), চীন থেকে ফিৰে ('৭৭), লোকসঙ্গীত সমীক্ষা ('৭৮), হেমাঙ্গ বিশ্বাসেৰ শ্ৰেষ্ঠ গান ('৮৪) আদি বাংলা গ্ৰন্থ লিখাৰ লগতে তেওঁৰ একমাত্ৰ ইংৰাজী গ্ৰন্থ আছিল 'Witnessing China with My own Eyes' ('৬০)। 'বিশ্বপ্ৰবাহী লুইত' নামৰ অসমীয়া গানৰ ৰেকৰ্ড কৰা হেমাঙ্গ বিশ্বাসে গোৱা বাংলা গানৰ কেছেট হ'ল 'হেমাঙ্গ বিশ্বাসেৰ গান' আৰু 'হেমাঙ্গ বিশ্বাসেৰ শ্ৰেষ্ঠ গান'। তদুপৰি 'লালন ফকিৰ' নামৰ বাংলা কথাছবি এখনতো হেমাঙ্গ বিশ্বাসে সঙ্গীত পৰিচালনা কৰিছিল, য'ত গান গাই হেমন্ত মুখাৰ্জীয়ে শ্ৰেষ্ঠ গায়কৰ ৰাষ্ট্ৰীয় বঁটা লাভ কৰিছিল।

হেমাঙ্গ বিশ্বাসৰ জীৱনীকাৰ লোকনাথ গোস্বামীয়ে কৈছে, 'অসমৰ সমাজ-সংস্কৃতিৰ জগতখনতো হেমাঙ্গদাৰ অৱিহণা, ভূমিকাৰ সঠিক মূল্যায়ন কৰিব লাগিব। অসমত থাকি ৰাজনীতি, সংস্কৃতি কৰণ বা অসমীয়া ভাষাত সাহিত্য-সংস্কৃতি চৰ্চা কৰাটোৱেই একমাত্ৰ বৈশিষ্ট্য হ'ব নোৱাৰে। তাতোকৈ গুৰুত্বপূৰ্ণ আৰু উল্লেখনীয় বিষয় হ'ল অসমৰ সঁচা আৰু

দুখীয়া-নিছলা মানুহখিনিৰ সৈতে, তেওঁলোকৰ সমাজ জীৱনৰ সৈতে তেওঁৰ গভীৰ আত্মীয়তা, নিবিড় সম্পৰ্ক।' এইজনা সৈনিক শিল্পী আছিল মাটিৰ মানুহ, দৰিদ্ৰজনৰ মানুহ, গান ভালপোৱাসকলৰ মানুহ। জাতি-বৰ্ণ, সম্প্ৰদায় তথা দেশৰ ভূগোলক অতিক্ৰম কৰা এইগৰাকী ব্যক্তি আছিল সংকীৰ্ণতাৰ তীব্ৰ বিৰোধী আৰু মহান মানৱতাবাদী। সেইবাবে এজন অসমীয়া বা বাঙালী নহৈ তেওঁ আছিল মানুহ, মাত্ৰ মানুহ!

১৯৭১ চনত কলিকতাত 'মাছ ছিংগার্ছ' দল গঠন কৰা হেমাঙ্গ বিশ্বাসে '৭৫ চনত আদৰ্শজনিত কাৰণত কলিকতাৰ ছোভিয়েত দূতাবাসত্ৰ চাকৰিটো ত্যাগ কৰিছিল। সংগ্ৰামৰ ক্ষেত্ৰত কোনো দিনে আপোচ নকৰা এইজনা শিল্পীৰ মৃত্যু হয় ১৯৮৭ চনৰ ২২ নবেম্বৰত। নিয়তিয়ে তেওঁৰ কায়াক আঁতৰাই নিলেও ভাব হয় যেন আজিও কোনোবা 'কুল খুড়াৰ চোতাল'ত বহি হেমাঙ্গ বিশ্বাসে বিপ্লৱৰ মন্ত্ৰণা কৰি আছে- কুল খুড়াৰ চোতাল/জোনাক কুঁৱলি ঘেৰা/বেলতলা পথাৰৰ ৰাতিৰ ধানশ্ৰী পাৰ হৈ/লাহে লাহে গৈ পালো নিকা ফৰকাল/কুল খুড়াৰ চোতাল.... যুগে যুগে শোষিতৰ কষ্ট পান কৰি নীলকণ্ঠ খুড়া যুগে যুগে বসুমতীৰ গৰ্ভ বিদাৰি। লখিমী উলিয়াই/খুড়া হ'ল বসুমতাৰী/নাঙলৰ সীৰলুভ মাণিকী মাধুৰী কাব্য/যুগে যুগে ৰচি/মহাকবি খুড়া....কুল খুড়া সপ্তাহৰ মানুহ যে নহয়। নহয় বছৰৰ/কুল খুড়া সাত শতিকাৰ...।

এৰা, যুগে যুগে শোষিতজনৰ সঙ্গী হৈ হেমাঙ্গ বিশ্বাসো হৈ থাকিব শত শতিকাৰ মানুহ!



(৪১)

# দেৱকান্ত বৰুৱা

ভাৰতৰ স্বাধীনতাৰ পাছৰ তিনিটা দশকৰ অসমৰ ৰাজনীতিকসকলৰ ভিতৰত দেৱকান্ত বৰুৱাই বোধহয় আটাইতকৈ বিতৰ্কিত। ৰাজনীতি, সাহিত্য আৰু সংবাদ জগতৰ স'তে ঘনিষ্ঠ এইগৰাকী ব্যক্তি আছিল 'বিশেষ' প্ৰতিভাবান। নিজৰ প্ৰতিভাৰ বলতে ইন্দিৰা গান্ধীৰ সময়ত কংগ্ৰেছ দলৰ 'সভাপতি'ৰ দৰে বিৰল ক্ষমতা আৰু সন্মানৰ অধিকাৰী হোৱা এইগৰাকী ব্যক্তিয়ে মৃত্যু পৰ্যন্ত নিজৰ 'বিতৰ্কিত' ইমেজটোৰ পৰা আঁতৰি আহিবলৈ সক্ষম নহ'ল, যাৰ বাবে জীৱনৰ শেহৰ প্ৰায় দুটা দশক তেওঁ হৈ পৰিছিল হয়তো অকলশৰীয়া অথবা গণবিচ্ছিন্ন। তদুপৰি 'ইণ্ডিয়া ইজ ইন্দিৰা এণ্ড ইন্দিৰা ইজ ইণ্ডিয়া' বুলি ইন্দিৰা গান্ধীক নগ্ন তোষামোদ কৰা এইগৰাকী প্ৰতিভাবান ৰাজনীতিকক অসমীয়া সমাজে হয়তো পাহৰণিৰ গৰ্ভলৈকে নিক্ষেপ কৰিলেহেঁতেন! কিন্তু তেওঁ 'সাগৰ দেখিছা' নামৰ কবিতা পুথিখনেৰেই অসমীয়াৰ হৃদয়ত এনেদৰে সোমাই পৰিছিল যে সেয়া জাৰি-জোকাৰি পেলোৱাটো সম্ভৱ নহয়। সেইবাবেই 'জনপ্ৰিয়' এইগৰাকী কবি আৰু 'বিতৰ্কিত' ৰাজনীতিকজনক বিভিন্ন আলোচনাৰ প্ৰসঙ্গত অসমীয়া সুধী সমাজে টানি আনিবই।

১৯১৪ চনৰ ২২ ফেব্ৰুৱাৰীত ডিব্ৰুগড়ত দেৱকান্ত বৰুৱাৰ জন্ম। নীলকান্ত বৰুৱা আৰু স্বৰ্ণলতা বৰুৱানীৰ প্ৰথম সন্তান দেৱকান্ত আছিল সৰুৰে পৰাই বিশেষ বুদ্ধিমত্তা সম্পন্ন আছিল। মোমাই তামুলী বৰবৰুৱাই 'খৰঙী বৰুৱা'ৰ বিষয়বাব দিয়া ময়ূৰধ্বজৰ বংশৰ সম্ভু বৰুৱা আছিল নগাঁৱৰ মৌজাদাৰ। সম্ভু বৰুৱাৰে পুত্ৰ নীলকান্ত বৰুৱা প্ৰথমতে স্কুলসমূহৰ সহকাৰী পৰিদৰ্শক আছিল, শেষত তেওঁ সেই চাকৰি ইস্তফা দি নগাঁও চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিছিল। চাকৰিৰ সংক্ৰান্তত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰা সহকাৰী পৰিদৰ্শকৰ পুত্ৰ দেৱকান্ত বৰুৱাৰ প্ৰাথমিক শিক্ষা আৰম্ভ হ'ল বৰপেটা লৰাৰ প্ৰাইমাৰী স্কুলত। বৰপেটাত থাকোতেই দেৱকান্ত বৰুৱাৰ বায়েকগৰাকী ঢুকাল। দেৱকান্তৰো কিবা হয় বুলি বৰপেটা সত্ৰৰ ভকতসকলৰ পৰামৰ্শ মতে তেওঁৰ জীৱন ৰক্ষাৰ নিমিত্তে দেৱকান্তক সত্ৰলৈ উছৰ্গা কৰা হ'ল। দুদিনমান তেওঁক কোনোবা ভকতৰ ঘৰত ৰখা হ'ল। অৱশ্যে পিতা নীলকান্ত গুৱাহাটীলৈ বদলি হোৱাত ৫০ টকা দণ্ড দি দেৱকান্তক ঘূৰাই লয়।

বৰপেটাৰ পাছত গুৱাহাটীৰ মাণিক চন্দ্ৰ এম ই স্কুলত দেৱকান্ত বৰুৱাই শিক্ষা গ্ৰহণ কৰিলে। মাণিক চন্দ্ৰত পঢ়া-শুনা শেষ কৰি সপ্তম শ্ৰেণীত নামভৰ্তি কৰে কটন কলেজিয়েট হাইস্কুলত। কলেজিয়েট হাইস্কুলত মাথো এবছৰ পঢ়াৰ পাছত দেউতাকে

সহঃ পৰিদৰ্শকৰ চাকৰি ইস্তফা দি নগাঁও চৰকাৰী হাইস্কুলত শিক্ষকতা আৰম্ভ কৰে। লগে লগে দেৱকান্ত বৰুৱায়ো অষ্টম শ্ৰেণীৰ ছাত্ৰ হিচাপে সেই হাইস্কুলতে নাম লিখাই। উল্লেখযোগ্য যে গুৱাহাটীত থাকোতেই এগৰাকী প্ৰখ্যাত ইংৰাজ চিকিৎসকে দেৱকান্তৰ হৃদযন্ত্ৰ দুৰ্বল বুলি খেলা-ধূলা কৰিবলৈ মানা কৰাত, দেৱকান্তই কিতাপ পঢ়াকে সৰুৰে পৰা নিজৰ জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰে।

১৯৩০ চনত প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয় দেৱকান্ত বৰুৱা। প্ৰবেশিকা পৰীক্ষাত বহিয়েই স্বাধীনতা আন্দোলনত জঁপিয়াই পৰা বাবে ছমাহ জেল খটাৰ উপৰি ২০০ টকা জৰিমনাও হৈছিল দেৱকান্তৰ। প্ৰবেশিকা পৰীক্ষাত ভালদৰে উত্তীৰ্ণ হ'লেও ছমাহ জেল খাটি অহা ল'ৰা দেৱকান্তক কটন কলেজত নামভৰ্তি কৰাৰ ক্ষেত্ৰত কৰ্তৃপক্ষই চৰ্ত দিলে। চৰ্তমতে দেৱকান্তই ভৱিষ্যতে মুক্তি সংগ্ৰামত অংশগ্ৰহণ নকৰো বুলি প্ৰতিশ্ৰুতি দিব লাগিব। ডেকা মুক্তিযুঁজাৰু দেৱকান্তই সেই প্ৰতিশ্ৰুতি নিদিলে। কলিকতাৰ কলেজেও কটন কলেজৰ দৰেই চৰ্ত বান্ধিলে। উপায় নাপাই মোমায়েক সদানন্দ দুৱৰাৰ (পাছত ৰায়বাহাদুৰ) পৰামৰ্শ মতে বেনাৰচলৈ গ'ল দেৱকান্ত আৰু বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য মদন মোহন মালব্যক লগ ধৰিলে। ছমাহ জেল খাটি অহা প্ৰতিভাশালী ছাত্ৰ দেৱকান্তৰ হোষ্টেলত থকা আৰু কলেজৰ মাচুলখিনিও মাফ কৰি দিলে মালব্যই। মাথো খোৱা খৰচ মাহিলি ১২ টকা দি সম্পূৰ্ণ ছটা বছৰ পঢ়ি ইংৰাজীত স্নাতকোত্তৰ ডিগ্ৰীৰ উপৰি আইনৰো ডিগ্ৰী লাভ কৰি দেৱকান্ত ঘৰলৈ উভতিল ১৯৩৬ চনত।

বহুজন ভাৰতীয়ৰ দানৰ ফচলেৰে এনি বেচাণ্টে আৰম্ভ কৰা চেণ্ট্ৰেল হিন্দু কলেজখনেই পাছলৈ বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ ৰূপত মূৰ দাঙি উঠিছিল। ইংৰাজ চৰকাৰৰ আয়ত্তৰ সম্পূৰ্ণ বাহিৰত থকা এই বিশ্ববিদ্যালয়ৰ বাবে অসমৰ সদাগৰ ভোলানাথ বৰুৱায়ো তিনি লাখ টকা দান দিছিল বুলি শুনা যায়। ইংৰাজৰ দাসত্ব স্বীকাৰ নকৰি ভাৰতীয় শিক্ষা-সংস্কৃতিৰ উজ্জ্বল প্ৰতিষ্ঠান হিচাপে থিয় দি থকা বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ বিশ্বভ্ৰাতৃত্ববোধ আৰু দেশপ্ৰেমৰ ভাৱত উদ্বুদ্ধ হৈ দেৱকান্ত বৰুৱা অসমলৈ গুচি আহিল আৰু কংগ্ৰেছ কৰ্মী হিচাপে পুনৰ মুক্তি সংগ্ৰামৰ কামত দেহে-কেহে খাটিব ধৰিলে। ১৯৪১ চনত ব্যক্তিগত সত্যাগ্ৰহ কৰি চাৰি মাহৰ জেল খোৱাৰ পাছত বিয়াল্লিছৰ আন্দোলনত জঁপিয়াই পৰি ছমাহৰ জেল খটাৰ লগতে দুশ টকাৰ জৰিমনা ভৰিলে। জেলৰ পৰা মুক্তি পোৱাৰ পাছত 'ছিকিউৰিটি প্ৰিজনাৰ' হিচাপে পুনৰ ছমাহৰ জেল হ'ল তেওঁৰ।

...১৯৪৬ চনত ৩২ বছৰ বয়সত কবি ভোলানাথ দাসৰ কনিষ্ঠা কন্যা প্ৰিয়লতা দাসৰ স'তে দেৱকান্ত বৰুৱাৰ শুভবিবাহ সম্পন্ন হয়। তাৰ এবছৰৰ আগতে তেওঁ 'নতুন অসমীয়া' কাকতখনৰ সম্পাদনাৰ দায়িত্ব লৈছিল।

জ্যোতিপ্ৰসাদ আগৰৱালা আৰু অমিয়কুমাৰ দাসৰ অনুৰোধত চন্দ্ৰকুমাৰ আগৰৱালাই প্ৰতিষ্ঠা কৰা 'নতুন অসমীয়া' কাকতৰ সম্পাদনাৰ দায়িত্ব ('৪৫ৰ পৰা'৪৭ চনলৈ) গ্ৰহণ কৰিছিল ইতিমধ্যে কবি-সাহিত্যিক হিচাপে প্ৰতিষ্ঠা লাভ কৰা দেৱকান্ত

বৰুৱাই। তদুপৰি তেওঁ 'দৈনিক অসমীয়া'ৰ সম্পাদক আছিল '৪৮ৰ পৰা '৪৯ চনলৈ। '৪৫ চনতে অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সহকাৰী সম্পাদকৰ দায়িত্বও গ্ৰহণ কৰি দেৱকান্ত বৰুৱা '৫০ চনলৈ এই পদতে বাহাল থাকিল। এফালে কংগ্ৰেছৰ দায়িত্ব আনফালে বাতৰি কাকতৰ সম্পাদনাৰ দায়িত্ব, সকলোবোৰ কামেই অতি নিষ্ঠাৰে নিৰপেক্ষভাৱে পালন কৰিছিল পৰিশ্ৰম শক্তি আৰু অধ্যয়নেৰে পৰিপুষ্ট দেৱকান্ত বৰুৱাই। অসমৰ সাংবাদিকতাৰ জগতত বৰুৱাই এক নতুন ধাৰাৰ সৃষ্টি কৰিছিল। এই সম্পৰ্কত কীৰ্তিনাথ হাজৰিকাই লেখিছে (গৰীয়সী, মাৰ্চ ঃ ১৯৯৬)- 'বৰুৱাই প্ৰবৰ্তন কৰা গণতান্ত্ৰিক ধাৰামতে আমি ভুল কৰি হ'লেও অৰ্হতা আয়ত্ত কৰাৰ শিক্ষা লাভ কৰিছিলো। বৰুৱাই ভুলবোৰ শুধৰাই দিছিল। 'দৈনিক অসমীয়া'ত কাম কৰোতে প্ৰতিশব্দৰ বাবে হাহাকাৰ কৰি আমি শব্দ গঢ়িবলৈ যিখন কমাৰশাল পাতিছিলো, তাত বৰুৱাও অংশীদাৰ আছিল আৰু খাটি অসমীয়া শব্দ ব্যৱহাৰ কৰিবলৈ আৰু বাক্যত অসমীয়া ঠাঁচ প্ৰয়োগ কৰিবলৈ আমাক উৎসাহিত কৰিছিল।....বৰুৱাৰ অধ্যয়নপুষ্ট মনে আৰু তীক্ষ্ণ স্মৰণশক্তিয়ে আমাক বিভিন্ন ক্ষেত্ৰত সহায় কৰিছিল।....চালুকীয়া 'দৈনিক অসমীয়া'ই ব্ৰিটিছৰ গ্ৰুপিং আঁচনিৰ বিৰুদ্ধে চলোৱা যুঁজত বৰুৱাই আছিল ঘাই সেনাপতি। সেই সময়ত জনজাগৰণ বঢ়াবৰ বাবে বৰুৱাই প্ৰতিদিনে কাকতৰ ভিতৰৰ পৃষ্ঠাৰ তেনেই ওপৰভাগত অসম বুৰঞ্জীৰ একোষাৰ উদ্দীপনাময় কথা তুলি দিছিল।...'

১৯৫০ চনত দেৱকান্ত বৰুৱা সৰ্বভাৰতীয় কংগ্ৰেছ কমিটীৰ সদস্য হিচাপে মনোনীত হয়। সেই বছৰতে তেওঁ নিৰ্বাচন নোহোৱালৈ কাম চলাই থাকিবৰ বাবে গঠিত সংসদৰ সদস্য হিচাপে নিৰ্বাচিত হয়। তাৰ পাছৰে পৰাই দেৱকান্ত বৰুৱা পণ্ডিত জৱাহৰলাল নেহৰুৰ সান্নিধ্যলৈ আহে। ১৯৫২ চনত ভাৰতৰ প্ৰথমখন সাধাৰণ নিৰ্বাচনত লোকসভালৈ নিৰ্বাচিত হয় দেৱকান্ত বৰুৱা। তাৰ পাছৰটো বছৰত দেৱকান্ত বৰুৱা কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্য হিচাপে মনোনীত হয়। ৩৯ বছৰীয়া দেৱকান্তই আছিল জৱাহৰলাল নেহৰু নেতৃত্বাধীন কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সৰ্বকনিষ্ঠ সদস্য। মাথো সেয়াই নহয় ১৯৫২ৰ লোকসভাৰ নিৰ্বাচনত সাংসদ হিচাপে নিৰ্বাচিত হোৱাৰ পাছতেই জৱাহৰলাল নেহৰুৱে দেৱকান্তক কংগ্ৰেছ সংসদীয় দলৰ 'ডেপুটী চিফ হুইপ' হিচাপে নিযুক্তি দিছিল। । সেই সময়ত আনজন 'ডেপুটী চিফ হুইপ' আছিল লাল বাহাদুৰ শাস্ত্ৰী। উল্লেখযোগ্য যে কোনো বিশিষ্ট নেতায়ো যদি প্ৰধানমন্ত্ৰীক লগ ধৰিবৰ প্ৰয়োজন হয় তেন্তে 'ডেপুটী চিফ হুইপ'জনৰ যোগেদি যাব লাগে। গতিকে জৱাহৰলালৰ লগতে তেতিয়া প্ৰায় সকলো ৰাষ্ট্ৰীয় পৰ্যায়ৰ নেতাৰ স'তে দেৱকান্ত বৰুৱাৰ ঘনিষ্ঠতা গঢ়ি উঠিছিল। ১৯৫৬ চনলৈ মাথো তিনি বছৰকাল কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সদস্য হৈ থাকিলেও ডেপুটী চিফ হুইপ হিচাপে সম্পূৰ্ণ পাঁচ বছৰকাল সেৱা আগবঢ়াইছিল দেৱকান্তই। দেৱকান্ত হৈ পৰিছিল নেহৰু পৰিয়ালৰ ঘনিষ্ঠ মানুহ। তেওঁ নেহৰুৰ কিমানখিনি স্নেহধন্য আছিল সেইখিনি অনুমান কৰিব পৰা যায় ১৯৫৪ চনত বিখ্যাত কাৰ্টুনিষ্ট শংকৰে অঁকা এক কাৰ্টুনৰ পৰা। কাৰ্টুনটো আছিল পণ্ডিত নেহৰুৱে এটা গছ পুলিত পানী দি আছে আৰু পুলিটো হৈছে দেৱকান্ত বৰুৱা। প্ৰথমবাৰৰ বাবে

সাংসদ হৈ থকা কালতেই অন্ধ্ৰপ্ৰদেশ আৰু পঞ্জাৱত অনুষ্ঠিত বিধানসভা নিৰ্বাচনত কংগ্ৰেছৰ নিৰীক্ষক হিচাপে দেৱকান্তক পঠিয়াইছিল নেহৰুৱে।

১৯৫৭ চনৰ নিৰ্বাচনত দিল্লীলৈ নহয়, অসম বিধানসভালৈহে নিৰ্বাচিত হ'ল দেৱকান্ত। সেইবাৰ বিষ্ণুৰাম মেধিক মুখ্যমন্ত্ৰী পদৰ পৰা আঁতৰাই বিমলা চলিহাক সেই স্থানত অধিষ্ঠিত কৰাৰ নেপথ্যত আছিল দেৱকান্ত বৰুৱাৰ এক বিৰাট ভূমিকা। বিধানসভালৈ আহি এইবাৰ 'অধ্যক্ষ'ৰ দায়িত্ব গ্ৰহণ কৰিলে তেওঁ। কিন্তু বিধানসভা নিৰ্বাচনত তেওঁৰ প্ৰতিদ্বন্দী কমিউনিষ্ট নেতা ফণী বৰাই নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী দেৱকান্তই কাৰচাজি কৰা বুলি গোচৰ তৰিলে আৰু ন্যায়ালয়ে দিয়া ৰায় দেৱকান্তৰ বিৰুদ্ধে গ'ল। লগে লগে বিধানসভাৰ সদস্য পদ ত্যাগ কৰিবলৈ বাধ্য হ'ল দেৱকান্ত। তাৰ পাছত তেওঁ মনোনীত হ'ল গুৱাহাটী তেল শোধনাগাৰৰ চেয়াৰমেন। সেই সময়তে শোধনাগাৰক এক আধুনিক ৰূপ দিয়াৰ উপৰি ষ্টাফৰ কোৱাৰ্টাৰ, চিকিৎসা ব্যৱস্থা আদিৰ উন্নতিত অৰিহণা যোগাই।

১৯৬২ চনৰ বিধানসভা নিৰ্বাচনত জয়লাভ কৰিলে দেৱকান্তই আৰু বিমলা প্ৰসাদ চলিহা মন্ত্ৰীসভাত শিক্ষামন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰাৰ লগতে সমবায় অ ৰু পৰ্যটন বিভাগৰো দায়িত্ব গ্ৰহণ কৰিলে 'সাগৰ দেখা' কবিয়ে। শিক্ষামন্ত্ৰী হিচাপে তেওঁ তেতিয়াও অতি কম বেতন পোৱা প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকসকলৰ বেতন বৃদ্ধি কৰিলে। সকলো সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীসকলে যাতে বিভিন্ন বৃত্তিৰ সুবিধা পায়, তাৰ ব্যৱস্থা কৰিলে। সেই সময়তে প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক নিযুক্তি দিয়া স্কুল বোৰ্ড সমূহৰ চেয়াৰমেনক সাল-সলনি কৰিলে আৰু ভেটি দি চাকৰি লোৱা বহু শিক্ষককে বৰ্খাস্তিও কৰিলে। অৱশ্যে এই সম্পৰ্কত দেৱকান্ত বৰুৱাই 'কে'বাশ শিক্ষকক খেদিলো অথচ কুকুৰ এটায়ো নুভুকিলে' ধৰণৰ বিতৰ্কিত মন্তব্যও দিছিল বুলি শুনা যায়।

১৯৬৮ চনৰ পৰা '৭০ চনলৈ অইল ইণ্ডিয়াৰ চেয়াৰমেন হিচাপেও কাৰ্যনিৰ্বাহ কৰিছিল দেৱকান্ত বৰুৱাই। ১৯৭১ চনত বিহাৰৰ ৰাজ্যপাল হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰে তেওঁ।

দুবছৰকাল বিহাৰৰ ৰাজ্যপাল হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ পাছত অতি ওচৰৰ ব্যক্তি দেৱকান্তক ইন্দিৰা গান্ধীয়ে তেওঁৰ মন্ত্ৰীসভাত স্থান দিলে। কেন্দ্ৰীয় কেবিনেটত বৰুৱাই পেট্ৰ'লিয়াম আৰু ৰসায়ন দপ্তৰৰ মন্ত্ৰী হিচাপে কাৰ্যনিৰ্বাহ কৰে। অৱশ্যে মাথো এবছৰকালহে তেওঁ কেন্দ্ৰীয় মন্ত্ৰী আছিল। '৭৪ চনত তেওঁ ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰে। '৭৬ চনত তেওঁ অসমৰ পৰা ৰাজ্যসভাৰ সদস্য হিচাপে নিৰ্বাচিত হয়। কংগ্ৰেছৰ সভাপতি হিচাপে দায়িত্বভাৰ গ্ৰহণ কৰি বৰুৱাই কৰা উল্লেখযোগ্য কামৰ ভিতৰত আছিল তেতিয়ালৈ মুখ্য কাৰ্যালয় নথকা কংগ্ৰেছ দলৰ এক বিৰাট কাৰ্যালয় স্থাপন কৰি তাৰ নাম ৰাখে 'জৱাহৰ ভৱন'। তদুপৰি সাংবাদিক শংকৰ ঘোষৰ হতুৱাই 'হিষ্ট'ৰি অৱ নেছনেল কংগ্ৰেছ' নামৰ গ্ৰন্থখন লিখায় আৰু প্ৰকাশ কৰে। তদুপৰি কংগ্ৰেছ দলৰ সকলো ৰেকৰ্ডৰ সংকলন কৰে।

বিমলা প্ৰসাদ চলিহাৰ (১৯১০-১৯৭১) পাছত মহেন্দ্ৰ মোহন চৌধুৰীয়ে (১৯০৮-১৯৮২) অসমৰ মুখ্যমন্ত্ৰী হিচাপে দায়িত্ব গ্ৰহণ কৰিছিল ১৯৭০ চনত। ১৯৭২ চনত মহেন্দ্ৰ মোহন চৌধুৰীক আঁতৰাই ইন্দিৰা গান্ধীয়ে অসমৰ মুখ্যমন্ত্ৰী হিচাপে দায়িত্ব দিব বিচাৰিছিল দেৱকান্ত বৰুৱাক। কিন্তু তেওঁ সেই পদ গ্ৰহণ নকৰিলে। ইয়াৰ যুক্তি হিচাপে বৰুৱাই কৈছিল যে বহুদিন ৰাষ্ট্ৰীয় ৰাজনীতি কৰাৰ পাছত পুনৰ অসমলৈ উভতি অহাৰ ইচ্ছা তেওঁৰ সমূলি নাছিল। সেই সময়তে শৰৎচন্দ্ৰ সিংহক অসমৰ মুখ্যমন্ত্ৰী হিচাপে মনোনীত কৰাৰ ক্ষেত্ৰত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল দেৱকান্ত বৰুৱাই।

ভাৰতীয় সংবিধানৰ জনক ড° বাবাচাহেব ভীমৰাও আম্বেদকাৰৰো ঘনিষ্ঠ বন্ধু হিচাপে খ্যাতি লাভ কৰা দেৱকান্ত বৰুৱা যে ইন্দিৰা গান্ধীৰ অতি ওচৰৰ মানুহ আছিল, সেই কথা সকলোৱে জানে। পাছৰ কালত ইন্দিৰা গান্ধীৰ বিষয়ে দেৱকান্তই কৈছিল- 'প্ৰশাসনিক আৰু ৰাজনৈতিক ক্ষেত্ৰত ইন্দিৰা গান্ধীৰ অভিজ্ঞতা তেনেকৈ নাছিলেই নহয়। পঢ়া-শুনাও নাছিল তেনেকৈ। কামৰ প্ৰচেছ সম্পৰ্কেও অভিজ্ঞতা নাছিল। আৰু মহিলা হিচাপেও ঘূৰা-মেলা কৰাত কিছু অসুবিধা আছিল। ইন্দিৰা গান্ধী টেম্পাৰেমেণ্টেল আছিল...।' কিন্তু এদিন দেৱকান্তই 'ইন্দিৰাই ইণ্ডিয়া আৰু ইণ্ডিয়াই ইন্দিৰা' বুলি বিতৰ্কিত মন্তব্য কৰি ইন্দিৰাক সকলো বিতৰ্কৰ উৰ্ধ্বলৈ তুলিবলৈ যত্ন কৰিছিল। আৰু এয়াই আছিল কবি দেৱকান্তৰ, অধ্যয়নশীল পণ্ডিত দেৱকান্তৰ আনকি ৰাজনীতিক দেৱকান্তৰ জীৱনৰ শ্ৰেষ্ঠ ভুল। মাথো এই এটা বাক্যৰ বাবেই তেওঁ হয়তো অনন্ত কাললৈ ধিক্কাৰ পাই থাকিব।... অৱশ্যে এই সম্পৰ্কত দেৱকান্তই আত্মপক্ষ সমৰ্থন কৰিছে এনেধৰণে-"সেই সময়টো ভাৰতৰ কাৰণে বৰ জটিল আছিল- খুব ক্ৰিটিকেল আছিল। পুৰণি নেতাসকলৰ ইন্দিৰাৰ প্ৰতি সহানুভূতি নাছিল। বহুত আঁতৰি গৈছিল। দেশৰ স্বাৰ্থৰ কাৰণে I wanted to utilise her authority. এইটো এটা Rhetorical method."

১৯৭৬ চনত ৰাজ্যসভাৰ সদস্য হিচাপে নিৰ্বাচিত হোৱাৰ এবছৰৰ পাছত দেৱকান্ত বৰুৱা ১৯৭৭ চনত লোকসভালৈ নিৰ্বাচিত হৈছিল আৰু '৭৯ চনত লোকসভা ভংগ হোৱালৈ তেওঁ সাংসদ হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৭৪ চনৰ পৰা ১৯৭৭ চনলৈ তিনি বছৰকাল কংগ্ৰেছ দলৰ সভাপতি হৈ থকা দেৱকান্ত বৰুৱাৰ স'তে কোনো ধৰণৰ আলোচনা নকৰাকৈ ইন্দিৰা গান্ধীয়ে দেশত জৰুৰীকালীন অৱস্থা ঘোষণা কৰিছিল বুলি দেৱকান্তই পাছত কৈছিল এনেদৰে- 'ইমাৰ্জেন্সী সম্পৰ্কে মোৰ লগত কোনো আলোচনা কৰা নাছিল। সিদ্ধাৰ্থ শংকৰ ৰায়ৰ পৰামৰ্শ মতে ইমাৰ্জেন্সী দিবলৈ ঠিক কৰি ফখৰুদ্দিন চাহাবৰ এপ্ৰুভেল লৈছিল। মই মানা কৰিম বুলি জানিয়েই মোক একো জনোৱা নাছিল।'

ইন্দিৰা গান্ধীৰ আত্মস্বাৰ্থসৰ্বস্বতা আৰু সঞ্জয় গান্ধীৰ উৰ্দ্ধতালি দেখি কংগ্ৰেছ দলত থকাৰ ইচ্ছা শেষ হৈ গৈছিল দেৱকান্ত বৰুৱাৰ। সেইবাবেই ইন্দিৰা কংগ্ৰেছ ত্যাগ কৰি ৰজনী পেটেল আৰু শাৰদ পাৱাৰৰে লগ লাগি তেওঁ সমাজবাদী কংগ্ৰেছ পাৰ্টি

গঠন কৰিছিল। কিন্তু প্ৰথমে এই দলে কিছু সফলতা লাভ কৰিলেও পাছত দলৰ অস্তিত্বই শেষ হৈ গ'ল। তাৰ লগে লগেই ৰাজনৈতিক আন্দোলনত ভাগ লৈ ১৬ বছৰতে জেইল খটা দেৱকান্ত বৰুৱাৰ সুদীৰ্ঘ ৰাজনৈতিক জীৱনৰ অৱসান ঘটিল।

১৯৫১ চনত নিউজিলেণ্ড আৰু অষ্ট্ৰেলিয়াত হোৱা কমনৱেলথ সন্মিলনলৈ ভাৰতৰ প্ৰতিনিধি হিচাপে যোগদান কৰিবলৈ যোৱাৰে পৰা দেৱকান্তৰ বিদেশ ভ্ৰমণৰ দুৱাৰ মুকলি হৈছিল। তাৰ পাছত '৫৪ আৰু '৫৫ চনত তেওঁ দুবাৰকৈ গৈছিল ৰাষ্ট্ৰসংঘলৈ ভাৰতীয় প্ৰতিনিধি দলৰ সদস্য হিচাপে। কৃষি আয়োগৰ সদস্য হিচাপে ১৯৫৬ চনত গৈছিল জাভা, ভিয়েটনাম, চীন, থাইলেণ্ড, জাপান, কম্বোদিয়া, ইন্দোনেছিয়া আদি বিভিন্ন দেশলৈ। ভাৰতীয় সাংস্কৃতিক দলৰ নেতৃত্ব লৈ ১৯৬৪ চনত তেওঁ গৈছিল আফগানিস্থানলৈ। '৭৪ চনত পেট্ৰ'লিয়াম মন্ত্ৰী হিচাপে আৰব, ইৰাণ, ইৰাক আদি মধ্যপ্ৰাচ্যৰ দেশ ভ্ৰমণ কৰিছিল। ১৯৭৫ চনত কংগ্ৰেছ সভাপতি হিচাপে গৈছিল এছিয়াৰ কুৱেট, চিৰিয়া, ইৰাক আৰু ইউৰোপৰ ৰোমানিয়া, বুলগেৰিয়া, যুগোশ্লাভিয়া আদি দেশলৈ। তাৰো আগতে ছোভিয়েট ইউনিয়ন ভ্ৰমণ কৰিছিল ('৭৩ চনত)। '৭৬ চনত মধ্য আফ্ৰিকাৰ কে'বাখনো দেশ ভ্ৰমণ কৰিছিল তেওঁ। সমগ্ৰ বিশ্বৰ বুৰঞ্জীৰ ওপৰত বিশেষ দখল থকা দেৱকান্তই বিভিন্ন দেশ ভ্ৰমণ কৰোতে সেই দেশৰ ভিতৰছোৱাত লুকাই থকা ইতিহাসৰ অহৰহ সন্ধান কৰিছিল।

'সাগৰ দেখিছা' নামৰ মাথো এখন ৰোমাণ্টিক কাব্য গ্ৰন্থৰেই অসমীয়া সাহিত্যৰ জগতত আলোড়নৰ সৃষ্টি কৰা দেৱকান্ত বৰুৱা ৩০ৰ দশকৰ আবাহন যুগৰে কবি। তেওঁৰ কবিতাৰ বিষয়ে অসমীয়া পঢ়ুৱৈক বিশেষ একো কোৱাৰ প্ৰয়োজন নাই নিশ্চয়। 'অসমৰ এজন শ্ৰেষ্ঠ প্ৰেমৰ কবি' আখ্যা পোৱা দেৱকান্তৰ কবিতাৰ বিষয়ে কবীন ফুকনে 'যুগসন্ধিৰ কবিৰ প্ৰতি' নামৰ প্ৰবন্ধটোত লিখিছে-"উচ্ছ্বাসময়, বিদ্ৰোহাত্মক ইন্দ্ৰিয় পৰায়ণতা তেওঁৰ কাব্যজগতৰ সুস্পষ্ট পৰিচয়। তেওঁৰ কাব্যকথনত আছে অনন্ত প্ৰশ্নৰ আধুনিক প্ৰকৃতিৰ নাটকীয়তা; এই বিস্ফোৰণময় নাটকীয়তাই সহজ সমিধানৰ স্থবিৰতা নিলগাই থাকে। 'ছন্দৰ ৰহণ সানি ধৰাৰ ধূলিৰে' লিখা তেওঁৰ কবিতাত আছে তীব্ৰ ইহজাগতিক তন্ময়তা, পুৰুষ আৰু নাৰীৰ উত্তেজনাময় সান্নিধ্যৰ তাৎক্ষণিকতা, ভিন্ন লৈঙ্গিক সম্পৰ্কত পুৰুষ-হৃদয়ত উথলি উঠা আৰু শাম কটা জোৱাৰৰ হেন্দোলনি।..." কৈশোৰতে কবিতা লিখি সমগ্ৰ অসমতে খলকনি তোলা এইগৰাকী কবিৰ কবিতাৰ নিজৰা পাছৰ কালত শুকাই থাকিল। ৰাজনীতিয়ে দেৱকান্তই হত্যা কৰিলে কবি দেৱকান্তক।...এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে 'সাগৰ দেখিছা' কাব্য গ্ৰন্থত সন্নিবিষ্ট কবিতাৰ বাহিৰেও চাৰিটামান বিদেশী কবিতাৰ অনুবাদৰ লগতে শিশুৰ বাবেও কবিতা লিখিছিল কবি দেৱকান্তই।

সাংসদ, বিধানসভাৰ অধ্যক্ষ, শিক্ষামন্ত্ৰী, কেন্দ্ৰীয় মন্ত্ৰী, ৰাজ্যপাল আনকি সেই সময়ৰ অবিভক্ত কংগ্ৰেছ দলৰ সভাপতি হিচাপে দায়িত্ব গ্ৰহণৰ সুযোগ পোৱা দেৱকান্তক বহুতেই 'সুযোগসন্ধানী' আৰু 'স্বাৰ্থপৰ' বুলি সমালোচনা কৰা শুনা যায়। অৱশ্যে নিজা কৰ্মৰ বাবেই এনে সমালোচনা তেওঁৰ প্ৰাপ্যও। কিন্তু কংগ্ৰেছক মাথো ৰাজনৈতিক দল বুলি নকৈ জীৱন-যাপনৰ এক প্ৰণালী (কংগ্ৰেছ ইটছেলফ ইজ এ লাইফ ষ্টাইল) বুলি কোৱা

দেৱকান্তই কাহানিও 'অস্পষ্ট' ধাৰণাৰ আশ্ৰয় লোৱা নাছিল। তদুপৰি হেজাৰ সুবিধা পোৱাৰ পাছতো তেওঁক ভোগবাদী প্ৰৱণতাই সামান্যও স্পৰ্শ কৰা নাছিল। নগাঁৱৰ পৈতৃক গৃহৰ বাহিৰে তেওঁৰ নাছিল বিশেষ স্থাৱৰ-অস্থাৱৰ সম্পত্তি। ৰাজনীতি কৰোঁতেও বা তাৰ পাছতো গোটেই জীৱনকাল তেওঁ ভাড়াঘৰতে বাস কৰিছিল। শিক্ষামন্ত্ৰী হৈ থকা কালত তেওঁৰ ঘৰত এটা ৰেডিঅ'ও নেদেখি পশ্চিমবঙ্গৰ প্ৰখ্যাত নেতা অতুল্য ঘোষ আৰু প্ৰফুল্ল সেনে কলিকতাৰ পৰা বৰুৱালৈ এটা ৰেডিঅ উপহাৰস্বৰূপে পঠিয়াইছিল। .....তেন্তে জীৱনকালত সদনাম আৰু বদনাম সমানেই অৰ্জন কৰা দেৱকান্তই কি সম্পত্তি ঘটিলে? হয় হয়, তেওঁৰ আছিল সবাতোকৈ ডাঙৰ সম্পত্তি, সেয়া হ'ল ৫০ হেজাৰমান কিতাপৰ সংগ্ৰহ থকা এটা বিৰাট লাইব্ৰেৰী। ভাড়াঘৰত কিতাপ ৰাখিবলৈ ঠাই নোহোৱাত তেওঁ ভাটিয়া নামৰ বন্ধু এজনৰ ঘৰত ২০ হেজাৰমান কিতাপ থৈছিল। কিতাপ নপঢ়া আৰু নিকিনা মানুহ বুলি অসমীয়াৰ যি বদনাম আছে, সেই বদনামৰ পৰা জাতিটোক যেন উদ্ধাৰ কৰিব বিচাৰিছিল দেৱকান্ত বৰুৱাই।

১৯৯৬ চনৰ ২৮ জানুৱাৰীত দিল্লী চহৰতে মৃত্যুবৰণ কৰা দেৱকান্ত বৰুৱা আছিল স্পষ্টবাদী আৰু অধ্যয়নশীল ৰাজনীতিক। জীৱনৰ ৮২টা বসন্ত উপভোগ কৰা এইজনা বিতৰ্কিত ব্যক্তিৰ জীৱনৰ উত্থান-পতন, অনুভৱ-উপলব্ধি আদি নতুন পুৰুষৰ বাবে হ'ব পাৰে চৰ্চাৰ বিষয়। হয়তো প্ৰেৰণাৰো বিষয়।



(৪২)

# হেম বৰুৱা

নামেই যাৰ পৰিচয়, তেৱেঁই হেম বৰুৱা। অসমৰ এগৰাকী আগশাৰীৰ শিক্ষাবিদ, সাহিত্যিক, মুক্তিযোদ্ধা আৰু ৰাজনীতিক হিচাপে পৰিচিত হেম বৰুৱাই জীৱন কালত বিৰল প্ৰতিভাৰ স্বাক্ষৰ থৈ গৈছে। সাংসদ হিচাপে থকা কালত তেওঁৰ অখণ্ডনীয় যুক্তি - তৰ্কবোৰলৈ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱেও অহৰহ ভয় কৰিছিল। সাংসদ হিচাপে তেওঁ দেখুওৱা কৃতিত্বৰ কাহিনীবোৰ আজি কিম্বদন্তিলৈ পৰিণত হৈছে।

ঐতিহ্যমণ্ডিত বংশত জন্মলাভ কৰা হেম বৰুৱাৰ পূৰ্বপুৰুষ গদাধৰ উপাধ্যায়। সেই সময়ত উত্তৰ গুৱাহাটীত বসবাস কৰা গদাধৰৰ পুত্ৰ চক্ৰধৰ কাঠবৰুৱা। চক্ৰধৰৰ পুত্ৰ জগন্নাথ বৰকাকতী। ।জগন্নাথৰ পুত্ৰ কলাই ভৰালী বৰুৱা। কলাইৰ পুত্ৰ শ্ৰীৰাম বৰভাণ্ডাৰ বৰুৱা, তেওঁৰ পুত্ৰ কৃষ্ণৰাম বৰভাণ্ডাৰ বৰুৱা। কৃষ্ণৰাম আছিল চিৰস্তাদাৰ, কমিচনাৰ কাৰ্যালয়ৰ ছুপাৰিণ্টেণ্ডেণ্ট আদি বিষয়বাব লাভ কৰা চাকৰিয়াল। তেওঁৰ পুত্ৰ বিজয়ৰাম শৰ্মা বৰুৱা। বিজয়ৰামৰ পুত্ৰ বিনন্দীৰাম শৰ্মা বৰুৱা। বিনন্দীৰামৰ সৰু কালছোৱাত এই পৰিয়ালৰ আৰ্থিক অৱস্থা ভাগি পৰে। তথাপি অশেষ কষ্ট আৰু যাতনৰে তেওঁ গুৱাহাটীৰ কলেজিয়েট স্কুলত সপ্তম শ্ৰেণীলৈ পঢ়িলে। সেই সময়তে পিতৃ-মাতৃৰ অকাল মৃত্যু ঘটাত উপায়হীন হৈ কিছুদিন লোকৰ ঘৰত কাম কৰি উজনিমুৱা জাহাজত উঠিল ভাগ্যৰ অন্বেষণত। শেষত বিনন্দীৰাম শৰ্মা বৰুৱাই তেজপুৰত ডাক পিয়নৰ চাকৰি এটা পালে। তাৰ পাছত তেওঁ জাহাজৰ ছাব এজেণ্টৰ চাকৰি এটা পাই তেজপুৰ, বিশ্বনাথ ঘাট, বিহালী, গমিৰিঘাট আদি ঠাইত চাকৰি জীৱন অতিবাহিত কৰিলে।

বিনন্দীৰাম শৰ্মা বৰুৱাৰে প্ৰথম সন্তান হেম বৰুৱা। ১৯১৫ চনৰ ২২ এপ্ৰিলত তেজপুৰত জন্মগ্ৰহণ কৰা হেম বৰুৱাৰ মাতৃৰ নাম পদ্মলোচনী দেৱী। গমিৰিত থাকি কিছু ডাঙৰ হোৱাৰ পাছত হেম বৰুৱাৰ সহিতে পৰিয়ালৰ অন্যান্য সদস্যক দেউতাকে আনি ৰাখিলে যোৰহাটত। যোৰহাটত মোমায়েকৰ ঘৰত থাকি প্ৰথমছোৱাত নানা দুষ্টালিৰে সময় ব্যয় কৰিলেও তৰাজান পাঠশালাত নামভৰ্তি কৰি দিয়াৰ পাছত তেওঁ পঢ়া-শুনাত কিছু পৰিমাণে কৃতিত্ব দেখুৱায়। ১৯২৪ চনত তেওঁ যোৰহাট টাউন এম ই স্কুলত নামভৰ্তি কৰে। চতুৰ্থ শ্ৰেণীত পঢ়ি থাকোতেই এবাৰ গাঁৱৰ ধনী মহাজনক দেখি হেম বৰুৱাৰো ইচ্ছা হয় দোকান এখন খুলি ধনী হোৱাৰ। কথা মতেই বাৰীৰ কল, তামোল-পাণ, মোমায়েকে অফিচৰ পৰা নিয়া পেঞ্চিল, কলম, কাগজ, বুঢ়ী মাকে ভাজি দিয়া আখৈ আদি সামগ্ৰী লৈ ৰাজআলিৰ কাষত পেকিং বাকচ এটিৰ ওপৰত পুৰণি কাকত পাৰি লৈ হেম বৰুৱাই দোকান খুলিলে। স্কুললৈ যোৱা বন্ধ হ'ল। কিন্তু ব্যৱসায়ী হোৱাৰ স্বপ্ন বেছি দিনলৈ টিকি

নাথাকিল। গমিৰিত থকা দেউতাকে কথাটো গম পাই আহি দোকান লণ্ডভণ্ড কৰি ধৰি বান্ধি হেমকান্তক স্কুললৈ নিলে। তথাপি পঢ়া-শুনাত মন বহা নাছিল তেওঁৰ। তাতকৈ চিগাৰেট টানি টানি ৰাস্তাত বৰ মানুহ দেখুৱাই ঘুৰি ফুৰিবলৈহে তেওঁ ভাল পাইছিল।

দেউতাকলৈ ভয় কৰি স্কুললৈ যোৱা হেম বৰুৱাই তাৰ পাছত যোৰহাট মিছন স্কুলত কিছুকাল পঢ়া-শুনা কৰি ১৯২৮ চনত তেজপুৰ চৰকাৰী হাইস্কুলত নাম ভৰ্তি কৰিলে। কলিবাৰীত মেছ কৰি থাকি তেওঁ ১৯৩২ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ইংৰাজীত চোকা আৰু অংকত কেঁচা হেম বৰুৱাই বহল সমাজৰ সন্ধান পায় তেজপুৰত। বন্ধু চন্দ্ৰধৰ গোস্বামী, নটসূৰ্য ফণী শৰ্মা আদিৰ স'তে ৰং-ধেমালি কৰি প্ৰতি দেওবাৰে উষা ছাত্ৰ সভাত (সভাপতি আছিল দেশপ্ৰাণ চন্দ্ৰ নাথ শৰ্মা) যোগ দি তেওঁৰ চিন্তাধাৰা পুৰঠ হ'ল। ১৯৩২ চনত তেওঁ গুৱাহাটীলৈ আহি কটন কলেজত নামভৰ্তি কৰিলে। প্ৰথমে থাকিব ল'লে ছেকেণ্ড মেছত, পাছত নিউ হোষ্টেলত। কলেজত অনুষ্ঠিত বিভিন্ন সভাত তেওঁ লাহে লাহে নীৰৱ দৰ্শক হিচাপেই যোগ দিবলৈ ল'লে। তদুপৰি তেওঁ দুই-এক লেখা-মেলাও কৰিব ল'লে। বিভিন্ন সাহিত্যিক বন্ধুৰ সান্নিধ্যৰ বাবেই তেওঁৰ মনলৈ সাহিত্য চৰ্চাৰ ভাব আহিছিল।

১৯৩৪ চনত আই এ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ হেমকান্ত শৰ্মা বৰুৱাই ইংৰাজী বিষয়ত অনাৰ্চ লৈ বি এ শ্ৰেণীত নাম লিখালে।

১৯৩২ চনত ইংৰাজী সাহিত্যত, দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ লৈ হেমকান্ত শৰ্মা বৰুৱা (তেতিয়া সেই নামেই আছিল) উত্তীৰ্ণ হ'ল। তাৰ পাছত কলিকতা বিশ্ববিদ্যালয়ত নাম লিখালে আৰু থাকিব ল'লে আইডিয়েল হোমত। কলিকতাত পঢ়ি থাকোতে এ এছ এল ক্লাবৰ দ্বাৰা প্ৰকাশিত সাহিত্য সংকলনত 'কবিতা' শীৰ্ষক এক আলোচনা আৰু দুই-এটা গল্প লিখিছিল হেমকান্ত শৰ্মা বৰুৱাই। তাৰ বাহিৰে তেওঁ আন কিবা উল্লেখযোগ্য কাম কৰিছিল বুলিব নোৱাৰি। ১৯৩৮ চনত দ্বিতীয় শ্ৰেণী লাভ কৰি এম এ পৰীক্ষাত উত্তীৰ্ণ হ'ল তেওঁ।

এম এ পাছ কৰাৰ পাছত কিছুদিন নিবনুৱা হৈ ঘৰতে বহি থাকিল হেম বৰুৱা। আড্ডা মৰাত অতি পাৰ্গত হৈ উঠা হেম বৰুৱাক কেন্দ্ৰ কৰি ডেকা সাহিত্যিক কেইজনমান গোট খায়। সেই সময়ত 'আৱাহন' আৰু 'বাঁহী'ৰ নিয়মীয়া পাঠক হেম বৰুৱাই সেইবোৰত প্ৰকাশিত গল্প-কবিতা-প্ৰবন্ধবোৰ পঢ়ি লেখকসকলক প্ৰায়েই কটু সমালোচনা কৰে। এদিন তেনেদৰে কটু কথা কৈ থাকোতে অধৈৰ্য হৈ এজনে হঠাৎ মাত লগালে-'হেৰি এইবোৰ মানুহে এইবোৰ কিবা নহয় কিবা এটা কৰিছেই। আপুনি এম এ পাছ কৰি কিটো কৰিছে? নিজে নিলিখে কিয়?'... তাৰ পাছত হেম বৰুৱাই লিখিবলৈ লয়। আধুনিক নাট্য-সাহিত্যত ৰিয়েলিজম আৰু ৰোমান্স, পাৰ্ল বাক, মেটাৰ লিঙ্কৰ সাহিত্য প্ৰতিভা, আধুনিক সাহিত্যৰ প্ৰকাশভঙ্গী, আধুনিক সাহিত্যত শিশুৰ জীৱন, আধুনিক সাহিত্যৰ প্ৰকৃত লক্ষণ আদি তেওঁৰ সেই সময়ছোৱাৰ ৰচনা। সেই সময়তে তেওঁ ইংৰাজী ভাষাত কে'বাটাও প্ৰবন্ধ লিখে।

প্ৰায় তিনি বছৰ ধৰি নিবনুৱা হৈ আছিল হেমকান্ত শৰ্মাবৰুৱা। ১৯৪১ চনৰ আগলৈকে অন্য দহজন ছাত্ৰৰ দৰে স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰিছিল যদিও সক্ৰিয় ৰাজনীতিৰ স'তে সংযোগ নাছিল। আড্ডা দিয়া, অধ্যয়ন আৰু সাহিত্য-চৰ্চা এয়েই আছিল তেওঁৰ নিত্যকৰ্ম। ১৯৪১ চনত কিছুদিনৰ বাবে তেওঁ সন্দিকৈ ছোৱালী কলেজত অধ্যাপনা কৰাৰ সুযোগ পাইছিল। তাৰ পাছত সেই বছৰতে তেওঁ জে বি কলেজত (যোৰহাট) প্ৰবক্তাৰ চাকৰি পালে। '৪১ চনটোতে তিতাবৰত অনুষ্ঠিত জিলা ছাত্ৰ ফেডাৰেছনৰ তেওঁ সভাপতি হ'বলৈ বাধ্য হ'ল কেইজনমান বন্ধুৰ নেৰানেপেৰা অনুৰোধত। তেতিয়াৰ কমিউনিষ্ট পাৰ্টিৰ দ্বাৰা প্ৰভাৱান্বিত হ'লেও কিন্তু যোৰহাট ছাত্ৰ ফেডাৰেছনে স্বাধীনতা সংগ্ৰামৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। ১৯৪২ চনৰ অক্টোবৰত গ্ৰেপ্তাৰ হৈ হেম বৰুৱাই যোৰহাট জেলত কাৰাবাস খাটিব লগা হ'ল। যোৰহাট জেলত তেওঁৰ অধ্যয়ন বিস্তৃত হ'ল। প্ৰভাৱিত হ'ল সেই সময়ত সেই জেলতে কাৰাবাস খটা গোপীনাথ বৰদলৈৰ। জেলৰ পৰা ওলাই অহাৰ পাছত হেম বৰুৱা পুনৰ নিবনুৱা হ'ল, কাৰণ জে বি কলেজ সহ অসমৰ বহু শিক্ষানুষ্ঠান মিলিটেৰীৰ কবলত আছিল। সেই সময়ত যোৰহাটত আত্মগোপন কৰি থকা অৰুণা আ 'ফ আলি আৰু যোৰহাটলৈ অহা জৱাহৰলাল নেহৰুৰ সান্নিধ্য লাভ কৰিলে হেম বৰুৱাই।

গোপীনাথ বৰদলৈৰ আমন্ত্ৰণত আৰু দেৱকান্ত বৰুৱাৰ নিৰ্দেশত ১৯৪৪ চনৰ ৩০ জুনত হেম বৰুৱাই গুৱাহাটীত নতুনকৈ স্থাপিত বি বৰুৱা কলেজত যোগদান কৰিলে। উপাধ্যক্ষ হিচাপে দায়িত্ব লোৱা হেম বৰুৱাই পঢ়ুৱাইছিল ইংৰাজী আৰু অসমীয়া সাহিত্য। অধ্যক্ষ আছিল স্বয়ং গোপীনাথ বৰদল�ৈ। বৰদলৈ তেতিয়া সক্ৰিয় ৰাজনীতিক, গতিকে কলেজৰ সমস্ত দায়িত্ব হেম বৰুৱাই কান্ধ পাতি ল'লে। তাৰ পাছত ১৯৪৫ চনৰ ২৯ অক্টোবৰত গোপীনাথ বৰদলৈ অসমৰ প্ৰধানমন্ত্ৰী নিৰ্বাচিত হোৱাৰ পাছত হেম বৰুৱা বি বৰুৱা কলেজৰ অধ্যক্ষ হয়গৈ। অধ্যাপক হিচাপে হেম বৰুৱাৰ খ্যাতি আছিল যথেষ্ট। জে বি কলেজত পঢ়ুৱাৰে পৰা তেওঁৰ বক্তৃতা শুনিবলৈ আনকি বাহিৰা ক্লাছৰ ছাত্ৰও আহিছিল। বি বৰুৱা কলেজতো সেয়াই ঘটিছিল। অধ্যক্ষ হিচাপে হেম বৰুৱা আছিল অতি কঠোৰ অথচ সহানুভূতিশীল আৰু মৰমিয়াল। কলেজৰ চকীদাৰৰ পৰা প্ৰতিজন ছাত্ৰ-ছাত্ৰীৰে অভাৱ-অভিযোগৰ খবৰ তেওঁ ৰাখিছিল। উল্লেখ্য বি বৰুৱাৰ লগতে '৪৪ চনৰ ছেপ্টেম্বৰৰ পৰা '৪৫ চনৰ ডিচেম্বৰলৈ পুনৰ তেওঁ সন্দিকৈ কলেজতো পাঠদান কৰিছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাৰ আন্দোলনতো হেম বৰুৱা যুক্ত আছিল। বিশ্ববিদ্যালয়ৰ প্ৰথমখন কোৰ্ট সভাৰ সদস্য মনোনীত হৈছিল তেওঁ। বিশ্ববিদ্যালয়ৰ উন্নয়নৰ বাবে তেওঁ দেহেকেহে খাটিছিল। স্বাধীনতাৰ পাছত কংগ্ৰেছ বিৰোধী ছ'চিয়েলিষ্ট নেতা হিচাপে তেওঁ গোপীনাথ বৰদলৈ আৰু কংগ্ৰেছৰ কাম-কাজৰ সমালোচনা কৰিছিল। ১৯৪৭ চনৰ সাত মাৰ্চত অনুৰূপা দেৱীৰ স'তে বিবাহ পাশত আবদ্ধ হয় হেম বৰুৱা।

১৯৫২ চনত স্বাধীন ভাৰতৰ প্ৰথমখন সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। এই নিৰ্বাচনত হেম বৰুৱাই ছ'চিয়েলিষ্ট দলৰ প্ৰাৰ্থী হিচাপে গুৱাহাটী বিধানসভা সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল যদিও কমিউনিষ্ট প্ৰাৰ্থী গৌৰীশংকৰ ভট্টাচাৰ্যৰ হাতত পৰাজয় বৰণ কৰে। ১৯৫৬ চনত ৰোহিণী কুমাৰ চৌধুৰীৰ অকাল মৃত্যু ঘটাত গুৱাহাটী সংসদীয় আসনখন খালী হোৱাত যি উপ-নিৰ্বাচন অনুষ্ঠিত হৈছিল, তাতো প্ৰতিদ্বন্দ্বিতা কৰি কংগ্ৰেছ প্ৰাৰ্থী দেবেন্দ্ৰ নাথ শৰ্মাৰ হাতত তেওঁ পৰাজিত হৈছিল। তাৰ পাছৰ বছৰত ('৫৭)অনুষ্ঠিত দ্বিতীয় সাধাৰণ নিৰ্বাচনত দেবেন্দ্ৰ নাথ শৰ্মাক পৰাজিত কৰি সাংসদ হিচাপে গুৱাহাটী সমষ্টিৰ পৰা জয়লাভ কৰিলে হেম বৰুৱাই। হেম বৰুৱাৰ কৰ্মক্ষেত্ৰ সলনি হ'ল গুৱাহাটীৰ পৰা দিল্লীলৈ। এজন সাৰ্থক সাংসদ হ'বলৈ যিবোৰ যোগ্যতাৰ প্ৰয়োজন সেই আটাইবোৰ আছিল তেওঁৰ। তেওঁ আছিল সু-চৰিত্ৰবান, সাহসী, স্পষ্টবাদী বক্তা আৰু দেশৰ সকলোবোৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক তথ্য নখদৰ্পণত ৰখা এগৰাকী অধ্যয়নশীল ব্যক্তি। সেইবাবেই সংসদৰ প্ৰায় প্ৰতিটো বিতৰ্কতেই অংশগ্ৰহণ কৰি চৰকাৰী পক্ষক বিবুধিত পেলাই সাংসদ হিচাপে তেওঁ হৈ পৰিছিল জাকতজিলিকা। 'টাইমছ অব ইণ্ডিয়া' কাকতে সেইবাৰ শ্ৰেষ্ঠ ১০ গৰাকী সাংসদৰ কাৰ্যকলাপৰ খতিয়ান দাঙি ধৰিছিল আৰু সেই ১০ জনৰ ভিতৰৰে হেম বৰুৱা আছিল অন্যতম। তদুপৰি পঞ্জাবৰ 'ট্ৰিবিউন' কাকতে প্ৰকাশ কৰা ১৫ জন সাংসদৰ অন্যতম হিচাপেও তেওঁ ঠাই দখল কৰিছিল।

দুটা গুণৰ বাবে হেম বৰুৱাৰ ৰাজনৈতিক জীৱন উল্লেখনীয় হৈ ৰ'ব বুলি বিশিষ্ট সাংবাদিক মুনীন বৰকটকীয়ে তেওঁৰ 'বিস্মৃত ব্যতিক্ৰম' নামৰ গ্ৰন্থখনত কৈছে, 'এটা হ'ল, নেতৃত্বৰ মৰ্যাদা লভক বা নলভক, বৰুৱাৰ অভূতপূৰ্ব জনপ্ৰিয়তা আমাৰ ৰাজনীতিকসকলৰ বাবে সদায় কৌতূহল আৰু ঈৰ্ষাৰ বিষয় হৈ ৰ'ব। ৰাজনৈতিক ক্ষমতা নোহোৱাকৈয়ো ব্যক্তিগত আকৰ্ষণীয়তা আৰু সেৱা ভাবৰ সততাৰ গুণে অতি কম সময়ৰ ভিতৰতে তেওঁ যেনেকৈ জনতাৰ মাজত তেওঁৰ বিগ্ৰহ সু-প্ৰতিষ্ঠিত কৰিব পাৰিলে, সেইটো বহুতৰ বাবেই বিমুগ্ধ আগ্ৰহৰ বিষয়। তেওঁৰ ৰাজনৈতিক কৃতিত্বৰ আনটো প্ৰমাণ হ'ল- নিজে পণ্ডিত আৰু শিল্প জনোচিত নিৰাসক্ত ভাবাপন্ন লোক হৈয়ো সৰ্বসাধাৰণ জনতাৰ সৈতে একে পৰ্যায়তে সমানে সমানে সহযোগী হিচাপে একাত্মবোধেৰে কাম কৰিব পৰাৰ তেওঁৰ দুৰ্লভ ক্ষমতা।..'

সংসদত হেম বৰুৱাই প্ৰথমতেই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল খনিজ মন্ত্ৰী কেশৱ দেৱ মালব্যৰ বিৰুদ্ধে এটা কোম্পানীৰ পৰা উৎকোচ হিচাপে ১০ হেজাৰ টকা লোৱা বুলি অভিযোগ তুলি। হেম বৰুৱাই এই ইছ্যুটো ইমানেই সৰৱ কৰি তুলিছিল যে শেষত প্ৰধানমন্ত্ৰী নেহৰুৱে খনিজ মন্ত্ৰীজনাক পদত্যাগ কৰিবলৈ নিৰ্দেশ দিছিল।... ১৯৬০ চনত অসমত ভাষা আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিছিল। চৰকাৰী বাহিনীৰ হাতত প্ৰতিবাদকাৰী ছহিদ হৈছিল আৰু দিল্লীতো সংসদ কঁপাই তুলিছিল হেম বৰুৱাই। তদুপৰি ভাষা আন্দোলনৰ বিৰুদ্ধে দিল্লীত বহু প্ৰচাৰ-পত্ৰ বিলাইছিল, বেনাৰ আৰিছিল ষড়যন্ত্ৰকাৰীয়ে। হেম বৰুৱাই সকলোবোৰৰ মোকাবিলা কৰিছিল নিজৰ শানিত যুক্তিৰে। সাম্প্ৰদায়িক গোষ্ঠী এটাই তেতিয়া হেম বৰুৱাৰ স'তে গুণ্ডাবাহিনীয়ে কাম কৰে বুলিও

প্ৰচাৰ কৰিছিল। কিন্তু সেও মনা ব্যক্তি নহয় হেম বৰুৱা। 'অসমীয়া' বিৰোধীসকলক উচিত শিক্ষা দিছিল তেওঁ। চৰকাৰে অসমীয়াক সংবিধানৰ অনুসূচীত অন্তৰ্ভুক্ত কৰিছিল। তেল শোধনাগাৰ নিৰ্মাণৰ দাবী জনাই চলোৱা আন্দোলনৰ সময়তো হেম বৰুৱাই সংসদ কঁপাইছিল।

১৯৬২ চনত হেম বৰুৱা পুনৰ গুৱাহাটীৰ পৰা সংসদলৈ নিৰ্বাচিত হৈছিল কংগ্ৰেছ প্ৰাৰ্থী, বিশিষ্ট শিক্ষাবিদ, সাহিত্যিক তীৰ্থনাথ শৰ্মাক পৰাজিত কৰি। '৬২ চনত চীনৰ আক্ৰমণৰ পৰা অসমক কেনেকৈ ৰক্ষা কৰিব, এই বিষয়ক লৈ সদনত হুলস্থুল লগাই দিছিল হেম বৰুৱাই। হেম বৰুৱাৰ তৎপৰতাৰ বাবেই অসমৰ কথা বাৰে বাৰে ভাবিবলৈ বাধ্য হৈছিল নেহৰু।... প্ৰধানমন্ত্ৰী নেহৰুক যুক্তি তৰ্কত পৰাস্ত কৰি বাৰে বাৰে বিপদত পেলোৱা মানুহজনেই আছিল হেম বৰুৱা। চীনৰ প্ৰতি থকা ভাৰতৰ দুৰ্বল নীতিৰ বিষয়ে সমালোচনামুখৰ হৈ হেম বৰুৱাই কৈছিল, 'সিংহৰ লগত জানো ভেড়া ছাগলীৰ সহাৱস্থান হ'ব পাৰে? সহাৱস্থান হ'লে সিংহৰ পেটত ছাগলী সোমাব লাগিব।' নেহৰু খণ্ডত টিঙিৰি তুলা হৈ পৰিছিল যদিও তেতিয়া হেম বৰুৱাৰ যুক্তি খণ্ডন কৰিবলৈ তেওঁৰ মুখত ভাষা নাছিল।... আকৌ এবাৰ তিব্বত কেতিয়াও স্বাধীন নাছিল বুলি সদনত নেহৰুৱে কোৱাত হেম বৰুৱাই চিএঞৰি উঠিল - 'কিয় আপোনাৰ গ্লিম্পচেছ অব দি ৱৰ্ল্ড হিষ্টৰী নামৰ গ্ৰন্থখনৰ ১৯৩৯ চনৰ সংস্কৰণৰ ৮৪২ নং পৃষ্ঠাত তিব্বত এখন স্বাধীন ৰাষ্ট্ৰ বুলি লিখা নাছিল জানো?' নেহৰুৰ মুখ বন্ধ হ'ল। তেওঁ সকলোৰে সন্মুখত স্বীকাৰ কৰিবলৈ বাধ্য হ'ল 'তেনেদৰে লিখিবৰ সময়ত মোৰ হাতত বিশেষ তথ্য-পাতি নাছিল।' হেম বৰুৱাৰ স্মৃতিশক্তি দেখি নেহৰু সমন্বিতে সকলো সাংসদ আচৰিত হৈছিল।... হেম বৰুৱাই আকৌ এবাৰ শেল বহুৱাইছিল নেহৰুৰ বুকুত-'পৰৰাষ্ট্ৰৰ সৈতে আমাৰ ৰাষ্ট্ৰৰ যেতিয়া সংঘাত হয়, তেতিয়াই প্ৰধানমন্ত্ৰীক ক্ৰিকেট খেলৰ আম্পায়াৰ হিচাপে আমি দেখিবলৈ পাওঁ। স্বাৰ্থনিহিত ৰাষ্ট্ৰৰ প্ৰধানমন্ত্ৰী হিচাপে নহয়।' এইবোৰ মাথো দুটামান উদাহৰণহে। বাহিৰত বা সদনত সদায় নেহৰুৰ ভুলৰ সমালোচনা কৰাৰ অলেখ কথা আজি কিম্বদন্তিত পৰিণত হৈছে। কিন্তু নেহৰুৱেও হেম বৰুৱাৰ ওচৰত কৃতজ্ঞতা জনাই ক'বলৈ বাধ্য হৈছিল যে তেনে এজন সাংসদ থকাৰ বাবেই তেওঁ নিজৰ কাম-কাজ যুক্তিৰে চালিজাৰি চাব পাৰিছে। সেই বাবেই দূৰদৰ্শী নেহৰুৱে ব্যক্তিগত জীৱনত হেম বৰুৱাৰ স'তে বন্ধুসুলভ সম্পৰ্ক গঢ়ি তুলিছিল আৰু নেহৰুৱে বৰুৱাৰ স'তে বহু বিষয়ত গোপনভাৱে আলোচনা কৰিহে সেইবিষয়ত সিদ্ধান্ত লৈছিল।... সেই বাবেই ১৯৬৪ চনৰ ২৭ মে'ৰ দিনটো হেম বৰুৱাৰ জীৱনৰ অন্যতম বিষাদৰ দিন আছিল। কাৰণ সেইদিনাখনেই জৱাহৰলাল নেহৰুৰ মৃত্যু হৈছিল।

১৯৬৭ চনত মঙ্গলদৈৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী ধৰণীধৰ দাসক পৰাজিত কৰি সংসদলৈ নিৰ্বাচিত হৈছিল হেম বৰুৱা। লাল বাহাদুৰ শাস্ত্ৰী আৰু ইন্দিৰা গান্ধীকো কঠোৰ সমালোচনা কৰা হেম বৰুৱাক তেওঁলোকে কংগ্ৰেছ দললৈ নিবলৈ বহুবাৰ চেষ্টা চলাইছিল। গোপীনাথ বৰদলৈৰ সান্নিধ্যত থাকিও তেওঁ বিৰোধী ৰাজনীতিত আছিল। কংগ্ৰেছী হোৱা হ'লে বি বৰুৱা কলেজত তেওঁ বৰদলৈৰ উত্তৰসূৰী হোৱাৰ দৰে অসমৰ

ৰাজনীতিতো বৰদলৈৰ যোগ্য উত্তৰসূৰী হ'লহেঁতেন বুলি কোৱাৰ থল আছে। নহ'লেও কংগ্ৰেছী হৈ প্ৰশাসনীয় ৰাজনীতিৰ শীৰ্ষবিন্দুত থাকিলেহেঁতেন। কিন্তু তেওঁ আছিল সদায় ব্যতিক্ৰমী। তদুপৰি ৰাজনৈতিক জীৱনক ব্যক্তিগত জীৱনৰ লগত কাহানিও সাঙুৰি নেপেলোৱা ত্যাগী পুৰুষ হেম বৰুৱাই এই কথাও বুজিছিল যে, বিৰোধী দল শক্তিশালী হ'লেহে চৰকাৰো সবল হ'বলৈ বাধ্য হ'ব।....

হেম বৰুৱাৰ সমগ্ৰ কৰ্মৰ বিষয়ে এই নিবন্ধত লিখাটো সম্ভৱ নহয়। আমাৰ লক্ষ্য হ'ল হেম বৰুৱা 'মানুহজন'ৰ এক আভাস দিয়াহে। সেইবাবে বৰুৱাৰ ৰাজনীতি আৰু সংসদ সম্পৰ্কীয় কথাৰ ইমানতে অন্ত পেলাই এই তথ্য জনাব বিচাৰো যে, ১৯৭০ চনৰ শেষৰ ফালে ইন্দিৰা গান্ধীৰ নিৰ্দেশত লোকসভা ভঙ্গ কৰি দিয়া হৈছিল। তাৰ লগে লগে অন্ত পৰিছিল বৰুৱাৰ সংসদী জীৱনৰো। তাৰ পাছত বছৰত ('৭১) যেতিয়া পুনৰ মধ্যবৰ্তী নিৰ্বাচন হৈছিল, সেইবাৰ হেম বৰুৱা কিন্তু কংগ্ৰেছৰ প্ৰাৰ্থী ধৰণীধৰ দাসৰ হাতত পৰাজিত হৈছিল। কাৰণ সেইবাৰ ড° ভূপেন হাজৰিকাও মণ্ডলদৈ সমষ্টিৰ এজন প্ৰাৰ্থী হোৱাত হেম বৰুৱা আৰু ড° হাজৰিকাৰ মাজত ভোটৰ বিভাজন ঘটি কংগ্ৰেছৰ প্ৰাৰ্থীজন সৰকি গৈছিল।

হেম-বৰুৱা মাথো দিল্লীতেই দপ্‌দপাই থকা ব্যক্তি নাছিল। অসমৰ ৰাইজৰ প্ৰতিটো বিপদ-আপদত তেওঁ ৰাইজৰ এজন হৈ কামত লাগিছিল। সংসদ নবহা কালত তেওঁ অহৰহ থাকিছিল অসমতেই। অসমৰ প্ৰতিটো চহৰৰ, প্ৰতিখন গাঁৱৰ বাবেই তেওঁ চিন্তা কৰিছিল। হেম বৰুৱাৰ দৰে তৃণমূল পৰ্যায়ৰ নেতা স্বাধীনতাৰ পাছত বিৰল বুলিয়েই ক'ব পাৰি। তদুপৰি এই কথাও ক'ব পাৰি যে ছ'চিয়েলিষ্ট পাৰ্টি কৰিলেও হেম বৰুৱা ৰাইজৰ বাবে আছিল দলতকৈ বহু ঊৰ্ধ্বৰ এজন মহান ৰাজনীতিক। দৰাচলতে তেতিয়া হেম বৰুৱাৰ বাবেহে অসমত ছ'চিয়েলিষ্ট দলে ইমানখিনি প্ৰচাৰ পাইছিল বুলি কোৱাৰ থল আছে।

কোনো কালতে হেম বৰুৱাৰ আৰ্থিক অৱস্থা সচ্ছল নাছিল। সাংসদ হৈ থকা অৱস্থাত দৰমহাৰ টকাৰে জোৰা-টাপলি মাৰি ঘৰখন চলাইছিল যদিও পাছত তেওঁৰ আৰ্থিক অৱস্থা একেবাৰে ভাঙি পৰাত পুত্ৰ এজনক বিশ্ববিদ্যালয়ত পঢ়ি থকা অৱস্থাতে আনি চাকৰি প্ৰাৰ্থীৰূপে থিয় কৰাইছিল। নিজেও টিউচন বিচাৰিছিল কিন্তু সেয়া নহ'ল 'দি আসাম এক্সপ্ৰেছ' কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাপে নিযুক্তি পোৱাৰ বাবে ('৭১ চনৰ ১৪ নৱেম্বৰ)। অৱশ্যে সম্পাদক হিচাপে সাংবাদিকতাৰ জগতত তেওঁ বেছিদিন থাকিব নোৱাৰিলে। শাৰীৰিক অসুস্থতাৰ বাবে সম্পাদকৰ দায়িত্ব এৰিবলৈ বাধ্য হ'ল।

এইবাৰ কিছু আলোচনা কৰো হেম বৰুৱাৰ সাহিত্যিক প্ৰতিভাৰ বিষয়ে। হেম বৰুৱাৰ প্ৰকাশিত প্ৰথমখন গ্ৰন্থ হ'ল 'আধুনিক সাহিত্য' (১৯৫০)। এইখন গ্ৰন্থত তেওঁ সাহিত্যৰ স'তে ৰাজনীতিৰ সম্পৰ্কৰ পৰা ফ্ৰয়েডৰ যৌনতত্ত্বলৈ বিভিন্ন বিষয়ৰ আলোচনা কৰিছিল। তাৰ পাছত তেওঁৰ সাহিত্য আৰু বিভিন্ন বিষয়ক আলোচনামূলক গ্ৰন্থসমূহ হ'ল- সানমিহলি (১৯৫৭), সাহিত্য আৰু সাহিত্য (১৯৬২), আচুফুল (১৯৬৪), স্মৃতিৰ পাপৰি

(১৯৭০), ছিন্নমূল (১৯৭৩), সত্য আৰু অহিংসা ঃ গান্ধীজী (১৯৭১) আৰু তলসৰা (১৯৭৬)। বিভিন্ন বিষয়ৰ ওপৰত তত্ত্বমূলক আলোচনা আগবঢ়ালেও হেম বৰুৱাৰ লেখাৰ প্ৰকাশভঙ্গী আৰু সহজ-সৰল বাক্যবিন্যাসে সাধাৰণ পাঠকৰ অন্তৰ স্পৰ্শ কৰিছিল। হেম বৰুৱাই ভাৰতীয় লোকগীতৰ ওপৰত আলোচনা কৰিছিল 'এই গাঁও এই গীত' (১৯৬১) গ্ৰন্থত। এই গ্ৰন্থখন 'ফ'ক ছংচ অব ইণ্ডিয়া' (১৯৬৩) নামেৰে ইংৰাজীতো লিখিছিল। তদুপৰি যৌন বিষয়ক আৰু দাম্পত্য জীৱনৰ বিভিন্ন সমস্যাৰ আলোকপাতেৰে লিখিছিল 'বহাগতে পাতি যাওঁ বিয়া' (১৯৬৯) গ্ৰন্থ। উল্লেখযোগ্য যে ১৯৪৮ চনৰ জুন মাহৰ পৰা মাথো ১০ টা সংখ্যা প্ৰকাশিত 'পছোৱা' নামৰ মাহেকীয়া আলোচনী এখনো তেওঁ সম্পাদনা কৰিছিল। দেশী-বিদেশী সাহিত্যৰ আলমত বৰুৱাই কন্নকী (১৯৬০) আৰু কিউপিড আৰু ছাইকী (১৯৫৯) নামৰ মনোৰম কাহিনীৰ গ্ৰন্থ দুখনো লিখিছিল। 'ডাক পখিলী' (১৯৬০) নামেৰে ১১খন (পৃষ্ঠা-৯৭) গভীৰ বিষয়বস্তুৰ চিঠিৰ সংকলন এখনো হেম বৰুৱাই প্ৰকাশ কৰিছিল। সাংসদ হৈ থাকোতে ১৯৬৪-৬৮ৰ ভিতৰত 'অসম বাতৰি'ৰ সম্পাদকলৈ লিখা সৰহভাগ চিঠিয়েই সংকলনত ঠাই পাইছিল। সাংসদ হৈ থাকোতে ভাৰত চৰকাৰৰ প্ৰতিনিধি দলৰ লগত বৰুৱাৰ বিদেশ ভ্ৰমণ কৰিছিল হেম বৰুৱাই। ব্ৰহ্মদেশ, আমেৰিকা যুক্তৰাষ্ট্ৰ, ছোভিয়েট ৰাছিয়া, ইজৰাইল, ইংলণ্ড, টাইৱান, নেপাল আদিৰ লগতে দক্ষিণ-পূব এছিয়াৰ মালয়েছিয়া, ছিঙ্গাপুৰ, লাওচ, কম্বোডিয়া, থাইলেণ্ড আদি বিভিন্ন দেশ ভ্ৰমণ কৰিছিল তেওঁ। এই বিদেশ ভ্ৰমণৰ অভিজ্ঞতাৰে তেওঁ যিকেইখন ভ্ৰমণ কাহিনী বিষয়ক গ্ৰন্থ লিখিছিল, সেয়া একোখন সাৰ্থক উপন্যাসতকৈও মনোৰম। তেওঁৰ প্ৰথম ভ্ৰমণ কাহিনী বিষয়ক প্ৰথম গ্ৰন্থখন 'সাগৰ দেখিছা' (১৯৫৪)। আমেৰিকা যুক্তৰাষ্ট্ৰ ভ্ৰমণ কাহিনীৰে লিখা 'সাগৰ দেখিছা'ৰ পাছত ৰুছ ভ্ৰমণৰ অভিজ্ঞতাৰে লিখিছিল 'ৰঙা কৰবীৰ ফুল' (১৯৫৯)। ইজৰাইল (১৯৬৫), মেকং নৈ দেখিলো (১৯৬৭) আদিও তেওঁৰ ভ্ৰমণ কাহিনী বিষয়ক গ্ৰন্থ।

তেতিয়া অসমৰ বিভিন্ন কাকত-আলোচনীৰ বাহিৰেও ৰাষ্ট্ৰীয় পৰ্যায়ৰ বিখ্যাত ইংৰাজী কাকত- ইলাষ্ট্ৰেটেড উইকলি, ষ্টেটচমেন, অমৃত বাজাৰ পত্ৰিকা, টাইমছ এণ্ড টাইড, টাইমছ অৱ ইণ্ডিয়া, হিন্দু, কাৰেণ্ট আদিত হেম বৰুৱাৰ বহু ইংৰাজী প্ৰবন্ধ প্ৰকাশ পাইছিল। Folk songs of Indiaৰ বাহিৰেও তেওঁৰ অন্যান্য ইংৰাজী গ্ৰন্থসমূহ হ'ল- The Red River and The Blue Hill (১৯৫৪), Modern Assamese poetry (১৯৬০), Idle Hours: 1961 (১৯৬২), Assamese Literature (১৯৬৫) আৰু Lakshminath Bezbarua (১৯৬৭)।

অসমৰ আগশাৰীৰ কবি হিচাপেও সুখ্যাতি লাভ কৰা হেম বৰুৱাৰ কবিতা গ্ৰন্থ দুখন হ'ল বালিচন্দা (১৯৫৯) আৰু মন ময়ুৰী (১৯৬৫)। উল্লেখযোগ্য যে হেম বৰুৱাৰ সাহিত্যই আজিও প্ৰাসঙ্গিকতা হেৰুওৱা নাই। তেওঁৰ বিভিন্ন গ্ৰন্থৰ আজিও পুনৰ্মুদ্ৰণ হৈয়েই আছে। ২৫-২৬ বছৰ বয়সলৈ কোনো ধৰণৰ সাহিত্য ৰচনা নকৰা অথবা কোনো সভাতে ভাষণ দিব নোৱৰা হেম বৰুৱাই পৰৱৰ্তী কালত অসমৰ শীৰ্ষ বাছনিৰ সাহিত্যিক আৰু বাগ্মী ৰাজনীতিক হিচাপে সুখ্যাতি লাভ কৰিছিল। অসম

সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য হিচাপে ১৯৫৪ চনৰে পৰা দায়িত্ব গ্ৰহণ কৰা হেম বৰুৱাৰ নাম সভাপতিৰ বাছনিত বহুবাৰ উঠিছিল যদিও বাৰে বাৰে নিজেই সেয়া প্ৰত্যাখ্যান কৰিছিল। কিন্তু বহুতৰ হেঁচাত তেওঁ ১৯৭২ চনৰ এপ্ৰিলত অনুষ্ঠিত ধুবুৰী সাহিত্য সভা অধিবেশনৰ সভাপতি হ'বলৈ আগবাঢ়ি আহিছিল, একপ্ৰকাৰ বাধ্য হৈ।

১৯৭২ চনত পূৰ্বাঞ্চলৰ আঞ্চলিক কথাছবিসমূহৰ পুৰস্কাৰ নিৰ্বাচনী কমিটীৰ সদস্য হিচাপে কলিকতালৈ গৈ উভতি অহাৰ পাছত ফুটপাথত পৰি অলপ জখম হয় আৰু তেতিয়াৰে পৰা তেওঁৰ অসুখ বাঢ়ি গ'ল। জীৱনৰ শেষ সময়ছোৱাত তেওঁ মানসিকভাৱে অৱসাদগ্ৰস্তও হৈ পৰিছিল। চিকিৎসাৰ বাবে তেওঁক কে'বাবাৰো দিল্লীলৈ নিয়া হ'ল যদিও তেওঁৰ স্বাস্থ্যৰ পুনৰুদ্ধাৰ নহ'ল। কেইবছৰমান একপ্ৰকাৰ নিৰ্বাসিত জীৱন যাপন কৰি ১৯৭৭ চনৰ ন এপ্ৰিলৰ দিনাখন হেম বৰুৱাই ইহসংসাৰ ত্যাগ কৰিলে।

হেম বৰুৱা যোৱা বহুদিন হ'ল। তথাপি অসমীয়াৰ স্মৃতিৰ ঘৰত তেওঁ অহৰহ বাস কৰি আছে।



(৪৩)

# ড° মহেশ্বৰ নেওগ

হেমচন্দ্ৰ বৰুৱাৰ পাছতেই ড° মহেশ্বৰ নেওগে অসমীয়া ভাষাৰ ওজা হিচাপে প্ৰসিদ্ধি লাভ কৰিছিল। ড° নেওগৰ মৃত্যুৰ পাছত তেওঁৰ কথা সুঁৱৰি ড° নগেন শইকীয়াই লিখিছিল ঃ (গৰীয়সী-ডিচেম্বৰ, ১৯৯৫)-'সমকালীন অসমত স্বকীয় প্ৰতিভা আৰু দক্ষতাৰে নিজৰ ব্যক্তিত্বক এটি একাডেমীলৈ ৰূপান্তৰ ঘটোৱা মানুহজন ডক্টৰ মহেশ্বৰ নেওগ (১৯১৫-১৯৯৫)। বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ বৌদ্ধিক উত্তৰাধিকাৰ অৰ্জন কৰোতা ডক্টৰ নেওগৰ জীৱিত কালত, যোৱা তিনিটা দশকতকৈ অধিক কাল অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন সৰু-বৰ প্ৰশ্নবোৰে শেষ উত্তৰ দিগাৰি ওচৰ চাপিবলগীয়া হৈছিল ডক্টৰ মহেশ্বৰ নেওগৰ। এনেকৈয়ে, বেজবৰুৱাৰ দৰেই ডক্টৰ নেওগো হৈ উঠিছিল অসমীয়া ভাষা-সাহিত্যৰ অলিখিত 'ডিক্টেটৰ' বা সৰ্বাধিনায়ক স্বৰূপ।' অসমীয়া ভাষাক বৈজ্ঞানিক প্ৰণালীৰে আধুনিক ৰূপ দিয়া ড° মহেশ্বৰ নেওগৰ বংশৰ প্ৰথম পুৰুষ ৰতিকান্ত নেওগ। ৰতিকান্ত পিতৃ আছিল কাতিৰাম বৰবৰা। এওঁক আহোম ৰজাই মাটি-বৃত্তি আৰু তামৰ ফলি দান কৰিছিল। মানৰ আক্ৰমণৰ সময়ত ঘৰ-বাৰী এৰি পলাই যোৱাৰ দলত ৰতিকান্তও আছিল। ১৮৩৪ চন মানত ইংৰাজে পুৰন্দৰ সিংহক উজনিৰ ৰজা পতাৰ পাছত ৰতিকান্ত শিৱসাগৰৰ কোঁৱৰপুৰলৈ গুচি আহে। ৰজাই তেতিয়া ৰতিকান্তক নেওগ পাতি মানৰ সময়ত পলাই যোৱা লোকসকলক নিজস্ব ঠাইত স্থাপন কৰিবলৈ নিৰ্দেশ দিয়ে। ঘৰুৱা অৱস্থা ভাল আছিল ৰতিকান্তৰ। উনবিংশ শতিকাৰ শেহৰ ফালে তেওঁ কোঁৱৰপুৰৰ পৰা উঠি গৈ কমাৰদফীয়াত স্থায়ীভাৱে থাকিব ল'লে। ৰতিকান্তৰ পুত্ৰ যজ্ঞোৰাম নেওগ। যজ্ঞোৰামৰ পুত্ৰ মাণিকন্দ্ৰ নেওগ। এই মাণিকচন্দ্ৰ নেওগৰ ঔৰসত আৰু চন্দ্ৰপ্ৰভা দেৱীৰ গৰ্ভত অসমীয়া সাহিত্যৰ দুই মুকুতা ডিম্বেশ্বৰ নেওগ আৰু মহেশ্বৰ নেওগৰ জন্ম হয়।

ডিম্বেশ্বৰ নেওগে (১৮৯৯-১৯৬৬) ১৯২৪ চনত বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হৈ ইংৰাজীত এম এ পঢ়িব লৈছিল যদিও এম এ সম্পূৰ্ণ নকৰি স্কুলৰ চাকৰিত সোমাইছিল। অসমৰ বিভিন্ন ঠাইৰ স্কুলত চাকৰি কৰি শেষত যোৰহাট নৰ্মাল স্কুলৰ অধীক্ষকৰূপে থাকি ১৯৫৭ চনত অৱসৰ লয়। কবি-সাহিত্যিক আৰু বৈষ্ণৱ সাহিত্যৰ এগৰাকী গৱেষক হিচাপে খ্যাতি লাভ কৰা ডিম্বেশ্বৰ নেওগৰ বিখ্যাত গ্ৰন্থকেইখন হ'ল-আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী (১৯৩৭), বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি (১৯৩৭), New Light or the History of Asamiya Literature (১৯৬২), যুগনায়ক শংকৰদেৱ ইত্যাদি। 'অতীত মাধুৰী' নামৰ আত্মজীৱনী লিখা ডিম্বেশ্বৰ নেওগে বহু বছৰ কাল অসম

সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰাৰ লগতে ১৯৬৬ চনত নলবাৰী অধিবেশনত সভাপতিত্ব কৰিছিল। এনে এগৰাকী বিদ্বান ব্যক্তিৰ ভাতৃ মহেশ্বৰ নেওগে সৰুৰে পৰাই পঢ়া-শুনাৰ পৰিবেশ পাইছিল। অৱশ্যে ঘৰুৱা অভাৱ-অনাটনো আছিল যথেষ্ট।

ডাক বিভাগৰ সাধাৰণ কৰ্মচাৰী হিচাপে কৰ্মজীৱন আৰম্ভ কৰি পাছত পোষ্ট মাষ্টৰৰ চাকৰি কৰা মাণিক চন্দ্ৰ নেওগৰ কনিষ্ঠ পুত্ৰ মহেশ্বৰ নেওগৰ জন্ম হৈছিল ১৯১৫ চনত সাত ছেপ্টেম্বৰত, শিৱসাগৰৰ কমাৰদফীয়াত। উপযুক্ত বয়সত তিথি-বাৰ চাই গোপাল নামৰ এজন ব্ৰহ্মণৰ দ্বাৰা নেওগৰ বিদ্যাৰম্ভ উছৱ সম্পন্ন হ'ল কমাৰদফীয়া নিম্ন প্ৰাথমিক পঢ়াশালিত। ১৯২৬ চনত নিম্ন প্ৰাথমিক বৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ মহেশ্বৰ নেওগে শিৱসাগৰ চৰকাৰী হাইস্কুলৰ ক্লাছ থ্ৰিত নাম লিখালে। সেই বছৰতে ডিম্বেশ্বৰ নেওগে সেইখন স্কুলৰে শিক্ষক হিচাপে যোগ দিয়ে। ডিম্বেশ্বৰ নেওগৰ উদ্যোগতে প্ৰতিষ্ঠিত হ'ল ৰংপুৰ ছাত্ৰ সভা আৰু ওলাবলৈ ধৰিলে হাতে লিখা আলোচনী 'ৰংপুৰ'। ককায়েকৰ লগত ৰংপুৰ ছাত্ৰ সভাৰ বিভিন্ন সভা-অনুষ্ঠানলৈ অহা-যোৱা আৰম্ভ কৰে মহেশ্বৰ নেওগে আৰু তৃতীয় শ্ৰেণীৰ পৰাই তেওঁ কবিতা লেখিবলৈ আৰম্ভ কৰে। পঞ্চম শ্ৰেণীৰ পৰা তেওঁৰ কবিতা লেখাটো ঘন হয়, আনকি দুই এঠাইত তেওঁৰ কবিতা প্ৰকাশ পাবলৈও ধৰিলে। ত্ৰিছৰ দশকত লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী' কাকতত নেওগৰ গল্প আৰু কবিতা প্ৰকাশ পায়। স্কুলীয়া অৱস্থাতে 'বীণাপাণি' আৰু 'নিজৰা' নামৰ দুখন হাতে লিখা আলোচনীও তেওঁ উলিয়াইছিল।

শ্ৰেণীত সদায়ে প্ৰথম স্থান পোৱা ছাত্ৰ মহেশ্বৰ নেওগক নৱম শ্ৰেণীলৈ উত্তীৰ্ণ হোৱাৰ পাছত ইতিমধ্যে লক্ষীমপুৰ চৰকাৰী হাইস্কুলত শিক্ষক হিচাপে বদলি হোৱা ডিম্বেশ্বৰ নেওগে লগতে ৰাখি পঢ়ুৱাবলৈ নিয়ে। ইতিমধ্যে বিভিন্ন কাকত-আলোচনীত কবিতা লিখি বিখ্যাত হৈ উঠা মহেশ্বৰ নেওগে এইবাৰ সংস্কৃত ভাষাতো কবিতা লেখাত হাত দিলে আৰু সেয়া 'অসমীয়া' কাকতত প্ৰকাশ পাইছিল। লক্ষীমপুৰত প্ৰায় এবছৰকাল পঢ়াৰ পাছত ডিম্বেশ্বৰ নেওগ পুনৰ যোৰহাটলৈ বদলি হোৱাত ভায়েককো লগতে নিয়ে। ১৯৩৪ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ষ্টাৰ পাই, অসমীয়া আৰু ইংৰাজীত বিশ্ববিদ্যালয়ৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ সহকাৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় মহেশ্বৰ নেওগ।

সাধাৰণ গণিত আৰু উচ্চ গণিততো লেটাৰ নম্বৰ পোৱা নেওগে এইবাৰ উচ্চ শিক্ষাৰ বাবে নাম ভৰ্তি কৰিলে কটন কলেজৰ বিজ্ঞান শাখাত। ১৯৩৬ চনত আই এছ চি পৰীক্ষাতো প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা ছাত্ৰ মহেশ্বৰ নেওগ এইবাৰ কলা শাখালৈ বদলি হ'ল আৰু ইংৰাজী সাহিত্যত অনাৰ্চ সহকাৰে বি এ পঢ়িবলৈ ল'লে। ইতিমধ্যে কবি, প্ৰবন্ধকাৰ আৰু অনুবাদক হিচাপে নেওগৰ সুখ্যাতি বাঢ়িছিল আৰু সেই সময়ত গুৱাহাটী এ এছ এল ক্লাবৰ (অসমীয়া ছাত্ৰৰ সাহিত্য সংঘ) যোগেদি বহুকেইজন বিশিষ্ট সাহিত্যিকৰ সান্নিধ্যলৈ আহিল তেওঁ। এই সাহিত্য সংঘৰ সম্পাদক হিচাপেও তেওঁ নিৰ্বাচিত হৈছিল। অসুখৰ বাবে প্ৰথমবাৰ পৰীক্ষা সম্পূৰ্ণকৈ দিব নোৱৰাত পাছৰ

বছৰত অৰ্থাৎ ১৯৩৯ চনত ইংৰাজী সাহিত্যত অনাৰ্চ সহকাৰে নেওগে বি এ পাছ কৰিলে।

সেই সময়ত গুৱাহাটীত বিশ্ববিদ্যালয় নথকাত, এম এ পঢ়িবলৈ কলিকতালৈ যোৱাৰ ক্ষত্ৰত ঘৰুৱা জঞ্জালৰ বাবে অসুবিধা হোৱাত মহেশ্বৰ নেওগে এইবাৰ অস্থায়ী শিক্ষক হিচাপে যোগ দিলে যোৰহাট চৰকাৰী হাইস্কুলত। তাৰ পাছত তেওঁৰ কৰ্মস্থান সলনি হ'ল লক্ষীমপুৰলৈ। কিন্তু লক্ষীমপুৰ চৰকাৰী হাইস্কুলতো শিক্ষকৰ চাকৰিটো স্থায়ী নোহোৱাত বহু কষ্টেৰে নেওগে এইবাৰ চাকৰি যোগাৰ কৰিলে যোৰহাট খ্ৰীষ্টিয়ান হাইস্কুলত। খ্ৰীষ্টিয়ান স্কুলৰ নীতি-নিয়ম তেওঁৰ ভাল লাগিছিল কিন্তু সেই সময়তে আয়েকৰ অসুখ হোৱাত দুজন ভায়েকৰ এজন ঘৰলৈ নগ'লে নচলা হ'ল আৰু খ্ৰীষ্টিয়ান স্কুলৰ চাকৰিটো ত্যাগ কৰিবলৈ নেওগ বাধ্য হ'ল। ১৯৪১ চনত ঘৰৰ ওচৰৰে ফুলেশ্বৰী স্কুলত বিজ্ঞান শিক্ষকৰ চাকৰি এটা যোগাৰ কৰিলে তেওঁ। অৱশ্যে সেই সময়ত প্ৰয়োজনীয় শিক্ষক নথকাত নেওগে বিজ্ঞান, ইংৰাজী, অসমীয়া, সংস্কৃত আদি বিভিন্ন বিষয় পঢ়ুবাবলৈ বাধ্য হৈছিল। সেই সময়ত শিৱসাগৰৰ ৰাজহুৱা জীৱনৰ স'তে সম্পৃক্ত হৈ পৰা নেওগে শিৱসাগৰ নাট্য সমাজৰ বিভিন্ন কামতো অংশগ্ৰহণ কৰিছিল।

চাৰি বছৰ কাল শিৱসাগৰত আছিল মহেশ্বৰ নেওগ। ১৯৪৪ চনত বিশ্ববিদ্যালয় স্থাপনৰ দাবীত বিৰাট আন্দোলন এটাই গা-কৰি উঠিছিল। সেই আন্দোলনৰ অন্যতম কৰ্মী হৈ পৰিল তেওঁ। গঠন কৰা হ'ল 'বিশ্ববিদ্যালয় ট্ৰাষ্ট বৰ্ড'। এই ট্ৰাষ্ট বৰ্ডৰ কাৰ্যালয় সচিব ৰূপে যোগ দিয়াৰ বাবে নেওগক অনুৰোধ জনালে গোপীনাথ বৰদলৈয়ে। নেওগেও আনন্দ পালে আৰু সেইদৰেই ১৯৪৫ চনৰ দুই ফেব্ৰুৱাৰীত তেওঁৰ কৰ্মস্থল সলনি হ'ল শিৱসাগৰৰ পৰা গুৱাহাটীলৈ। অৱশ্যে ট্ৰাষ্ট বৰ্ডৰ সচিব ফখৰুদ্দিন আলি আহমেদ অসমৰ এডভোকেট জেনেৰেল হৈ ছিলঙত থাকিব লগা হোৱাত আৰু ট্ৰাষ্ট ব'ড'ৰ কাৰ্যালয়ো ছিলঙলৈ স্থানান্তৰিত হোৱাত নেওগো নেওগে ছিলঙলৈকে গ'ল। ১৯৪৭ চনৰ ২৭ ছেপ্টেম্বৰৰ দিনাখন চৰকাৰে সন্মতি দিয়াত জানুৱাৰীত বিশ্ববিদ্যালয়ৰ কোৰ্টৰ প্ৰথম সভা বহিল আৰু লগে লগেই গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ কথা আনুষ্ঠানিকভাৱে ঘোষণা কৰা হ'ল।

ফুলেশ্বৰী হাইস্কুল এৰাৰ পাছৰে পৰাই মহেশ্বৰ নেওগে ইংৰাজীত প্ৰাইভেটকৈ এম এ দিয়াৰ কথা চিন্তা কৰি আছিল। অৱশ্যে সেয়া নহ'লগৈ। ১৯৪৭ চনত আধুনিক ভাৰতীয় ভাষা (অসমীয়া) বিষয়ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰাইভেটকৈ পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম এ ডিগ্ৰী ল'লে তেওঁ। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কালৰ অন্যতম কৰ্মী হিচাপে মহেশ্বৰ নেওগে অসীম ত্যাগ আৰু অসম্ভৱ পৰিশ্ৰম কৰিছিল আৰু ১৯৪৮ চনৰ শেহভাগত ট্ৰাষ্ট বৰ্ড বিলোপ নোহোৱালৈ কাৰ্যালয় সচিব হিচাপে কাম কৰি গ'ল।

১৯৪৮ চনৰ এক ডিচেম্বৰৰ দিনাখন বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা হিচাপে যোগ দিলে নেওগে। উল্লেখ্য, এই বিভাগৰ তেৰেঁই প্ৰথম প্ৰবক্তা। বিৰিঞ্চি কুমাৰ বৰুৱা, বাণীকান্ত কাকতী আদি বৰেণ্য পণ্ডিতসকলে নেওগৰ পাছতহে এই

বিভাগৰ অধ্যাপক হিচাপে যোগ দিছিল। ইতিমধ্যে তেওঁ অসমীয়া ভাষাৰ লেখকেই নহয়, গৱেষক হিচাপেও স্বীকৃতি পাইছিল। ১৯৩৯ চনত তেওঁৰ প্ৰথমখন গ্ৰন্থ 'নিজৰা লগৰী' প্ৰকাশ পোৱাৰ পাছত কম বয়সতেই নেওগে ডাঙৰ কাম এটা কৰি পেলাইছিল। ১৯৪৫ চনত শংকৰদেৱৰ ভক্তি তত্ত্বমূলক গ্ৰন্থ 'ভক্তি প্ৰদীপ' বিস্তৃত বিশ্লেষণ টীকা-টিপ্পনীৰে প্ৰকাশ কৰি উলিয়ায়। কলেজীয়া ছাত্ৰাবস্থাৰে পৰা শংকৰদেৱৰ ধৰ্ম আৰু সাহিত্যৰ বিষয়ে বিস্তৃত অধ্যয়ন কৰা নেওগৰ 'ভক্তি প্ৰদীপ' পঢ়ি আনকি বাণীকান্ত কাকতীয়েও মন্তব্য দিছিল-'বৰ্তমান যুগৰ বৈজ্ঞানিক পাণ্ডিত্যৰ বিশিষ্ট পদ্ধতিৰে সম্পাদন কৰা পুৰণি অসমীয়া সাহিত্যৰ এইখনিয়েই প্ৰথম পুথি।' বিশ্ববিদ্যালয়ৰ প্ৰবক্তা হিচাপে যোগ দিয়াৰ পাছত নেওগে অধ্যয়ন আৰু গৱেষণাৰ ক্ষেত্ৰত বিস্তৃত সময় আৰু সুযোগ পালে। শংকৰদেৱৰ বিষয়েই তেওঁ অধিককৈ গৱেষণা কৰে আৰু মহাপুৰুষজনাৰ বিষয়ে বহু নিবন্ধ লিখাৰ লগতে 'শ্ৰীশ্ৰীশংকৰদেৱ' (১৯৪৮) আৰু Sankaradeva and this predecessor's (১৯৫৩) নামৰ গ্ৰন্থ দুখনো প্ৰণয়ন কৰে। তদুপৰি 'শংকৰদেৱ আৰু তেওঁৰ কাল ঃ অসমত বৈষ্ণৱ ধৰ্ম আৰু আন্দোলনৰ ইতিহাস' বিষয়ত গৱেষণা কৰি ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী লাভ কৰে মহেশ্বৰ নেওগে।

যিগৰাকী ব্যক্তিয়ে শংকৰদেৱৰ জীৱন-কৰ্ম আৰু সাহিত্যৰ চৰ্চাৰে এই মহাপুৰুষজনাক সৰ্বশ্ৰেষ্ঠ অসমীয়াৰ স্থানলৈ উত্তৰণ ঘটাবলৈ আৰু আধুনিক যুগতো শংকৰদেৱৰ গুৰুত্ব বঢ়াই তুলিলে তেওঁ নিঃসন্দেহে ড° মহেশ্বৰ নেওগ। তদুপৰি শংকৰদেৱক অসমৰ সীমা অতিক্ৰম কৰাই নি সৰ্বভাৰতীয় ক্ষেত্ৰত বৈষ্ণৱ পণ্ডিত তথা সাহিত্যিক হিচাপে ড° মহেশ্বৰ নেওগেই প্ৰতিষ্ঠা কৰিলে Sankaradeva and His Times: History of the Vaisnava Faith and Movement in Assam, ১৯৬৫, Rhythm in the Vaishnava Music of Assam (যুটীয়াকৈ, ১৯৬২), Sankaradeva (১৯৬৭) আদি গ্ৰন্থৰ যোগেদি। তদুপৰি শংকৰদেৱ বিষয়ক নেওগৰ গ্ৰন্থসমূহ অন্যান্য ভাৰতীয় ভাষালৈকো অনূদিত হোৱাত ভাৰতৰ চুকে-কোণে শংকৰদেৱৰ বিষয়ে প্ৰচাৰ কৰাটো সম্ভৱপৰ হ'ল। মাথো শংকৰদেৱৰেই নহয়, অসমৰ নৱজাগৰণৰ সময় 'বৈষ্ণৱ যুগ'ৰো বহু কথা ড° নেওগে পোহৰলৈ আনিলে আৰু অসমীয়া ভাষাক ভাৰতৰ অন্যতম আধুনিক ভাষা হিচাপে প্ৰতিষ্ঠিত কৰিলে। স্বৰৰেখাত বৰগীত (যুটীয়াকৈ, ১৯৫৮), সত্ৰীয়া নৃত্য (১৯৭৩), ৰামানন্দ দ্বিজৰ শ্ৰীশ্ৰী বংশীগোপালদেৱৰ চৰিত্ৰ ('৫৯), ৰামানন্দ দ্বিজৰ গুৰু চৰিত্ৰ ('৫৭), ভট্টদেৱৰ ভাগৱত কথা (প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্কন্ধ), শংকৰদেৱৰ কীৰ্তন ঘোষা আৰু মাধৱদেৱৰ নামঘোষা ('৫৫) আদি বহু বৈষ্ণৱ ধৰ্মীয় গ্ৰন্থৰ লেখক আৰু সংকলক সম্পাদক মহেশ্বৰ নেওগৰ কৃতিত্বৰ বিষয়ে জীৱনীকাৰ ভৱপ্ৰসাদ চলিহাই লিখিছে- 'অসমৰ বৈষ্ণৱ সংস্কৃতিৰ বিষয়ে নিৰন্তৰ চিন্তা-চৰ্চা কৰা লোকসকলৰ ভিতৰত ড° মহেশ্বৰ নেওগৰ নাম শীৰ্ষস্থানত। তেওঁৰ সাৰস্বত সাধনাই অসমীয়া ভাষা-সাহিত্য, সঙ্গীত, নৃত্য, চিত্ৰকলা, ধৰ্ম, দৰ্শন, বুৰঞ্জী, স্থাপত্য, ভাস্কৰ্য আদি বিভিন্ন দিশ সামৰি ল'লেও অসমৰ

বৈষ্ণৱ ধৰ্ম আৰু সাহিত্য-কলা-সংস্কৃতিৰ চৰ্চাই অধ্যয়ন গৱেষণাৰ মুখ্য বিষয় আছিল বুলিব পাৰি আৰু এই ক্ষেত্ৰত এতিয়ালৈ তেওঁৰ অবদানেই হ'ব সৰ্বাধিক। বৈষ্ণৱ সাহিত্য, সঙ্গীত, নৃত্য, অভিনয়ৰ বৈজ্ঞানিক বিচাৰ-বিশ্লেষণৰ কামত তেওঁ সুদীৰ্ঘকাল আত্মনিয়োগ কৰিছিল। আৰু সৰ্বভাৰতীয় পৰ্য্যায়ত ইবোৰৰ পৰিচয় আৰু প্ৰতিষ্ঠা দিয়াত তেওঁ সৰ্বপ্ৰকাৰে চেষ্টা কৰিছিল।'

১৯৫৭ চনৰ ২৭ জুলাইৰ পৰা ড° নেওগ বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰিডাৰ হয় আৰু ১৯৬৪ চনত ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ মৃত্যুৰ পাছত তেওঁ বিভাগীয় প্ৰধান হয়গৈ। ১৯৫৫ চনত বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিভাগৰ মুৰব্বী অধ্যাপক ড° ভি ভেংকট ৰাৱে নিজৰ জীৱনৰ সমস্ত সঞ্চিত ধনেৰে প্ৰতিষ্ঠা কৰে 'জৱাহৰলাল নেহৰু প্ৰফেছৰ অব আচামিজ' নামৰ আসনখন। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ বাবে প্ৰতিষ্ঠিত এই আসনখনৰ দায়িত্ব পৰে ড° মহেশ্বৰ নেওগৰ ওপৰত। মাথো সেয়াই নহয়, ১৯৫৪ ৰ পৰা '৫৯ চনলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰচীন পুথি সংৰক্ষণ বিভাগৰ দায়িত্বত থাকি ড° নেওগে বহুকেইখন হাতে লিখা পুৰণি পুথি সংগ্ৰহ কৰে। তদুপৰি বিশ্ববিদ্যালয় প্ৰকাশন বিভাগৰ প্ৰতিষ্ঠা কালৰে পৰা সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰি '৬৭ চনলৈ এই পদত আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত মাথো কেইবছৰমানৰ বাবে প্ৰতিষ্ঠিত 'কালচাৰ এণ্ড চিভিলাইজেচন অব আসাম' নামেৰে স্নাতকোত্তৰ শ্ৰেণীৰ এক সুকীয়া বিভাগ খোলা হৈছিল। এই বিভাগতো অধ্যাপনা কৰিছিল ড° নেওগে। তদুপৰি বঙলা বিভাগৰো মুৰব্বী অধ্যাপক হিচাপে কেইবছৰমান কাৰ্যনিৰ্বাহ কৰিছিল তেওঁ। বিশ্ববিদ্যালয়ৰ কোৰ্ট সভা আৰু একাডেমিক কাউন্সিলৰ কে'বাবছৰো ধৰি সদস্য হিচাপে থকা ড° নেওগে বিশ্ববিদ্যালয় শিক্ষক সংস্থাৰ সভাপতি হিচাপে দুবাৰকৈ নিৰ্বাচিত হৈছিল। বিশ্ববিদ্যালয়ৰ তৰফৰ পৰা ডাঙৰকৈ পতা বেজবৰুৱাৰ জন্ম শতবৰ্ষ (১৯৮৮) আৰু পদ্মনাথ গোহাঞিবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানৰো মুখ্য উদ্যোক্তা আছিল ড° নেওগ। বিশ্ববিদ্যালয়ৰ ৰূপালী জয়ন্তী অনুষ্ঠানৰ স্মৃতিগ্ৰন্থ সম্পাদনাৰ লগতে 'Journal of the University of Gauhati' নামৰ ইংৰাজী ভাষাত প্ৰকাশিত গৱেষণামূলক আলোচনীখন ১৯৫৮ চনৰ পৰা প্ৰায় দুটা দশক ধৰি সম্পাদনা কৰিছিল ড° নেওগে।

গুৱাহাটী বিশ্ববিদ্যালয় মানেই তেতিয়া অসমৰ শিক্ষা-সংস্কৃতিৰ কেন্দ্ৰ স্বৰূপ। এই বিশ্ববিদ্যালয়খন আছিল যেন ড° নেওগৰ ঘৰহে। ইয়াৰ শৈক্ষিক দিশৰ উন্নতিৰ লগতে অন্যান্য দিশবোৰৰ কামতো অহৰহ লাগি থাকিছিল ড° নেওগ। ১৯৭৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'ডিন অৱ ফেকাল্টি অৱ আৰ্টছ' হিচাপে দায়িত্ব গ্ৰহণ কৰি ১৯৭৮ চনৰ ফেব্ৰুৱাৰী মাহত অৱসৰ লৈছিল। তাৰ পাছতেই পাটিয়ালাৰ পাঞ্জাৱী বিশ্ববিদ্যালয়ৰ শংকৰদেৱ আসনৰ অধ্যাপক হিচাপে পাঁচ বছৰকাল তুলনামূলক ভাৰতীয় ধৰ্মৰ বিষয়ে পাঠদান কৰিছিল। তদুপৰি বহুকেইখন বিশ্ববিদ্যালয়ৰ তেওঁ ভিজিটিং প্ৰফেছৰ আছিল। কলিকতা, বেনাৰচ হিন্দু বিশ্ববিদ্যালয় আদিৰ লগতে ভাৰতীয় লোকসেৱা আয়োগৰ পৰীক্ষক হিচাপেও ড° নেওগে বহু বছৰকাল কাৰ্যনিৰ্বাহ কৰিছিল। তদুপৰি এলাহবাদ,

পাটনা আদি কে'বাখনো বিশ্ববিদ্যালয়ৰ পি এইচ ডি থিছিচৰ পৰীক্ষক হিচাপেও তেওঁ দায়িত্ব গ্ৰহণ কৰিছিল। মুঠৰ ওপৰত কুৰি শতিকাৰ ভাৰতৰ শ্ৰেষ্ঠ পণ্ডিতসকলৰ ভিতৰত মহেশ্বৰ নেওগেও স্থান পাইছিল আৰু সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ পৰা কপিলা বাৎসায়নলৈ বহুতো পণ্ডিতে মহেশ্বৰ নেওগৰ পাণ্ডিত্যৰ গুণ-গান কৰিছিল।

সত্তৰৰ দশকৰ আৰম্ভণিতে মহেশ্বৰ নেওগৰ দুখন লেখত ল'বলগীয়া গ্ৰন্থ প্ৰকাশ পাইছিল-'প্ৰাচ্য শাসনাৱলী' আৰু 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল'। ইতিমধ্যে প্ৰাচ্যতত্ত্ববিদ হিচাপে স্বীকৃত ড° নেওগৰ কলা-সংস্কৃতিৰ প্ৰতিও বিশেষ ৰাপ আছিল আৰু সত্ৰীয়া নৃত্যক সমগ্ৰ ভাৰতৰ ওচৰত পৰিচয় কৰাই দিবলৈ কৃপণালি কৰা নাছিল। যাৰ অমূল্য অৱদানেই আজি সত্ৰীয়া নৃত্যক 'ধ্ৰুপদী'ৰ সন্মান দিবলৈ সঙ্গীত নাটক একাডেমী বাধ্য হৈছে। অসম প্ৰকাশন পৰিষদ, সাহিত্য-একাডেমী, নেছনেল স্কুল অব ড্ৰামা, ৰাষ্ট্ৰীয় সঙ্গীত আৰু নৃত্য চেমিনাৰ আদিৰ স'তে গভীৰভাৱে যুক্ত আছিল তেওঁ। Assam's Language Question (১৯৬৯)ৰ দৰে গ্ৰন্থৰ সম্পাদক ভাষাবিদ ড° নেওগ 'ভাৰতীয় ভাষা সমিতি'ৰো সদস্য আছিল। সৰ্বভাৰতীয় প্ৰাচ্য বিদ্যা সন্মিলনৰ ২৩তম আলিগড় অধিবেশনৰ সভাপতি হিচাপে মৰ্যাদা পোৱা ড° নেওগে বিদেশত অনুষ্ঠিত বিভিন্ন সন্মিলনতো যোগ দিছিল।

ওপৰত উল্লেখ কৰি অহাৰ বাহিৰেও 'সঞ্চাৰিনী দীপশিখা', 'মুচাফিৰ খানা', 'ৰক্তকমল', 'Under the sky', আদি কবিতা গ্ৰন্থ, তিনিটামান গল্প, 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি', 'অসমীয়া গীতি সাহিত্য', 'অসমীয়া সাহিত্যৰ ৰূপৰেখা', 'সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি', 'In Memoriam', 'আধুনিক অসমীয়া সাহিত্য', 'চিত্ৰলেখা', 'বিশ্ববিদ্যালয়, ভাষা, ভাষণ আৰু ভ্ৰমণ', 'পবিত্ৰ অসম', 'সঞ্চয়ন', 'সাহিত্য সমীক্ষা' আদি বহু কেইখন গ্ৰন্থ প্ৰণয়ন আৰু সম্পাদনা কৰি ড° মহেশ্বৰ নেওগে অসমীয়া ভাষাৰ যি মৰ্যাদা বঢ়ালে, তাৰ বাবে অসমীয়া সমাজ চিৰকাল তেওঁৰ ওচৰত কৃতজ্ঞ হৈ থাকিব। তদুপৰি অসমীয়া ভাষাৰ 'চন্দ্ৰকান্ত অভিধান' আৰু 'আধুনিক অসমীয়া অভিধান' সম্পাদনা কৰি উলিয়াইছিল, ড° নেওগে । শেষ বয়সত তেওঁ অন্যান্য কৰ্মৰ বাহিৰেও 'চলন্ত অসমীয়া অভিধান'খনৰ কাম কৰিছিল। তেখেতৰ আত্মজীৱনী 'দীঘ আৰু বাণী' মাথো আত্মকথাই নহয়, সেয়া অসম তথা ভাৰতীয় সভ্যতা-সংস্কৃতিৰ দলিলো। অসমীয়া ভাষাত তেনে আত্মজীৱনী আজি পৰ্যন্ত ওলোৱা নাই বুলি ক'লেও হয়তো বাহুল্য কৰা নহ'বগৈ। 'দীঘ আৰু বাণী'ত নতুন পুৰুষসকলৰ বাবে তেওঁ প্ৰয়োজনীয় কথা কেইটামান কৈছে-'জীৱনৰ দুখ যদি জয় কৰিব লাগে, অস্ত্ৰ হ'ল কৰ্ম। জীৱনৰ Pinprick, খোঁচা-বিন্ধাবোৰ যদি তুচ্ছ কৰিব লাগে, নিজকে পাহৰি এৰি দিয়া কামত। দেশৰ প্ৰতি যদি একলব্য আনুগত্য ৰাখিব লাগে, তেনে কৰ্ণ-দ্ৰোণাচাৰ্যৰ মূৰ্তি ধ্যান কৰি বহি যোৱা। যদি কাৰ্যৰ আনন্দজনক সুখৰ বাটৰ সন্ধান দিব লাগে, নিজেও ধৰা কাম, তেৰোঁ ধৰক কামত। কৰ্মতকৈনো বাৰু আৰু কি ধৰ্ম আছে।?'

জীৱনত মাথো কৰ্মই কৰি গ'ল ড° মহেশ্বৰ নেওগে । নিজৰ কৰ্মেৰে আমাৰ জাতিটোক, ভাষা-সাহিত্যক দি গ'ল বহুমূলীয়া সম্পদ। অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰধান

অনুষ্ঠান সাহিত্য সভাক তেওঁ কৰি গ'ল মহিমামণ্ডিত। ১৯৬০ চনৰ পৰা '৬৫ লৈ তেওঁ সাহিত্য সভাৰ প্ৰধান সম্পাদক আছিল। যতীন্দ্ৰ নাথ গোস্বামীয়ে লেখিছে- 'ড° নেওগ প্ৰধান সম্পাদক থকা কালতে অনা-অসমীয়া লোক, ছাত্ৰ-ছাত্ৰীৰ ১৯৬২ চনৰ পৰা অসমীয়া ভাষা-জ্ঞান পৰীক্ষা আৰম্ভ হয়।...তেওঁ অসম সাহিত্য সভাক বেহা লগালে আৰু সভা দোপতদোপে উন্নতিৰ পথত আগবাঢ়িল। ইয়াৰ মূলতে তেওঁৰ একাগ্ৰতা, কৰ্তব্যনিষ্ঠা আৰু সাহিত্য সভাৰ প্ৰতি গভীৰ অনুৰাগ। ড° নেওগ সভাৰ সভাপতি (মঙ্গলদৈ অধিবেশন, ১৯৭৪ চন) হৈ সভাৰ এটা আয়তন দিলে। তদুপৰি তেওঁ সভাক এটা গতিশীল নেতৃত্ব দিলে। অসম সাহিত্য সভাই তেওঁক সদস্য মহীয়ান উপাধিৰে বিভূষিত কৰিলে।'

মাথো সদস্য মহীয়ানেই নহয়, বিংশ শতিকাৰ অন্যতম শ্ৰেষ্ঠ প্ৰাচ্যতত্ত্ববিদ এইগৰাকী ব্যক্তিয়ে জীৱনত বহু পুৰস্কাৰ আৰু সন্মান লাভ কৰিছিল, তাৰ ভিতৰত পদ্মশ্ৰী, শংকৰদেৱ বঁটা, প্ৰফেছৰ এমেৰিটাছ আদি উল্লেখযোগ্য। 'অৰুণোদই'ৰ দৰে বৃহৎ সম্পাদনা গ্ৰন্থৰ জনক, শ্ৰীহস্তাবলীৰ দৰে বিখ্যাত গ্ৰন্থৰ অনুবাদক বিংশ শতাব্দীৰ এগৰাকী শ্ৰেষ্ঠ অসমীয়া ড° মহেশ্বৰ নেওগৰ মৃত্যু হয় ১৯৯৫ চনৰ ছেপ্টেম্বৰত। অসমীয়া জাতি আৰু ভাষা থকালৈকে ড° নেওগৰ মৃত্যু নাই, এয়া আমি গভীৰভাৱে উপলব্ধি কৰাৰ লগতে এটা কথাৰে আমি এই চুটি নিবন্ধৰ সামৰণি মাৰিব বিচাৰো যে, ড° নেওগৰ দৰে স্ৰষ্টা, পণ্ডিত, কৰ্তব্যপৰায়ণ পুৰুষ এজনাৰ জীৱনৰ বিষয়ে ইমান চুটি পৰিসৰত সম্পূৰ্ণ আলোকপাত কৰাৰ ক্ষমতাও আমাৰ নাই।



(৪৪)

# মঘাই ওজা

'ঢোল আৰু ঢোলৰ মাৰি যাৰ আছিল জীৱনৰ অন্তৰঙ্গ লগৰী' 'তেওঁৰতো বৌদ্ধিক পাৰদৰ্শিতা নাছিল...নাছিল বৌদ্ধিক শ্ৰেষ্ঠতা-অথচ তেওঁৰ শিল্পী মানসে উপলব্ধিৰ গভীৰ সাগৰত নাও মেলি দিছিল... শিল্পীৰ বিশাল অৰ্থই তেওঁৰ সৰল প্ৰকাশভঙ্গীত মূৰ্ত হৈ উঠিছিল। গণজীৱনৰ ঢৌ চুই গৈছিল তেওঁৰ আবেদনময়ী শিল্পী প্ৰতিভাই। তেওঁৰ ঢোলৰ ছেৱত দুলড়িত ছন্দই কঢ়িয়াই লৈ ফুৰিছিল শান্তি-সংহতিৰ বাণী...। তেওঁৰ ঢোলৰ শব্দত ঝংকৃত হৈছিল মুক্ত প্ৰতিবাদ... কলুষিত সমাজৰ প্ৰতি ব্যঙ্গ তাচ্ছিল্য...।' গণশিল্পী মঘাই ওজা নামৰ সংকলনৰ পাতনিত এইদৰেই লিখিছে সম্পাদক-সংকলক পৰমানন্দ মজুমদাৰে। অসমীয়া লোক সংস্কৃতিৰ অন্যতম বাদ্য 'ঢোল'ৰ যাদুকৰ মঘাই ওজা আছিল প্ৰকৃত অৰ্থত গণশিল্পী। ঢোল বাদনৰ মাজেদিয়েই সমস্যা জৰ্জৰিত সমাজখনক তেওঁ উপলব্ধি কৰিব বিচাৰিছিল। অসমৰ সাংস্কৃতিক জাগৰণৰ অন্যতম পুৰোধা এইগৰাকী বিদ্ৰোহী গণশিল্পীয়ে অসমীয়া জাতিৰ হৃদস্পন্দনৰ স'তে ঢোলৰ শব্দক একেলগ কৰি পেলাইছিল।

গণশিল্পী মঘাই ওজাৰ জন্ম ১৯১৬ চনত (১৫ মাঘ)। যোৰহাট জিলাৰ অন্তৰ্গত হাতীগড় মৌজাৰ নাওশলীয়া গাঁৱত জন্মলাভ কৰা মঘাইৰ পিতাৰ নাম বোপাৰাম বৰুৱা আৰু মাতৃ ৰূপতী বৰুৱা। মঘাই পাঁচ বছৰৰ হওঁতেই পিতাৰ মৃত্যু হোৱাত সংসাৰত নানা আহুকালে দেখা দিলে, তথাপি তেওঁ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা শেষ কৰিলে। বিধৱা মাতৃক সংসাৰ চলোৱাত সহায় কৰিবৰ বাবে মঘাই এইবাৰ চেনিজান বাগিচাত দিন হাজিৰা কৰা কৰ্মী হিচাপে সোমালগৈ, কৰিলে মিস্ত্ৰীৰ যোগালিৰ কাম। কিন্তু সেই কামত বেছিদিন মন বহুৱাব নোৱাৰি জীৱিকা নিৰ্বাহৰ বাবে অন্যান্য কিছুমান কাম কৰাৰ লগতে ডিম্বেশ্বৰ গগৈ নামৰ এজন ঢুলীয়াৰ ওচৰত ঢোলবাদনৰ শিক্ষা লয়। বাল্যকালৰ পৰাই গীত-বাদ্যৰ প্ৰতি অসম্ভৱ ৰাপ থকা মঘায়ে ঢোলবাদনত ইমান পাৰ্গত হৈ উঠিল যে কম দিনৰ ভিতৰতে তেওঁৰ ঢোলৰ ছেৱে সকলোৰে মন মুহিলে। ঢোলৰ ওজা স্বৰূপেও তেওঁ প্ৰসিদ্ধি পালে। লাহে লাহে মঘাইৰ ঢোলবাদনৰ কথা চাৰিওফালে বিয়পি পৰিল আৰু বিভিন্ন ঠাইত ঢোলবাদনৰ বাবে তেওঁ নিমন্ত্ৰণো পাবলৈ ধৰিলে।

সেই সময়ছোৱাৰ বিষয়ে মঘাই ওজাই লিখিছে-'ষোল্ল বছৰৰ পৰাই মই শিল্পী জীৱনলৈ মন মেলিলো। মোক কোনেও তাত বাধা দিয়া নাছিল। প্ৰথমতে মোক তেজপুৰলৈ নিমন্ত্ৰণ কৰে (১৯৩১ চন)। তাৰ ওচৰৰে গকুল বৰুৱা বুলি এজন চাহ

খেতিয়কে মোক অনুপ্ৰেৰণা দিয়ে আৰু তেখেতেই মোক তেজপুৰলৈ লৈ যায়। তাত শ্ৰদ্ধেয় হেমাঙ্গ বিশ্বাসদেৱে মোক লগ ধৰি কথা-বাৰ্তা পাতে আৰু সহায়-সহানুভূতি আগবঢ়াই মোক ৰাইজৰ চকুৰ আগত ওলাবলৈ উদগনি দিয়ে।' বিভিন্ন ধৰণৰ সভা-সমিতি, সাংস্কৃতিক অনুষ্ঠান, স্কুল-কলেজ, বিয়া-সবাহ আদিত ঢোল বজাবলৈ লোৱা মঘাই বৰুৱাৰ নাম লাহে লাহে মঘাই ওজা হিচাপেহে সকলোৱে জানিলে।

নিজে গীত-মাত লিখি, সেই গীতৰ সুৰ ঢোলত তুলি যথেষ্ট জনপ্ৰিয়তা লাভ কৰা মঘাই ওজাই নিজৰ ঢোলবাদনৰ বিষয়ে কৈছে- 'গাঁৱৰ বিয়া-সবাহত মই ঢোল বজাও আৰু যি পইচা পাওঁ তাৰে মই চলো আৰু ঢোল কিনো। মই নিজে ঢোলৰ গীত-মাত, ৰাগ-সুৰ ৰচনা কৰো। মই নিজে নিজে অভ্যাস কৰো ঢোল, খোল, নেগেৰা, টোকাৰি আদি বজাবলৈ ইবোৰৰ বাজনাই মোক আকৰ্ষণ কৰে। পাছত মই ভক্তিমূলক গীত-মাতবোৰ নিজে নিজে ৰচনা কৰি ঢোলত প্ৰকাশ কৰো।'

লাহে লাহে বিষ্ণু ৰাভা, জ্যোতি প্ৰসাদ, ফণী শৰ্মা, চন্দ্ৰধৰ গোস্বামী আদি খ্যাতনামা শিল্পীসকলৰ সান্নিধ্যলৈ অহাৰ সুযোগ পালে মঘাই ওজাই। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ এনে কোনো বিখ্যাত সাংস্কৃতিক অনুষ্ঠান বাদ নপৰা হ'ল, য'ত মঘাই ওজাই যোগদান নকৰে। প্ৰতিটো অনুষ্ঠানৰ ঢোলৰ চাপৰি মানেই, সেয়ে মঘাই ওজা বুলি ৰাইজে কোৱা হ'ল। মঘাই ওজাৰ চাপৰৰ পৰাহে ৰাইজে অনুভৱ কৰিব পৰা হ'ল ঢোলৰো ইমান অপূৰ্ব মাত ওলায়। মাথো এটাই নহয়, কে'বাটাও ঢোল একেলগে অকলেই বজায় মঘাই ওজাই। কে'বাটাও ঢোলৰ পৰা তেওঁ জীৱ-জন্তুৰ মাত, বিভিন্ন যান-বাহনৰ শব্দ, ধুমুহা-বৰষুণৰ অপূৰ্ব শব্দ-তৰঙ্গৰ সৃষ্টি কৰে. এবাৰ এক সাংস্কৃতিক অনুষ্ঠানত ওজাই ভাৰত বিখ্যাত তবলাবাদক শান্তা কুমাৰৰ স'তে প্ৰতিযোগিতাত নামে। এবাৰ মঘাই ওজাই বজায়, আনবাৰ শান্তা কুমাৰে। এবাৰ শান্তা কুমাৰে, আনবাৰ মঘাই ওজাই। এই প্ৰতিযোগিতা সনিৰ্বন্ধ চলে আৰু শান্তা কুমাৰৰ তিনিটাকৈ তবলা ফাটি যায়। কিন্তু শেষত শান্তা কুমাৰে নিজেই স্বীকাৰ কৰিবলৈ বাধ্য হয় যে সঁচাই ঢোলৰ যাদুকৰ মঘাই ওজা।

মাথো ঢোল বজাই এজন শিল্পীয়ে তেতিয়াৰ দিনত কিমাননো উপাৰ্জন কৰিব পাৰে? সেই বাবেই মঘাই ওজাই চৰম দৰিদ্ৰতাৰ মাজত জীৱন-যাপন কৰিবলৈ বাধ্য হৈছিল। তথাপি ঢোল বজোৱাৰ বাহিৰে আন জীৱিকাৰ সন্ধান কৰা নাছিল। অৱশ্যে উপাই নাপালে মাজে মাজে দিন-হাজিৰা কৰিছিল। পাছত এহাল গৰু কিনি নাঙলৰ মুঠিত ধৰিছিল। তথাপি ঢোল বজাবৰ বাবেই তেওঁ যেন সৰ্বস্ব ত্যাগ কৰিছিল। দাৰিদ্ৰ্যৰ সকলো জ্বালা-যন্ত্ৰণা তেওঁৰ ঢোলৰ শব্দৰ মাজেদিয়েই প্ৰতিভাত হৈছিল। আকাশত মেঘ জমিছে, ধৰিত্ৰী এচলু পানীৰ অপেক্ষাত আছে আৰু সেই সময়তে আৰম্ভ হৈছে মেঘৰ গৰ্জন, বিজুলীৰ চিক্‌মিকনি। মঘাইৰ ঢোলবাদন যেন আছিল মেঘৰ গৰ্জনৰ দৰে আৰু দৰিদ্ৰ-হতাশাৰে ভৰা অসমৰ অন্ধকাৰত বিপ্লৱী, গণশিল্পী মঘাই ওজা যেন আছিল বিজুলীৰ চিকমিকনি।

১৬ বছৰ বয়সতে মঘাই ওজাই তেজপুৰত লগ পাইছিল হেমাঙ্গ বিশ্বাসক। হেমাঙ্গ বিশ্বাসৰ প্ৰেৰণাই ওজাৰ অন্তৰৰ নিভৃততম কোণত ঘৰ বান্ধি আছিল কিন্তু যোগাযোগ হেৰাই গৈছিল হেমাঙ্গ বিশ্বাসৰ স'তে। পাছত জ্যোতিপ্ৰসাদ আগৰৱালা (সভাপতি) আৰু হেমাঙ্গ বিশ্বাস (সম্পাদক)ৰ নেতৃত্বত ভাৰতীয় গণনাট্য সংঘৰ অসম শাখাই মূৰ দাঙি উঠিছিল। গণনাট্য সংঘই নিজৰ আদৰ্শ প্ৰচাৰ কৰি সমগ্ৰ অসমতে গণজাগৰণ আনিবলৈ চেষ্টা কৰিছিল। এই আদৰ্শৰ প্ৰতি ক্ৰমশঃ একাত্মতা গঢ়ি উঠিছিল মঘাই ওজাৰ। সেইবাবে মঘাই ওজাই নিজেই গণনাট্য সংঘ অৰ্থাৎ হেমাঙ্গ বিশ্বাসৰ স'তে যোগাযোগ কৰিছিল আৰু গণবিপ্লৱৰ সহযোগী হ'ব বিচাৰিছিল। সেয়া ১৯৫৪ চন। সেইবাৰ গুৱাহাটীৰ লতাশিলত অনুষ্ঠিত বিহু সন্মিলনলৈ ঢোলবাদনৰ বাবে আহিছিল মঘাই ওজা। হেমাঙ্গ বিশ্বাসক তাতেই লগ পালে তেওঁ আৰু লাহে লাহে হেমাঙ্গ বিশ্বাসৰ প্ৰতিটো কাৰ্যসূচীৰ সহযোগী হৈ পৰিল তেওঁ। কিন্তু গণনাট্য সংঘৰ নীতি আৰু আদৰ্শৰ বাবেই তেতিয়া অসমৰ সাংস্কৃতিক আৰু ৰাজনৈতিক জগতৰ বৰমূৰীয়াসকলে গণনাট্যৰ শিল্পীসকলক বিভিন্ন সাংস্কৃতিক অনুষ্ঠান আনকি বিহুতো অংশগ্ৰহণৰ অনুমতি নিদিছিল। এই বৰমূৰীয়াসকলৰ বিৰুদ্ধে নামি পৰিছিল মঘাই ওজা।

১৯৫৪ চনতেই কলিকতাৰ ওৱেলিংটন স্কোৱাৰত অনুষ্ঠিত ভাৰতীয় গণনাট্য সংঘৰ অনুষ্ঠানত হেমাঙ্গ বিশ্বাসৰ নেতৃত্বত যোগ দিয়াৰ সুযোগ পাইছিল মঘাই ওজা আৰু ভূপেন হাজৰিকাই। সেই অনুষ্ঠানত মঘাই ওজাৰ ঢোলবাদন শুনি ভাৰতৰ শ্ৰেষ্ঠ ঢোলবাদক ক্ষীৰোদ ঘোষ অভিভূত হয়। সংগীত বিশাৰদ প্ৰকাশ ঘোষেও মঘাইক প্ৰশংসা কৰে। তাৰ পাছৰ বছৰত গুৱাহাটীত অনুষ্ঠিত অসম গণনাট্য সংঘৰ অধিবেশনত ঢোলবাদন কৰি বলৰাজ চাহানী, অমৰ শ্বেখ আদি শিল্পীৰ ভূয়সী প্ৰশংসা লাভ কৰাৰ লগতে সৰ্বভাৰতীয় স্বীকৃতিও লাভ কৰে মঘাই ওজাই। তাৰ পাছত ১৯৫৭ চনত মাদ্ৰাজত অনুষ্ঠিত 'ইণ্ডিয়ান ফাইন আৰ্টছ এণ্ড ছ'চাইটি'ৰ ৰূপালী জয়ন্তী অনুষ্ঠানত ঢোলবাদন কৰি ভুৰি ভুৰি প্ৰশংসা বাণী লাভ কৰে তেওঁ। এনেদৰেই সৰ্বভাৰতীয় স্বীকৃতিৰে বিভূষিত হৈ গৈ থাকে অসমৰ হালোৱা-বনুৱাৰ শিল্পী মঘাই ওজাই। ইতিমধ্যে মঘাই ওজাই ৰোহিনীক বিয়া কৰাই সংসাৰ ধৰ্মও পালন কৰিছিল। মঘাই ওজাৰ ঔৰষত আৰু ৰোহিনী বৰুৱাৰ গৰ্ভত তিনি পুত্ৰ আৰু চাৰিগৰাকী কন্যা সন্তানৰো জন্ম হয়।

'শিল্প শিল্পৰ বাবে নহয়, শিল্প জীৱনৰ বাবেহে' এই আদৰ্শত নিজৰ শিল্পী প্ৰতিভাৰ বিকাশৰ লগতে দৰিদ্ৰ মানুহখিনিৰ হৈ মাত মাতিবলৈ মুক্তি সংগ্ৰামত অৱতীৰ্ণ হৈছিল মঘাই ওজা। 'অসমীয়া সংস্কৃতিৰ বিবেক য'ত গৰজি উঠে মঘাই ওজাৰ ঢোল' নামৰ প্ৰবন্ধত হেমাঙ্গ বিশ্বাসে লিখিছিল-'ভৈয়ামত সেইদিনা জুই জ্বলিছে (১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত।) ছিলং পাহাৰৰ পৰা গানৰ ব্ৰিগেড গৈছে উমিয়াম নদীৰ সোঁত পাৰ হৈ সেই জুই নুমুৱাবলৈ। উমিয়াম মানে অশ্ৰুমতী।...আমাৰ ব্ৰিগেডত আছিল অসমীয়া, বাঙালী, খাচী, জয়ন্তী, নেপালী শিল্পীসকল।...সেইদিনা ব্ৰহ্মপুত্ৰ উপত্যকাৰ

ধোঁবাৰে আচ্ছন্ন পৰ্বত চূড়াত শুভবুদ্ধিৰ এই সংঘবদ্ধ অঙ্গীকাৰে প্ৰতিধ্বনিৰ তৰঙ্গ তুলিছিল চাৰিওপিনে। যাত্ৰাৰ আগে আগে তেওঁক চিঠি লিখিলো- 'ওজা ভাই আমাৰ; অভিযানৰ আগৰুণুৱা হ'বা তুমিয়েই আৰু তোমাৰ ঢোল হ'ব আমাৰ জয়ডংকা।...' সচৰাচৰ চলা বিহুৰ নামৰ সলনি (যোৰহাটৰ সাংস্কৃতিক সন্ধিয়াৰ) সেই সুৰ তানত মঞ্চৰ ওপৰত improvice কৰি ভাষা-সংঘৰ্ষৰ বিৰুদ্ধে যোজনা দি ওজাই মিলনৰ নাম গালে-ৰাইজখনে কান্দিছে ডা-ডাঙৰীয়া, দেশখনে কান্দিছে চোৰা, ৰাইজৰ বলতে তুমি বলবন্ত; কিয়নো পাহৰি যোৱা। সেইদিনা অসমৰ শিক্ষিত আৰু বুদ্ধিজীৱী শ্ৰেণীৰ অধিকাংশৰে চিন্তা যেতিয়া জাতি-বিদ্বেষৰ কলুষ কালিমাত আচ্ছন্ন, তেতিয়া অসমৰ দুখীয়া খেতিয়কৰ ঘৰৰ সন্তান মাটিৰ শিল্পী মঘাই ওজাৰ ঢোলৰ চাপৰত অসমীয়া সংস্কৃতিৰ বিবেক গৰজি উঠিল।...হঠাৎ যেন মঘাই ওজাৰ ঢোলত শতাব্দীৰ হেৰাই যোৱা এই লোক সংস্কৃতিটো মুখৰ হৈ উঠিল। মঘাইৰ আগতে অসমৰ বিহুৰ ঢুলীয়াসকলে তিনি-চাৰিটামান ছেওত, যাক বোলে নাচনী চাপৰ, বাৰে বাৰে বিভিন্ন লয়ত বজোৱা দেখা গৈছিল। মঘায়ে সেই ক্ষেত্ৰত আনিলে বোল-বাণীৰ আৰু ছন্দৰ অপৰূপ বৈচিত্ৰ্য।... লৌকিক গীত-মাত আৰু লৌকিক উপকথাক তেও ঢোলৰ ছেওত প্ৰণবন্ত কৰি তোলে। অসমৰ অতি পৰিচিত বনৰ চৰাই 'বতা চৰাই' পথাৰ প্ৰান্তৰত উৰি উৰি ঘূৰি ঘূৰি দিগন্তত বিলীন হৈ যায়। তিনি মাত্ৰা আৰু চাৰি মাত্ৰাৰ বোল দি বাদ্যকৰ মঘাই ওজাই চিত্ৰকৰ হৈ দেখা দিয়ে আমাৰ আগত। উড়িৎ তৌ তৌ উড়িৎ তৌ তৌ উৰিলৌ উৰিলৌ উৰিলৌ- উভু উভু উভু, উৰি যাওঁ উৰি যাওঁ উৰি যাওঁ। তিগ্ৰীৎ তৌ তৌ, তিগ্ৰীৎ তৌ তৌ- তাৰ পাছত হ্ৰীৎ ঘিটি টি টি ঘিৎ তৌ-বুলি ছেও মাৰি দিগন্তৰ উৰন্ত পখীৰ পিছে পিছে খেদা মাৰে।...'

১৯৫৮ চনৰ ২৪ ডিচেম্বৰৰ পৰা ১০ দিনীয়া কাৰ্যসূচীৰে দিল্লী চহৰৰ ৰামলীলা ময়দানত অনুষ্ঠিত হোৱা ভাৰতীয় গণনাট্য সংঘৰ অষ্টম সন্মিলনত অসমৰ প্ৰতিনিধি দলৰ সৈতে যোগ দি মঘাই ওজাই ঢোলবাদন কৰে। একে বছৰতে জামছেদপুৰত অনুষ্ঠিত হোৱা সাংস্কৃতিক অনুষ্ঠানলৈ অসম গণনাট্য সংঘৰ প্ৰতিনিধি দলৰ স'তে গৈছিল মঘাই ওজা। য'ত গণনাট্যৰ মুক্তিৰ গান, ত'তেই মঘাই ওজা।

মঘাই ওজাৰ বিশাল শিল্পী প্ৰতিভাৰ বিষয়ে নলিনীধৰ ভট্টাচাৰ্যই লিখিছে, 'মঘাই ওজাৰ মাজত দেশৰ কৃষক জনসাধাৰণৰ সৃষ্টি প্ৰতিভাৰ অপূৰ্ব নিদৰ্শন ফুটি উঠিছিল। সভ্যতাই আমাৰ ব্যক্তিত্ব খণ্ডিত কৰিছে। ঘৰত আমাৰ চেহেৰা এটা বাহিৰতো এটা। মঘাই ওজাক সভ্যতাৰ এই পাপে স্পৰ্শ কৰিব পৰা নাছিল। সৰল, ধৰ্মভীৰু কৃষকে দুখ-দাৰিদ্ৰ্যৰে ধূসৰ, মলিন জীৱন কটায়ো উৎসাহ পালে নিজৰ সৃষ্টি প্ৰতিভাক, নিজৰ নান্দনিক আনন্দক যে মানৱীয়ভাৱে আনলৈও সম্প্ৰসাৰিত কৰিব পাৰে, তাৰ জলজ্বল পট্‌পট্‌ উদাহৰণ হ'ল মঘাই ওজা। ঢোলৰ বিবিধ ছেও, বোল, চাপৰ আৰু মালিতাবোৰত তেওঁ ফুটাই তুলিছিল নতুন যন্ত্ৰণা, নতুন স্বপ্ন। তেওঁৰ ঢোলত মূৰ্ত হৈ উঠিছিল প্ৰাণৰ স্পন্দন, নিস্তৰঙ্গ গণ জীৱনক তৰঙ্গায়িত কৰাৰ অপূৰ্ব সঙ্গীত। আপোন ব্যক্তিত্ব আৰু সৃষ্টি প্ৰতিভাৰে তেওঁ জনসাধাৰণৰ বাদ্যটোক সমষ্টিৰ অভিজ্ঞতা প্ৰকাশৰ

আকৰ্ষণীয় মাধ্যম কৰি তুলিছিল। পুৰণি আঙ্গিকেৰে নতুন মালিতাৰ সৃষ্টি কৰি শ শ মানুহক তেওঁ প্ৰেৰণা দিছিল। এহাতে দাৰিদ্ৰ্য আনহাতে ঐশ্বৰ্যৰ অন্যায় লীলা-এই সামাজিক বৈষম্য তেওঁৰ ঢোলৰ ছেৱত ফুটি উঠিছিল-'মাজুলী দেশতে খোৱাৰ অভাৱত, পেলায় পৰিয়াল কাটি/ছিলং ৰোডতে দেখিবা ৰাইজসকল, মিনিষ্টাৰসকলৰ মাটি।'

মাথো ঢোল বজোৱাতে সীমাবদ্ধ নাছিল মঘাই ওজাৰ সাংস্কৃতিক পৰিক্ৰমা। মঞ্চ নাটক আৰু অনাতাঁৰ নাটকৰ লগতো তেওঁ জড়িত আছিল। তদুপৰি কথাছবিৰ জগততো তেওঁৰ ঢোলৰ ছেও অপূৰ্বভাৱে ঝংকৃত হৈছিল। সঙ্গীতৰ ক্ষেত্ৰত মঘাই ওজা জড়িত ছবিকেইখন হ'ল পিয়লি ফুকন, ৰঙা পুলিচ, প্ৰতিধ্বনি (অসমীয়া), তৃষ্ণা (হিন্দী) আৰু মাহুত বন্ধুৰে (বঙালী)। গ্ৰামফোন ৰেকৰ্ড কৰা 'খৰা শিয়ালৰ বিয়া' 'ভাৰতৰ স্বাধীনতা' আদিৰ সঙ্গীতৰ লগত ওজা জড়িত আছিল।

দৰিদ্ৰতাক কেতিয়াও গুৰুত্ব দিয়া নাছিল মঘাই ওজাই। কত দিন, কত ৰাতি তেওঁ পত্নী-পুত্ৰসকলৰে সৈতে ভোকৰ জ্বালাত পাৰ কৰিছে তাৰ সীমা-সংখ্যা নাই। অথচ আকৰ্ষণীয় ব্যক্তিত্বৰ মঘাই ওজাই মাথো লোক-সংস্কৃতিৰ চৰ্চা অব্যাহত ৰাখিছে আৰু মানুহৰ মুক্তি সংগ্ৰামৰ বিশ্বাসী মঘাই ওজাই আশা ৰাখিছে এদিন ধনী আৰু দুখীয়াৰ মাজত কোনো পাৰ্থক্য নাথাকিব। ব্যক্তিগত জীৱনত চৰম দৰিদ্ৰতাই গ্ৰাস কৰি পেলোৱা মঘাই ওজাৰ ব্যক্তিত্বৰ মাজত কিন্তু কোনোদিনে হতাশাৰ চিন দেখা পোৱা নগৈছিল। আক্ষৰিকভাৱে তেওঁক নিৰক্ষৰ বুলি কোৱাৰ থল থাকিলেও মঘাই ওজাৰ চিঠিবোৰ (বিশেষকৈ হেমাঙ্গ বিশ্বাসলৈ লিখা)ত তেওঁৰ জীৱনৰ শেষৰছোৱা কথা আৰু আশাবাদৰ বক্তব্যই ধ্বনিত হৈছে। '৭৪ চনৰ ১০ ছেপ্টেম্বৰত হেমাঙ্গ বিশ্বাসলৈ তেওঁ লিখিছিল-'বৰ্তমান আমাৰ সকলোৰে ভাল। এটা কথা অন্তৰত বৰ দুখৰ বিষয় হঠাৎ কাম-কাজ কৰি থাকোতেই আমাৰ ল'ৰাহঁতৰ মাকৰ মৃত্যু হ'ল। আজি আসামত এনে আয়তন ছলিছে। চাউলৰ কিলোত চাৰি টকা লৈকে হৈছে। মোৰ এতিয়া কোনো পিনে পইচা ওলোৱাৰ বাট নাই। মৃতকজনৰ কাম-কাজ কৰো উপায়েই পোৱা নাই।...' আকৌ '৭৭ চনৰ ১৭ জুনত লিখিছিল-'... বৰ্তমান আপোনালোক সমস্ত ৰাইজৰ আশীৰ্বাদত তিনিমাহ ডিব্ৰুগড় মেডিকেল কলেজত থাকি কিছু আৰোগ্য হৈ এইয়া ঘৰ পাইছোহি। গোটা ভাত খাবই নোৱাৰো। পানী যেন ভাত খাব লাগে। বুকু পিঠি দুয়োফালে হীত দিলে।....মই যেতিয়া ষ্টেজত নামো তেতিয়া দৰ্শক ৰাইজে চিঞৰি কয় যে মঘাই ওজাৰ বাদ্য আকৌ লাগে। কিন্তু মই এতিয়া অসুস্থ অৱস্থাত পৰি আছো চৰকাৰৰ চকুত পৰা যে নাই কোনো ডা-ডাঙৰীয়াৰ চকুতো পৰা নাই। তেতিয়া মই কৈছো—জীৱন্তে খাছি মৰন্তে কাশী। জীয়াই থাকোতে শক্তি হ'বলৈ খাছি হ'ব লাগে। মৰিবলৈ হ'লে কাশীত গৈ মৰিলেও গতি নাই।....' আকৌ '৭৭ চনৰ চাৰি ডিচেম্বৰত লিখিছিল-'অহা ফেব্ৰুৱাৰী মাহত যে আপুনি অসমলৈ অহা কথা আছে। তেতিয়া নিশ্চয় মোৰ ভগা পঁজাত এখন্তেক জিৰণি লৈ গ'লে পৰম সন্তোষ পাম। মোৰ কাৰণে

চিন্তা নকৰিব, এদিন ভাল এদিন বেয়া- এই ভাগেই চলি আছে, অৰ্থাৎ ৰাইজৰ মৰমত আৰু আশীৰ্বাদত মই সদায়ে জীয়াই থকাৰ নিছিনা।...'

অসম গণনাট্য সংঘৰ সহ ঃ সভাপতিৰ দায়িত্বও গ্ৰহণ কৰিছিল মঘাই ওজাই। ভাৰতৰ সৰ্বত্ৰতে গণজাগৰণ তোলা এই সাংস্কৃতিক অনুষ্ঠানটোৰ মঞ্চতেই ওৰেটো জীৱন কাম কৰি গ'ল তেওঁ। সেই বাবেই হেমাঙ্গ বিশ্বাসেও কৈছিল -'মোৰ শিল্পী জীৱনৰ শ্ৰেষ্ঠ আবিষ্কাৰ মঘাই ওজা বা ভাৰতবৰ্ষত ঢোলৰ যাদুকৰ মঘাই ওজা আছিল গণনাট্য সংঘৰ বিঘোষক।'.... ঢোল বাদকসকলক অসমৰ ৰাইজে কেতিয়াও বৰ বিশেষ গুৰুত্ব দিয়া নাছিল। কিন্তু মঘাই ওজাই নিজৰ প্ৰতিভাৰ বলত ৰাইজৰ স্বীকৃতি আৰু মৰম দুয়োটাই আদায় কৰিছিল। একেলগে চাৰিটা ঢোল একেৰাহে এঘণ্টাতকৈও অধিক সময় হাত আৰু ভৰিৰে বজাব পৰা মঘাই ওজাই অসমৰ ঢোলক বিশ্বৰ সন্মুখত সন্মানীয় বাদ্য হিচাপে প্ৰতিষ্ঠিত কৰিছিল। কোনোদিনে ঢোল বজোৱা বা আন কাম কৰাৰ ক্ষেত্ৰত পিছ হোঁহকা নাছিল। শৰীৰত ১০৪ ডিগ্ৰী জ্বৰ লৈয়ো তেওঁ মঞ্চত ঢোল বজাই গৈছিল। আচলতে গণনাট্য সংঘৰ কৰ্মী মঘাই ওজাৰ বাবে ঢোল মাথো বাদ্যযন্ত্ৰই নাছিল, আছিল পুঁজিপতিৰ বিৰুদ্ধে বিদ্ৰোহৰ প্ৰতীক।

শেষ বয়সত মঘাই ওজাক দুৰাৰোগ্য কেন্সাৰ বেমাৰে আক্ৰান্ত কৰিছিল। অনুমান কৰা যায় ১৯৬৯ চনৰ পৰাই তেওঁৰ এই ৰোগ আৰম্ভ হৈছিল, কিন্তু সকলো ধৰণৰ যন্ত্ৰণাক মৰিমূৰ কৰিব পৰা শক্তিশালী মনৰ গৰাকী মঘাই ওজাৰ সেই ৰোগৰ বিষয়ে কোনেও জানিব পৰা নাছিল। বহু পলমকৈহে গণনাট্য সংঘই এই কথা জানিব পাৰি তেওঁক ডিব্ৰুগড়ৰ মেডিকেল কলেজত ভৰ্তি কৰিছিল। তেওঁৰ চিকিৎসাৰ বাবে ৰাইজে দান-বৰঙণি তুলিছিল, বহু নাটক মঞ্চস্থ কৰি কিছু পুঁজি গোটোৱা হৈছিল, ভূপেন হাজৰিকাই কলিকতাৰ অ' চি গাঙ্গুলীক আনি যোৰহাটত সুৰ সন্ধিয়া পাতিছিল।... বহু চেষ্টাৰ মূৰকতো কেন্সাৰে হাৰ নামানিলে। ১৯৭৮ চনৰ ১৫ মাৰ্চত হাতীগড় মৌজাৰ নিজা ঘৰত মঘাই ওজাই চিৰদিনৰ বাবে ৰাইজক বিদায় জনালে।

গোটেই জীৱন ধৰি অসম তথা ভাৰতৰ বিভিন্ন মঞ্চত ঢোল বজাই অসমীয়া সংস্কৃতি যে উচ্চ মানদণ্ডৰ, সেয়া প্ৰমাণিত কৰা মঘাই ওজা ১৯৬৩ চনত অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ অধীনত কেৰালা আৰু মহাৰাষ্ট্ৰলৈকো গৈছিল। গোটেই জীৱন ধৰি অভাৱত ভুগি জীৱনপাত কৰা মঘাই ওজাক ১৯৭৫ চনৰ শিল্পী দিৱসত ৰৌপ্য প্ৰতীকেৰে সম্বৰ্ধনা জনোৱা হৈছিল। তাৰ বাহিৰে মঘাই ওজাৰ প্ৰতি সন্মান আৰু সাহায্য আগবঢ়াবলৈ অসম চৰকাৰৰ আহৰি নাছিল। আমাৰ অসমেই এনে এখন দেশ য'ত শাসকে শিল্পী-খেলুৱৈৰ মোল নুবুজে, তেওঁলোকৰ প্ৰতিভাৰ উন্নতিৰ বাবে চেষ্টা কৰাটো বাদেই, জীয়াই থাকিবলৈকো কিছু সাহায্য আগবঢ়াব নোৱাৰে। এনেদৰেই মঘাই ওজাৰ দৰে অন্যান্য বহু প্ৰতিভাবান শিল্পীয়েও অসম মুলুকত তিলতিলকৈ মৃত্যুমুখত পৰিছে।

অৱশ্যে মঘাই ওজাক কোনেও মাৰিব নোৱাৰে। তেওঁৰ ব্যক্তিত্ব, তেওঁৰ সৰলতা, তেওঁৰ বিদ্রোহ আৰু তেওঁৰ সাংস্কৃতিক অবদানৰ বাবেই মঘাই ওজা আমাৰ মাজত জীয়াই থাকিব। সেইবাবেই হেমাঙ্গ বিশ্বাসেও তেওঁক দিছিল অবিস্মৰণীয় স্বীকৃতি- 'গণনাটাৰ সংগঠক হিচাপে লৌকিক প্রতিভা বিচাৰি ফুৰিছো অনেক, মঘাইৰ লেখিয়া কৃষকৰ গৰ্ব আৰু অভিমান লৈ এনে দুৰ্বাৰ প্ৰাণবন্ত অথচ বুদ্ধিদীপ্ত মাটিৰ শিল্পী আৰু পোৱা নাই।'....



# ড০ ভৱানন্দ দত্ত

অসমত বাওঁপন্থী চিন্তা আৰু দৰ্শনৰ প্ৰচাৰ আৰু প্ৰসাৰ কৰাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা যিসকল ব্যক্তিৰ নাম সততে ল'ব পাৰি, সেইসকলৰ ভিতৰত নিশ্চয় শীৰ্ষস্থান পাবৰ যোগ্য ভৱানন্দ দত্ত। মাথো ৪১ বছৰীয়া জীৱনকালত ভৱানন্দ দত্তই মাৰ্ক্সবাদ আৰু অন্যান্য দৰ্শন তথা গভীৰ তত্ত্বক সহজ ৰূপত ব্যাখ্যা কৰি, সেয়া অসমীয়া জনগণে বুজিব পৰাকৈ প্ৰকাশ কৰিছিল। অতি মেধাবী আৰু স্মৃতিশক্তিত অসাধাৰণ এইগৰাকী ব্যক্তিৰ বিষয়ে অৰবিন্দ ঘোষে লিখিছে, 'অধ্যাপক দত্ত হ'ল অসমৰ প্ৰথম সমাজতন্ত্ৰবাদী দাৰ্শনিক। ভাৰতীয় দৰ্শন সম্পৰ্কে বৈজ্ঞানিক অনুসন্ধান চলাবৰ নিমিত্তে অধ্যাপক দত্তই ঐতিহাসিক দ্বন্দমূলক বস্তুবাদ গভীৰভাৱে অধ্যয়ন কৰিছিল। তেওঁৰ জীৱিত কালত সেই সম্পৰ্কে কিতাপ পত্ৰ বিশেষ পাবলৈ নাছিল। সেই সময়ত মাৰ্ক্সবাদী গৱেষণাৰ ক্ষেত্ৰত যি অৰাজকতাই দেখা দিছিল, সেই সম্পৰ্কত ৰাজনৈতিকবাদ বিসম্বাদৰ পৰা আঁতৰি অধ্যাপক দত্তই ভাৰতীয় দৰ্শন সম্পৰ্কে এখন সৰু কিতাপ, শংকৰী দৰ্শন আৰু ৰবীন্দ্ৰ দৰ্শন সম্পৰ্কে বিভিন্ন আলোচনীত লিখা প্ৰবন্ধ আদিত বৈজ্ঞানিক অনুসন্ধান প্ৰয়োগ কৰিবলৈ লওঁতেই আদবয়সতে দত্ত মৃত্যুৰ গৰাহত পৰিল। প্ৰায় দুই দশকজোৰা কৰ্ম জীৱনত অধ্যাপক দত্তই কেৱল অধ্যাপনাৰ মাজতে নিজক আবদ্ধ নাৰাখি প্ৰগতিশীল লোকশিল্পীৰ আন্দোলন, শান্তি আন্দোলন, প্ৰগতিশীল ছাত্ৰৰ আন্দোলন সকলোতে দেহা উবুৰিয়াই যোগ দিছিল।'

১৯১৮ চনৰ জুন মাহত যোৰহাটত জন্মগ্ৰহণ কৰিছিল সৰ্বানন্দ দত্তৰ তৃতীয় পুত্ৰ ভৱানন্দ দত্তই। পিতৃ সৰ্বানন্দ বজালীৰ ৰতনপুৰৰ লোক; তেওঁ শিক্ষকতাৰ চাকৰি সূত্ৰে যোৰহাটত থকাৰ সময়তে ভৱানন্দৰ জন্ম। মাতৃ মনোমোহিনী আছিল শিক্ষানুৰাগী মহিলা। তেৰোঁ তেতিয়াৰ দিনতেই শিক্ষয়িত্ৰী আছিল। যোৰহাটৰ পৰা আহি তেওঁলোকে গুৱাহাটীৰ উজানবজাৰ গাৰ্লছ এম ই স্কুলত শিক্ষকতা কৰিছিল। কিন্তু স্কুল কৰ্তৃপক্ষৰ স'তে মনোমালিন্য হোৱাত চাকৰি এৰি দি ৰতনপুৰলৈ গুচি যায়। তাৰ পাছত নিজেই চৌখুটী এম ই স্কুল স্থাপন কৰে আৰু প্ৰধান শিক্ষকৰ দায়িত্বও গ্ৰহণ কৰে। অৱশ্যে কৰ্তৃপক্ষই এইখন স্কুল পাটাছাৰকুছিলৈ নিয়াৰ পাছত তেওঁ পুনৰ স্কুল শিক্ষকৰ চাকৰি এৰি দিয়ে। তাৰ পাছত তেওঁ সমাজসেৱাত লাগে।

ভৱানন্দ দত্তৰ স্কুলীয়া শিক্ষা আৰম্ভ হ'ল নিত্যানন্দ প্ৰাইমাৰী স্কুলত। সেই স্কুলৰ পঢ়া শেষ কৰাৰ পাছত তেওঁ চৌখুটী এম ই স্কুলত ভৰ্তি হয়। দুৰন্ত চোকা বুদ্ধিৰ ছাত্ৰ ভৱানন্দই ছাত্ৰাৱস্থাত দেউতাকৰ কঠোৰ অনুশাসনৰ মাজত থাকি পঢ়া-শুনাৰ লগতে

গৰু চৰোৱা, মাছ মৰাৰ পৰা ঘৰখনৰ বহু দায়িত্ব কান্ধ পাতি ল'ব লগা হৈছিল। আনকি মাতৃ অসুস্থ হোৱাৰ বাবে ধান বনাৰ পৰা ঘৰুৱা অন্যান্য দায়িত্বও লোৱা দত্তই ফুটবল খেলো ভাল খেলিছিল, গছত বগাইছিল। দুৰন্ত প্ৰতিভাশালী এই ছাত্ৰজনে অৱশ্যে পঢ়া-শুনাৰ বাবে প্ৰয়োজনীয় কিতাপ-পত্ৰ গোটাব পৰা নাছিল। অৰ্থাভাৱত পৰি বন্ধু-বান্ধৱৰ পৰাই কিতাপ-পত্ৰ ধাৰলৈ আনি মুখস্থ কৰি সেয়া উভতাই দিছিল। ফলত স্মৃতিশক্তিৰ কচৰৎহে যেন হৈছিল তেওঁৰ। সৰুৰে পৰা ছাত্ৰসভাত বিভিন্ন ধৰণে অংশগ্ৰহণ কৰাৰ উপৰি অভিনয়তো অংশ লৈছিল। ছাত্ৰ সন্মিলনৰ সম্পাদক হৈ থকা কালত ভৱানন্দ দত্তই বিৰাট ডাঙৰ অধিবেশন এখন অনুষ্ঠিত কৰিছিল য'ত সভাপতিত্ব কৰিছিল, তেতিয়াৰ প্ৰখ্যাত কংগ্ৰেছ নেতা ফখৰুদ্দিন আলি আহমেদে। ১৯৩২ চনত এম ই পৰীক্ষাত প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হোৱাৰ পাছত ১৯৩৬ চনত কে'বাটাও বিষয়ত লেটাৰ নম্বৰ সহকাৰে প্ৰথম বিভাগত উত্তীৰ্ণ হ'ল তেওঁ। ভালদৰে উত্তীৰ্ণ হোৱাৰ বাবে উচ্চ শিক্ষাৰ বাবে বিশেষ বৃত্তিও লাভ কৰিছিল যাৰ সহায়ত তেওঁৰ ক্ষেত্ৰত কলেজত পঢ়া-শুনা কৰাটো সম্ভৱ হৈছিল। তদুপৰি কিছু খৰচ-পাতি উলিয়াবৰ বাবে টিউছনো কৰিব ল'লে। অতি চোকা বুদ্ধিৰ হ'লেও পঢ়া-শুনাৰ প্ৰতি এইজনা ব্যক্তি আছিল সদা-নিৰ্লিপ্ত।

এই সম্পৰ্কত তেওঁৰ এগৰাকী বন্ধু হোমেশ্বৰ শৰ্মাই লেখিছে-'...কিন্তু কিতাপ-পত্ৰ কিনিবলৈ টকা নিমিলে। হ'লেও কথা নাই, কিতাপ নোহোৱাকৈয়ে ক্লাছ কৰিবলৈ ধৰিলে। কেতিয়াবা বন্ধু-বান্ধৱৰ পৰা দুই এদিনৰ বাবে কিতাপ আনি, লাইব্ৰেৰীৰ পৰাও কিতাপ আনি পঢ়া চলাবলৈ ধৰিলে। কিন্তু কি হ'ব? স্কুলত থকা কালত যিটো অভ্যাস আয়ত্ত কৰিছিল, সেইটো এৰিব নোৱাৰিলে। অৰ্থাৎ কিতাপত মনোনিবেশ কৰাতকৈ ডনবস্কোৰ সন্মুখৰ এখন দোকানত বহি গল্প-গুজব কৰি আৰু মাজে মাজে সঙ্গী পালে তাচ খেলাত বহিয়েই ৰাতি আঠমান বজাত ভৰলুমুখলৈ খোজ কাঢ়ি গৈ কোনোমতে খাই পৰি থকাৰ বাহিৰে সময় পায় ক'ত? ৰাতিপুৱা আকৌ টিউছন।...' এইদৰেই ভৱানন্দ দত্তই আই এ পৰীক্ষা দি লাভ কৰিছিল বৃত্তিসহ প্ৰথম বিভাগ আৰু লজিকত লেটাৰ। তাৰ পাছত বি এ পঢ়িলে দৰ্শনত অনাৰ্ছ লৈ। সেই সময়তো একেই বহেমিয়ান চৰিত্ৰ। কিন্তু এবাৰ পঢ়িলে যিকোনো কথাই মনত ৰৈ যোৱা ভৱানন্দ দত্তই সোণৰ মেডেলসহ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পাই (কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত) উত্তীৰ্ণ হ'ল।

ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাবোৰৰ প্ৰতি ভৱানন্দ দত্তৰ আছিল এক অদ্ভুত আকৰ্ষণ। ৰবীন্দ্ৰনাথৰ 'সঞ্চয়িতা'খন যদি কালৰ গৰ্ভত লীন হৈয়ো যায় তেন্তে দত্তৰ মুখৰ পৰাই সেয়া উদ্ধাৰ কৰিব পৰা যাব বুলিও বহুতেই কৈছিল। কলেজীয়া ছাত্ৰাবস্থাতে তেওঁ কমিউনিষ্ট আদৰ্শৰ প্ৰতি আগ্ৰহী হৈ উঠিছিল। সুবক্তা এইগৰাকী ব্যক্তিয়ে ছাত্ৰসভা বা অন্য ঠাইত য'তেই কথা কৈছিল, তেতিয়াই বুজা গৈছিল যে তেওঁ কোৱা কথাবোৰৰ গভীৰতা কিমান?

ভবানন্দ দত্ত আছিল স্থিতপ্ৰজ্ঞ। কোনো দুখ-দুৰ্দশাতে তেওঁ কেতিয়াও বিচলিত হোৱা নাছিল, খুউব আনন্দৰ মুহূৰ্ততো তেওঁ উচ্ছ্বসিত হোৱা নাছিল। কাৰো স'তে তেওঁ অযথা তৰ্ক কৰা নাছিল, নিজৰ মত আনৰ ওপৰত জাপি দিবলৈ কাহানিও চেষ্টা কৰা নাছিল। কাৰোবাৰ স'তে কিবা কথাত মনোমালিন্য হ'লেই সেয়া সযতনে এৰাই চলিছিল।

১৯৪০ চনৰ বি এ পৰীক্ষাত দৰ্শনশাস্ত্ৰ বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰা কলিকতা বিশ্ববিদ্যালয়ৰ অধীনৰ কটন কলেজৰ ছাত্ৰ ভবানন্দ দত্ত এইবাৰ এম এ পঢ়িবৰ বাবে কলিকতালৈ গ'ল। কিন্তু '৪২ চনত এম এ পৰীক্ষা দিয়া নহ'ল। ইতিমধ্যে স্বাধীনতা আন্দোলনত দেহে-কেহে নামি পৰা এইগৰাকী ব্যক্তিয়ে পঢ়া-শুনা এৰি ৰতনপুৰৰ ঘৰ পালেহি। ইতিমধ্যে কমল নাৰায়ণদেব আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্যৰ প্ৰচেষ্টাত পুনৰ্জীৱন লাভ কৰা 'জয়ন্তী' আলোচনীৰ এক অন্যতম অঙ্গ হৈ পৰিল ভবানন্দ দত্ত। আলোচনীখনত তেওঁ বহু কবিতা আৰু প্ৰবন্ধ লিখিলে। তদুপৰি ব্ৰজনাথ শৰ্মাৰ স'তে বজালীত বিভিন্ন ধৰণৰ বিপ্লৱী কাম-কাজত লিপ্ত হ'ল। এনেদৰে পাঠ্যপুথিৰ স'তে সম্পৰ্ক প্ৰায় শেষ হৈ যোৱাৰ পাছত ১৯৪৪ চনত পুনৰ এম এ পৰীক্ষাত বহাৰ সিদ্ধান্ত লৈছিল। সেইবাৰ এম. এ. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ তৃতীয় স্থান লাভ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উত্তীৰ্ণ হৈছিল। উল্লেখ্য, তেওঁৰ আগৰ প্ৰথম দুটা স্থান পাইছিল ছোৱালী দুগৰাকীয়ে। দত্তই ৰগৰ কৰি হেনো বন্ধু-বান্ধৱৰ আগত কৈছিল-'লেডীজ ফাৰ্ষ্ট'।....এই ধৰণৰ সহজ ৰগৰেৰে তেওঁ যেন জীৱনটো উপভোগহে কৰিছিল!

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম এ পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হোৱাৰ পাছত প্ৰায় তিনি বছৰকাল নলবাৰী কলেজত দৰ্শন বিভাগত অধ্যাপনা কৰিলে ভবানন্দ দত্তই। '৪২ চনৰ পৰা নলবাৰী কলেজত অধ্যাপনা কৰালৈ তেওঁ আধুনিক অসমীয়া কবিতাৰ এগৰাকী বাটকটীয়াৰ ভূমিকা লৈছিল। লৈছিল সমাজ সচেতক বিপ্লৱীৰ ভূমিকাও। সেই সময়ত নিজৰ বিপ্লৱী চিন্তা-চেতনাক বাস্তৱ ৰূপ দিবলৈ যিবোৰ কবিতা (বিশেষকৈ 'জয়ন্তী'ত) লিখিছিল, তাৰ প্ৰভাৱ অসমীয়া সাহিত্যত বাৰুকৈয়ে পৰিছিল।

১৯৪৬ চনত ভবানন্দ দত্তই ভাৰত চৰকাৰৰ মেধা বৃত্তি লাভ কৰে আৰু শিশু মনস্তত্বৰ ওপৰত গৱেষণা কৰিবলৈ তেওঁ লণ্ডনলৈ যোৱাৰ সুযোগ পায়। অৱশ্যে ১৯৪৭ চনতহে লণ্ডনত উপস্থিত হয় আৰু লণ্ডন বিশ্ববিদ্যালয়ত গৱেষণা আৰম্ভ কৰে। এবছৰ কাল গভীৰ সাধনা আৰু অনুশীলনেৰে গৱেষণা চলালে ভবানন্দ দত্তই। ১৯৪৮ চনত চেকোশ্লোভাকিয়াৰ ৰাজধানী প্ৰাগ চহৰত অনুষ্ঠিত হৈছিল এখন চেমিনাৰ। আয়োজন কৰিছিল বিশ্ব শিক্ষা আৰু বিজ্ঞান সংস্থা (ইউনেস্ক) ই। এই চেমিনাৰত যোগ দিলে ভবানন্দ দত্তই। প্ৰাগত তেওঁ দিলে বহুমূলীয়া ভাষণ। কিন্তু সেয়াই তেওঁৰ বাবে কাল হ'ল। কাৰণ ভাৰত চৰকাৰে সম্পূৰ্ণ খৰচ বহন কৰা তেওঁৰ গৱেষণা কাৰ্য চলি থকা অৱস্থাত তেওঁ অনুমতি নোলোৱাকৈ সেই সময়ৰ কমিউনিষ্ট দেশ চেকোশ্লোভাকিয়াত উপস্থিত হৈছে। এয়া ভাৰত চৰকাৰৰ দৃষ্টিত জঘন্য অপৰাধ। এনে

এজন অপৰাধীক সেইবাবেই গৱেষণা সম্পূৰ্ণ নোহোৱাকৈ লণ্ডনৰ পৰা পঠিয়াই দিলে ভাৰতৰ হাই কমিছনাৰে। বাধ্য হৈ গৱেষণা আধাতে এৰি ভাৰতলৈ উভতি আহিল অধ্যাপক ভৱানন্দ দত্ত। তদুপৰি বি এ শিক্ষান্ত পৰীক্ষাত পোৱা সোণৰ পদকটো বিক্ৰী কৰি সেই টকাখিনি কমিউনিষ্ট দলৰ পুঁজিলৈ দান কৰিছিল।

কমিউনিষ্ট আদৰ্শ আগত ৰাখি প্ৰকৃততে মানুহ হৈ মানুহৰ বাবে কাম কৰি যাব বিচাৰিছিল ভৱানন্দ দত্তই। ড° নীলিমা দত্তই 'ৰতনপুৰৰ ৰত্ন ভৱানন্দ দত্ত' নামৰ কিতাপখনত লিখিছে-'.....আচলতে কমিউনিজমৰ সাৰমৰ্ম বুজিবলৈ ভৱানন্দই গভীৰ সাধনা কৰিছিল। এই সাধনা আছিল তেওঁৰ মানসিক কঠোৰ প্ৰস্তুতিৰ বাবে। ১৯৪২ৰ 'ভাৰত ত্যাগ' আন্দোলনৰ এজন নিষ্ঠাবান গান্ধীবাদী ছাত্ৰনেতা হঠাতে এগৰাকী সাৰ্থক কমিউনিষ্ট হৈ পৰা নাই- সেই আদৰ্শৰ কাৰণে বহু দ্বিধা, দ্বন্দ, মানসিক অস্থিৰতা, কঠোৰ সমালোচনা আৰু বহুতৰ প্ৰতাৰণা পাৰ হৈ যাব লগা হৈছিল বুলি তেওঁ মোক কোৱা মনত আছে। কিন্তু ভৱানন্দই সুস্থিৰ সিদ্ধান্ত ল'লে- কাৰ্লমাৰ্ক্স আৰু লেনিনৰ লেখাসমূহ আন্তৰিক সততাৰে অধ্যয়ন কৰিব। অকল অধ্যয়নেই নহয়, অধ্যয়ন কৰা প্ৰত্যেক বিষয় বস্তুকেই তেওঁ গভীৰ চিন্তা আৰু ক্ষুৰধাৰ যুক্তিৰে শৃংখলিত কৰি আপোন মানসিকতাৰ অন্তৰ্ভুক্ত কৰিছিল। ভৱানন্দ দত্তৰ ৰাজনৈতিক মতবাদৰ স্বতঃস্ফুৰ্ত প্ৰভাৱ পৰিছিল তেওঁৰ সাহিত্য সৃষ্টিত আৰু শিক্ষা দৰ্শনত। সেয়ে তেওঁ ৰাজনীতি, শিক্ষা আৰু সাহিত্যত স্বাধীন মতবাদ প্ৰকাশ কৰাত নিৰ্ভীক হৈ পৰিছিল। গতানুগতিক শিক্ষা আৰু সাহিত্যৰ ফোপোলা দিশটো ওফৰাই পেলাবলৈ তেওঁ কুণ্ঠাবোধ কৰা নাছিল। সাতামপুৰুষীয়া ধৰ্মীয়, নৈতিক আৰু ৰাজনৈতিক দৰ্শনৰ ক্ৰটি-বিচ্যুতি ভৱানন্দই বস্তুনিষ্ঠ সমালোচনাৰে দেখুৱাবলৈ যত্ন কৰিছিল। তেওঁৰ দৰ্শনত আছিল বৈজ্ঞানিক চেতনাৰ প্ৰভাৱ। তেওঁৰ দাৰ্শনিক চিন্তাত দেহবিজ্ঞান, পদাৰ্থবিজ্ঞান আৰু গাণিতিক জ্ঞানৰ মূল সাৰ মিহলি হৈ আছিল।... মাৰ্ক্সীয় দৰ্শনত উদ্বুদ্ধ হৈও ভৱানন্দ দত্তই ঘৰুৱা কথা-বতৰাত মহাত্মা গান্ধীক মনে-প্ৰাণে শ্ৰদ্ধা কৰা দেখিছিলো।....'

১৯৪৯ চনৰ আগষ্ট মাহত দৰ্শনশাস্ত্ৰৰ অধ্যাপক হিচাপে ভৱানন্দ দত্তই কটন কলেজত যোগ দিছিল। সেই বছৰৰে ছয় জুলাইত নীলিমা হাজৰিকা (ড° নীলিমা দত্ত) ৰ স'তে ভৱানন্দৰ শুভবিবাহ সম্পন্ন হৈছিল। এগৰাকী বাওঁপন্থী বিপ্লৱী হ'লেও তেওঁ 'অন্ধ কমিউনিষ্ট' নাছিল। সমাজত শ্ৰেণী বিভাজন বা শ্ৰেণীৰ অস্তিত্ব তেওঁ স্বীকাৰ কৰিছিল। তেৱেঁই 'কমিউনিষ্ট ইস্তাহাৰ'খন অসমীয়া ভাষালৈ প্ৰথম অনুবাদ কৰিছিল। অৱশ্যে এই ইস্তাহাৰখন পুথি আকাৰে প্ৰকাশ হোৱা নাছিল। প্ৰকাশিত ৰূপত ভৱানন্দ দত্তৰ পাঁচখন গ্ৰন্থহে পোৱা যায়। সেইবোৰ হ'ল Philosophy and India (1959) (এই গ্ৰন্থখন ১৯৭৭ চনত অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিছিল বেণুধৰ ডেকাই), ৰবীন্দ্ৰ প্ৰতিভা (১৯৬০), দৃষ্টি আৰু দৰ্শন (১৯৬১), অসমীয়া কবিতাৰ কাহিনী (১৯৬৯), আৰু অসমৰ জাতীয় সমস্যাৰ বিবৰ্তন (১৯৮৭)।

অসমীয়া সাহিত্যত মাৰ্ক্সবাদী সমালোচনাৰ ধাৰাৰ প্ৰথমগৰাকী প্ৰবৰ্তক হিচাপে ভৱানন্দ দত্তৰ নাম লোৱাৰ বাহিৰে অন্য উপায় নাই। 'অসমীয়া কবিতাৰ কাহিনী'ত

তেওঁ লেখিছিল-'কৃষক আৰু শ্ৰমিকৰ নিষ্পেষিত জীৱনৰ প্ৰতি সহানুভূতি আৰু সমবেদনাই যথেষ্ট নহয়। তাৰ লগতে কৃষক আৰু শ্ৰমিকৰ ব্যক্তিগত আৰু শ্ৰেণীগত জীৱনৰ যাত্ৰা, চিন্তাধাৰা, অনুভূতি আৰু কৰ্ম প্ৰেৰণাৰ প্ৰকৃত পৰিচয় কেৱল বুদ্ধিৰে নহয়, হৃদয়েৰে পাব লাগে।.....আমি মহৎ অন্তৰৰ লেখক আৰু এইসকল ধন-মান-শিক্ষা-জ্ঞান আদি সকলোৰে পৰা বঞ্চিত। গতিকে আমি ত্যাগ আৰু বিপ্লৱ কৰি এওঁলোকৰ এটা ভাল ব্যৱস্থা কৰি দিব লাগিব। এনে অনুভূতি বহু সময়ত আত্মকেন্দ্ৰিক ভাব বিলাস মাত্ৰ হৈ থাকে।... এই অনুভূতি দয়া-পৰবশ হৈ ভিক্ষা দি তাক কৃতাৰ্থ কৰাৰ নিৰ্চিনা অনুভূতিহে হয়।' আকৌ 'দৃষ্টি আৰু দৰ্শন'ত তেওঁ লিখিছিল- 'প্ৰকৃতিৰ কৃপণতাৰ ফলত মানুহৰ সংখ্যা ক্ৰমে বাঢ়ি যোৱাৰ ফলত সেই সমাজৰ জীৱিকা উৎপাদন আকুলান হয়; ফলত জীৱিকাৰ প্ৰয়োজনত নতুন উৎপাদন আহিলাৰ প্ৰয়োজন হয়; সেই নতুন নতুন উৎপাদন কামত লগাবলৈ নতুন ব্যৱস্থা কৰিব লগা হয়। সমাজৰ ভিতৰত তীব্ৰ অন্তৰ্বিৰোধ হয়। পুৰণি সমাজ ব্যৱস্থা ভাঙি যায় আৰু নতুন উৎপাদন আহিলাৰ ভেটিত নতুন সমাজ ৰচিত হয়। এনে সমাজ বিবৰ্তনৰ মূল সূত্ৰ।'....

দ্বিতীয় মহাযুদ্ধৰ বিভীষিকা আৰু ধ্বংসই সমগ্ৰ পৃথিৱীকে কোবাই যোৱাৰ পাছত যুদ্ধৰ বিৰুদ্ধে যি 'সদৌ ভাৰত শান্তি সমিতি' গঠন কৰা হ'ল, তাৰ অসম শাখাৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিলে ভবানন্দ দত্তই। সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিছিল বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে। অসম শান্তি সমিতি বহু সময়ত অসম গণনাট্য সংঘৰ স'তে এক হৈ পৰিল। সাম্ৰাজ্যবাদী শক্তিৰ বিৰুদ্ধে আৰু সাধাৰণ শ্ৰেণীৰ ৰাইজৰ সপক্ষে দুয়োটা সংগঠনেই মাত মাতিলে, গান গালে। উল্লেখ কৰা ভাল হ'ব যে, বহু বছৰ ধৰি শান্তি সমিতিৰ সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰা ভবানন্দ দত্তই ১৯৫৬ চনত মাদ্ৰাজত অনুষ্ঠিত শান্তি সমিতিৰ আন্তঃৰাষ্ট্ৰীয় চেমিনাৰত যোগ দিছিল।

কটন কলেজত বেছিদিন অধ্যাপনা কৰা নহ'ল ভবানন্দ দত্তৰ। তাৰ পাছতেই তেওঁ যোগ দিলে গুৱাহাটী বিশ্ববিদ্যালয়ত। বিশ্ববিদ্যালয়ত দৰ্শন বিভাগৰ অধ্যাপক হিচাপে নিযুক্ত হ'লেও, শিক্ষা বিভাগতো তেওঁ অংশকালীন অধ্যাপনা কৰিছিল আৰু 'মানসিক সুস্থতা'ৰ ওপৰত পাঠ দিছিল।

১৯৫২ চনত অনুষ্ঠিত গণতান্ত্ৰিক ভাৰতবৰ্ষৰ প্ৰথম সাধাৰণ নিৰ্বাচনত ভবানন্দ দত্তই নিৰ্দলীয় প্ৰাৰ্থী (কমিউনিষ্ট পাৰ্টিৰ সমৰ্থনত) হিচাপে প্ৰতিদ্বন্দ্বিতা কৰিছিল আৰু কংগ্ৰেছ প্ৰাৰ্থী বেলিৰাম দাসৰ হাতত তেওঁ পৰাজিত হৈছিল। ড° বাণীকান্ত কাকতিয়ে সেই সময়ত আশংকা কৰি কৈছিল-'ৰাজনীতিয়ে এই প্ৰতিভাখিনি অথলে খেদায় হেন পাওঁ।'

আচলতে ক্ষমতাৰ ৰাজনীতি নহয়, সামাজিক দায়বদ্ধতাইহে ভবানন্দ দত্তক ৰাজনীতি আৰু অন্যান্য ক্ষেত্ৰলৈ আহিবলৈ বাধ্য কৰাইছিল। তেওঁ আছিল প্ৰকৃততে মাটিৰ মানুহ, জনগণৰ মানুহ। কোনো সম্পদ বা ক্ষমতাৰ প্ৰতি তেওঁ মুঠেই আগ্ৰহী নাছিল। পঞ্চাছৰ দশকৰ আৰম্ভণিৰ পৰাই তেওঁক বিভিন্ন ৰোগে আক্ৰমণ কৰিছিল, গেষ্ট্ৰিক আলচাৰে তেওঁক মৃত্যুসম কষ্ট দিছিল; তথাপি ৰাইজৰ বাবে মাত মাতিবলৈ

আজি যদি বৰাক উপত্যকাত কাইলৈ ডিব্ৰুগড়ত্ত, আজি যদি বৰপেটাত কাইলৈ যোৰহাট...মুক্ত বিহঙ্গৰ দৰে তেওঁ এফালৰ পৰা আনফালে লৰবি ফুৰিছিল। বহুতৰ প্ৰতিভা উন্মোচন কৰাৰ পৰা বিভিন্ন ক্ষেত্ৰত সহযোগ কৰিবলৈকো তেওঁ আগুৱাই আহিছিল। সেইবাবে জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, হেমাঙ্গ বিশ্বাস, দধি মহন্ত, ভূপেন হাজৰিকা, চৈয়দ আব্দুল মালিক, মহেশ্বৰ নেওগ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, হেম বৰুৱা,... অসমৰ সেই সময়ত এনে প্ৰতিভাবান নাছিলেই, যাৰ স'তে ভৱানন্দৰ আত্মীয়তা গঢ়ি উঠা নছিল।

পঞ্চাছৰ দশকত কে'বাবছৰ ধৰি ভাৰতীয় ডাক বিভাগৰ তৃতীয়-চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী [R.M.S.] সকলৰ অসম শাখাৰ সভাপতি হিচাপে দায়িত্ব গ্ৰহণ কৰিছিল ভৱানন্দ দত্তই। সেই সময়ত কৰ্মচাৰীৰ দাবীৰ প্ৰতি কঠোৰ মনোভাব দেখুওৱা ভাৰত চৰকাৰৰ বিৰুদ্ধে ভৱানন্দ দত্ত নামি পৰিছিল। সেই সময়ত কৰ্মচাৰীৰ আন্দোলনৰ এজন সহযোগী হৈ ভৱানন্দই এই আন্দোলনক সু-শৃংখলিত ৰূপ দিছিল আৰু কৰ্মচাৰীসকলৰ সাহস বঢ়াইছিল।

'৫৭ চনৰ সাধাৰণ নিৰ্বাচনত, পুনৰ প্ৰতিদ্বন্দিতা কৰিছিল ভৱানন্দ দত্তই। এইবাৰ তেওঁ আছিল কমিউনিষ্ট প্ৰাৰ্থী। এইবাৰো তেওঁ পৰাজিত হৈছিল কংগ্ৰেছ প্ৰাৰ্থী মঞ্জুলা দেৱীৰ ওচৰত। কিন্তু '৫২ৰ নিৰ্বাচনতকৈ এই নিৰ্বাচনত ভৱানন্দ দত্তই বহু বেছি ভোট পাইছিল বাবে তেওঁ নিজৰ জয়লাভ হোৱা বুলিয়েই গণ্য কৰিছিল। আগৰ পৰাই বিভিন্ন ধৰণৰ বেমাৰে আক্ৰান্ত কৰা ভৱানন্দই নিৰ্বাচনৰ প্ৰচাৰৰ কামত অতিশয় কষ্ট কৰি ঘূৰি ফুৰিছিল। ইতিমধ্যে তেওঁৰ ডিঙিত এটা টেমুনা উঠিছিল। তাৰ পাছতেই চিনাক্তকৰণ হৈছিল যে ভৱানন্দৰ শৰীৰত দুৰাৰোগ্য ব্যাধি কৰ্কট ৰোগে বাহ লৈছে। তেনেদৰে অসহ্য শাৰীৰিক কষ্ট আৰু মানসিক অৱসাদত ভুগি মাত্ৰ ৪১ বছৰ বয়সতে ১৯৫৯ চনৰ তিনি আগষ্টত বিৰল প্ৰতিভাধৰ দাৰ্শনিক ভৱানন্দ দত্তই ইহলীলা সম্বৰণ কৰে গুৱাহাটী মেডিকেল কলেজ হাস্পতালত।

ভৱানন্দ দত্ত আছিল মৃত্যুঞ্জয়ী। মানসিক শক্তিৰে বলীয়ান এইজনা পুৰুষে মৃত্যুৰ সময়লৈ নিজৰ বিভিন্ন দায়িত্ব সুচাৰুৰূপে সম্পাদন কৰিবলৈ চেষ্টা কৰিছিল। মৃত্যুৰ দুদিন আগলৈকে বিশ্ববিদ্যালয়ত ছাত্ৰ-ছাত্ৰীক পঢ়ুৱাইছিল। তেওঁৰ একান্ত বন্ধু চক্ৰেশ্বৰ ভট্টাচাৰ্যই লিখিছে যে ভৱানন্দ দত্তৰ ব্যক্তিত্বৰ পূৰ্ণাঙ্গ বিকাশ হ'বলৈ নৌপাওঁতেই তেওঁ মহাকালৰ হাতত বলি হ'ল। অথচ বন্ধু-মহলৰ মাজত তেওঁৰ স্বাস্থ্য লৈ আটাইৰে ঈৰ্ষাৰ পাত্ৰ হৈছিল। একেদিনাই তেওঁ চাইকেলেৰে গাঁৱৰ পৰা ২২/২৩ মাইল বাট গুৱাহাটীলৈ গৈ সেই দিনাই তেওঁ উভতি গৈছিল। ভট্টাচাৰ্যই লেখিছেঃ মই নিজ চকুৰে তেওঁক দীঘলীপুখুৰী দীঘলে দীঘলে একে লেথাৰিয়ে দুবাৰ সাঁতুৰি পাৰ হোঁৱাও দেখিবলৈ পাইছিল। অথচ আজি তেনে এজন শক্তিশালী যুবকৰ সম্ভাৱনাময় ভৱিষ্যতৰ ওপৰত চিৰদিনলৈ ক'লা আঁৰ কাপোৰৰ ঢাকনি পৰিল।

জয়ন্তী, সুৰভি, আৱাহন, ৰামধেনু, অসমবাণী আদি কাকত-আলোচনীত লেখক ভৱানন্দ দত্তই সেই সময়ত নানা যুক্তি তৰ্কত নিজকে সাঙুৰি একোটা জটিল সমস্যা

সমাধানতো ব্ৰতী হৈছিল। তেওঁৰ স্মৃতিশক্তিৰ তুলনা নাছিল। কাতি বিহুৰ তুলসী তলৰ টিমিক-ঢামাক পোহৰত হাতত পুথি নোলোৱাকৈ কীৰ্তন ঘোষা এফালৰ পৰা গাই তেওঁ মানুহৰ মন মুহিব পাৰিছিল। স্মৃতি শক্তিত এনে বলীয়ান অসমীয়াৰ বিষয়ে আমি শুনা নাই। সঙ্গীততো আছিল তেওঁৰ ৰাপ। ৰবীন্দ্ৰ সঙ্গীতৰ মাজতে তেওঁ জীয়াই থকাৰ প্ৰকৃত ৰহস্য যেন উন্মোচন কৰিছিল। এফালে কমিউনিষ্ট আনফালে গান্ধীজীৰ নীতিতো বিশ্বাসী আৰু ৰবীন্দ্ৰনাথৰো অনুৰাগী এইগৰাকী ব্যক্তিয়ে এই সকলোবোৰৰ মাজতে জীৱনৰ প্ৰকৃত সত্য উন্মোচনৰ প্ৰয়াস কৰিছিল। কিন্তু মহাকালে কম বয়সতে তেওঁৰ জীৱন নাটৰ অন্ত পেলালে। ভৱানন্দ দত্তৰ চিন্তাজগতত পোহৰ পেলাই, তেওঁৰ পৰা কৰ্মপ্ৰেৰণা লৈ এখন নতুন সমাজ গঠনৰ বাবে আজিৰ প্ৰজন্ম আগুৱাই গ'লেহে ভৱানন্দক প্ৰকৃতভাৱে শ্ৰদ্ধা জনোৱাটো সম্ভৱ হ'ব।



(৪৬)

# চৈয়দ আব্দুল মালিক

অসমীয়া সাহিত্য, বিশেষকৈ চুটি গল্পৰ জগতত চৈয়দ আব্দুল মালিক আছিল অবিসম্বাদী সম্রাট। মালিক আছিল সঁচা অৰ্থত অসমীয়া সাহিত্যপ্ৰেমীৰ হৃদয়ৰ মালিক। সৰুফুটীয়া এই মানুহজনে নিজৰ জীৱনটোক যি বৰ্ণময় ৰূপত গঢ়ি তুলিছিল, তাৰ সঁচাকৈয়ে তুলনা নাই। মুখত অহৰহ হাঁহি আৰু ৰসাল কথাৰে ভৰপূৰ তেওঁৰ বাক্যালাপত সোমাই আছিল এজ ন সৰল গাঁৱলীয়া লোকৰ চৰিত্ৰ। মনে-প্ৰাণে, শয়নে-সপোনে অসমীয়া এইগৰাকী ব্যক্তিয়ে সেইবাবেই লিখিব পাৰিছিল-'জীৱনে মৰণে মই চিৰদিন অসমীয়া অসমীয়া দেহ-প্ৰাণ মন জীয়াই থাকোতে মই অসমৰে অসমীয়া মৰিলেও বুৰি লম/অসমৰ অমিয়া মৰণ।'... সঁচাই অসমৰ সাহিত্য শিক্ষা, সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক, প্ৰায় সকলো ক্ষেত্ৰতে নিজৰ বহুমূলীয়া অৱদানেৰে এইগৰাকী ব্যক্তিয়ে অসম আৰু অসমীয়াক সমৃদ্ধ কৰি গ'ল, তাৰ তুলনা নাই।

১৯১৯ চনৰ ১৬ জানুবাৰী, ভোগালি বিহুৰ উৰুকাৰ দিনা গোলাঘাট জিলাৰ নাহৰণি গাঁৱৰ এক নিম্নবিত্ত পৰিয়ালত চৈয়দ আব্দুল মালিকৰ জন্ম। তেওঁৰ পিতৃ চৈয়দ ৰহমত আলী আৰু মাতৃ চৈয়দা লুতিফুন্নিছা। সৰুৰে পৰা চোকা বুদ্ধিৰ মালিকৰ বয়স চাৰিবছৰ পাৰ হওঁতেই ওচৰৰে নাহৰণি নিম্ন বুনিয়াদী বিদ্যালয়ত নামভৰ্তি কৰি দিয়া হয়। ১৯২৮ চনত তেওঁ বুনিয়াদী শিক্ষা সমাপ্ত কৰি বৃত্তি লাভ কৰে আৰু তাৰ পাছত তেওঁৰ নাম লিখাই দিয়া হয় দেৰগাওঁ মধ্য ইংৰাজী বিদ্যালয়ত, ক্লাছ থ্ৰীত। তাৰ পাছত যথাক্ৰমে দেৰগাঁও উচ্চ মাধ্যমিক বিদ্যালয় আৰু যোৰহাট চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ত পঢ়া-শুনা কৰি ১৯৩৭ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। হাইস্কুল শিক্ষান্ত পৰীক্ষাত সাধাৰণ ফাৰ্চী আৰু বাধ্যতামূলক ফাৰ্চী দুয়োটা বিষয়তে মালিকে লেটাৰ মাৰ্কচ লাভ কৰে।

তাৰ পাছত তেওঁ যোৰহাট কলেজত নাম লিখায় আৰু ১৯৩৯ চনত সুখ্যাতিৰে আই. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। উচ্চ শিক্ষাৰ বাবে মালিক গুৱাহাটীলৈ আহে আৰু ইংৰাজী বিষয়টো মুখ্য হিচাপে লৈ কটন কলেজত নাম ভৰ্তি কৰে। কটন কলেজৰ পৰা ১৯৪১ চনত সুখ্যাতিৰে বি. এ পাছ কৰে আৰু তাৰ পাছত মালিক চাকৰিত সোমায়। ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে অসমীয়া সাহিত্য বিষয়ত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ এম. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত ১৯৫৪-৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি বিভাগৰ অধীনত 'অসমীয়া জিকিৰ আৰু জাৰী' সম্পৰ্কত গৱেষণা কৰে।

শৈশৱৰে পৰা সাহিত্য ক্ষেত্ৰত অত্যন্ত ৰাপ আছিল মালিকৰ। সেইবাবে তেওঁ সাহিত্য ৰচনাতো হাত দিয়ে। ১৯৩৫ চনত তেওঁৰ প্ৰথম ৰচনা প্ৰকাশ পায় যোৰহাট চৰকাৰী হাইস্কুলৰ মুখপত্ৰ 'জেউতি'ত। তাৰ পাছৰে পৰা মৃত্যুৰ সময়লৈ তেওঁৰ কলম থমকি ৰোৱা নাই। তেওঁৰ প্ৰথম গ্ৰন্থ প্ৰকাশ পায় 'ওমলা ঘৰৰ ধূলি' নামৰ উপন্যাসেৰে। মালিকৰ বিস্তৃত সাহিত্য ক্ষেত্ৰখনৰ বিষয়ে আলোকপাত পাছলৈ থৈ এতিয়া তেওঁৰ চাকৰি জীৱনৰ বিষয়ে কিছু কথা কম।

১৯৪২ চনত আবকাৰী বিভাগৰ ছাব-ইন্সপেক্টৰ হিচাপে মালিকে কৰ্মজীৱনৰ পাতনি মেলিছিল। তাৰ পাছৰ বছৰতে দ্বিতীয় মহাসমৰৰ সময়ত ভাৰত চৰকাৰৰ সৈন্য বিভাগত চিভিলিয়ান পোষ্টেল ছেন্সৰৰ কামত যোগ দিয়ে। ১৯৪৬ চনত তেওঁ যোৰহাট কলেজৰ পাৰ্চিয়ান ভাষাৰ প্ৰবক্তা হিচাপে যোগ দিয়ে। দুবছৰকাল শিক্ষকতা কৰি ছিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত প্ৰগ্ৰেম এছিষ্টেণ্টৰ পদত যোগদান কৰে। তাত প্ৰায় ডেৰ বছৰমান চাকৰি কৰি তেওঁ পুনৰ গোলাঘাটলৈ উভতি আহি দেকীয়াল হাইস্কুলৰ সহকাৰী শিক্ষক হিচাপে কৰ্মজীৱন আৰম্ভ কৰে। সেই বছৰতে তেখেতে আকৌ কুৰালগুৰি হাইস্কুল (গোলাঘাট)ত শিক্ষকতা কৰিবলৈ লয়। কেইদিনমানৰ পাছতে তেখেতে এইখন হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে দায়িত্ব গ্ৰহণ কৰে। ১৯৫১ চনৰ শেহভাগত তেখেতে যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা হিচাপে যোগদান কৰে। জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ শিক্ষক হিচাপে ছাত্ৰ-ছাত্ৰীৰ মাজত অতিকৈ জনপ্ৰিয় হৈ পৰা চৈয়দ আব্দুল মালিকে ১৯৭৬ চনলৈ এই মহাবিদ্যালয়ত জীৱনৰ বহুমূলীয়া সময় দান কৰে।

১৯৬৩ চনৰ ব'হাগ মাহত ৪৪ বছৰ বয়সত চৈয়দ আব্দুল মালিকে শিৱসাগৰৰ ধাই আলিৰ হাচনা (চিন্তী) মালিকক বিবাহ কৰায়। নানা ৰঙী, বৰ্ণময় কৰ্মজীৱনৰ গৰাকী এই গৰাকী ব্যক্তি অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে নিৰ্বাচিত হয় ১৯৬৯ চনৰ ধিং অধিবেশনত। তাৰ আগতে ১৯৬৩ চনৰ পৰা '৬৯ চনলৈ সাহিত্য একাডেমী কাউন্সিলৰ সদস্য হিচাপে তেওঁ অৰিহণা আগবঢ়ায়। ১৯৭৬ চনত ৰাজ্যসভাৰ সদস্য হিচাপে মালিক নিৰ্বাচিত হয় আৰু ১৯৮২ চন পৰ্যন্ত সাংসদ হিচাপে নিজৰ দায়িত্ব সুচাৰুৰূপে সম্পাদন কৰে। সাহিত্য সভাৰ আজীৱন সদস্য, অসমীয়া সাহিত্যৰ প্ৰবাদপুৰুষ এইজনা ব্যক্তিয়ে ১৯৭৭ চনৰ অভয়াপুৰী অধিবেশনত সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰে।

অসমীয়া সাহিত্যৰ ভোটাতৰা তথা অতিশয় জনপ্ৰিয় লেখক চৈয়দ আব্দুল মালিকে যি বিশাল অৱদান জাতীয় সাহিত্যলৈ আগবঢ়াই থৈ গ'ল, তাৰ বাবে জাতিয়ে চিৰকাল তেওঁৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি থাকিব। মালিক আছিল সঁচা অৰ্থত অসমীয়া সাহিত্য-সংস্কৃতিৰ মালিকস্বৰূপ। চন্দ্ৰপ্ৰসাদ শইকীয়াই তেওঁৰ 'দৃষ্টিকোণ'ত (গৰীয়সী) লিখিছে- "চৈয়দ আব্দুল মালিকৰ জীৱন কোনো এক নিৰ্দিষ্ট সীমাবদ্ধ সূত্ৰতে আবদ্ধ হৈ থকা নাছিল। সাহিত্য সৃষ্টিৰ মাজেৰে পিছলৈ তেওঁৰ ৰূপান্তৰ ঘটিল মানৱতাবাদীলৈ ঃ নিজক অসমীয়া বুলি মুক্তকণ্ঠে ঘোষণা কৰি তেওঁৰ ৰচনাত প্ৰস্ফুটিত হ'ল বিশ্বজনীন সুৰ। মালিকৰ কথা সেই এটাই ঃ তেওঁৰ গল্পত দেখা দিয়া পুৰুষ আৰু নাৰীৰ দৰেই পৃথিৱীৰ

বিভিন্ন দেশৰ মানুহৰ হৃদয়তো প্ৰেম আৰু বিৰহ, আশা আৰু আশাভঙ্গৰ সুৰ প্ৰতিধ্বনিত হয়।..... আব্দুল মালিকেও দেখিছিল অসমৰ সমস্ত সুখ, তেওঁৰ ৰচনাত অসমৰ মানুহ, অসমৰ মাটি-পানী-বায়ু একাকাৰ হৈ আছে। তেওঁৰ গল্প উপন্যাসৰ চৰিত্ৰবোৰ অসমৰ চাৰিওফালে বিয়পি আছে। সৰ্বসাধাৰণ হালোৱা-হজুৱা, লগুৱা-লিগিৰীৰ পৰা আৰম্ভ কৰি হাকিম-মুন্সিফ, শিক্ষক-অধ্যাপক, চিকিৎসক-ব্যৱসায়ী-ৰাজনীতিবিদলৈকে ভিন্নধৰ্মী জীৱনৰ কাহিনী ফুটাই তোলাত তেওঁৰ ক্ষমতা অপৰিসীম। চৰিত্ৰৰ নিজা পৰিবেশতে তেওঁৰ চৰিত্ৰৰ বিকাশ ঘটে, খেতিয়কৰ চৰিত্ৰ অঙ্কন কৰোতে সেই খেতিয়কক তেওঁ খেতি-বাতিৰে পূৰ্ণ গাৱঁৰ বোকা-পানীৰ পৰিবেশৰ মাজতে জীৱন্ত কৰি তুলিব পাৰে। কোনোবা বান্দীৰ চৰিত্ৰ দাঙি ধৰোতে তাইৰ কৰুণ জীৱনক সেই পৰিবেশতে আবদ্ধ কৰি থ'ব পাৰে। সেইবাবে চৰিত্ৰবোৰে নিজস্ব পৰিবেশ অতিক্ৰম কৰিব নোৱাৰে। সমাজ-সচেতনতা মালিকৰ ৰচনাৰ জীৱনীশক্তি। সমাজৰ যিকোনো মানবীয় সমস্যাকে তেওঁৰ মৌলিক ৰচনালৈ ৰূপান্তৰিত কৰিব পাৰে।....'

অসমীয়া সাহিত্যলৈ বিপুল ৰচনাসম্ভাৰ দান কৰি থৈ গৈছে চৈয়দ আব্দুল মালিকে। 'ওমলা ঘৰৰ ধূলি' নামৰ উপন্যাসেৰে প্ৰথম গ্ৰন্থ প্ৰকাশ কৰাৰ পাছত তেওঁৰ গ্ৰন্থবদ্ধ হোৱা উপন্যাসৰ মুঠ সংখ্যা ৬৪ খন। তদুপৰি ২১ খন চুটিগল্পৰ সংকলন, দুখন হাস্য-ব্যঙ্গ সংকলন, চাৰিখন জীৱনীগ্ৰন্থ, চাৰিখন কাব্যগ্ৰন্থ, পাচঁখন শিশু উপযোগী গ্ৰন্থ, এখন গীতৰ সংকলন, দুখন আত্মজীৱনীমূলক গ্ৰন্থ, ১১খন নাটক, তিনিখন ভ্ৰমণ কাহিনী, সাতখন গৱেষণা গ্ৰন্থ আৰু ১৫ খন অনুবাদ গ্ৰন্থ প্ৰকাশ পাইছে। অৰ্থাৎ ১৩০ খন গ্ৰন্থেৰে অসমীয়া ভাষা-সাহিত্য চহকী কৰি মালিকে ওৰেটো জীৱনকালত যি অসীম নিষ্ঠা, সাহস আৰু পৰিশ্ৰমী মানসিকতা দেখুৱাই থৈ গ'ল, সেয়া সকলোৰে বাবে প্ৰেৰণাৰ উৎস। উল্লেখযোগ্য যে Ajan Fakir : poet saint of Assam নামৰ গ্ৰন্থখনেই ইংৰাজী ভাষাত প্ৰকাশিত মালিকৰ একমাত্ৰ গ্ৰন্থ।

বনজুই, মাটিৰ চাকি, সুৰুযমুখীৰ স্বপ্ন, ৰথৰ চকৰি ঘূৰে, ৰূপতীৰ্থৰ যাত্ৰী, জ্যোতিপ্ৰসাদৰ জীৱনভিত্তিক উপন্যাস, ৰূপাবৰিৰ পলস, ধন্য নৰ তনু ভাল (শংকৰদেৱৰ জীৱনৰ ওপৰত উপন্যাস), তুমি মোৰ বাবে নুৰুৱা মালতী ফুল, মৌ-ডিমৰুৰ কোঁহ, প্ৰেম অমৃতৰ নদী (মাধৱদেৱৰ জীৱনৰ আধাৰত উপন্যাস), হাঁহি চকুলোৰে ঢাকি, আজান ফকীৰ আৰু সুৰীয়া জিকিৰ, শংকৰদেৱ আৰু অসমৰ সংস্কৃতি আদি বহু মূল্যবান তথা জনপ্ৰিয় গ্ৰন্থৰ প্ৰণেতা চৈয়দ আব্দুল মালিকে 'অঘৰী আত্মাৰ কাহিনী' নামৰ উপন্যাসখনৰ বাবে সাহিত্য একাডেমী বঁটা লাভ কৰিছিল ১৯৭২ চনত। তদুপৰি 'মাজত মাথো হিমালয়' নামৰ ভ্ৰমণ কাহিনীৰ বাবে ১৯৬৫ চনতে ছোভিয়েত দেশ নেহৰু বঁটা, ১৯৮১ চনত পশ্চিমবঙ্গ চৰকাৰৰ 'পূৰ্ব ভাৰত সংস্কৃতি-সংহতি বঁটা', ১৯৮৪ চনত ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী', ১৯৮৮ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ দ্বাৰা 'ড''ৰ অব লিটাৰেচাৰ', ১৯৯২ চনত ভাৰত চৰকাৰৰ 'পদ্মভূষণ', ১৯৯৪ চনত 'অসম উপত্যকা বঁটা', ১৯৯৫ চনত 'আজান ফকীৰ বঁটা', ১৯৯৭ চনত সাহিত্য সভাৰ 'সাহিত্যাচাৰ্য' সন্মান, ১৯৯৯ চনত সাহিত্য একাডেমী ফেলোশ্বিপ, ১৯৯৯ চনত

শ্ৰীমন্ত শংকৰদেৱ বঁটা আদি বিভিন্ন সন্মান তেওঁ লাভ কৰে। এনেধৰণৰ বৃজন পৰিমাণৰ বিভিন্ন সন্মান লাভ কৰা অসমীয়া লোকৰ সংখ্যা বিৰল বুলিবই পাৰি।

এগৰাকী সাহিত্যিক জীৱনকালত যিমানখিনি 'জনপ্ৰিয়' হ'ব পাৰে, সিমানখিনিয়ে জনপ্ৰিয় আছিল চৈয়দ আব্দুল মালিক। ছাত্ৰ জীৱনৰে পৰা লেখক হিচাপে জনপ্ৰিয় এইগৰাকী ব্যক্তি কটন কলেজৰ হোষ্টেলত থাকোতেই তেওঁক দেখিলে ৰাস্তাৰ মানুহে ৰ-লাগি চাই স্বগতোক্তি কৰিছিল- আহঃ চৈয়দ আব্দুল মালিক সৌৱা! মৃত্যু পৰ্যন্ত তেওঁৰ জনপ্ৰিয়তা অটুট আছিল আৰু আমাৰ বোধেৰে আনকি লক্ষ্মীনাথ বেজবৰুৱা বা জ্যোতি-বিষ্ণুৰ জনপ্ৰিয়তাকো চেৰ পেলাই বহুদূৰ আগুৱাই গৈছিল মালিক। ড° প্ৰহ্লাদ কুমাৰ বৰুৱাই এই সম্পৰ্কত লিখিছে—"মালিক কেৱল সংখ্যাধিক সাহিত্য সৃষ্টিৰ বাবেই যে জনপ্ৰিয়, এইষাৰ কথা শুদ্ধ নহয়। বিপুলসংখ্যক ৰচনা সম্ভাৰেৰে জনহৃদয় জয় কৰাৰ উপৰি মালিকে জনহৃদয় জয় কৰিবলৈ সক্ষম হ'ল মানুহজনৰ বিশালতৰ উদাৰ নৈতিক মানসিকতাৰ বাবে। তথাকথিত সামাজিক বিচাৰত চৈয়দ আব্দুল মালিক মুছলমান সম্প্ৰদায়ৰ। কিন্তু মালিকৰ ৰচনাৰাজি আৰু মালিকৰ গোটেই জীৱনকালৰ কাৰ্যাৱলীয়ে প্ৰমাণ কৰে যে মালিক মুছলমানো নহয়, হিন্দুও নহয় আৰু খ্ৰীষ্টানো নহয়। বিবিধ ধৰ্মৰ বৃত্তৰ পৰিধিৰ বাহিৰত অৱস্থান কৰি জীৱন অতিবাহিত কৰা চৈয়দ আব্দুল মালিক মানুহ। তেওঁৰ এটাই পৰিচয় আৰু সেইটোৱেই হৈছে মানুহ। আৰু যদি কিবা পৰিচয় দি ভাল পাইছিল, তেনেহ'লে তেওঁ নিজকে পৰিচয় দিছিল এজন অসমীয়া বুলি।..." এগৰাকী সু-শিক্ষক আৰু সুবক্তা ৰূপেও মালিকে জনপ্ৰিয়তাৰ সীমা অতিক্ৰম কৰিছিল। ড° কুতুবুদ্দিন আহমেদৰ ভাষাত-"সভা-সমিতি আৰু অন্যান্য ভাষণ প্ৰসঙ্গত তেখেতে মানুহৰ হৃদয়তন্ত্ৰী আনন্দ-আহ্লাদ আৰু সুখানুভূতিৰে ওপচাই দিব পাৰিছিল। জটিল বিন্যাস আৰু ব্যঞ্জনাপূৰ্ণ ভাষণৰ মাজতো মালিক ছাৰে ৰসৰ নিজৰা বোৱাইছিল।..ভাবি আশ্চৰ্য প্ৰকাশ কৰিছিলো-ছাৰে ক'ত পাইছিল এনে বৰ্ণময়ী প্ৰকাশভঙ্গী, ৰসৰ অন্তহীন নিজৰা আৰু সাৰল্যৰে ভৰি থকা উদাৰ নৈতিক চেতনা। এই বিৰল বাকভঙ্গী আৰু বিষয় বৈভৱ ছাৰে নিশ্চিতভাৱে আয়ত্ত কৰিছিল তেখেতৰ সাহিত্যৰ মগ্ন চেতনাৰ মাজত নিমজ্জিত হৈ থকা কাব্যৰ অবিৰত প্ৰীতিৰ পৰা। জীৱন আৰু জগতৰ প্ৰতি গভীৰ আস্থা নাথাকিলে কোনেও ৰচনা, কথা-বতৰা, বক্তৃতাত অৰ্থপূৰ্ণ হাস্যৰসৰ সৃষ্টি কৰিব নোৱাৰে।....'

শৈশৱৰে পৰা দৰিদ্ৰতা দেখিছিল মালিকে আৰু সেয়া গভীৰভাৱে উপলব্ধি কৰি তাৰ বিৰুদ্ধে যুঁজিবলৈও শিকিছিল। জীৱন যুদ্ধৰ সেই সময়ছোৱাতে মালিক গভীৰভাৱে আকৃষ্ট হৈছিল সাম্যবাদী আদৰ্শৰ প্ৰতি। মাৰ্ক্সবাদে সৰ্বহাৰাৰ পক্ষত থিয় দি দৰিদ্ৰ শ্ৰেণীৰ হাততে সম্পূৰ্ণ ক্ষমতা অৰ্পণ কৰিব বুলি যেতিয়া মালিকে বিশ্বাস কৰিছিল, তেতিয়াই অৰ্থাৎ প্ৰথম যৌৱনতে কমিউনিষ্ট আদৰ্শৰ এজন অগ্ৰণী পথিক হৈ পৰে। তেওঁ হৈ উঠিছিল বিদ্ৰোহী, বুৰ্জোৱাৰ শাসনক তেওঁ ঘৃণা কৰিব লৈছিল তীব্ৰভাৱে। কিন্তু বুৰ্জোৱাক ওফৰোৱাৰ শক্তি মালিকৰ বা তেওঁৰ সতীৰ্থসকলৰ নাছিল। সেইবাবে আহোম ৰাজত্বৰ বেলি মাৰ যোৱাৰ সময়ৰ কাহিনী এটাক লৈ তেওঁ লিখা নাটক 'ৰাজদ্ৰোহী'ত সতৰাম নামৰ চৰিত্ৰটোৰ

হতুৱাই কোৱাইছিল-'বৰ্তমান আৰু ভৱিষ্যতৰ বিদ্ৰোহীবোৰ মোতকৈ বহু বেছি শক্তিশালী, সিহঁতৰ মুখ বন্ধ কৰিব নোৱাৰিব। বিদ্ৰোহীহঁতৰেই 'প্ৰজাৰেই এদিন জয় হ'ব।' অন্তৰত এনে ধৰণৰ গভীৰ প্ৰত্যাশা লৈয়েই মালিকে সৰ্বহাৰাৰ সংগ্ৰাম চলাই গৈছিল অলেখ যাতনা-নিৰ্যাতনৰ মাজেৰে। সেই সময়ত (অৰ্থাৎ স্বাধীনতাৰ আগৰ আৰু পাছৰ কালছোৱাতো) কমিউনিষ্টসকলক ৰাজদ্ৰোহী বুলিয়েই গণ্য কৰা হৈছিল। মালিকো আছিল ৰাজদ্ৰোহীৰ তালিকাৰ শীৰ্ষত। সেইবাবে তেওঁৰ অনাতাঁৰ কেন্দ্ৰৰ চাকৰি গৈছিল, মস্কো বিশ্ববিদ্যালয়ত উচ্চ শিক্ষাৰ সুবিধা পোৱা সত্বেও অসম চৰকাৰৰ সেই প্ৰতিবন্ধকতাৰ বাবে সুযোগৰ পৰা বঞ্চিত হৈছিল, পুলিচী আৰু মানসিক নিৰ্যাতনৰ বলি হৈছিল। শ্ৰমজীৱী জনতাৰ বাবে তেওঁৰ অন্তৰে কান্দিছিল আৰু পাছত গণতান্ত্ৰিক মতাদৰ্শত বিশ্বাসী হৈ কমিউনিষ্ট পাৰ্টিয়ে ভাৰতৰ সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰোতে ১৯৫৭ চনত মালিকেও নিৰ্বাচনী যুঁজত যোগ দিছিল কমিউনিষ্ট প্ৰাৰ্থী হিচাপে। সেই সময়ছোৱাৰ লেখাত তেওঁ সামাজিক বৈষম্যৰ বিৰুদ্ধে আৰু ৰাজনৈতিক বিপ্লৱৰ সপক্ষে বাৰে বাৰে মাত মাতিছিল। 'ৰাজদ্ৰোহী' নাটকখন বিষ্ণু ৰাভাৰ নামত উছৰ্গা কৰি তেওঁ লিখিছিল— 'সতৰামক আপুনি বহু ঠাইত লগ পাইছে, পূৰ্ণানন্দহঁতকো। ৰাজদ্ৰোহী সতৰামক চিনা যেন লাগেনে, চাবচোন।' আকৌ সেইখন নাটকৰে পাতনিত কমৰেড ৰাভা সম্বোধনেৰে মালিকে লিখিছিল-'আপোনাক এদিন ফাঁচি দিব, নাইবা বিপ্লৱী জনতাৰ মিছিল আগবঢ়াই আনোতে কোনোবা ৰাজপথত গুলীয়াই মাৰিব। জুলিয়াছ ফুচিকহঁতৰ পথেই আমাৰ পথ।..'

সাম্যবাদী আদৰ্শত গঢ়ি উঠা সংগঠন 'প্ৰগতি সাহিত্য সংঘ' আৰু 'ভাৰতীয় গণনাট্য সংঘ'ৰ অক্লান্ত কৰ্মী আছিল চৈয়দ আব্দুল মালিক। ১৯৫২ চনত তেওঁ ভাৰতীয় গণনাট্য সংঘৰ উপ সভাপতি আৰু ১৯৫২-৫৫ চনত গণনাট্য সংঘৰ অসম শাখাৰ সভাপতিৰ দায়িত্ব অতি নিষ্ঠাৰে পালন কৰিছিল।

পাছৰ কালত অৰ্থাৎ ১৯৭৯-৮৫ চনত বিদেশী বহিষ্কৰণৰ আন্দোলনক সমৰ্থন নকৰা ব্যক্তি হিচাপে মালিকে 'বদন', 'দেশদ্ৰোহী', 'বিদেশীৰ দালাল' আদি আখ্যা পাইছিল। আনকি 'সন্দেহ যুক্ত বিদেশী'ৰ তালিকাতো তেওঁৰ নাম অন্তৰ্ভুক্ত হৈছিল। উগ্ৰজাতীয়তাবাদী আৰু অগণতান্ত্ৰিক ধাৰাটোক সমৰ্থন নকৰাৰ বাবে এই বিখ্যাত সাহিত্যিক জনা অকথ্য মানসিক যন্ত্ৰণাৰ চিকাৰ হৈছিল। বিদেশী বহিষ্কৰণ আন্দোলনৰ সময়ৰ অনুভৱ তেওঁৰ গল্প সংকলন 'পোৱা গাৰঁত পহিলা বহাগ'ত অতি কৰুণভাৱে প্ৰকাশ পাইছে। ড° হীৰেণ গোহাঁইলৈ উছৰ্গা কৰি এইখন গল্প সংকলনত তেওঁ লিখিছিল- 'মৰমৰ হীৰেণ, আমাৰ মূৰবোৰ কিনি ল'ব নোৱাৰি টঙনিয়াই ভাঙি পেলাব খুজিছিল। তোমাৰ মূৰৰ তেজ কিছু বাটৰ ধূলিত মিহলি হ'ল। লাওখোলাটো টান আছিল। তেজ শেষ হৈ নগ'ল, ধাতুটো ৰক্ষা পৰিল। তোমাৰ শৰীৰৰ সেই তেজৰ দাম কোনে দিব? এই কিতাপখনে তোমাৰ গাৰ সেই তেজক প্ৰণাম জনাইছে।' ... সেই ছটা বছৰত সমাজচ্যুত মালিকে মাথো কুৰিটামান গল্পহে লিখিছিল, অথচ জীৱনৰ অন্য সময়খিনিত তেওঁ ১৫০০ তকৈও অধিক চুটিগল্প লিখিছিল। এই দৰেই বিদেশী

বহিষ্কৰণ আন্দোলনে অসমীয়া সাহিত্যৰ অপূৰণীয় ক্ষতি কৰিলে।

অসমীয়া সাহিত্যত চৈয়দ আব্দুল মালিকে এটা যুগৰ সৃষ্টি কৰি গ'ল। মূলতঃ গল্পকাৰ আৰু ঔপন্যাসিক হ'লেও বহুতে মালিকক প্ৰথমে কবিৰ অভিধাহে দিব বিচাৰে। তেওঁলোকৰ মতে, তেওঁৰ গল্প, উপন্যাসবোৰো ঘাইকৈ এগৰাকী কবিৰহে ৰচনা। যিয়েই নহওক অসমীয়া সাহিত্যৰ সকলো দিশৰ মালিক হ'ল এগৰাকী অবিসম্বাদী সম্ৰাট।

জীৱনৰ প্ৰথম আৰু মধ্যছোৱাত এগৰাকী সাম্যবাদী, বিদ্ৰোহী মানসিকতাৰ লেখক হ'লেও আব্দুল মালিকে জীৱনৰ শেষ কালছোৱাত আপোচকামীতা আৰু আত্মসমৰ্পণৰ মানসিকতা দেখুৱাইছিল । হয়তো তেওঁৰ দৰিদ্ৰতাও ইয়াৰ অন্যতম কাৰণ আছিল। তেওঁ হৈ পৰিছিল ঘোৰ কংগ্ৰেছী। হিতেশ্বৰ শইকীয়াক তেওঁ 'আধুনিক লাচিত' আখ্যা দি বিতৰ্কৰ মাজলৈও সোমাই গৈছিল। আকৌ পাছত প্ৰফুল্ল কুমাৰ মহন্তৰ শাসন কালছোৱাত মহন্ত পৰিয়ালৰ তথা অগপৰ মুখপত্ৰ স্বৰূপ 'গুৱাহাটী ডায়েৰী'ৰ সম্পাদকৰ দায়িত্বও গ্ৰহণ কৰিছিল।

দোষ-গুণেৰে বিভূষিত মালিক আছিল এজন মানুহ। কিন্তু তেওঁৰ সাহিত্য সৃষ্টিৰে তেওঁ দেৱতাৰ শাৰীলৈ উত্তীৰ্ণ হৈছিল। শেষ সময়ছোৱাত তেখেত কেন্সাৰ ৰোগৰ দ্বাৰা পীড়িত হৈছিল যদিও নিজৰ বেমাৰক লৈয়ো 'ৰসৰাজ'স্বৰূপ এইগৰাকী ব্যক্তিয়ে ঠাট্টা-তামচা কৰিবলৈ এৰা নাছিল। ২০০০ চনৰ ডিচেম্বৰ মাহৰ ১৯ তাৰিখৰ নিশা ১২-২৫ বজাত সমগ্ৰ অসমকে স্তব্ধ কৰি মালিকে অনন্ত ধামলৈ গতি কৰিলে। তেওঁৰ নশ্বৰ দেহৰ মৃত্যু ঘটিল কিন্তু অবিনশ্বৰ সাহিত্য সমগ্ৰ অসমীয়া ৰাইজৰ হাতত এৰি থৈ গ'ল।



(৪৭)

# তৰুণ চন্দ্ৰ পামেগাম

যিসকল ব্যক্তিৰ সহায়ত বৃহত্তৰ অসমীয়া জাতিৰ মাজত সমন্বয়ৰ সেতু গঢ়ি উঠাৰ লগতে অসমীয়া ভাষা-সাহিত্যৰ জগতলৈ নতুন চিন্তা-চৰ্চাৰ আমদানি ঘটিছিল, সেইসকলৰ ভিতৰত তৰুণ চন্দ্ৰ পামেগাম অন্যতম। 'তৰুণ চন্দ্ৰ পামেগাম ৰচনাৱলী' (প্ৰথম খণ্ড)ৰ সম্পাদক ভৃগুমুণি কাগয়ুঙে 'ভূমিকা'ত লিখিছে-'সাময়িকভাৱে পামেগামৰ সান্নিধ্যত আহি বুজিব পাৰিছিলো, তেওঁৰ জীৱনধাৰা আছিল এক ৰহস্যাবৃত্ত যাযাবৰী জীৱন। পৃথিৱীৰ সৰ্ববৃহৎ নদী-দ্বীপ মাজুলীৰ দৰে আছুতীয়া আৰু অতি ভিতৰুৱা পিছপৰা মিচিং ভাষা-ভাষী গাঁৱৰ মাজত সাহিত্য চৰ্চাৰ প্ৰতিকূল পৰিবেশতো থাকি অসমীয়া সাহিত্য-সংস্কৃতিলৈ যিখিনি অৱদান দি গৈছে, ই সঁচাকৈয়ে নতুন পুৰুষ তথা অনুৰাগী, জিজ্ঞাসু মনোবৃত্তিৰ ভাবী বংশধৰসকলৰ বাবে অনুসৰণীয় আৰু আদৰ্শনীয়।'

তৰুণ চন্দ্ৰ পামেগামৰ জন্ম ১৯২৪ চনৰ ৩০ ভাদত, মাজুলীৰ কমলাবাৰী মৌজাৰ দুই নং বৰগএগ্ৰা গাঁৱত। পিতৃ বোধবৰ পামেগাম আৰু মাতৃ গুণচিৰী। পিতৃ বোধবৰ আছিল এগৰাকী কৃষক আৰু সমাজসেৱক। অৱশ্যে আৰ্থিকভাৱে অতি দৰিদ্ৰ ব্যক্তিৰ পুত্ৰ হিচাপে তৰুণ চন্দ্ৰ পামেগামে ঘৰৰ পৰা পঢ়া-শুনাৰ ক্ষেত্ৰত বিশেষ সহায় পোৱা নাছিল। তথাপি পঢ়া-শুনাৰ প্ৰতি তেওঁৰ আছিল অসম্ভৱ আগ্ৰহ। মাথো এই আগ্ৰহ আৰু পৰিশ্ৰমকেই মূলধন হিচাপে লৈ তৰুণ চন্দ্ৰ পামেগামে প্ৰাথমিক শিক্ষা সাং কৰাৰ পাছত মাজুলীৰে হেমচন্দ্ৰ এম ই স্কুলত ভৰ্তি হয়। তাৰ পৰা ১৯৩৮ চনত ১৪ বছৰ বয়সত এম ই পৰীক্ষাত উত্তীৰ্ণ হয় আৰু তাৰ পাছত ভৰ্তি হয় যোৰহাট চৰকাৰী হাইস্কুলত। যোৰহাট চৰকাৰী হাইস্কুলত পঢ়া-শুনা কৰি ১৯৪২ চনত মেট্ৰিকৰ বাছনি পৰীক্ষা দিছিল পামেগামে। কিন্তু পৰীক্ষা সম্পূৰ্ণ নহ'ল, কাৰণ তেওঁৰ পৰীক্ষাৰ খবৰ ল'বলৈ অহা পিতৃ বোধবৰ পামেগামক মিলিটেৰীৰ গাড়ীয়ে ৰাস্তাত খুন্দিয়ালে আৰু বোধবৰৰ থিতাতে মৃত্যু ঘটিল। এই খবৰ পোৱাৰ পাছত তৰুণ চন্দ্ৰৰ দ্বাৰা বাছনি পৰীক্ষা সম্পূৰ্ণ কৰাটো সম্ভৱ নহ'ল। পৰীক্ষা আধাতে এৰি টোপোলা বান্ধি যোৰহাটৰ পৰা মাজুলীলৈ মাকৰ ওচৰলৈ গুচি আহিল তৰুণ চন্দ্ৰ। তাৰ পাছত আৰু সেইবাৰ মেট্ৰিক পৰীক্ষা দিয়া নহ'ল তেওঁৰ।

কেইদিনমান ঘৰতে ইটো-সিটো কৰিলে। তাৰ পাছত এবাৰ কিবা কামত গুৱাহাটীলৈ আহোতে ছিলঙলৈ যায় আৰু তাতেই সুযোগ পাই ভাৰতীয় বায়ুসেনা বিভাগত ভৰ্তি হয় তেওঁ। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনৰ সময়ত স্কুল এৰি

আন্দোলনত নামি পৰা যুৱক তৰুণ চন্দ্ৰ এইদৰে এবছৰৰ ভিতৰতে ইংৰাজৰ অধীনৰ মিলিটেৰী হ'ল। ছিলঙৰ পৰা কলিকতা, তাৰ পৰা লাহোৰ আকৌ লাহোৰৰ পৰা মাদ্ৰাজৰ কোচিনলৈ, এইদৰে অতি কম দিনৰ ভিতৰতে সুদীৰ্ঘ পথ পৰিক্ৰমা অতিক্ৰম কৰিলে তৰুণ চন্দ্ৰই । তাৰ পাছত কোচিনত 'মেচিন ব'ট ক্ৰু'ৰ চাকৰিটোৰ শিক্ষাৰ্থী হিচাপে যোগ দিলে। মাথো এসপ্তাহৰ পাছত এই বিভাগত অনুষ্ঠিত হোৱা পৰীক্ষাত শীৰ্ষস্থান অধিকাৰ কৰাৰ পাছত ৱায়াৰলেছ অপাৰেটৰ হিচাপে মুম্বাইত কাম আৰম্ভ কৰিলে তেওঁ। তাৰ মাজতে অৱশ্যে মহিশূৰতো কিছুদিনৰ প্ৰশিক্ষণ লৈ আহিছিল। এইদৰে মুম্বাইত বায়ুসেনা বিভাগত কাম আৰম্ভ কৰিলে আৰু ঘৰলৈ প্ৰথম চিঠি লিখিলে। ঘৰৰ পৰাও চিঠি গ'ল যে কোনো ধৰণৰ খা-খবৰ নিদিয়াকৈ ইমানদিনে নাপাত্তা হৈ থকা তৰুণ চন্দ্ৰক বিচাৰি ঘৰৰ মানুহ পগলা হোৱাদি হৈছিল। আয়েকৰ চেহেৰা হৈ পৰিছিল অস্থি চৰ্মসাৰ। পিতাকক হেৰুওৱাৰ দৰে আয়েকক হেৰুৱাব নোৱাৰো বুলি তথা অন্যান্য ক্ষেত্ৰতো কিছুমান বিৰূপ প্ৰতিক্ৰিয়াৰ বাবে প্ৰায় ডেৰ বছৰীয়া সৈনিক জীৱনৰ অন্ত পেলাই পামেগাম অসমলৈ উভতি আহিল। বায়ুসেনা বিভাগত যোগ দিয়া আৰু চাকৰি ত্যাগ কৰা, এই দুয়োটা ঘটনাতে এক ধৰণৰ আৱেগিক সিদ্ধান্তৰ আৱৰ্তত সোমাই পৰা তৰুণ চন্দ্ৰই মাজুলীলৈ আহি কেইমাহমানৰ পাছত জেংৰাইমুখ এম ই স্কুলত শিক্ষকতা আৰম্ভ কৰে। শিক্ষকতা কৰি থাকোতেই প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষাত বহি প্ৰথম বিভাগত উত্তীৰ্ণ হয় তেওঁ।

জেংৰাইমুখৰ পৰা ১৯৫২ চনত তৰুণ চন্দ্ৰ পামেগাম গুচি গৈছিল গড়মূৰলৈ, পীতাম্বৰ দেৱ গোস্বামীৰ আহ্বানত। তাতেই তেওঁ গড়মূৰ এম ই স্কুলত শিক্ষকতা কৰাৰ লগতে গড়মূৰ ডাকঘৰৰ পোষ্ট মাষ্টৰো কাম কৰিছিল। উল্লেখ্য, গড়মূৰত শিক্ষকতা কৰি থাকোতে ১৯৫৪-৫৫ এই দুটা বছৰ গুৱাহাটী বিশ্ববিদ্যালয়ত 'মিৰি জন সাহিত্য'ত গৱেষণা সহায়ক হিচাপেও পামেগামে কাম কৰিছিল। তাৰ পাছত নতুনকৈ গঢ়ি উঠা মাজুলী কলেজৰ ছাত্ৰ হিচাপে পঢ়া-শুনা কৰি ১৯৬৫ চনত স্নাতক উপাধি লাভ কৰাৰ লগতে তেওঁ বি টিও পঢ়িছিল। ১৯৭৬ চনত কৃতী শিক্ষকৰ ৰাজ্যিক বঁটা লাভ কৰাৰ লগতে সেই বছৰতেই পামেগামে সাহিত্যিক পেঞ্চনো লাভ কৰিছিল। ১৯৭৯ চনত তৰুণ চন্দ্ৰ পামেগাম একাঙ্গী ৰোগৰ বলি হয় আৰু তেতিয়াই তেওঁৰ চাকৰি জীৱনৰো অন্ত পৰে।

নিচেই সৰুৰে পৰা সাহিত্য চৰ্চা কৰি আহিছে তৰুণ চন্দ্ৰ পামেগামে। চূড়ান্ত দৰিদ্ৰতা, কিতাপ-পত্ৰৰ অভাৱ আদিৰ মাজতো পঢ়াশলীয়া শিক্ষা ভালদৰে আয়ত্ত কৰাৰ লগতে সাহিত্য চৰ্চা কৰি তেওঁ বিৰল প্ৰতিভাৰ স্বাক্ষৰ দিছিল। মাজুলীৰ 'কমলাবাৰী হেমচন্দ্ৰ এম ই স্কুল'ত পঢ়ি থাকোতে ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত আৰু বেণুধৰ শৰ্মা সম্পাদিত তৰুণ অসম' নামৰ কাকতত 'উঠা এটি ক্ষণ, মিৰি ছাত্ৰগণ, আহা কৰো পণ, নহ'বা বিমন' নামৰ কবিতাটো লিখিছিল। তদুপৰি বিভিন্ন বিষয়ত সম্পাদকলৈ তেওঁ লিখা চিঠি-পত্ৰও কাকতত প্ৰকাশ পাইছিল। যোৰহাট হাইস্কুলত পঢ়ি থাকোতেই তৰুণ চন্দ্ৰই লিখা 'মিৰি আৰু অসমীয়া ভাষা' নামৰ বিখ্যাত প্ৰবন্ধ এটি

'জয়ন্তী' আলোচনীত প্ৰকাশ পায়। ড° সূৰ্য কুমাৰ ভূঞাই যুগুতোৱা বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকাত পামেগামৰ ধাৰাবাহিকভাবে এই প্ৰবন্ধৰ নামো সন্নিবিষ্ট হৈছিল। হাইস্কুলত পঢ়ি থকা কালতে 'জয়ন্তী আৰু 'আৱাহন'ত মিৰি জাতিৰ সামাজিক ৰীতি-নীতিৰ ওপৰত তেওঁৰ এলানি প্ৰবন্ধ প্ৰকাশ পাইছিল। এইদৰে যাযাবৰী জীৱন, দৰিদ্ৰতা বা বিভিন্ন কৰ্মত সোমাই পৰিলেও তেওঁৰ লেখা স্তব্ধ হোৱা নাছিল। আনকি একাঙ্গী ৰোগত ভীষণ যন্ত্ৰণাৰ মাজত থাকিও তেওঁ সাহিত্য চৰ্চা কিছু পৰিমাণে হ'লেও চলাই গৈছিল।

শৈশৱৰে পৰা একনিষ্ঠভাৱে মৃত্যুৰ সময়লৈ তৰুণ চন্দ্ৰই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি চৰ্চাত ব্ৰতী হৈ অমূল্য সম্পদসমূহৰ সৃষ্টি কৰিলে, তাৰ ভিতৰত কবিতা, নাটক, গল্প, প্ৰবন্ধ, উপন্যাস, সাধু, মিচিং লৌকিক আৰু আধুনিক গীত আদিয়েই প্ৰধান। এই প্ৰতিভাধৰ লোকগৰাকীয়ে বিশেষকৈ মিচিং জনজীৱনক প্ৰতিফলিত কৰা গীত-সাহিত্য, সাধু কথা আদিক অসমীয়া সাহিত্যৰ অঙ্গ কৰাৰ এক মহান কাৰ্য সম্পন্ন কৰিলে।

এগৰাকী শ্ৰেষ্ঠ অসমীয়া পীতাম্বৰ দেৱগোস্বামীৰ আশিসধন্য আছিল তৰুণ চন্দ্ৰ পামেগাম। ১৯৫২ চনত পীতাম্বৰ দেৱগোস্বামীয়ে প্ৰতিষ্ঠা কৰা গড়মূৰ ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰিবলৈ পামেগামক মতাই আনিছিল। এই সম্পৰ্কত পামেগামে লিখিছে-'.....পীতাম্বৰ প্ৰভুৰ নিমন্ত্ৰণ ক্ৰমে গড়মূৰ সত্ৰলৈ যাওঁ। সত্ৰৰ পাৰিষদবৰ্গৰ আগত প্ৰভুৱে কৈছিল-'বোপাই, তুমি আমাৰ ঘৰৰ ল'ৰা। তোমাৰ দেউতাৰা বোধবৰ ভৰালী আৰু বৰদেউতাৰা মিগ্ৰবৰ মেধি আমাৰ অতি প্ৰিয় মানুহ আছিল। তুমি ঘৰৰ ল'ৰা ঘৰলৈ আহা।' প্ৰভুৰ কথাকেইটা ইমান আপোন আৰু মৰম সনা আছিল যে মই তেতিয়াই একেবাৰে অভিভূত হৈ পৰিছিলো আৰু প্ৰভুৰ কথা সভক্তিৰে শিৰোগত কৰিবলৈ বাধ্য হৈছিলো। বেতন মোৰ ৩০ টকা ধাৰ্য হ'ল....লগতে গড়মূৰ সত্ৰৰ পৰীক্ষামূলক ডাকঘৰৰ পোষ্ট মাষ্টাৰ হিচাপেও কেইদিনমানৰ পাছতে নিযুক্তি পাই ডাক বিভাগৰ পৰা পোৱা কুৰিটা টকা লগ লগাই আঢ়ৈকুৰি টকা ৰোজগাৰ হিচাপে লৈ এখন নতুন বিদ্যালয় গঢ়াত মনোনিবেশ কৰিলো।... ওপৰত উল্লেখ কৰা দেউতাৰ ভৰালী আৰু বৰদেউতাৰ মেধি উপাধি গুৰুঘৰীয়াহে। সেই বুলি গড়মূৰ সত্ৰৰ নাছিল, আন সত্ৰৰহে। পীতাম্বৰ প্ৰভুৰ দেউতা আৰু বৰদেউতাৰ লগত থকা সৌহাৰ্দ্য আছিল ৰাজনীতিতহে। মহাত্মাজীৰ অসহযোগ আন্দোলনৰ শিষ্য হিচাপেহে প্ৰভুৱে তেখেতসকলক ভাল পাইছিল। স্বেচ্ছাসেৱক হৈ আমি গাইছিলো 'বিশ্ব বিজয়ী নৱ জোৱান'.....'আগুৱা বীৰেন্দ্ৰৰ দল আগুৱা, আগুৱা....' আদি গীত। দেউতাইঁতে হেনো গাইছিল-'এৰা ভাং, কানি, বিলাতী পানী, স্বৰাজ হ'বৰ এয়েহে উপায়.... নাডাকিবা বিল ঘাট, নেপেলাবা পইচা তাত, টকা লৈয়ে পঠাব বিলাত....।' তেখেতসকলে গাঁৱে গাঁৱে বহুত বিদেশী কাপোৰ হেনো পুৰি পেলাইছিল।'

পীতাম্বৰ দেৱগোস্বামী প্ৰথম শাৰীৰ সাংস্কৃতিক কৰ্মীও আছিল। তেওঁৰ সান্নিধ্যতে থাকি তৰুণ চন্দ্ৰ পামেগামৰ সাহিত্য আৰু সংস্কৃতি চৰ্চাই পৰিপক্ক ৰূপ

পাইছিল। 'জয়ন্তী', 'আবাহন' আদি কাকতৰ বাহিৰেও পাৰিজাত, ৰংঘৰ আদিত তেওঁ প্ৰবন্ধ, শিশু কবিতা আদি প্ৰকাশ পাইছিল। যোৰহাট চৰকাৰী হাইস্কুলৰ আলোচনী 'জেউতি'ত পামেগামৰ প্ৰথমটো গল্প 'চকুলো' প্ৰকাশ পাইছিল, যাৰ বাবে তেওঁ শ্ৰেষ্ঠ গল্পকাৰৰ পুৰস্কাৰো পাইছিল। সেই সময়তে তেওঁৰ প্ৰথমখন কবিতা পুথি 'চকামকা' প্ৰকাশ হৈ ওলায়। বিশিষ্ট সাহিত্যিক ডিম্বেশ্বৰ নেওগে সেই সময়ত 'চকামকা'ৰ বিষয়ে লেখিছিল- 'লেখকৰ অজ্ঞাতে হ'লেও ইয়াতে এটি সুৰ ধ্বনিত হৈছে, যি সুৰ সত্য আৰু সনাতন। ই লেখকৰ আশাপ্ৰদ ভৱিষ্যতৰ চিনাকি দিয়ে। 'চকামকা'ৰ পাছত পামেগামৰ দ্বিতীয় কাব্যগ্ৰন্থ 'নাৰী' প্ৰকাশ পাইছিল।

সৈন্য বাহিনীত চাকৰি কৰা অৱস্থাতো সময় পালেই তেওঁ সাহিত্য-চৰ্চাত মনোনিবেশ কৰিছিল। সেই সময়ত তেওঁ বহু গল্প, কবিতা লিখিছিল যদিও সেইবোৰ হেৰাই গৈছিল। তদুপৰি বহু কষ্ট কৰি লিখা 'শিবিৰৰ শেষ ৰাতি' নামৰ কিতাপখনৰ পাণ্ডুলিপিও হেৰাই গৈছিল। শেহত ৰৈছিল সৈন্য শিবিৰত বিভিন্নজনৰ মুখত শুনা সাধুকথাক সজাই পৰাই অসমীয়া ভাষাত লিখা সাধুকথা পুথিৰ পাণ্ডুলিপি। তাকো যোৰহাটৰ ভদ্ৰলোক এজনে নি হেৰুৱাই পেলাইছিল। অৰ্থাৎ সৈন্য শিবিৰত থাকোতে তেওঁ চৰ্চা কৰা সাহিত্যই কিতাপত বন্দী হৈ স্থায়ী ৰূপ পোৱা নাছিল। অৱশ্যে অলেখ ব্যস্ততাৰ মাজত থাকি সাহিত্য চৰ্চাৰ অনুশীলনৰ ক্ষেত্ৰত গাফিলতি নকৰাৰ বাবেই তেওঁৰ সৃষ্টি প্ৰতিভা চিৰজাগ্ৰত হৈয়েই থাকিল।

১৯৪৫ চনৰ পৰা তিনি বছৰ কাল তিনিমহীয়া আলোচনী 'আৰোহণ' সম্পাদনা কৰিছিল তৰুণ চন্দ্ৰ পামেগামে। ২১ বছৰীয়া সম্পাদক পামেগামে 'আৰোহণ'ৰ যোগেদি বহু নতুন লেখকৰ সৃষ্টি কৰাৰ লগতে 'আৰোহণ'ক মৰ্যাদাসম্পন্ন আলোচনী হিচাপে গঢ় দি অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। আৰোহণ সম্পাদনা কৰা কালতেই দুখন উপন্যাস 'সমাজৰ শেষ সীমাত' আৰু 'পাহাৰ পুৰী' ৰচনা কৰিছিল তেওঁ। 'সমাজৰ শেষ সীমাত' মিচিং জনজাতিসকলৰ জীৱন-যাপন প্ৰণালীৰ বিভিন্ন কথা ব্যাখ্যা কৰাৰ লগতে ডেকা-গাভৰুৰ প্ৰেমক গুৰুত্ব দিয়া হৈছে। চাপৰিৰ বিভিন্ন সময়ৰ খেতি-বাতি, ৰোগ-ব্যাধি, বিহু-সবাহ আদিক বিষয়বস্তু হিচাপে লৈ লিখা এইখন আছিল সফল সামাজিক উপন্যাস। 'পাহাৰ পুৰী'ত ঠাই পাইছে জাতি-জনজাতিৰ মাজৰ গাঢ় সম্পৰ্কৰ কথা, অসমৰ বিভিন্ন অঞ্চলত শিক্ষাৰ প্ৰসাৰৰ কথা আৰু অস্পৃশ্যতা নাশ কৰাৰ কাহিনী। অসম সংৰক্ষণী সভা স্থাপন কৰোতা অম্বিকাকাগিৰী ৰায় চৌধুৰীকে ধৰি বিভিন্ন জীৱন্ত চৰিত্ৰ আৰু বাস্তৱ ঘটনায়ো স্থান পোৱা এই উপন্যাসখন পঢ়িলেই বুজিব পাৰি কিমানখিনি সামাজিক দায়বদ্ধতা অনুভৱ কৰিছিল তৰুণ চন্দ্ৰ পামেগামে। সমাজৰ বিভিন্ন কু-সংস্কাৰ আদিৰ বিৰুদ্ধে, শিক্ষা আৰু সংস্কৃতিৰ উত্থানৰ বাবে প্ৰগতি অভিমুখে আধুনিক বস্তুনিষ্ঠ ধ্যান-ধাৰণা লৈ আগুৱাই যোৱাৰ ক্ষেত্ৰত এজন লেখকে কিমানখিনি সবল ভূমিকা ল'ব পাৰে সেয়া তৰুণ চন্দ্ৰ পামেগামে দেখুৱাই দিছিল।

উক্ত দুখনৰ বাহিৰেও 'অগ্নিযুগৰ কিৰিঙতি' নামৰ তৃতীয়খন উপন্যাসত তৰুণ চন্দ্ৰ পামেগামে শোষিত শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থৰ বাবে মাত মাতিছিল। ইয়াত সুন্দৰ তদন্তমূলক কাহিনী এটাও আছে। দুখীয়া অশিক্ষিত সমাজৰ পৰা ওলাই অহাৰ বাবেই তথা জীয়াই থকা সময়লৈ সদায়েই দাৰিদ্ৰ্যৰ মুখামুখি হোৱা পামেগামে অৱশ্যে এই কথাও বুজি উঠিছিল যে সমাজৰ অশিক্ষিত সকলক প্ৰকৃত কথাৰ শিক্ষা তথা জ্ঞান দিবলৈ হ'লে মাথো কবিতা, গল্প, উপন্যাস আদি লিখিলেই নহ'ব। কাৰণ বিসকলে আখৰেই চিনি নাপায়, তেওঁলোকৰ বাবে গল্প, উপন্যাসৰ মূল্য ক'ত? সেইবাবে তেওঁ নাটক লিখিবলৈ লৈছিল আৰু সেয়া মঞ্চস্থ কৰি অশিক্ষিতসকলক বিভিন্ন কথা বুজাবলৈ চেষ্টা কৰিছিল। নাটৰ পৰিচালক আৰু অভিনেতা ৰূপেও আত্মপ্ৰকাশ কৰা পামেগামে গড়মূৰ এম ই স্কুল স্থাপনৰ সময়ত পীতাম্বৰ দেৱগোস্বামীৰ অনুপ্ৰেৰণাত বহুতো নাটক লিখিছিল। তাৰ ভিতৰত 'পপীয়া তৰা', 'নুৰজাহান', 'চান্দ সদাগৰ', 'অমৃতহাৰা' আদিয়েই প্ৰধান। পাছৰ কালতো তেওঁৰ বহু নাটক অসমৰ বিভিন্ন ঠাইত মঞ্চস্থ হৈছিল আৰু ৰেডিঅ' যোগেও প্ৰচাৰিত হৈছিল

পামেগামে ছাত্ৰাৱস্থাতে তাৰ পাছতো বহু মিচিং জনজাতীয় গীত সাধুকথা আদিও লিখিছিল। ১৯৫০ চনত তেওঁ লিখা গীত প্ৰথমবাৰৰ বাবে প্ৰচাৰিতহৈছিল ছিলং ৰেডিঅ' চেন্টাৰৰ যোগেদি। উল্লেখ কৰা ভাল হ'ব যে পোন প্ৰথমবাৰৰ বাবে পামেগামেই মিচিং গীত আৰু মিচিং বিহুগীতৰ ৰেকৰ্ডিং কৰিছিল। মিচিং ভাষাৰ লগতে অসমীয়া ভাষাৰ চৰ্চা আৰু এই দুই ভাষাৰ উন্নতি সাধন কৰি বৃহত্তৰ অসমীয়া সাহিত্য-সংস্কৃতিক এক মৰ্যাদাপূৰ্ণ আসনত অধিষ্ঠিত কৰাবলৈকে তেওঁ অহৰহ চেষ্টা কৰিছিল। তেওঁ লিখা সাহিত্য ক'ত, কেনেকৈ প্ৰকাশ পায়, সেয়া ডাঙৰ কথা নহয় ৰাইজে পঢ়িবলৈ পালেই হ'ল বুলি তেওঁ ভাবিছিল বাবেই তেওঁৰ বৰ্তমানে সংগৃহীত সাহিত্যতকৈ বহু বেছি সাহিত্যৰ ফচল হেৰাই থাকিল। আত্মপ্ৰচাৰ নহয়, ভাষা-সাহিত্যৰ নীৰৱ সাধনাত বিশ্বাস আছিল তেওঁৰ। এই সম্পৰ্কত ভৃগুমুণি কাগয়ুঙে লিখিছে- 'পামেগামৰ সাহিত্যিক জীৱন আলেখ্যৰ অন্য এটা দিশ পৰ্যালোচনা কৰি চালে পাওঁ যে তেতিয়া দেশ তথা জাতিৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত মিচিং সমাজক প্ৰতিনিধিত্ব কৰিব পৰা লেখক বা প্ৰকাশক নাছিল। গতিকে অসমৰ বহু কাকতৰ বহু ব্যক্তি বিশেষৰ অনুৰোধ ৰক্ষা কৰিবলৈ গৈ হাতত লোৱা স্বকীয় সাহিত্য সৃষ্টিৰ কাৰ্যপন্থা পৰিত্যাগ কৰি সেইসকলৰ বিচৰা বিভিন্ন বিষয়ৰ প্ৰবন্ধ পাতি লিখি দিব লগাত পৰিছিল অথচ তেওঁৰ সামাজিক পৰিবেশত প্ৰবন্ধৰ বা নিবন্ধৰ প্ৰসঙ্গ বিচাৰি পঢ়া-শুনা কৰাৰ কোনো পৰিবেশেই নাছিল।.... কাৰোবাৰ অনুৰোধ ৰক্ষা কৰিবলৈ গৈ লিখি দিব লগা প্ৰবন্ধটো ৰাতি পুৱা কাগজ-কলম লৈ য'তে ত'তে বহি লিখি যায় আৰু লেখা শেষ কৰি (তিনি মাইল দূৰৈৰ) স্কুললৈ যাওঁতে বাটতে 'গড়মূৰ সত্ৰ' ডাকঘৰত ভৰাই দিয়ে আৰু লেখাৰ লেঠা ইমানতে শেষ। কপি কৰা, প্ৰবন্ধৰ কপি ৰক্ষা, ঘূৰাই পঢ়ি চাই শুদ্ধ কৰা, সংযোগ-বিয়োগ পামেগামৰ যাযাবৰী জীৱনত কোনো দিনেই সম্ভৱ হোৱা নাছিল। ঘৰৰ পৰা স্কুললৈ আৰু স্কুলৰ পৰা ওলাই গৈ নলগা জেওত লগাটো পামেগামৰ

তৰুণ চন্দ্ৰ পামেগাম মুঠ ৫৯ বছৰহে জীয়াই আছিল আৰু তেওঁ সুস্থ-সবল হৈ আছিল ৫৫ বছৰহে। সৰুৰে পৰা দৰিদ্ৰতাৰ মাজতেই ডাঙৰ হৈ মৃত্যু পৰ্যন্ত দৰিদ্ৰতাৰ মাজেদিয়েই জীৱন-যাপন কৰিছিল, তথাপি কাম কৰি যোৱাৰ ক্ষেত্ৰত সকলো ধৰণৰ বাধা-বিঘিনি অতিক্ৰম কৰিছিল আৰু কোনো কথাতে কেতিয়াও আপোচ কৰা নাছিল। নিজৰ গাওঁখন আৰু স্বজাতিৰ প্ৰতি থকা শ্ৰদ্ধা আৰু মৰমৰ বাবেই বহু সুবিধা পায়ো তেওঁ চহৰীয়া জীৱনলৈ ধাবিত হোৱা নাছিল। মিচিং জাতি, ভাষা-সাহিত্যক প্ৰতিষ্ঠাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা লোক-সংস্কৃতিৰ গৱেষক পামেগামে বৃহত্তৰ অসমীয়া জাতিৰ স্বাৰ্থতেই কাম কৰি জীৱনপাত কৰিছিল। ১৯৮৩ চনৰ ৩০ আগষ্ট তাৰিখে ডিব্ৰুগড় মেডিকেল কলেজত এইজনা মহান ব্যক্তিয়ে শেষ নিশ্বাস ত্যাগ কৰে।



(৪৮)

# ড০ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

কুৰি শতিকাত ভাৰতৰ সৰ্বশ্ৰেষ্ঠ সাহিত্য সন্মান জ্ঞানপীঠ বঁটা লাভ কৰা একমাত্ৰ অসমীয়া ব্যক্তি হ'ল ড০ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য। তদুপৰি ভাৰতীয় সাহিত্য একাডেমীৰ সৰ্বোচ্চ পদবী (সভাপতি) লাভ কৰা একমাত্ৰ অসমীয়া গৰাকীও ড০ ভট্টাচাৰ্য। আধুনিক অসমীয়া সাহিত্যৰ পুৰোধা এইগৰাকী ব্যক্তিয়েই সৃষ্টি কৰিছিল যুগান্তকাৰী 'ৰামধেনু যুগ'ৰ। 'গৰীয়সী' সাহিত্য আলোচনীয়ে কুৰি শতিকাৰ কুৰিগৰাকী শ্ৰেষ্ঠ অসমীয়াৰ এজন বুলি চিহ্নিত কৰি লিখিছে-'সৃষ্টিধৰ্মী প্ৰতিভা আৰু সাধনাৰ অপূৰ্ব সমাহাৰ, আধুনিক চিন্তাৰ বাহক, উচ্চ সংস্কৃতি ভাৱনাৰে দীপ্তিমান ব্যক্তিত্ব, সমাজবাদী চেতনাৰে উদ্বুদ্ধ চিন্তানায়ক ড০ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আধুনিক অসমীয়া সাহিত্যৰ উজ্জ্বল নক্ষত্ৰ। নিৰহংকাৰ, সৰল ব্যক্তিত্ব, মাৰ্জিত ৰুচিবোধ আৰু এক গভীৰ জীৱনবোধেৰে উদ্দীপ্ত, সাহিত্য-সংস্কৃতিৰ প্ৰতি উৎসৰ্গিত প্ৰাণ আৰু এক জীৱন বৃত্তৰ নায়ক হ'ল ড০ ভট্টাচাৰ্য।... তেওঁ আছিল একেধাৰে কবি, ঔপন্যাসিক, গল্পকাৰ, প্ৰবন্ধিক, অনুবাদক আৰু ৰাজনৈতিক ভাষ্যকাৰ, তদুপৰি এগৰাকী সাংবাদিক। অসমীয়া উপন্যাস-সাহিত্যত তেওঁ গভীৰ মানৱতাবোধ, আৰ্থ সামাজিক-ৰাজনৈতিক চেতনা, বৈচিত্ৰ্যপূৰ্ণ বিষয় আৰু চৰিত্ৰৰ সংযোজন ঘটালে।....'

১৯২৪ চনৰ ১৪ অক্টোবৰত শিৱসাগৰ জিলাৰ চাহ বাগিচাৰে ঠাহ খাই থকা 'চফ্ৰাই'ত জন্মগ্ৰহণ কৰিছিল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই। পিতৃ শশীধৰ ভট্টাচাৰ্য আৰু মাতৃ আইদেউ ভট্টাচাৰ্য। শশীধৰ ভট্টাচাৰ্যই চাহ বাগিচাত কাম কৰিছিল যদিও বাগিচাৰ চাহাবৰে মতৰ অমিল হোৱাত সেই চাকৰি ত্যাগ কৰিছিল। বংশ পৰম্পৰাৰে উজ্জ্বল বীৰেন্দ্ৰ কুমাৰৰ পূৰ্বপুৰুষ তয়োধৰ শৰ্মা। তয়োধৰ শৰ্মাৰ পুত্ৰ লক্ষ্মীনাথ শৰ্মাই তেতিয়াই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতত এম এ পাছ কৰিছিল। এইগৰাকী ব্যক্তিৰ সভাপতিত্বতে অসমৰ প্ৰথমখন কংগ্ৰেছ কমিটী গঠন কৰা হৈছিল। তদুপৰি বীৰেন্দ্ৰ কুমাৰৰ বৰদেউতাক কৃষ্ণকান্ত ভট্টাচাৰ্যই 'আসাম বিলাসিনী' কাকত প্ৰকাশ আৰু সম্পাদনা কৰিছিল।...

সাতগৰাকী ককাই-ভাই, বাই-ভনীৰ ভিতৰত দ্বিতীয় সন্তান আছিল বীৰেন্দ্ৰ কুমাৰ। তেওঁৰ ককায়েক হ'ল অসমৰ বিখ্যাত কবি, সমালোচক অধ্যাপক নলনীধৰ ভট্টাচাৰ্য। বীৰেন্দ্ৰ কুমাৰৰ শৈশৱকাল অতিবাহিত হৈছিল চফ্ৰাই বাগিচাত। ধনী-দুখীয়া, পুঁজিপতি, মধ্যবিত্ত আৰু শ্ৰমিকৰ মাজত থকা ভেদভাব তেওঁৰ সৰুতে চকুত পৰিছিল আৰু সকলো ভেদভাব আঁতৰোৱাৰ বাবে তেওঁ যেন সৰুতেই পণ লৈছিল।

চফাইত প্ৰাথমিক শিক্ষা লাভ কৰিছিল তেওঁ। তাৰ পাছত কাকজান এম ই স্কুলত শিক্ষা গ্ৰহণ কৰিছিল। তাৰ পৰাই বৃত্তি লাভ কৰি যোৰহাট চৰকাৰী হাইস্কুলত নাম লিখায়। শৈশবৰে পৰা সাধু, কবিতা, গল্প আদিৰ প্ৰতি আগ্ৰহী আৰু সাহিত্য শিক্ষাৰ এক সুন্দৰ পৰিবেশত ডাঙৰ-দীঘল হোৱা বীৰেন্দ্ৰ কুমাৰে যোৰহাটত শিক্ষাগুৰু হিচাপে পাইছিল ডিম্বেশ্বৰ নেওগ, মিত্ৰদেৱ মহন্ত, ত্ৰৈলোক্যনাথ গোস্বামী, ড° মহেশ্বৰ নেওগ আদি বিশিষ্ট সাহিত্য সেৱীসকলক। সেই সময়ছোৱাতে এই নমস্য ব্যক্তিসকলৰ সান্নিধ্যত তেওঁ সাহিত্যৰ প্ৰতি অধিক আকৃষ্ট হৈছিল আৰু মাথো অসমীয়াই নহয়, বাংলা, ইংৰাজী আদি ভাষাৰ সাহিত্য অধ্যয়ন আৰম্ভ কৰিছিল গভীৰভাৱে। সেই সময়তে অজিত কুমাৰ শৰ্মাই (পাছত সাংসদ) উলিওৱা হাতে লিখা দৈনিক কাকত 'ভোগদৈ'ত লিখিব লৈছিল তেওঁ। হাইস্কুলৰ ছপা আলোচনী 'জেউতি'ত তেওঁৰ প্ৰথমটো গল্প প্ৰকাশ পাইছিল। তেনেদৰেই বিভিন্ন ৰচনা প্ৰতিযোগিতা আৰু বক্তৃতা প্ৰতিযোগিতাবোৰতো যোগ দি বীৰেন্দ্ৰ কুমাৰে কৃতিত্ব অৰ্জন কৰিছিল।

১৯৪১ চনত চাৰিটা বিষয়ত লেটাৰ আৰু অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ লাভ কৰি বীৰেন্দ্ৰ কুমাৰে প্ৰথম বিভাগত কৃতিত্বৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত উচ্চ শিক্ষাৰ বাবে তেওঁ গুৱাহাটীলৈ আহে আৰু ঐতিহ্যমণ্ডিত কটন কলেজৰ বিজ্ঞান শাখাত নামভৰ্তি কৰিলে। প্ৰথম বাৰ্ষিকতে তেওঁ 'মৰহি পৰা জীৱন' নামৰ গল্পৰ বাবে কটনৰ শ্ৰেষ্ঠ গল্পকাৰৰ সন্মান লাভ কৰিছিল। কটন কলেজতে তেওঁৰ সাহিত্যিক জীৱনৰ ভেটি সুদৃঢ় হৈছিল। তাৰ পাছত ১৯৪৩ চনত আই এছ চি আৰু '৪৫ চনত সুখ্যাতিৰে বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগত নামভৰ্তিৰ ইচ্ছাৰে কলিকতালৈ গ'ল যদিও সেইবাৰ কৰ্তৃপক্ষই সাংবাদিকতাৰ পাঠ্যক্ৰম মুকলি নকৰাত 'আইন'ৰ শিক্ষা লভিবলৈ নামভৰ্তি কৰে। কিন্তু ১৯৪৬ চনত কলিকতাত হোৱা ভয়ংকৰ সাম্প্ৰদায়িক সংঘৰ্ষত স্নেহৰ বন্ধু কবি অমূল্য বৰুৱাক হেৰুৱাৰ পাছত বীৰেন্দ্ৰ কুমাৰে কলিকতা ত্যাগ কৰে। সেয়া আছিল অতি কৰুণ ঘটনা।

কলিকতাৰ পৰা আহি বীৰেন্দ্ৰ কুমাৰে সাংবাদিক হিচাপে যোগ দিলে দেৱকান্ত বৰুৱা সম্পাদিত 'দৈনিক অসমীয়া'ত। উল্লেখযোগ্য যে কলিকতাত পঢ়াৰ মাজতো তেওঁ 'এডভান্স' নামৰ কাকতখনত চাকৰি কৰিছিল। তদুপৰি সেই সময়ছোৱাত 'মহাপ্ৰস্থানৰ পথিক' নামৰ তেওঁৰ প্ৰথমখন উপন্যাস লিখি শেষ কৰিছিল আৰু বন্ধু অমূল্য বৰুৱাক পঢ়িবলৈ দিছিল, কিন্তু বৰুৱাৰ মৃত্যুৰ পাছত উপন্যাসখনৰ সেই পাণ্ডুলিপিটো বিচাৰি পোৱা নগ'ল।

''দৈনিক অসমীয়া'ত কাম কৰাৰ পাছত নগা বন্ধু ৰিচাং কেইচিঙৰ অনুৰোধত বীৰেন্দ্ৰ কুমাৰ গৈছিল নগা ৰাজ্যৰ উখ্ৰুললৈ আৰু তাৰে চৰকাৰী হাইস্কুলত ডেৰ বছৰতকৈও অধিককাল শিক্ষকতা কৰিছিল। ১৯৫২ চনৰ প্ৰথম ভাগতে তেওঁ শিক্ষকতাৰ চাকৰি এৰি গুৱাহাটীলৈ গুচি আহিছিল। তাৰ পাছত তেওঁ 'ৰামধেনু'

সম্পাদনাৰ দায়িত্ব ল'লে। মাহেকীয়া আলোচনী 'ৰামধেনু' বীৰেন্দ্ৰ কুমাৰৰ সম্পাদনাত প্ৰকাশ পাবলৈ ল'লে ১৯৫২ চনৰ এপ্ৰিল মাহৰ পৰা। এইদৰে তেওঁ ১৯৬৩ চনৰ এপ্ৰিল পৰ্যন্ত সম্পূৰ্ণ ১১ বছৰকাল ৰামধেনুৰ সম্পাদকৰ দায়িত্বত থাকিল। মাথো এটা দশক সম্পাদনা কৰি ৰামধেনুক বীৰেন্দ্ৰ কুমাৰে ইমান মৰ্যাদা দিলে যে উক্ত সময়ছোৱা অসমীয়া সাহিত্যৰ অমৰ কাল 'ৰামধেনু' যুগ হিচাপে চিহ্নিত হ'ল অৰুণোদই যুগ, জোনাকী যুগ আদিৰ দৰে গৌৰৱময় সাহিত্যৰ যুগৰ সৃষ্টি কিন্তু 'ৰামধেনু'ৰ পাছত আজি পৰ্যন্ত নহ'ল।

ৰামধেনুৱে 'যুগ'ৰ সৃষ্টি কৰিছিল নতুন নতুন পৰীক্ষামূলক সাহিত্য আৰু নতুন লেখকৰ সৃষ্টি কৰি। কোৱা বাহুল্য এই ক্ষেত্ৰত নিজৰ লেখা-মেলা প্ৰায় বাদ দিয়েই ভট্টাচাৰ্যই অশেষ কষ্ট কৰি ৰামধেনুৰ লগতে অসমীয়া সাহিত্যৰ উত্তৰণ ঘটাইছিল। সেই সময়ত লেখাৰ বিষয়ে তেওঁ এক ৰেডিঅ' সাক্ষাৎকাৰত কৈছিল-'ৰামধেনু'ত মই খুব কম লিখিছিলো। লিখাৰ ভিতৰত নিয়মিত সম্পাদকীয় লিখিছিলো। তাৰ বাহিৰে খালী থাকিলে, প্ৰবন্ধৰ অভাৱ হ'লে মাজে মাজে ছদ্মনামত দুই-এটা প্ৰবন্ধ লিখিছিলো। সেইবিলাক মানুহে বহুতে নাজানে। কেতিয়াবা বিকৌহ নামত, কেতিয়াবা চাণক্য নামত মাজে মাজে আইনষ্টাইনৰ জীৱনীও লিখিছিলো।....'

উখ্ৰুললৈ যোৱাৰ আগতে অৱশ্যে তেওঁ মাথো 'দৈনিক অসমীয়া'তে কাম কৰা নাছিল। তেওঁ কি কি কৰিছিল? তেওঁৰেই ভাষাত, '....প্ৰথমতে 'বাঁহী'ত সহকাৰী সম্পাদক আছিলো। তাৰ পাছত কিছুদিন 'এডভান্স' কাকতত কাম কৰিছিলো। 'এডভান্স' কাকতখন তেতিয়া খুউব জনপ্ৰিয় কাকত আছিল। তাৰ পাছত যেতিয়া কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষত অতিষ্ঠ হৈ কলিকতা এৰি গুৱাহাটী পালোহি, তেতিয়া প্ৰথম 'দৈনিক অসমীয়া'ৰ বাতৰি সম্পাদক আছিলো কিছুদিন। তাৰ পাছত সম্পাদক সলনি হোৱাত নিজৰ স্বাধীনতা ৰক্ষাৰ্থে মই তাৰ পৰা অব্যাহতি লৈ 'জনতা'ৰ সম্পাদক হ'লো। কিন্তু জনতা কাকতখন বেছি দিন নিটিকিল।... তেতিয়া মই ছ'চিয়েলিষ্ট পাৰ্টিৰ অফিচত থাকিছিলো, মোৰ লগত একোৱেই নাছিল। কাজেই মোৰ এজন বন্ধুৰ পৰা ২৫ টকা ধাৰ কৰি পুৰণা মিলিটেৰী কোট কিনি বন্ধু কিৰণ বেজবৰুৱাৰ লগত উখ্ৰুল অভিমুখে ৰাওনা হ'লো।'

উখ্ৰুললৈ যাব লগাটো তেতিয়া তেওঁৰ বাবে আছিল নৈতিক দায়িত্ব, কাৰণ কোনো বিজ্ঞান শিক্ষকে তেতিয়া উখ্ৰুললৈ যাবলৈ বিচৰা নাছিল। আজন্ম ছ'চিয়েলিষ্ট বীৰেন্দ্ৰ কুমাৰে এই দায়িত্ব কান্ধ পাতি লৈছিল।

'ৰামধেনুৰ যুগমীয়া অবদান' নামৰ প্ৰবন্ধত ড° শৈলেন ভৰালীয়ে লিখিছে- 'ৰামধেনুৱে কবি আৰু গল্পকাৰসকলৰ নতুন বাহিনীৰ জন্ম দিছিল। ৰামধেনুৰ অবিহনে তেওঁলোকৰ প্ৰতিভা বোধকৰো সম্পূৰ্ণভাৱে বিকশিত ন'হলহেঁতেন আৰু হ'লেও বহু পলমকৈ হ'লহেঁতেন। অসমীয়া সাহিত্যক এক আন্তৰ্জাতিক চৰিত্ৰ দান কৰাৰ মানসেৰে ৰামধেনু যুগৰ লেখকসকলে মনৰ দুৱাৰ মুকলি কৰি ৰাখিছিল। নতুন পথেদি বাট বুলোতে যিগৰাকী লোকৰ চিন্তা-চৰ্চাই তেওঁলোকক আগুৱাই নিছিল সেইগৰাকী

আছিল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য। ৰামধেনু যুগৰ শ্ৰষ্টা হিচাপে আৰু ৰামধেনুৰ জৰিয়তে আধুনিক অসমীয়া সাহিত্যৰ পৰম্পৰাক এক বহল আৰু শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰি থৈ যোৱা বাবে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ নাম সাহিত্যৰ বুৰঞ্জীত স্মৰণীয় হৈ ৰ'ব।' ড° শৈলেন ভৰালীৰ মতে, ৰামধেনুৰ যোগেদি জন্মলাভ কৰা বা প্ৰতিষ্ঠা পোৱা সাহিত্যিকসকলৰ ভিতৰত হেম বৰুৱা, চৈয়দ আব্দুল মালিক, নলিনীধৰ ভট্টাচাৰ্য, কেশৱ মহন্ত, ৰাম গগৈ, হীৰেণ ভট্টাচাৰ্য, নৱকান্ত বৰুৱা, অজিৎ বৰুৱা, মহেন্দ্ৰ বৰা, হৰি বৰকাকতি, হোমেন বৰগোহাঞি, নীলমণি ফুকন, বীৰেশ্বৰ বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ, যোগেশ দাস, চন্দ্ৰপ্ৰসাদ শইকীয়া, ভবেন্দ্ৰ নাথ শইকীয়া, সৌৰভ কুমাৰ চলিহা, লক্ষ্মীনন্দন বৰা, স্নেহ দেৱী, নিৰুপমা বৰগোহাঞি আদি অন্যতম।

ৰামধেনুৰ পাছত 'নৱযুগ' নামৰ সাপ্তাহিক আলোচনীখন সম্পাদনাৰ ক্ষেত্ৰতো যথেষ্ট কৃতিত্ব দেখুৱাইছিল বীৰেন্দ্ৰ কুমাৰে। তেওঁৰ নিজৰ ভাষাত, 'নৱযুগখন এনেকুৱা এখন সাপ্তাহিক কৰিবলৈ বিচাৰিছিলো, য'ত জীৱনৰ বিভিন্ন দিশৰ বিকাশ সম্পৰ্কে কিছুমান শিতান খোলা হৈছিল আৰু তাত সাহিত্যৰ লগৰীয়া আন কলা সম্পৰ্কে চৰ্চা কৰা হৈছিল। বিশেষকৈ সংবাদ আৰু সমালোচনামূলক আলোচনা কৰা হৈছিল। গতিকে আলোচনীখনত সাহিত্য, কলা, ৰাজনীতি, চিনেমা আৰু খেলা-ধূলাৰো শিতান ৰখা হৈছিল। ফলস্বৰূপে আলোচনীখনে পাঠকক বিভিন্ন চিন্তাৰ সুযোগ দিয়াৰ লগতে সৃষ্টি কৰিবলৈ প্ৰেৰণা যোগাইছিল। 'নৱযুগ' আলোচনীখন বীৰেন্দ্ৰ কুমাৰে সম্পাদনা কৰিছিল মাথো চাৰি বছৰ কাল। 'প্ৰকাশ' নামৰ আলোচনীখনৰো 'মুখ্য সম্পাদক'ৰ দায়িত্বত আছিল তেওঁ। অৱশ্যে সেয়া বহু পাছত।

১৯৫৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰাইভেটকৈ অসমীয়া সাহিত্যৰ এম এ ডিগ্ৰী লাভ কৰে বীৰেন্দ্ৰ কুমাৰে। ১৯৭৭ চনত 'Humour and satire in Assamese Literature' নামৰ গৱেষণা গ্ৰন্থখনৰ বাবে তেওঁ এই বিশ্ববিদ্যালয়ৰ পৰাই ড"ৰেট ডিগ্ৰী লাভ কৰে।

সৰুতে মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰাণিত হৈ ড° ভট্টাচাৰ্যই যঁতৰত সূতা কাটিছিল। তেতিয়াৰ পৰাই তেওঁৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল। কিন্তু তেওঁ কেতিয়াও ক্ষমতাৰ ৰাজনীতি কৰা নাছিল। যৌৱনতে তেওঁ সমাজবাদী আদৰ্শৰে দীক্ষিত হৈছিল। অসমত সমাজবাদী আন্দোলনৰ আদৰ্শ প্ৰচাৰৰ বাবে তেওঁ দেহেকেহে চেষ্টা চলাইছিল। গাঁৱে-ভূঞে গৈ প্ৰচাৰ চলাইছিল। তদুপৰি সমাজবাদী দলৰ মুখপত্ৰ 'জনতা'ৰ সম্পাদনাৰ যোগেদি সমাজবাদী আন্দোলনৰ ক্ষেত্ৰ বহল কৰিছিল। ১৯৬০ চনত হোৱা অসমীয়া ভাষা প্ৰতিষ্ঠাৰ আন্দোলনতো নামি পৰিছিল ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য। '৭৫ৰ জৰুৰীকালীন অৱস্থাৰ সময়তো তেওঁ আৰু তেওঁৰ কলম ক্ষান্ত হোৱা নাছিল। ১৯৭৯ চনৰ পৰা আৰম্ভ হোৱা অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ এগৰাকী নীৰৱ সমৰ্থক হ'লেও ড° ভট্টাচাৰ্যই ইয়াৰ আশু সমাধানৰ বাবে তেতিয়াৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীক লগ ধৰিছিল। ১৯৮৩ চনৰ নিৰ্বাচনী অশান্তিৰ সময়ত ৰাইজৰ মাজত সোমাই পৰিছিল তেওঁ।

বহু সাহিত্য সম্ভাৰেৰে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টচাৰ্যই অসমীয়া সাহিত্যলৈ অমূল্য বৰঙণি যোগাইছে। তেওঁৰ উপন্যাস কেইখনৰ ভিতৰত ৰাজপথে ৰিঙিয়ায় (১৯৫৫), আই ('৬০), ইয়াৰুইঙ্গম ('৬০), শতঘ্নী ('৬৫), নষ্ট চন্দ্ৰ ('৬৮), ভাৰতী ('৬৯), প্ৰতিপদ ('৭০), মৃত্যুঞ্জয় ('৭০), চিনাকি সুঁতি ('৭১), অগ্নিগড় ('৭১), কবৰ আৰু ফুল ('৭২), পৰিব্ৰাজক ('৭২), বল্লৰী ('৭৩), এটি নিশা ('৭৩), টব আৰু ইডা ('৭৩), ডাইনী ('৭৬), ৰঙা মেঘ ('৭৬), শৰৎ কোঁৱৰ ('৭৮), মুনিচুনি বেলিৰ পোহৰ ('৭৯), কালৰ হুমুনিয়াহ ('৮২), ফুল কোঁৱৰৰ পখীঘোঁৰা ('৮৮), প্ৰেম আৰু মৃত্যু ('৯২) আদি অন্যতম। তেওঁৰ তিনিখন চুটি গল্পৰ সংকলন হ'ল কলং আজিও বয়, সাতসৰী আৰু খিৰিকী কাষৰ আসন। তদুপৰি একমাত্ৰ কবিতাৰ সংকলন 'সান্ধ্য স্বৰ' আৰু ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি, মপিও উৎসব, সংবাদ সাহিত্য, অসমীয়া সাহিত্যত হাস্যৰস, পৰিণীতা, সীমাই আমনি কৰে আদি অসংখ্য গ্ৰন্থৰ জনক তেওঁ। অনুবাদ সাহিত্যৰ ভিতৰত-ভাৰতৰ ইতিহাস আৰু দেৱ দুন্দুভী বাজে কাৰ বাবে অন্যতম। তদুপৰি তেওঁ লিখা ভ্ৰমণ কাহিনী দুখন হ'ল ৰাছিয়া যাত্ৰা আৰু চীনত কি দেখিলো। জীৱনী সাহিত্যিক হিচাপেও খ্যাত ড° ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ, শ্ৰীঅৰবিন্দ, চন্দ্ৰ নাথ শৰ্মা, গোপীনাথ বৰদলৈ আৰু কৃষ্ণকান্ত সন্দিকৈৰ জীৱন কৰ্মৰ আলোকপাতেৰে গ্ৰন্থ প্ৰণয়ন কৰিছে।

সাহিত্য একাডেমী বঁটা বিজেতা হিচাপে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য হ'ল তৃতীয় গৰাকী অসমীয়া। ১৯৬১ চনত 'ইয়াৰুইঙ্গম' নামৰ উপন্যাসখনৰ বাবে তেওঁ সাহিত্য একাডেমী বঁটা লাভ কৰিছিল। তদুপৰি '৭৯ চনত জ্ঞানপীঠ বঁটা লাভ কৰোতা ড° ভট্টাচাৰ্যই হ'ল প্ৰথম অসমীয়া।

১৯৬৮ চনৰ পৰা '৭৩ চনলৈ মুম্বাইৰ পৰা প্ৰকাশিত 'ইকনমিক এণ্ড পলিটিকেল উইকলি'ৰ গুৱাহাটীস্থ সংবাদাতা হিচাপে কাম কৰা ড° ভট্টাচাৰ্যই গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগতো অধ্যাপনা কৰিছিল। পাছত তেওঁ হাৰিয়ানা বিশ্ববিদ্যালয়ৰ 'ৰামমনোহৰ লোহিয়া' আসনতো অধ্যাপক হিচাপে অধিষ্ঠিত হৈছিল। জব্বলপুৰ বিশ্ববিদ্যালয়ে তেওঁক সন্মানীয় ডি লিট উপাধিৰে বিভূষিত কৰিছিল।

১৯৬৮ চনত প্ৰথমবাৰৰ বাবে ৰাছিয়ালৈ যোৱা ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই কেইবাবাৰো বিদেশ ভ্ৰমণ কৰিছে। ১৯৮৩ চনত ভাৰতীয় সাংস্কৃতিক দল এটাৰ নেতা হিচাপেও তেওঁ ৰাছিয়ালৈ গৈছিল। ১৯৮৪ আৰু ১৯৮৯ চনত দুবাৰকৈ তেওঁ চীনলৈ গৈছিল। '৯৪ চনত তেওঁ ইংলণ্ডলৈ গৈছিল।

একেধাৰে কবি, গল্পকাৰ, ঔপন্যাসিক, প্ৰবন্ধকাৰ আৰু সাংবাদিক হিচাপে কৃতিত্ব দেখুওৱা ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই নাট্যকাৰ হিচাপেও কৃতিত্ব দেখুৱাইছিল। তেওঁৰ অসংখ্য নাটকৰ ভিতৰত জোনালী, অহল্যা, বলিয়া বৰাগী, এজন খঙাল যুৱক, ব্ৰহ্মচাৰী, শকুন্তলা, ভাৰতী, মুখা, বিবেক, সোণৰ ভোগজৰা আদি অন্যতম।

অসম সাহিত্য সভাৰ অন্যতম কৰ্ণধাৰ স্বৰূপ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য ১৯৮৩ চনত বঙাইগাঁৱত অনুষ্ঠিত সাহিত্য সভাৰ সোণালী জয়ন্তী অধিবেশনৰ সভাপতি

(৪৯)

# পিলিক চৌধুৰী

এটি সুস্থ-সবল প্ৰজন্ম গঢ় দিয়াৰ ক্ষেত্ৰত ক্ৰীড়া বা খেল-ধেমালিৰ গুৰুত্ব উপলব্ধি নকৰা লোক কমেই ওলাব। ব্যক্তিৰ শাৰীৰিক আৰু মানসিক স্বাস্থ্যৰ বিকাশৰ বাবে ল'ৰা-ছোৱালীক সৰুৰে পৰাই ক্ৰীড়াৰ ক্ষেত্ৰত সজাগ কৰি তুলিলেহে ৰাষ্ট্ৰৰ উন্নতিও সম্ভৱ হয়। ইয়াৰ বাবে লাগিব উপযুক্ত প্ৰশিক্ষণ। উপযুক্ত প্ৰশিক্ষণৰ অভাৱত বহু প্ৰতিভা যে অকালতে নষ্ট হৈ যায়, সেয়া এতিয়া আৰু বুজাই কোৱাৰ কথা নহয়। অথচ আজিও অসম তথা ভাৰততেই ক্ৰীড়াৰ ক্ষেত্ৰটোক বৰ বেছি গুৰুত্ব দিয়া হোৱা নাই। এয়া অতি পৰিতাপৰ কথা। অসমৰ ক্ৰীড়াৰ ক্ষেত্ৰখনক যিকেইজন ব্যক্তিয়ে উজ্জ্বলাই তুলিছে, সেইসকলৰ ভিতৰত নিঃসন্দেহে উল্লেখযোগ্য নাম হ'ল পিলিক চৌধুৰী। ফুটবল, ক্ৰিকেট আৰু অন্য বহু ক্ৰীড়াক্ষেত্ৰত নৈপুণ্যতাৰ পৰিচয় দিয়া পিলিক চৌধুৰীক অসমৰ সৰ্বতোকালৰ অন্যতম শ্ৰেষ্ঠ খেলুৱৈ বোলাত বোধহয় কাৰো দ্বিমত থাকিব নোৱাৰে।

চল্লিছৰ দশকৰ পৰাই অসমৰ খেল জগতৰ এক চিৰ পৰিচিত নাম পিলিক চৌধুৰী। পিলিক চৌধুৰীৰ প্ৰকৃত নাম নলিনীধৰ চৌধুৰী। গুৱাহাটীৰ উজান বজাৰত ১৯২৯ চনত জন্মগ্ৰহণ কৰা নলিনী ওৰফে পিলিক চৌধুৰীৰ পিতাৰ নাম শশধৰ চৌধুৰী আৰু মাতৃ চন্দ্ৰবালা। চন্দ্ৰবালা আছিল খ্যাতনামা সাহিত্যিক তথা প্ৰশাসক ভোলানাথ দাসৰ প্ৰথমা কন্যা। আকৌ সেই সময়ত পেস্কাৰৰ কাম কৰা শশধৰ চৌধুৰীও আছিল সু-সাহিত্যিক প্ৰত্নতত্ত্বৰ গৱেষক সোণাৰাম চৌধুৰীৰ পুত্ৰ। সেই দিনৰে পৰা পিলিক চৌধুৰীয়ে নামজ্বলা বংশমৰ্যাদা লাভ কৰিছিল পিতৃ আৰু মাতৃ দুয়ো ফালৰ পৰাই। যথাসময়ত পিলিকক স্কুলত নাম লগাই দিয়া হৈছিল যদিও পঢ়া-শুনাতকৈ খেলা-ধূলাৰ প্ৰতিহে তেওঁৰ আগ্ৰহ আছিল বেছি। তেওঁলোকে বসবাস কৰা ফটিকচন্দ্ৰ ৰোডৰ ওচৰতে লতাশিল খেলপথাৰখন থকাৰ বাবে পিলিকৰ খেলা-ধূলাৰ পথ একেবাৰে সুগম হৈছিল। তেওঁ লাহে লাহে ফুটবল আৰু ক্ৰিকেট, এই দুটা খেলত অতি পাৰ্গত হৈ উঠিছিল। প্ৰাথমিক আৰু হাইস্কুলীয়া শিক্ষা শেষ কৰি তেওঁ যেতিয়া কটন কলেজত নাম লিখাইছিল, তেতিয়া ক্ৰিকেট আৰু ফুটবলত তেওঁৰ পাৰদৰ্শিতা দেখি দৰ্শক চমকি উঠিছিল। ইতিমধ্যে লতাশিল ইউনিয়ন ক্লাবৰ সভ্য হিচাপে আৰু কটন কলেজিয়েট স্কুলৰ হৈ খেল খেলাৰ সময়তে তেওঁৰ সুনাম সমগ্ৰ গুৱাহাটীত বিয়পি পৰিছিল। তাৰ পাছত কটন কলেজত পঢ়ি থাকোতে পিলিক চৌধুৰীয়ে গুৱাহাটীৰ বিখ্যাত মহাৰাণা ক্লাবৰ হৈ খেলিবলৈ লৈছিল। সেই সময়তে খেলুৱৈ

হিচাপে তেওঁৰ নাম অসমৰ সৰ্বত্ৰতে বিয়পি পৰিল। মাথো অসমতেই নহয়, ভাৰতীয় ফুটবলৰ 'মক্কা' হিচাপে পৰিগণিত কলিকতাৰ দৰ্শক আৰু ক্ৰীড়াবিদ সকলেও পিলিকৰ দুৰন্ত প্ৰতিভা দেখি অভিভূত হৈছিল। কলিকতাৰ এক বিখ্যাত ক্লাবে তেওঁলোকৰ দলৰ হৈ খেলিবলৈ পিলিকৰ স'তে চুক্তি কৰিব বিচাৰিছিল, কিন্তু সেই লোভনীয় আহ্বান নেওচি পিলিক চৌধুৰীয়ে 'মহাৰাণা ক্লাব' এৰি যাব নুখুজিলে। তেওঁ অসমক ভাল পাইছিল, অসমৰ বন্ধু-বান্ধৱ আৰু বায়ু-পানীয়ে তেওঁক অহৰহ আচ্ছন্ন কৰি ৰাখিছিল। সেইবাবে অসম এৰি তেওঁ অন্য ক'লৈকো যাবলৈ মান্তি হোৱা নাছিল।

কটন কলেজৰ পৰা সুখ্যাতিৰে আই এছ চি পাছ কৰিছিল পিলিক চৌধুৰীয়ে। তাৰ পাছত আৰু তেওঁৰ পঢ়িবলৈ ইচ্ছা নাছিল। তেওঁ এন. এফ. ৰেলৱেৰ চাকৰিত সোমাল। বিখ্যাত খেলুৱৈ পিলিকক এন. এফ. ৰেলৱেই আদৰিলে আৰু তাৰ পাছৰে পৰা বেছিভাগ সময়তে এন. এফ. ৰেলৱে দলৰ হৈ খেলিবলৈ ধৰিলে পিলিক চৌধুৰীয়ে।

সেই সময়ছোৱাত পিলিক চৌধুৰীৰ দুৰন্ত খেল উপভোগ কৰি বিশিষ্ট সাহিত্যিক চন্দ্ৰপ্ৰসাদ শইকীয়াই 'নলিনী চৌধুৰীৰ ফুটবল খেল' নাম দি 'ৰামধেনু' আলোচনীত প্ৰবন্ধ এটা লিখিছিল। প্ৰবন্ধটোত সাহিত্যিক গৰাকীয়ে লিখিছিল- 'ফুটবল এটাৰ স্পষ্ট ছবি এখন চকুৰ আগত লৈ যেন এদিন তেওঁৰ জন্ম হৈছিল, যাৰ স্বাভাৱিক পৰিণতি স্বৰূপে ফুটবল খেল তেওঁৰ বাবে হৈ পৰিল এটা আইডিয়া, খেলা যেন নহয়। খেলৰ অপূৰ্ব ষ্টাইল, অন্তৰত গভীৰ আন্তৰিকতা আৰু মুখত মৃদু হাঁহিৰে ওখ, নিৰ্লিপ্ত চেহেৰাৰ নলিনী চৌধুৰী, মানে পিলিক অসমৰ ফুটবল জগতত অনন্য, অৰ্থাৎ তেওঁ তেৱেঁই, আন কোনো নহয়। চৌধুৰীয়ে যদি বিজ্ঞানসন্মত খেল নেখেলে তেন্তে আৰু অসমত কোনে খেলে?..... তেওঁৰ খেল দেখি মুগ্ধ নহয়, কোন আছে এনে হতভাগ্য? জয় আৰু বিজয়ৰ তুলাচনীৰে খেল খেলা মানুহ তেওঁ নহয়। তেওঁৰ বাবে Play is the thing. যিসকলে পিলিকৰ খেল দেখা নাই তেওঁলোক সঁচাই দুৰ্ভগীয়া।'...

এৰা, বিশ্বকাপ ফুটবলত পেলে বা মাৰাডোনাৰ খেল যিসকলে উপভোগৰ সুবিধা পোৱা নাই, তেনে দুৰ্ভাগ্যবান মানুহ বোধহয় খুউব কমেই ওলাব। কাৰণ ভিডিঅ' ফিল্মত আবদ্ধ কৰি ৰখা সেইসকল খেলুৱৈৰ খেলসমূহে টেলিভিছন মিডিয়াযোগে অহৰহ প্ৰচাৰিত হৈয়েই আছে। কিন্তু আমাৰে দুৰ্ভাগ্য যে অসমৰ দৰে পিছপৰা অঞ্চলত জন্মগ্ৰহণ কৰা খেলুৱৈ পিলিক চৌধুৰীৰ কোনো খেলেই ভিডিঅ' ৰেকৰ্ডিঙত আবদ্ধ কৰি ৰখা নহ'ল। সেই বাবেই আমি পাছৰ কালত জন্মগ্ৰহণ কৰা লোকসকলে পিলিক চৌধুৰীৰ খেল চোৱাৰ পৰা বঞ্চিত হৈ ৰ'লো।

১৯৪৯ চনৰ পৰা ১৯৬০ চনলৈকে পিলিক চৌধুৰী আছিল মাথো অসমৰে নহয়, সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰে সৰ্বশ্ৰেষ্ঠ ক্ৰীড়া ব্যক্তিত্ব। কি ফুটবল-কি ক্ৰিকেট, সকলোতে সমান পাৰদৰ্শী পিলিক চৌধুৰীৰ নাম সেই সময়ত অসমৰ আকাশে-বতাহে অহৰহ গুঞ্জৰিত হৈ থাকিছিল। 'পিলিক'- এই নামটোৱে বাৰে বাৰে কোবাই গৈছিল খেলপ্ৰেমিকৰ মন-মগজু-হিয়াত। অসম ৰাজ্যিক ফুটবল দলৰ অধিনায়ক হিচাপে

পিলিক চৌধুৰীয়ে ভাৰতৰ বিভিন্ন ঠাইত অসমৰ নাম উজ্জ্বল কৰিছিল। অসম ক্ৰিকেট দলৰ তেওঁ আছিল অপেনিং বলাৰ। ওখ্-পাখ বলাৰ পিলিক চৌধুৰীৰ মাৰাত্মক আউট চুইং আৰু তীব্ৰ বেগৰ অফকাটাৰ বল বিপক্ষৰ খেলুৱৈয়ে তৰ্কিবই নোৱাৰিছিল।

ভাৰতৰ বিভিন্ন প্ৰদেশসমূহৰ মাজত হোৱা ক্ৰিকেটৰ ৰঞ্জি ট্ৰফী প্ৰতিযোগিতাত অসমে প্ৰথম যোগদান কৰিছিল ১৯৪৮ চনত। কোৱা বাহুল্য যে এইক্ষেত্ৰত পিলিক চৌধুৰীয়েই আগৰণুৱা আছিল আৰু যুক্ত প্ৰদেশৰ বিৰুদ্ধে মাৰাত্মক বলিং কৰি অতি কম ৰাণ দি দুটা মূল্যবান উইকেটো তেওঁ লাভ কৰিছিল। অপেনিং বলাৰ এজনৰ দুৰ্দ্দান্ত সাহস আৰু অনুপ্ৰেৰণাত অন্য খেলুৱৈয়ো সেইবাৰ আশা কৰাতকৈ ভাল খেল প্ৰদৰ্শন কৰিছিল। ১৯৪৯-৫০ চনত যোৰহাটত অনুষ্ঠিত হোৱা এখন প্ৰতিযোগিতাত অসম দলৰ বিৰুদ্ধে খেলিছিল ভাৰত চেম্পিয়ন হোলকাৰ দলে। ভাৰতৰ অধিনায়ক চি.কে. নাইডুৰ অধিনায়কত্বত অহা এই দলটোৰ বিৰুদ্ধে পিলিক চৌধুৰীয়ে দুৰ্দ্দান্ত বলিং প্ৰদৰ্শন কৰিছিল। টেষ্ট খেলখনত তেওঁ মাথো ৩৯ ৰাণ দি ভাৰতৰ সেই সময়ৰ দুৰ্ধৰ্ষ বেটছমেন চি. কে. নাইডু, মুস্তাক আলি আৰু জগদেলক আউট কৰিছিল, যাৰ বাবে পিলিকৰ নাম আনকি সমগ্ৰ দেশৰে ক্ৰিকেট সংগঠক সকলৰো মুখে মুখে প্ৰচাৰিত হৈছিল। তাৰ পাছতেই ভাৰতীয় মূল দলৰ নিৰ্বাচক মণ্ডলীয়ে পিলিক চৌধুৰীক ভাৰতীয় মূল দলত স্থান দিব পাৰে নেকি, তাৰেই গুণা-গথা কৰি তেওঁক কলিকতালৈ মাতি নি নেট অনুশীলনৰ সুযোগ দিয়ে। সেই সুযোগ পূৰ্ণোদ্যমে গ্ৰহণ কৰি পিলিক চৌধুৰীয়ে তেওঁৰ অপূৰ্ব ক্ৰীড়াশৈলী প্ৰদৰ্শন কৰে। কলিকতাত অনুষ্ঠিত হোৱা সেই নেট অনুশীলনৰ দায়িত্বত আছিল ভাৰতৰ প্ৰাক্তন অধিনায়ক লালা অমৰনাথ। নেটত পিলিকৰ তীব্ৰ আউট চুইং আৰু অফকাটাৰ দেখি সেই সময়ত উপস্থিত থকা সকলোৱে হেনো ভাবিছিল যে ভাৰতীয় মূল দলটোত স্থান নোপোৱাৰ কোনো কাৰণ নাই পিলিক ওৰফে নলিনীধৰ চৌধুৰীয়ে। কিন্তু 'গড়ফাদাৰ' নাথকাৰ বাবে অসমৰ এই 'এন চৌধুৰী'য়ে ভাৰতীয় টেষ্ট দলৰ সদস্য হোৱাৰ সুবিধা নাপালে, বৰং আমাৰ পিলিকতকৈ কম গতিৰ বলাৰ বঙ্গৰ 'এন চৌধুৰী'ৰ নামহে ভাৰতীয় টেষ্ট ক্ৰিকেট দলত অন্তৰ্ভুক্ত হ'ল। দুৰ্দ্দান্ত প্ৰতিভা থকা অসমীয়া খেলুৱৈ সকলক প্ৰাপ্য সুযোগৰ পৰা বঞ্চিত কৰাৰ উদাহৰণ আজিও কম নহয়, কিন্তু এইক্ষেত্ৰত প্ৰথম 'চিকাৰ' হোৱা অসমীয়াই হ'ল পিলিক চৌধুৰী। মাথো এয়াই নহয়, যোগ্যতা থকা সত্ত্বেও পিলিক চৌধুৰীক ১৯৪৮-৪৯ চনত ভাৰত ভ্ৰমণলৈ অহা বেষ্ট ইণ্ডিজ দলৰ বিৰুদ্ধে এলাহবাদত অনুষ্ঠিত হোৱা আঞ্চলিক খেলত পূৰ্বাঞ্চল দলতদ্বাদশ খেলুৱৈ ৰূপেহে অন্তৰ্ভুক্ত কৰা হৈছিল। অৱশ্যে কোনো বিদেশী দলৰ বিৰুদ্ধে ক্ৰিকেট খেলৰ সৌভাগ্য ঘটা প্ৰথম অসমীয়াজনেই আছিল পিলিক চৌধুৰী।

এজন প্ৰতিভাবান খেলুৱৈ হিচাপে পিলিকৰ জন্ম হৈছিল। তদুপৰি ফুটবল আৰু ক্ৰিকেটত সমানেই পাৰদৰ্শী খেলুৱৈ হিচাপে সমগ্ৰ ভাৰতবৰ্ষতেই অনুসন্ধান কৰিলেও কলিকতাৰ চুনী গোস্বামীৰ বাহিৰে পিলিকৰ সমান অন্য কোনো প্ৰতিভাবান নোলাব। বিষ্ণু ৰাভাও ফুটবল আৰু ক্ৰিকেট খেলত সমানেই পাৰদৰ্শী আছিল যদিও পিলিকৰ

দৰে সম্পূৰ্ণ খেলুৱৈ মানসিকতাৰ ব্যক্তি তেওঁ নাছিল। খেলুৱৈৰ প্ৰতিভা জন্মগতভাৱে আহৰণ কৰা পিলিক চৌধুৰীৰ খেল চাই আপ্লুত হোৱা ক্ৰীড়া সংগঠক, সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাই পাছৰ কালত খেল এখন চাই থাকোতে হেনো কৈছিল-'এইবোৰ খেল চাই ভাল নালাগে। মনত পৰেনে পিলিকে কেনেকৈ ভাৰত বা কুনকুন(পদ্ম চৌধুৰী) বুলি চিঞৰটো মাৰি ভৰিৰ কাষতে বলটো পেলাই দিছিল, মাত্ৰ চুই দিয়াৰহে অপেক্ষা। ছিলঙৰ পৰা অহা সাধাৰণ মেৰিটৰ প্লেয়াৰ এজনক পিলিকে কেনেকৈ লীগৰ সৰ্বোস্বি স্ক'ৰাৰ কৰি দিছিল জানানে?..'

জাত প্লেয়াৰ পিলিক চৌধুৰীয়ে 'লেফ্ট ইন ছাইড'ত খেলিছিল। তেওঁৰ বাওঁভৰিত আছিল কোবাল 'শ্বট' লোৱাৰ অপূৰ্ব দক্ষতা। আছিল বল নিয়ন্ত্ৰণৰ অসাধাৰণ ক্ষমতা, মনোমোহা ড্ৰিবলিং আৰু হেড কৰাৰ চাতুৰ্য। ৰক্ষণ বিভাগক বিভ্ৰান্ত কৰি থ্ৰু পাছ দিয়াৰ ক্ষমতাৰেই তেওঁ ৰণ জিকিছিল। নিজে গ'ল দি হিৰ' হোৱাৰ মানসিকতা পিলিক চৌধুৰীৰ নাছিল। তেওঁ টিম স্পিৰিটতহে বিশ্বাসী আছিল।

মুখত এমোকোৰা হাঁহি লৈ পিলিক যেতিয়া খেলপথাৰত সোমায়, তেতিয়াই দৰ্শকসকল খেল চাবলৈ মতলীয়া হৈ পৰে। খেল নহয় যেন তেওঁলোকে চাৰ্কাছহে চাবলৈ ওলাইছে, য'ত পিলিকে দেখুৱাব অপূৰ্ব ক্ৰীড়াশৈলী। পিলিকৰ দলৰ সমৰ্থকৰ কথাই নাই, আনকি এখন উপভোগ্য খেল চোৱাৰ আশাত বিপক্ষ দলৰ সমৰ্থকেও পিলিকৰ বাবে হৰ্ষধ্বনি দিছিল। কাৰণ পিলিক এনে এজন খেলুৱৈ, যাৰ হৰা-জিকাত বিশ্বাস নাছিল। তেওঁ খেলুৱৈৰ কলা-কৌশলৰ ওপৰতহে অধিক জোৰ দিছিল। সেই বাবেই বিপক্ষ দলৰ খেলুৱৈসকলৰ পৰাও পিলিক চৌধুৰীয়ে যথেষ্ট মৰম আৰু সন্মান পাইছিল। কোনো বিপক্ষৰ খেলুৱৈক তেওঁ কেতিয়াও আক্ৰমণ নকৰিছিলেই, বৰঞ্চ কোনোবাই আক্ৰমণ কৰিলেও তেওঁৰ পিঠিত হাতেৰে চপৰিয়াইছিল-'খেলত এইবোৰ চলেই' বুলি। পিলিকে যেতিয়া কাকো নুচুৱাকৈ কাটি-কুটি বল নি গৈ থাকে, সেই সময়খিনিয়েই বিপক্ষৰ 'গ'লী'ৰ বাবে দুৰ্দ্দশাগ্ৰস্ত সময়। এবাৰ ভাৰতৰ বিখ্যাত গ'লকীপাৰ এজনে কৈছিল-'পিলিকৰ বিপক্ষে খেলাৰ আটাইতকৈ ডাঙৰ অসুবিধাটো হ'ল, তেওঁ সৰ্পিল গতিত বল আগুৱাই অনা মনোমুগ্ধকৰ ভঙ্গী চাই সন্মোহিত হৈ থাকোতেই বল গৈ নেটৰ ভিতৰত সোমায়।'

পিলিক চৌধুৰীৰ ভ্ৰাতৃপ্ৰতিম বন্ধু মুৰুলী চৌধুৰীয়ে 'পিলিকৰ কথা' নামৰ এটা নিবন্ধত লিখিছে-'পিলিকৰ আছিল অসাধাৰণ উপস্থিত বুদ্ধি। অইনে নভবা-নিচিন্তা কথা পিলিকৰ মগজুত খেলি গৈছিল। এই মগজুৰেই আছিল পিলিকৰ খেলৰ চাবিকাঠি। তেওঁ মগজুৰ নিৰ্দেশত খেলিছিল, গাৰ শক্তিৰে নহয়।....'

পিলিক আছিল সঁচাই খেলুৱৈ মনৰ মানুহ। খেলপথাৰতে নহয়, জীৱনৰ প্ৰতিটো মুহূৰ্ততে তেওঁ যেন খেল খেলিছিল আৰু মানুহৰ জীৱনটোক এটা ডাঙৰ খেল বুলি বিশ্বাস কৰিছিল। সেইবাবে মাথো খেলুৱৈ নহয়, তেওঁ আছিল আড্ডাবাজ, নোহোৱা-নোপোজা কাণ্ড কৰা আৰু মানুহক জোকাই নিৰ্মল আনন্দ লাভ কৰা ৰসিক ব্যক্তি। এই

ৰসিক ব্যক্তিজনেই এদিন ঘৰৰ পৰা নিৰুদ্দেশ হৈছিল। যাৰ সন্ধান আজি পৰ্যন্ত পোৱা নগ'ল।

মুৰুলী চৌধুৰীয়ে উক্ত নিবন্ধটোতে লিখিছে-'পিলিকে মানুহক জোকাই বৰ ভাল পাইছিল। বেনামী চিঠি দি, টেলিগ্ৰাম কৰি, ফোন কৰি বহুতকে হাৰাশাস্তি কৰিছিল। কিন্তু আচৰিত কথা, ক্ষতিগ্ৰস্ত সকলেও ইয়াৰ বাবে পিলিকক সৰহ দিনলৈ বেয়া পাই থকা নাছিল। আলেঙে আলেঙে থকা পিলিকক নিজে লগ ধৰি আপোচ কৰিছিল। কলেজত পঢ়া সময়ত পাণবজাৰত এজন বন্ধুৰ ওপৰত পিলিক বেয়াকৈ লম্ভিছিল। বন্ধুজন আছিল কিছু চাপৰ আৰু খঙাল, সেয়ে কাল হ'ল। কটন কলেজৰ নিৰ্বাচনত বন্ধুজনে হকী ছেক্ৰেটাৰীৰ পদত প্ৰতিদ্বন্দিতা কৰিছিল। পিলিকে বৰ ভাল ছবি আঁকা বন্ধু মৰমী দাসৰ হতুৱাই এখন বিৰাট কাৰ্টুন আঁকালে-মস্ত হকী ষ্টিকডালৰ কাষত চুটি চাপৰ এজন মানুহ। লিখা আছে- প্লিজ ভোট ফ'ৰ....। আৰু লগত দহটা প্ৰশ্ন, যেনে- কোন হকী ছেক্ৰেটাৰী ষ্টিকতকৈ চুটি ইত্যাদি।.. (ছবিখন পিলিকে ভোটৰ দিনা গাৰ্লছ কমন ৰুমৰ সন্মুখত মনে মনে গৈ আঁৰি থৈ আহিছিল।)

বিহুৰ কেইদিন উজানবজাৰৰ বিহুতলী আছিল পিলিকৰ নানা ধৰণৰ অপকৰ্মৰ থলী। বিহুতলীৰ ফোনত কাৰোবাৰ মাত নকল কৰি তেওঁৰ ঘৰলৈ হয়তো ফোন কৰিব- 'হেৰা আজি মই ঘৰত ভাত নাখাওঁ, বিহুতলীতে খাম।' সেইজন মানুহে যেতিয়া ভাত খাবৰ পৰত ঘৰলৈ গৈ কয়-হেৰা ভাত দিয়া, বৰ ভোক লাগিছে; তেন্তে গৃহস্থনীৰ অৱস্থা কেনে হ'ব পাৰে কল্পনা কৰক। বিহু চাই থকা মানুহক চিঠি দি ঠগোৱা ঘটনাও বহু আছে। বহুতে ঘৰত কৈ থৈছিল-বিহুৰ কেইদিন ফোনৰ বিষয়ত সাৱধান হ'বা -পিলিক গুৱাহাটীতে আছে।...'

খেলৰ শিবিৰত যেতিয়া পিলিক চৌধুৰী থাকে, তেতিয়া কোনেও মন মাৰি থাকিব নোৱাৰে, আনন্দত থাকিবই লাগিব। খেলত পৰাজিত হ'লে কাহানিও সামান্যও আহত নোহোৱা পিলিকক উগ্ৰ মেজাজত কেতিয়াও দেখিবলৈ পোৱা নগৈছিল বুলি তেওঁৰ অনুজ বন্ধু-বান্ধৱে আজিও কয়। এনে মনোভাবেই প্ৰকৃত খেলুৱৈৰ লক্ষণ হোৱা উচিত আৰু 'খেলুৱৈ'ৰ প্ৰকৃত অৰ্থও ইয়াতেই প্ৰকাশ পায়। উল্লেখ কৰি থোৱা ভাল হ'ব যে পিলিক চৌধুৰীৰ কনিষ্ঠ ভ্ৰাতৃ কুনকুন ওৰফে পদ্ম চৌধুৰীও প্ৰখ্যাত ফুটবল খেলুৱৈ আছিল। এন এফ ৰেলৱে দলৰ হৈ খেলা পদ্ম চৌধুৰী পিলিকৰ পাছত অসম দলৰ অধিনায়ক হৈছিলগৈ। অসমত যে ৰাষ্ট্ৰীয়- আন্তঃৰাষ্ট্ৰীয় মানদণ্ডৰ কোনো খেলুৱৈ নাই, সেয়া নহয়। দৌৰবীৰ অৰ্জুন ভোগেশ্বৰ বৰুৱা, বেডমিণ্টনৰ ৰাষ্ট্ৰীয় চেম্পিয়ন দীপাংকৰ ভট্টাচাৰ্য, টেবুল টেনিছ খেলুৱৈ মনালিছা বৰুৱা মেহতা আদিয়ে খেলৰ ক্ষেত্ৰত অসমৰ মুখ উজ্জ্বলাইছে।

....তথাপি পিলিক চৌধুৰীৰ কথা যেন সুকীয়া। তেওঁ যেন অকলেই এশজন খেলুৱৈৰ অভাৱ পূৰাইছিল। তেওঁ য'ত থিয় হৈছিল, তাতেই যেন খেলপথাৰৰ সৃষ্টি হৈছিল, তেওঁৰ এবাৰ সান্নিধ্য লাভৰ বাবে ব্যাকুল হৈছিল অজস্ৰ গুণমুগ্ধ। সেইবাবেও বৰ্তমান বা ভৱিষ্যতেও অসমৰ পৰা বিখ্যাত খেলুৱৈ ওলালেও পিলিক চৌধুৰীৰ

'প্ৰেমাৰ'ত কোনেও আঘাত হানিব নোৱাৰিব বুলি ভবাৰ থল আছে। অসমত খেলৰ পৰিবেশ আৰু ক্ৰীড়াবিদ সকলৰ খেলুৱৈসুলভ মানসিকতা গঢ়াৰ ক্ষেত্ৰত পিলিক চৌধুৰীয়ে যি অৱদান যোগাই থৈ গ'ল, পিলিক হঠাৎ নিৰুদ্দেশ হৈ গ'লেও সেয়া স্মৃতিৰ অটল গহ্বৰলৈ নিক্ষেপ কৰাটো উজু নহয়।... সেইবাবে পিলিক পিলিকেই, 'পিলিক'ৰ অৰ্থ যেন খেলুৱৈ...।



(৫০)

# হিতেশ্বৰ শইকীয়া

স্বাধীনত্তোৰ অসমৰ আটাইতকৈ বিতৰ্কিত মুখ্যমন্ত্ৰী হিচাপে পৰিচিত আছিল হিতেশ্বৰ শইকীয়া। জীৱিতকালত তেওঁক বহুতে 'গণশত্ৰু' আখ্যা দিছিল, কিন্তু তেওঁৰ মৃত্যুৰ পাছত অসমৰ বিপৰ্যস্ত ৰাজনৈতিক বাতাবৰণ দেখি তেওঁৰ একালৰ শত্ৰুসকলেই আনকি ক'বলৈ বাধ্য হৈছিল যে হিতেশ্বৰ শইকীয়া আছিল এজন সদাসচেতন, সফল ৰাজনীতিক। এসময়ত 'ইন্দিৰা ইজ ইণ্ডিয়া, ইণ্ডিয়া ইজ ইন্দিৰা' বুলি কৈ বিতৰ্কিত আৰু একপ্ৰকাৰ গণবিচ্ছিন্ন হৈ পৰা দেৱকান্ত বৰুৱাই মৃত্যুৰ আগতে দিয়া এক সাক্ষাৎকাৰত সেই সময়ত (১৯৯৫ চন) 'গণশত্ৰু' আখ্যা পোৱা হিতেশ্বৰ শইকীয়াৰ বিষয়ে কোনো সংকোচ নকৰাকৈ মন্তব্য দিছিল এনেদৰে-'এতিয়ালৈকে হোৱা অসমৰ Chief Minister বিলাকৰ ভিতৰত হিতেশ্বৰ শইকীয়া Best. ভাল administrator হ'বলৈ হ'লে আটাইতকৈ প্ৰয়োজনীয় এটা গুণ হ'ল quick decition লোৱাৰ ক্ষমতা, শইকীয়াৰ সেই গুণটো আছে।... হিতেশ্বৰ শইকীয়াৰ আৰু basic quality হৈছে সাধাৰণ মানুহৰ প্ৰতি শ্ৰদ্ধা। মুখ্যমন্ত্ৰী হৈও তেওঁ নিজক আনতকৈ ওপৰত বুলি নাভাবে। কাৰোবাক কিবা সহায় কৰিলে বা দান-দক্ষিণা দিলে পুতৌৰ ভাবত নিদিয়ে, সন্মানেৰে দিয়ে। ... প্ৰথম লগ পাইছিলো ভাষা আন্দোলনৰ সময়ত। তেতিয়া তেওঁৰ অমায়িক ব্যৱহাৰ, Sincearity আৰু কৰ্মোদ্যম মোৰ চকুত পৰিছিল। পিছত শৰৎ সিংহকেই তেওঁৰ বিষয়ে কৈছিলো যে ল'ৰাটো ভাল।....'

এই পৰ্যন্ত হোৱা আমাৰ প্ৰতিজন মুখ্যমন্ত্ৰীকে লগ পোৱা আৰু তেওঁলোকৰ কাৰ্যপদ্ধতিৰ বিষয়ে সদাসচেতন হৈ থকা দেৱকান্ত বৰুৱাৰ এই মন্তব্য নিশ্চয় সুদূৰপ্ৰসাৰী। যিটো শইকীয়াৰ শত্ৰু সকলেই আনকি স্বীকাৰ কৰিবলৈ বাধ্য হয়। হিতেশ্বৰ শইকীয়া যিটো সময়ত অসমৰ ৰাজনীতিলৈ আহিল আৰু দুবাৰকৈ মুখ্যমন্ত্ৰীৰ আসনত অধিষ্ঠিত হ'ল, সেই সময়ছোৱা অসমৰ সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত এক বিৰাট নৈৰাজ্যৰ সন্ধিক্ষণ। বিদেশী খেদা আন্দোলন আৰু বিচ্ছিন্ন মনোভাবী উগ্ৰপন্থীৰ কাৰ্যকলাপে সেই সময়ছোৱাত অসমৰ সামাজিক আৰু ৰাজনৈতিক দিশত এক সুদূৰ প্ৰসাৰী তথা পাশ্চাৎপদী ভূমিকা গ্ৰহণ কৰিছিল। এই দুয়োটা ক্ষেত্ৰৰ লগতে হিতেশ্বৰ শইকীয়াৰ সম্পৰ্ক ওতঃপ্ৰোত। কোৱা বাহুল্য, এই দুয়োটা আন্দোলনৰ নেতৃত্বৰে মূল শত্ৰু আছিল হিতেশ্বৰ শইকীয়া নামৰ চুটি-চাপৰ মানুহজন।

হিতেশ্বৰ শইকীয়াৰ জন্ম হৈছিল ১৯৩৪ চনৰ তিনি অক্টোবৰত, শিৱসাগৰ জিলাৰ সাপেখাতীৰ বগাবাঘ চাহবাগিচাত। পিতৃ হলধৰ শইকীয়া বগাবাঘ বাগিচাৰ

কৰ্মচাৰী আৰু মাতৃ খগেশ্বৰী শইকীয়া এগৰাকী সুযোগ্যা গৃহিণী। বিখ্যাত আহোম বংশৰ ললধৰ শইকীয়াই প্ৰতিষ্ঠা কৰি থৈ যোৱা বংশৰ প্ৰদীপ হিতেশ্বৰ শইকীয়াই সৰুৰে পৰাই ঘৰত পাইছিল শিক্ষাৰ এক সুন্দৰ পৰিবেশ। বগাবাঘ চাহ বাগিচাতে মাতৃৰ তত্ত্বাৱধানত শইকীয়াৰ শিক্ষাজীৱন আৰম্ভ হয়। প্ৰাথমিক শিক্ষা সাং কৰি ১৯৪৫ চনত তেওঁ নাজিৰা উচ্চ ইংৰাজী বিদ্যালয়ত নামভৰ্তি কৰে। ছাত্ৰাৱস্থাৰে পৰা সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত জড়িত হৈ পৰা হিতেশ্বৰ শইকীয়া ১৯৫১ চনত নাজিৰা হাইস্কুলৰ সম্পাদক হিচাপে নিৰ্বাচিত হয়। ১৯৫৩ চনত মেট্ৰিকুলেচন পৰীক্ষাত তেওঁ উত্তীৰ্ণ হয় আৰু কটন কলেজৰ আই এ শ্ৰেণীত নামভৰ্তি কৰে। ১৯৫৫ চনত তেওঁ আই এ পৰীক্ষাত উত্তীৰ্ণ হয় আৰু ছিলঙৰ এডমান্স কলেজত বি এ শ্ৰেণীত নামভৰ্তি কৰে। ছিলঙত তেওঁৰ ইংৰাজী সাহিত্য অধ্যয়নৰ প্ৰতি ধাউতি বাঢ়ে যদিও পূৰ্বৰে পৰা ইতিহাস বিষয়টোত অনুৰাগ থকাৰ বাবে ইতিহাসকে মুখ্য বিষয় হিচাপে গ্ৰহণ কৰিলে আৰু ১৯৫৭ চনত এডমান্স কলেজৰ পৰা হিতেশ্বৰ শইকীয়াই বি এ ডিগ্ৰী ল'লে।

বি এ সম্পূৰ্ণ কৰাৰ পাছত হিতেশ্বৰ শইকীয়াই নাজিৰা হাইস্কুলত শিক্ষকতা কৰিবলৈ লৈছিল। নাজিৰাবাসীৰ সকলো অনুষ্ঠান-প্ৰতিষ্ঠানৰ কামতে তেওঁ অঙ্গাঙ্গীভাৱে জড়িত হৈ পৰিছিল। নাজিৰা মিউনিচিপেলিটি বৰ্ডৰ উপসভাপতি হিচাপেও শইকীয়াই দায়িত্ব গ্ৰহণ কৰিছিল।...সেই সময়ত তেওঁ আইন বিষয়টো পঢ়িবলৈ বৰ ইচ্ছা কৰিছিল যদিও দেউতাকে কৈছিল যে উকীল হ'লে যিহেতু মিছা মাতিবই লাগিব, গতিকে আইন নপঢ়ি এম এ পঢ়াটোৱেই সঠিক পথ হ'ব। তদুপৰি এম এ পঢ়িবলৈ দুগ্ধ শৰ্মা নামৰ বন্ধু এজনেও বৰকৈ লগ লোৱাত ১৯৫৮ চনত হিতেশ্বৰ শইকীয়াই সুদূৰ লক্ষ্ণৌলৈ যাত্ৰা কৰিলে আৰু লক্ষ্ণৌ বিশ্ববিদ্যালয়ত বিভিন্ন পণ্ডিত-শিক্ষাবিদৰ সান্নিধ্যত থাকি ইতিহাস বিষয়ত এম এ ডিগ্ৰী লাভ কৰিলে। তাৰ পাছত ঘৰৰ ল'ৰা পুনৰ ঘৰলৈ উভতি আহিল।

ইচ্ছা কৰা হ'লে হিতেশ্বৰ শইকীয়াই অন্য ঠাইত ভাল চাকৰি লৈ থাকি যাব পাৰিলেহেঁতেন, কিন্তু নাজিৰাৰ মানুহখিনিৰ বাবে কিবা এটা কৰাৰ হেঁপাহত, ঠাইখনৰ উন্নতিৰ স্বাৰ্থত অন্য সকলো লোভনীয় চাকৰিকে নেওচা দিলে আৰু ১৯৬০ চনৰ শেহৰ ফালে ৰাইজৰ স'তে মিলি গড়গাওঁ কলেজ স্থাপন কৰিলে আৰু উপাধ্যক্ষ হিচাপে হিতেশ্বৰ শইকীয়াই দায়িত্বভাৰ গ্ৰহণ কৰিলে। তাৰ আগতেই তেওঁ নাজিৰাৰ ওচৰৰ 'বৰতলা উচ্চ ইংৰাজী স্কুল'ৰ সম্পাদক হিচাপে দায়িত্ব লৈছিল। তদুপৰি সেই সময়ৰ বহু স্কুল আৰু অনুষ্ঠান-প্ৰতিষ্ঠান স্থাপন কৰাৰ লগতে সেইবোৰৰ উন্নতিৰ বাবে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল।

কৈশোৰৰে পৰা মহাত্মা গান্ধীৰ আদৰ্শৰ অনুগামী হিতেশ্বৰ শইকীয়াই দেশ স্বাধীন হোৱাৰ পাছত ধনী-দুখীয়া সকলোৱে যাতে সমান অধিকাৰ ভোগ কৰিব পাৰে, মানুহৰ মাজৰ অৰ্থনৈতিক বৈষম্য যাতে দূৰ হয়, তাৰ চেষ্টাতেই অহৰহ লাগি থাকিল আৰু সেইদৰেই তেওঁ ৰাজনীতিৰ পথাৰখনত ভৰি দিলে।.. অসমত তেল শোধনাগাৰ

স্থাপন আৰু ব্ৰহ্মপুত্ৰৰ ওপৰত প্ৰথমখন দলং নিৰ্মাণৰ বাবে হোৱা আন্দোলনত তেওঁ ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিল। ১৯৬০ চনৰ ভাষা আন্দোলনত হিতেশ্বৰ শইকীয়া যুব সমাজক সংগঠিত কৰাৰ ক্ষেত্ৰত যি ভূমিকা লৈছিল, তাৰ ফলতেই তেওঁ অসমৰ বিশিষ্ট ব্যক্তিসকলৰ দৃষ্টিলৈ আহিল। দেশ স্বাধীন হোৱাৰ পাছতো কংগ্ৰেছ দলৰ চৰকাৰৰ তত্ত্বাৱধানত সাধাৰণ ৰাইজে নিজৰ ন্যূনতম সুবিধাখিনিকে লাভ কৰিবলৈ অসমৰ্থ হ'ল, সেইবাবে হিতেশ্বৰ শইকীয়াৰ মন কংগ্ৰেছৰ প্ৰতি বিদ্ৰোহী হৈ উঠিল আৰু তেওঁ অন্যান্য বহু যুৱকৰ স'তে ৰামমনোহৰ লোহিয়া নেতৃত্বাধীন প্ৰজা ছোচিয়েলিষ্ট পাৰ্টিত যোগ দিয়ে। অসমত এই দলৰ নেতৃত্ব দিছিল হেম বৰুৱা, হৰেশ্বৰ গোস্বামী আদিয়ে।

সমাজবাদত বিশ্বাসী হিতেশ্বৰ শইকীয়াই ৰাইজৰ বাবে কাম কৰিবলৈ অহোপুৰুষাৰ্থ কৰিলে। কিন্তু প্ৰজা ছোচিয়েলিষ্ট পাৰ্টিৰ সাংগঠনিক দুৰ্বলতাৰ বাবে বহু যুৱকৰ দৰে তেৰোঁ ক্ষুব্ধ হ'ল। ১৯৬৪ চনত কংগ্ৰেছৰ সভাপতি কামৰাজে সকলো প্ৰগতিশীল আৰু সমাজবাদত বিশ্বাসী লোকক কংগ্ৰেছত যোগ দিবলৈ আহ্বান জনালে আৰু গণতান্ত্ৰিক সমাজবাদক কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত কংগ্ৰেছে চেষ্টা চলাব বুলি প্ৰতিশ্ৰুতি দিলে। এই প্ৰতিশ্ৰুতি পাই দেশৰে বহু যুৱকৰ লগতে হিতেশ্বৰ শইকীয়ায়ো ১৯৬৪ চনৰ ১৫ আগষ্টত কংগ্ৰেছ দলত যোগ দিলে।

১৯৬৮ চনত হিতেশ্বৰ শইকীয়া শিৱসাগৰ জিলা (অবিভক্ত) যুৱ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। এই যুৱ সংগঠনক শক্তিশালী কৰিবলৈ আৰু কংগ্ৰেছৰ পৰা বেছ কিছু স্বতন্ত্ৰভাৱে কাম কৰাৰ স্বাধীনতা বিচৰাৰ লগতে শইকীয়াই কেতবোৰ দাবী উত্থাপন কৰিলে। সেইবোৰ হ'ল (১) হাইস্কুলৰ দশম শ্ৰেণী পৰ্যন্ত বিনামূলীয়া শিক্ষা ব্যৱস্থা আৰু কৰ্মভিত্তিক পাঠ্যক্ৰম নিৰ্মাণ, (২) যুৱ সমাজৰ অৰ্থনৈতিক পুনৰ্বিন্যাস, (৩) কৃষি সমস্যা আৰু খাদ্য সমস্যাৰ সমাধান, (৪) মাটিৰ সৰ্বোচ্চ সীমা পুনৰ নিৰ্ধাৰণ, (৫) বিধিবদ্ধ নিকায় সমূহত যুৱ প্ৰতিনিধিত্ব (৬) বস্তুৰ উচিত মূল্য নিৰূপণ, (৭) নগৰীয়া সম্পত্তিৰ সীমা নিৰ্দ্ধাৰণ, (৮) ত্ৰিছ বছৰ বয়সলৈ যুৱক সকলৰ বাবে বিনামূলীয়া চিকিৎসাৰ ব্যৱস্থা, (৯) সকলো ধৰণৰ চাকৰিৰ বাবে বয়সৰ সীমা ত্ৰিছ বছৰলৈ বৃদ্ধি।

উপৰোক্ত দাবীসমূহ ৰূপায়ণৰ বাবে যুৱ কংগ্ৰেছে জোৰদাৰ আন্দোলন আৰম্ভ কৰিলে, যাৰ ফলত ১৯৭১ চনত মহেন্দ্ৰ মোহন চৌধুৰীৰ মন্ত্ৰীসভাৰ পতন অৱশ্যম্ভাবী হৈ পৰে আৰু যুৱক সকলৰ সমৰ্থনত শৰৎচন্দ্ৰ সিংহই মুখ্যমন্ত্ৰী হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰে। '৭২ চনত কংগ্ৰেছ হাইকমাণ্ডে প্ৰদেশ কংগ্ৰেছৰ অসম গোট ভঙ্গ কৰি দিয়ে আৰু এখন অস্থায়ী কমিটী গঠন কৰি শৰৎ চন্দ্ৰ সিংহক সভাপতি আৰু ৩৮ বছৰীয়া হিতেশ্বৰ শইকীয়াক সম্পাদক (যুটীয়া) হিচাপে মনোনীত কৰে। উল্লেখ্য যে, ১৯৬৯ চনত কংগ্ৰেছৰ বিভাজনৰ সময়ত হিতেশ্বৰ শইকীয়াৰ বাবেই ইন্দিৰা গান্ধীক সমৰ্থন দিবলৈ বাধ্য হৈছিল প্ৰদেশ কংগ্ৰেছে আৰু ইন্দিৰাৰ বিৰোধিতা কৰাৰ বাবেই হিতেশ্বৰ শইকীয়াৰ দৃঢ় পদক্ষেপৰ বাবেই বিমলা প্ৰসাদ চলিহাই মুখ্যমন্ত্ৰিত্ব ত্যাগ কৰিবলৈ বাধ্য হৈছিল।

১৯৭২ চনৰ বিধানসভাৰ নিৰ্বাচনত হিতেশ্বৰ শইকীয়াই নাজিৰা সমষ্টিৰ পৰা কংগ্ৰেছৰ প্ৰাৰ্থিত্ব লাভ কৰে আৰু বিপুল ভোটত জয়ী হৈ বিধানসভাত প্ৰৱেশ কৰে। বিধানসভাত প্ৰৱেশ কৰিয়েই তেখেতে শৰৎ সিংহ মন্ত্ৰীসভাত গৃহ, শিক্ষা, স্বাস্থ্য আদি গুৰুত্বপূৰ্ণ বিভাগৰ ৰাজ্যিক মন্ত্ৰীৰ দায়িত্ব লাভ কৰে। সেই সময়ত যুৱ-নেতা হিতেশ্বৰ শইকীয়াৰ পৰা অসমবাসীয়ে বহু কিছু আশা কৰিছিল আৰু সেয়া পূৰণ কৰিবৰ বাবে হিতেশ্বৰ শইকীয়ায়ো আপ্ৰাণ চেষ্টা চলাইছিল।

১৯৭৪ চনত হিতেশ্বৰ শইকীয়াই গৃহ বিভাগৰ স্বতন্ত্ৰ দায়িত্ব লাভ কৰিছিল আৰু পুলিচ বিভাগটোক শক্তিশালী কৰিবলৈ বহুকেইটা উল্লেখনীয় পদক্ষেপ গ্ৰহণ কৰিছিল। জনসাধাৰণৰ প্ৰতি থকা কৰ্তব্য পালনত পুলিচ বাহিনীয়ে যাতে অৱহেলা নকৰে, তাৰ বাবে তেওঁ সততে দৃষ্টি ৰাখিছিল আৰু শান্তি ৰক্ষাৰ বাবে ৰাজ্যত ২৩ খন নতুন আৰক্ষী চকী আৰু ১৫ খন উপ- আৰক্ষী চকীও স্থাপন কৰিছিল।

শিক্ষামন্ত্ৰী হিচাপেও তেখেতে যথেষ্ট অৱদান আগবঢ়াইছিল। প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত সততে ধ্যান দিয়া শইকীয়াৰ দিনতেই 'প্ৰাথমিক শিক্ষা'ৰ বাবে শিক্ষাধিকাৰৰ সুকীয়া পদৰ সৃষ্টি কৰিছিল। বিদ্যালয়সমূহৰ গৃহ নিৰ্মাণৰ ক্ষেত্ৰতো তেখেতে নতুন পদক্ষেপ লৈছিল আৰু শিক্ষকসকলৰ দৰমহা বৃদ্ধিৰ লগতে দৰমহা দিয়াৰ সুনিশ্চিতি প্ৰদান কৰি শিক্ষকসকলক শিক্ষাদানৰ ক্ষেত্ৰত উৎসাহী কৰি তোলে। শইকীয়া তিনিবাৰকৈ অসমৰ শিক্ষামন্ত্ৰী হৈছিল। প্ৰথমতে শৰৎ সিংহৰ দিনত, দ্বিতীয়তে আনোৱাৰা টাইমূৰৰ মুখ্যমন্ত্ৰিত্বৰ কালত (১৯৮০ চনৰ ডিচেম্বৰৰ পৰা '৮১ চনৰ জুন মাহলৈ) আৰু তৃতীয়তে কেশৱ চন্দ্ৰ গগৈৰ দিনত ('৮২ চনৰ জানুৱাৰীৰ পৰা মাৰ্চ মাহলৈ)। শইকীয়া শিক্ষামন্ত্ৰী হৈ থকা কালত ২৫ হেজাৰ স্কুল শিক্ষকক বৈধভাৱে চৰকাৰী চাকৰি দিয়াটো এক উল্লেখযোগ্য পদক্ষেপ আছিল।

১৯৭৯ চনৰ পৰা অসমত বিদেশী বহিষ্কৰণৰ আন্দোলন তীব্ৰ ৰূপত চলিব ধৰিলে। জনতা দলে ইতিমধ্যে বিপুল আসন পাই জয়লাভ কৰি অসমত গোলাপ বৰবৰা নেতৃত্বাধীন চৰকাৰ গঠন কৰিছিল। কিন্তু '৭৯ চনৰ নৱেম্বৰত বৰবৰা চৰকাৰৰ পতন ঘটিল। কংগ্ৰেছে বাহিৰৰ পৰা সমৰ্থন দিয়াত যোগেন হাজৰিকাই চৰকাৰ গঠন কৰিলে। কিন্তু যোগেন হাজৰিকায়ো আন্দোলনৰ পৰিস্থিতি চম্ভালিব নোৱাৰাত শৰৎ সিংহ আৰু হিতেশ্বৰ শইকীয়াই হাজৰিকাৰ প্ৰতি থকা সমৰ্থন উঠাই লয়। ফলত অসমত ৰাষ্ট্ৰপতি শাসন জাৰি কৰা হ'ল। সেই সময়ছোৱাতে কংগ্ৰেছ দল 'ইন্দিৰা' আৰু 'সমাজবাদী' দুটা দলত বিভক্ত হৈ পৰে। কংগ্ৰেছ (এছ)ৰ মূল কাণ্ডাৰী শৰৎ সিংহক এৰি থৈ আনোৱাৰা টাইমূৰ, হিতেশ্বৰ শইকীয়া আদিয়ে কংগ্ৰেছত(ইন্দিৰা)ত যোগ দিলে। '৮০ চনৰ প্ৰথম ভাগতে ইন্দিৰা গান্ধীৰ কংগ্ৰেছে বিপুল ভোটত জয়লাভ কৰে আৰু পুনৰ তেওঁ ভাৰতৰ প্ৰধানমন্ত্ৰী হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰে। তাৰ পাছত অসমৰ পৰা ৰাষ্ট্ৰপতি শাসন উঠাই লোৱা হ'ল আৰু ক্ৰমে আনোৱাৰা টাইমূৰ আৰু কেশৱ গগৈ নেতৃত্বাধীন চৰকাৰ গঠন কৰা হ'ল। মাথো কেইমাহমানকৈ মন্ত্ৰীসভাৰ নেতৃত্ব দিবলৈ সক্ষম হৈছিল টাইমূৰ আৰু গগৈয়ে। সেই সময়ছোৱাত কিডনীৰ অসুখত আক্ৰান্ত হৈ

হিতেশ্বৰ শইকীয়া কে'বামাহ ধৰি মুম্বাইৰ যশলোক হাস্পতালত ভৰ্তি হৈ আছিল। তাৰ পাছত তেওঁ অসমলৈ আহোতে তেওঁৰ প্ৰাণনাশৰ প্ৰচেষ্টা চলোৱা হৈছিল। প্ৰফুল্ল মহন্ত আৰু ভৃগু ফুকনৰ নেতৃত্বত চলা বিদেশী বহিষ্কৰণৰ আন্দোলনৰ সময়ছোৱাত অসমৰ যি হিটলাৰী তাণ্ডৱ চলিল, অন্দোলনৰ বিৰুদ্ধে মাতমতাসকলৰ বিৰুদ্ধে যি জঘন্য আক্ৰমণ চলিল, সেয়া এক ভিন্ন অধ্যায়।...

শইকীয়াই কিডনী ৰোগৰ পৰা আৰোগ্য লাভ নকৰিলে। সেইবাবে '৮১ চনৰ অক্টোবৰ মাহত আমেৰিকাৰ বষ্টন চহৰৰ এখন বিখ্যাত চিকিৎসালয়ত তেওঁৰ কিডনী 'ট্ৰেন্সপ্লান্ট' কৰা হ'ল । কেশৱ গগৈ মন্ত্ৰীসভাৰো পতন ঘটিল। আকৌ অসমত ৰাষ্ট্ৰপতি শাসন জাৰি কৰা হ'ল। হিংসা, সন্ত্ৰাস আৰু সংঘৰ্ষৰে অসম আন্দোলন উত্তাল হৈ পৰিল।

১৯৮৩ চনৰ প্ৰথম ভাগত ৰাষ্ট্ৰপতি শাসন উঠাই ল'বলৈকে অসমত নিৰ্বাচন ঘোষণা কৰিলে নিৰ্বাচন আয়োগে। ছাত্ৰ সন্থাই সেই নিৰ্বাচন বৰ্জন কৰিলে। ফলত কংগ্ৰেছ (ই) আৰু বাম-গণতান্ত্ৰিক মৰ্চাৰ কেইটামান দলে মাথো নিৰ্বাচনত যুঁজ দিবলৈ প্ৰস্তুত হ'ল। সেই ৰক্তাক্ত নিৰ্বাচনত কংগ্ৰেছ দলে ১১৯ খনৰ ভিতৰত ৯৯ খন আসন দখল কৰিলে আৰু ১৯৮৩ চনৰ ২৭ ফেব্ৰুৱাৰীত প্ৰথমবাৰৰ বাবে হিতেশ্বৰ শইকীয়াই অসমৰ মুখ্যমন্ত্ৰী হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰিলে। আন্দোলনকাৰীসকলে হিতেশ্বৰ শইকীয়াক তেওঁলোকৰ মূল শত্ৰু হিচাপে চিহ্নিত কৰিলে। অসমৰ ৰক্তাক্ত পৰিস্থিতি চম্ভালিবলৈ হিতেশ্বৰ শইকীয়াই প্ৰাণ-পণে চেষ্টা চলাই গ'ল।

ইতিমধ্যে '৮৪ চনত ইন্দিৰা গান্ধীক হত্যা কৰা হ'ল। তাৰ পাছত তেওঁৰ পুত্ৰ ৰাজীৱ গান্ধীয়ে প্ৰধানমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিলে। প্ৰায় ছবছৰ ধৰি চলা অসম আন্দোলনৰ ইতি পেলাবলৈ ৰাজীৱে সৰ্বতোপ্ৰকাৰে চেষ্টা চলালে। আন্দোলন কাৰীসকলে কেন্দ্ৰীয় চৰকাৰৰ স'তে কে'বালানিও আলোচনাত মিলিত হৈ শেহত পূৰ্বৰে পৰা ইন্দিৰা গান্ধীয়ে কৈ অহাৰ দৰেই '৭১ চনক ভিত্তিবৰ্ষ হিচাপে লৈ বিদেশী বহিষ্কৰণৰ চুক্তি সম্পাদিত হ'ল ১৯৮৫ চনৰ ১৪ আগষ্টৰ মাজনিশা। ইতিমধ্যে আন্দোলনকাৰীসকলৰ হেঁচাত অসমত ৰাষ্ট্ৰপতি শাসন জাৰি কৰিবলৈ বাধ্য হৈছিল কেন্দ্ৰীয় চৰকাৰ। ছাত্ৰ সন্থাৰ নেতাসকলে 'অসম গণ পৰিষদ' দল গঠন কৰি নিৰ্বাচনত যুঁজি কংগ্ৰেছ (ই)ক পৰাভূত কৰি ১৯৮৫ চনৰ ২৪ ডিচেম্বৰত নতুন চৰকাৰ গঠন কৰিলে। হিতেশ্বৰ শইকীয়াই বিধায়ক হিচাপে জয়লাভ কৰিলে। অৱশ্যে অসমৰ ৰাজনীতিৰ পৰা আঁতৰাই মিজোৰামৰ উপ-ৰাজ্যপাল হিচাপে হিতেশ্বৰ শইকীয়াক নিযুক্তি দিয়া হ'ল। তাৰ পাছত তেওঁ আকৌ অসমলৈ উভতি আহিল আৰু বিধানসভাত বিৰোধী দলৰ নেতাৰ আসনত উপবিষ্ট হ'ল।

কংগ্ৰেছ (ই)ৰ সংকট কালত অসমত এই দলৰ গুৰি ধৰিবলৈ হিতেশ্বৰ শইকীয়াৰ বাহিৰে অন্য কোনো দৃঢ় প্ৰত্যয়ৰ নেতা নাছিল। অসুখীয়া দেহাৰেই হিতেশ্বৰ শইকীয়াই কংগ্ৰেছক নেতৃত্ব দিলে আৰু '৯১ চনৰ নিৰ্বাচনত কংগ্ৰেছ দলক পুনৰ ক্ষমতাত উপবিষ্ট কৰাবলৈ তেওঁ সক্ষম হ'ল। অসম প্ৰদেশ কংগ্ৰেছৰ অপ্ৰতিদ্বন্দী

নেতা হিতেশ্বৰ শইকীয়াই ১৯৯১ চনৰ ৩০ জুনত দ্বিতীয়বাৰৰ বাবে অসমৰ মুখ্যমন্ত্ৰী হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰিলে।

যি সময়ছোৱাত হিতেশ্বৰ শইকীয়াই অসমত চৰকাৰ আৰু কংগ্ৰেছ দলৰ নেতৃত্ব দিছিল, সেয়া আছিল অসমৰ বাবে অতি সংকটপূৰ্ণ মুহূৰ্ত। '৮৩ চনত তেওঁ ব্যাপক ঢৌৰ সৃষ্টি কৰা বিদেশী বহিষ্কৰণ আন্দোলনৰ সময়ছোৱাত অসমৰ মুখ্যমন্ত্ৰীৰ দায়িত্ব লৈ প্ৰতিভাশালী নেতা আৰু দক্ষ প্ৰশাসক হিচাপে নিজৰ পৰিচয় দিছিল। '৯১ চনত পুনৰ তেওঁ যেতিয়া অসমত কংগ্ৰেছৰ চৰকাৰৰ নেতৃত্ব দিবলৈ আগবাঢ়ি আহিল তেতিয়া আলফা, বি এল টি, এন ডি এফ বিকে কৰি বহু বিচ্ছিন্নতাবাদী উগ্ৰপন্থীৰ হিংস্ৰ আৰু ৰক্তাক্ত বিভীষিকাৰ জুইত থিয় দিবলৈ বাধ্য হ'ল। তথাপি তেওঁ হাৰ নামানিলে। সুদক্ষ প্ৰশাসক হিচাপে অতি নিষ্ঠাৰে তেওঁ কাম কৰি গ'ল আৰু বিচ্ছিন্নতাবাদী শক্তিসমূহৰ কঁকাল ভাঙি পেলাবলৈ সক্ষম হ'ল। সবল নেতৃত্বৰে অসমৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ উন্নতিকল্পে তেওঁ কাম কৰি গ'ল।

কিন্তু নিষ্ঠুৰ নিয়তিয়ে তেওঁক বেছিদিনলৈ কাম কৰি যাবলৈ নিদিলে। কিডনীৰ অসুখে তেওঁক শেষ মুহূৰ্তলৈ নেৰিলে। ১৯৯৬ চনৰ ২৩ এপ্ৰিলত মাথো ৬২ বছৰ বয়সতে অসমৰ ৰাজনৈতিক জগতৰ প্ৰাণপুৰুষ হিতেশ্বৰ শইকীয়াই ইহলীলা সম্বৰণ কৰিলে।

নিন্দা আৰু প্ৰশংসাৰে ভৰি আছে হিতেশ্বৰ শইকীয়াৰ জীৱন। কিন্তু জীৱনকালত যিসকল লোকেই তেওঁক 'গণশত্ৰু' আখ্যা দিছিল, তেওঁৰ মৃত্যুৰ পাছতেই তেওঁলোকে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল যে হিতেশ্বৰ শইকীয়াৰ দৰে দক্ষ প্ৰশাসক আৰু বহল মনৰ লোক অসমৰ ৰাজনীতিত বিৰল। তেওঁৰ মৃত্যুৰ পাছত আমাৰ ৰাজনৈতিক জগতত যি শূন্যতা হ'ল, সেয়া কোনেও পূৰণ কৰিব নোৱাৰে।

হিতেশ্বৰ শইকীয়াৰ মৃত্যুৰ বহু আগতেই বিশিষ্ট সাংবাদিক হোমেন বৰগোহাঞিয়ে লিখিছিল-'.... হিতেশ্বৰ শইকীয়াই অসমৰ সাম্প্ৰতিক ইতিহাসৰ আটাইতকৈ সংকটপূৰ্ণ মুহূৰ্তত মুখ্যমন্ত্ৰীৰ দায়িত্ব বহন কৰি প্ৰমাণ কৰিলে যে অসমক এই সৰ্বগ্ৰাসী সংকটৰ পৰা উদ্ধাৰ কৰা আৰু কাৰো পক্ষে সম্ভৱপৰ নাছিল-একমাত্ৰ তেওঁৰ বাহিৰে।... বাস্তৱিকতে তেখেতৰ এই সাফল্যৰ প্ৰতি আকুণ্ঠ স্বীকৃতি আৰু সাধুতা জনাইছে গোটেই দেশে।....'

১৯৮৩ চনত 'ৰাষ্ট্ৰমানৱ' উপাধি লাভ কৰা হিতেশ্বৰ শইকীয়া '৯২ চনত 'কৰ্মশ্ৰী' উপাধিৰে বিভূষিত হৈছিল। তদুপৰি লক্ষ্ণৌ বিশ্ববিদ্যালয়ে তেওঁক '৯৩ চনত অনাৰেৰী ডক্টৰেট ডিগ্ৰী প্ৰদান কৰাৰ পাছত সেই বছৰতেই তেওঁ ইন্দিৰা গান্ধী স্মৃতি পুৰস্কাৰো লাভ কৰিছিল।

হিতেশ্বৰ শইকীয়াৰ বিশাল কৰ্মৰ বিষয়ে সম্পূৰ্ণ আলোচনা আগবঢ়ালে এখন বৃহৎ গ্ৰন্থই হ'বগৈ। অসীম সাহসী, পৰিশ্ৰমী, নিষ্ঠাবান আৰু মানৱদৰদী এইজনা ৰাজনীতিকৰ বিষয়ে এই নিবন্ধৰ প্ৰথমছোৱাতে দেৱকান্ত বৰুৱাৰ বক্তব্যৰ যি উদ্ধৃতি দিয়া হ'ল, হিতেশ্বৰ শইকীয়াৰ কৰ্ম আৰু জীৱনৰ বিষয়ে বুজিবলৈ সেয়াই যথেষ্ট।

# সহায়ক গ্ৰন্থপঞ্জী


১। অসমীয়া সাহিত্যৰ ৰূপৰেখা ঃ ড° মহেশ্বৰ নেওগ।

২। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক অতিবৃত্ত ঃ ড° সত্যেন্দ্ৰনাথ শৰ্মা।

৩। বেণুধৰ শৰ্মা ৰচনাৱলী (দ্বিতীয় খণ্ড) ঃ (বুৰঞ্জীৰ সফুৰা)

৪। বেণুধৰ শৰ্মা ৰচনাৱলী (তৃতীয় খণ্ড) ঃ (চন্দন চ'ৰা)

৫। History of Assam : Country and people : Dr. Moyidul Islam Borah

৬। জীৱনৰ দীঘ আৰু বাণী ঃ ড° মহেশ্বৰ নেওগ।

৭। অসমীয়া কথা সাহিত্য ঃ ড° বিৰিঞ্চি কুমাৰ বৰুৱা।

৮। অসমীয়া জীৱনী অভিধান ঃ ড° শিৱনাথ বৰ্মন।

৯। অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী ঃ যতীন্দ্ৰনাথ গোস্বামী।

১০। বিস্মৃত ব্যতিক্ৰম ঃ মুনীন বৰকটকী।

১১। অৰ্ঘ্যাৱলী ঃ বেণুধৰ শৰ্মা।

১২। প্ৰসঙ্গ ঃ উনবিংশ শতিকাৰ অসমীয়া সাহিত্য ঃ ড° উমেশ ডেকা।

১৩। ব্যক্তি আৰু দেশপ্ৰেম ঃ উপেন্দ্ৰ বৰকটকী।

১৪। সাহিত্যৰ বেদীত নগএগ পূজাৰী ঃ সম্পাদক ঃ ৰতিমোহন নাথ।

১৫। অসমৰ বাতৰি কাকত - আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস ঃ সম্পাদক ঃ চন্দ্ৰপ্ৰসাদ শইকীয়া

১৬। অসম সাহিত্য সভাৰ সভাপতিৰ জীৱন সমীক্ষা ঃ সম্পাদক ঃ মদনচন্দ্ৰ মেধি।

১৭। জীৱনী চয়ন (প্ৰথম খণ্ড) ঃ দুৰ্গেশ্বৰ শৰ্মা।

১৮। নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী ঃ ডিম্বেশ্বৰ নেওগ।

১৯। সীতানাথ ব্ৰহ্মচৌধুৰী ঃ নন্দ তালুকদাৰ।

২০। অসম সাহিত্য সভাৰ ভাষণাৱলী (প্ৰথম আৰু দ্বিতীয়খণ্ড) ঃ সম্পাদক ঃ অতুলাচন্দ্ৰ হাজৰিকা

২১। মজিয়াৰ পৰা মেজলৈ ঃ বেণুধৰ শৰ্মা।

২২। কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত : বেণুধৰ শৰ্মা।
২৩। মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ : লক্ষ্মীনাথ ফুকন।
২৪। ভাৰতৰ স্বাধীনতা সংগ্ৰাম আৰু অসম : আদ্যনাথ চক্ৰবৰ্ত্তী আৰু নৰেন্দ্ৰনাথ শৰ্মা।
২৫। লেখিকাৰ জীৱনী : সম্পাদনা : শীলা বৰঠাকুৰ।
২৬। অমৃতাস্য পুত্ৰঃ : কনকচন্দ্ৰ ডেকা।
২৭। সাহিত্য আৰু জীৱন : অতুল চন্দ্ৰ বৰুৱা।
২৮। অসম সাহিত্য সভাৰ ভাষণাৱলী (তৃতীয় খণ্ড) : যতীন্দ্ৰনাথ গোস্বামী।
২৯। কামৰূপ ৰত্নমালা (প্ৰথম আৰু দ্বিতীয় খণ্ড) : অতুল চন্দ্ৰ হাজৰিকা আৰু ড° হেমন্তকুমাৰ শৰ্মা সম্পাদিত
৩০। জীৱন স্মৃতি : অমিয়কুমাৰ দাস।
৩১। মোৰ জীৱন ধুমুহাৰ এছাটি : অম্বিকাগিৰী ৰায়চৌধুৰী।
৩২। অমিয় কুমাৰ দাস : অৰুণ চন্দ্ৰ ভূঞা।
৩৩। মোৰ দাদা : অম্বিকাগিৰী ৰায়চৌধুৰী।
৩৪। ড° হিৰণ্য চন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থ : অসম বিজ্ঞান সমিতি।
৩৫। কৃষ্ণকান্ত সন্দিকৈ : আব্দুছ ছাত্তাৰ।
৩৬। ৰায়চৌধুৰীৰ জীৱন সংগ্ৰাম : আৰতি হাজৰিকা।
৩৭ জীৱন আৰু কীৰ্ত্তি : উপেন্দ্ৰ বৰকটকী।
৩৮। ব্যক্তিত্বৰ সংবাদ আৰু সংঘাত : উপেন্দ্ৰ বৰকটকী।
৩৯। বেণুধৰ শৰ্মা অভিনন্দন গ্ৰন্থ : উপেন্দ্ৰ বৰকটকী।
৪০। আমাৰ বেণুধৰ : সম্পাদক : উপেন্দ্ৰ বৰকটকী।
৪১। শৰৎ চন্দ্ৰ গোস্বামীৰ চমু জীৱনী : গকুল চন্দ্ৰ গোস্বামী।
৪২। কলাগুৰু বিষ্ণুপ্ৰসাদ : গকুল ডেকা।
৪৩। শ্ৰীশ্ৰীসৎ ধৰ্মাচাৰ্য পিতাম্বৰ দেব : গংগাধৰ হাজৰিকা।
৪৪। শৰৎ চন্দ্ৰ গোস্বামী : অতুল চন্দ্ৰ বৰুৱা।
৪৫। ত্যাগবীৰ হেম বৰুৱা : সম্পাদনা : ৰবীন কাকতী।
৪৬। জ্ঞানদাভিৰাম বৰুৱা : সম্পাদক : তোযেশ্বৰ শৰ্মা।
৪৭। কালিৰাম মেধি : নন্দ তালুকদাৰ।
৪৮। ব্ৰজনাথ শৰ্মা : ধীৰেণ শৰ্মা।
৪৯। সূৰ্যকুমাৰ ভূঞাৰ ব্যক্তিত্বৰ জিলিকনি : সম্পাদক : কনকচন্দ্ৰ ডেকা আৰু ৰঞ্জিত কুমাৰ শৰ্মা।

৫০। গোপীনাথ বৰদলৈ ঃ ব্যক্তিত্ব আৰু নেতৃত্ব ঃ সম্পাদক ঃ শূল শৰ্মা।
৫১। জননেতা বিষ্ণুৰাম মেধি ঃ ঈশ্বৰ প্ৰসাদ চৌধুৰী।
৫২। কৃষ্ণকান্ত সন্দিকৈ ঃ সম্পাদক ঃ শূল শৰ্মা।
৫৩। কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ ঃ সম্পাদক ঃ যতীন্দ্ৰনাথ গোস্বামী।
৫৪। বিচিত্ৰ নাৰায়ণ স্মৃতিগ্ৰন্থ ঃ সম্পাদক ঃ যোগেশ দাস আৰু নন্দ তালুকদাৰ।
৫৫। লক্ষ্মীনাথ ফুকন ঃ সম্পাদক ঃ উপেন্দ্ৰ বৰকটকী।
৫৬। ছহীদ কুশল কোঁৱৰ ঃ সম্পাদক ঃ ললিত বৰা।
৫৭। ৰামচৰণ ব্ৰহ্ম ৰচনাৱলী (প্ৰথমখণ্ড) ঃ সম্পাদক ঃ প্ৰশান্ত কুমাৰ স্বৰ্গীয়াৰী
৫৮। অসম গৌৰৱ ঃ সম্পাদক ঃ ড০ হেমন্ত কুমাৰ শৰ্মা
৫৯। ৰাধাগোবিন্দ বৰুৱা ঃ নিৰোধ চৌধুৰী।
৬০। তিনিকুৰি দহ বছৰৰ স্মৃতি ঃ ৰাজবালা দাস।
৬১। হীৰক জেউতী ঃ সন্দিকৈ কলেজৰ স্মৃতিগ্ৰন্থ।
৬২। Rajmohan Nath Commemoration (J. A. R. S) Vol - I
৬৩। কুশল কোঁৱৰ ঃ গজেন চহৰীয়া।
৬৪। গোপীনাথ বৰদলৈ ঃ সম্পাদক ঃ চন্দ্ৰপ্ৰসাদ শইকীয়া।
৬৫। সিংহ পুৰুষ সীতানাথ ব্ৰহ্মচৌধুৰী ঃ চিত্ৰ মহন্ত।
৬৬। দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা ঃ জীৱনচন্দ্ৰ বৰুৱা।
৬৭। বিষ্ণুৰাভা এতিয়া কিমান ৰাতি ঃ তিলক দাস।
৬৮। অম্বিকাগিৰী আৰু তেওঁৰ জীৱনদৰ্শন ঃ তিলক দাস।
৬৯। ভাষাবিদ বাণীকান্ত কাকতি ঃ দুৰ্গেশ্বৰ শৰ্মা।
৭০। হেম বৰুৱা ঃ নন্দ তালুকদাৰ।
৭১। সূৰ্যকুমাৰ ভূঞা ঃ নন্দ তালুকদাৰ।
৭২। জীৱন স্মৰণ ঃ নন্দ তালুকদাৰ।
৭৩। সৈনিক শিল্পী বিষ্ণুৰাভা ঃ সম্পাদক ঃ ড০ হীৰেণ গোঁহাই।
৭৪। বিষ্ণুৰাভাৰ জীৱন আৰু দৰ্শন ঃ ইছমাইল হোছেইন।
৭৫। বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ (প্ৰথম খণ্ড) ঃ মুখ্য সম্পাদক ঃ যোগেশ দাস।
৭৬। নটসূৰ্য ফণী শৰ্মা ঃ জীৱন আৰু কৃতী ঃ সম্পাদক ঃ উপেন্দ্ৰনাথ শৰ্মা।
৭৭। গণশিল্পী মঘাই ওজা ঃ সম্পাদক ঃ পৰমানন্দ মজুমদাৰ।

৭৮। শ্ৰী অমলপ্ৰভা বাইদেউ : সমীৰণ দাস।
৭৯। অমলপ্ৰভা দাস অভিনন্দনমালা : শৰণীয়া আশ্ৰম, গুৱাহাটী।
৮০। মাটি আৰু মানুহৰ শিল্পী হেমাঙ্গ বিশ্বাস : লোকনাথ গোস্বামী।
৮১। অসমৰ জনজাতি : ড০ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য
৮২। অসম আৰু বঙ্গৰ লোকসংস্কৃতি সমীক্ষা : হেমাঙ্গ বিশ্বাস।
৮৩। অসমৰ জনজাতি : ড০ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য।
৮৪। ফণী শৰ্মা ৰচনাৱলী : অসম প্ৰকাশন পৰিষদ।
৮৫। লোকসেৱক ৰূপনাথ ব্ৰহ্ম : বনলক্ষী কছাৰী।
৮৬। হেমচন্দ্ৰ বৰুৱা : বিজয়চন্দ্ৰ ভাগৱতী।
৮৭। ব্যক্তি, সংস্কৃতি ইত্যাদি : বীৰেন্দ্ৰ নাথ দত্ত।
৮৮। হেমাঙ্গ বিশ্বাস : জীৱন আৰু কৃতী : সম্পাদনা : শশী শৰ্মা।
৮৯। ভবানন্দ দত্ত : জীৱন আৰু প্ৰতিভা : (সম্পাদিত)।
৯০। জননেতা বিষ্ণুৰাম মেধি : সমীন কলিতা।
৯১। ৰাষ্ট্ৰপতি : সমীন কলিতা।
৯২। Men I Have Met : Dr. Surya Kumar Bhuyan.
৯৩। প্ৰাচীন অসমীয়া কায়স্থ সমাজৰ ইতিবৃত্ত : হৰিনাৰায়ণ দত্তবৰুৱা।
৯৪। জীৱনী সৌৰভ : ড০ হেমন্ত কুমাৰ শৰ্মা।
৯৫। লোকনায়ক অমিয় কুমাৰ : সমীন কলিতা।
৯৬। কলঙে-লুইতে-সাগৰে : তীৰ্থ ফুকন।
৯৭। ড০ মহেশ্বৰ নেওগ : ভবপ্ৰসাদ চলিহা।
৯৮। তৰুণচন্দ্ৰ পামেগাম ৰচনাৱলী
(প্ৰথমখণ্ড) : ভৃগুমুণি কাগয়ুং।
৯৯। সমাজৰ শেষ সীমাত : তৰুণচন্দ্ৰ পামেগাম।
১০০। জ্ঞানপীঠ বঁটা বিজয়ী ড০ বীৰেন্দ্ৰ
কুমাৰ ভট্টাচাৰ্য : সমীন কলিতা।
১০১। লক্ষ্মীধৰ শৰ্মা ৰচনাৱলী
(প্ৰথম আৰু দ্বিতীয় খণ্ড) : নতুন সাহিত্য পৰিষদ।
১০২। ৰতনপুৰৰ ৰত্ন ভবানন্দ দত্ত : নীলিমা দত্ত।
১০৩। একাদশ পিলিক চৌধুৰী সোঁৱৰণী আন্তঃজিলা স্কুল ফুটবল টুৰ্ণামেণ্ট
(২০০০) স্মৃতিগ্ৰন্থ
১০৪। দুৰ্লংঘ্য প্ৰাচীৰ অতিক্ৰমী : আইমণি গগৈ।
১০৫। কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়া : প্ৰসন্নৰাম দাস।

১০৬। ৰক্তাক্ত অসম ঃ বলেন বৰগোঁহাই।
১০৭। হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি ঃ সম্পাদক ঃ শূল শৰ্মা।
১০৮। হিতেশ্বৰ শইকীয়াৰ জীৱনকথা ঃ যতীন্দ্ৰনাথ মজুমদাৰ।

প্ৰথম গৰাকী অসমীয়া 'চুকাফা'ৰ পৰা 'হিতেশ্বৰ শইকীয়া'লৈ এশগৰাকী অসমীয়াৰ জীৱনীমূলক নিবন্ধখিনি যুগুত কৰোতে আমাৰ প্ৰায় আঢ়ৈ বছৰ লাগিছিল। সেই সময়ছোৱাত আমাৰ নিজস্ব সংগ্ৰহৰ বাহিৰেও গুৱাহাটী জিলা পুথিভঁৰাল আৰু দিছপুৰ পুথিভঁৰালৰ পৰা সংগৃহীত বিভিন্ন গ্ৰন্থৰ সহায় লোৱা হৈছিল। আমাৰ এলেহুৱা স্বভাৱৰ বাবেই আমি এই কাৰ্যত সহায় লোৱা গ্ৰন্থসমূহৰ সম্পূৰ্ণ পঞ্জী ইয়াত প্ৰকাশ কৰিব নোৱাৰিলো। বিভিন্ন প্ৰসঙ্গ টুকি থোৱা যিকেইখন গ্ৰন্থৰ নাম আমাৰ টোকাবহী আৰু স্মৃতিত সজীৱ হৈ আছিল, সেই নামখিনিহে 'সহায়ক গ্ৰন্থপঞ্জী'ত লিপিবদ্ধ কৰা হ'ল।

**গ্ৰন্থসমূহৰ ওপৰিও** (১) দৈনিক অসম, অগ্ৰদূত, প্ৰতিদিন, আজিৰ অসম, নীলাচল, আমাৰ অসম, নতুন দৈনিক, আজিৰ বাতৰি, আসম বাণী, সাদিন আদি কাকতৰ কে'বাটাও সংখ্যা; (২) প্ৰকাশ, প্ৰান্তিক আৰু গৰীয়সী (বিশেষকৈ জ্যোতিপ্ৰসাদ আগৰৱালা, ড° মহেশ্বৰ নেওগ, চৈয়দ আব্দুল মালিক, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আদি বিশেষ সংখ্যা) আলোচনীৰ কে'বাটাও সংখ্যাৰ সহায় লোৱা হৈছে।

চিত্ৰলেখা পাব্লিকেশ্যনচে প্ৰকাশ কৰা

## হেমন্ত কুমাৰ ভৰালীৰ অন্যান্য জনপ্ৰিয় গ্ৰন্থসমূহ

মামণি ৰয়ছম ঃ স্বপ্ন-দুস্বপ্নৰ ডায়েৰী

* * * *

এশবছৰ জীয়াই থাকে কেনেকৈ ?
(দীৰ্ঘ জীৱনৰ দৰ্শন আৰু প্ৰতিভাশালী লোকৰ কথা)

* * * *

অলপ স্পৰ্শ দিয়া
(চাৰিখন প্ৰেমৰ উপন্যাসিকাৰ একত্ৰ সংকলন)

* * * *

এহেজাৰ বছৰৰ এশগৰাকী অসমীয়া (প্ৰথমখণ্ড)

## প্ৰকাশৰ পথত

প্ৰেম আৰু প্ৰতিভা
(প্ৰতিভাৰ জন্ম কেনেকৈ আৰু পৃথিৱীৰ বিখ্যাত লোকৰ প্ৰেম কাহিনী।)

* * * *

ডেল কাৰ্ণেগীৰ
জীৱনত সফল হ'ব কেনেকৈ ? (অনূদিত)

* * * *

মামণি ৰয়ছম গোস্বামীৰ অনন্য প্ৰেমৰ গল্প।